ৰূপাবৰিৰ পলাস : চৈয়দ আবদুল মালিক : প্ৰথম প্ৰকাশ : মে, ১৯৮০ : প্ৰকাশক : এছ্. দাস, বুক এমপোৰিয়ম, ৪ নং জাষ্টিচ, মন্মথ মুখাৰ্জি ৰো, কলিকতা-৭০০০০৯। মুদ্ৰক : বিজুলী গুহ, বিজুলী প্ৰেছ, কলিকতা। প্ৰচ্ছদ : অবন বৰুৱা।

বেচ : ট. ৩৫.০০ মাথোন

---

*RUPABARIR PALAS ( An Assamese Novel ) by Syed Abdul Malik : First Published : May, 1980, Publisher : S. Das, Book Emporium 4, Justice Manmatha Mukherjee Row, Calcutta-9 Printers : B. Guha, Bijeli Press, Calcutta. Cover Designed by : Aban Barua.*

*Price Rs. 35·00*

কপাৰবিৰ পলস
কামিলৰ নামত
দিলোঁ।

ছুটা কাৰণত—

সি মোৰ একমাত্ৰ ল'ৰা—
তাৰ বয়স ন বছৰ হ'লছি।
সি সদায় সুধি থাকে :
এই উপন্যাসখন কেতিয়া
লিখি শেষ কৰিম ?
আৰু কিমান লিখিবলৈ
বাকী আছে ?
আৰু
উপন্যাসখনৰ কি নাম দিম ?
উপন্যাসখন লিখি শেষ
কৰিলোঁ।
আৰু বহুত কথা লিখিবলৈ
বাকী থাকিল।
নাম দিলোঁ
কপাৰবিৰ পলস।

ৰবি-বাকৰি
চুনপৰা মাটি,
এইয়া বাকৰিত পলস
পৰাৰ কাহিনী।
কালিলৈ কিজানি
এতিয়াই নুবুজিব,
হয়তো আগলৈ বুজিব।

—আব্বা

মোৰ বুঢ়ী আই আৰু আজোককাৰ
আধকৰা সপোনৰ বাজহাড় পচি
ধূলি হ'ল।
পিতাৰ আশাৰ পলসৰ চাৰনিয়ে
জীণ দি ধূলিক কৰিলে মাটি।
সেই মাটি গাঁও হ'ল।
সেই মাটি হ'ল কণাবৰি।
বুঢ়ী আই আৰু আজোককাৰ
সপোনৰ হাড়....

মাটিৰ বুকুৰ মানুহৰ মুনাজাত
আকাশৰ ফালে উৰি গৈ
ঈশ্বৰ হ'ল।
সেই প্ৰাৰ্থনাৰ নাম দুখ।
সেই দুখক বোলালে
কলিজা পোৰা ছাইৰ ৰঙে।
পৃথিৱীৰ মানুহৰ নীলা দুখবোৰ
আকাশৰ ঈশ্বৰ হ'ল।
মই চিনি পালোঁ
মাটিৰ গাঁৱক।
মই চিনি পালোঁ
দুখৰ ঈশ্বৰক॥

সকলোকে অবিশ্বাস কৰিলেও,
তোমাক মই অবিশ্বাস নকৰোঁ।
হে দুখৰ প্ৰাৰ্থনাৰ নীলাৰে বোলোৱা
ঈশ্বৰ।
আৰু হে মাটি
হে বুঢ়ী আইৰ আধৰুৱা স্বপ্ন...
হে দুখ......

—কেতেকী।

[ ওপৰৰ কবিতাটো কেতেকীৰ সৰু কবিতাৰ বহী এটাত পোৱা গৈছিল। কবিতাটো সম্পূৰ্ণ নহয় যেন লাগে। এই কবিতাটো আন ক'তো প্ৰকাশ হোৱা নাই। ]

বৰ জাৰ পৰিছিল।

ডাঠ কুঁৱলীও আছিল।

মাঘ মাহৰ আগভাগ, জাৰবোৰ কুঁৱলী হৈ আকাশৰ বুকৰপৰা তললৈ নামি আহিছিল।

জমীদাৰ মোহম্মদ মোদব্বিৰ হবিব কিব্‌রিয়া চৌধুৰীৰ ত্ৰিনি মহলীয়া দালানটো কুঁৱলীৰ মাজত প্ৰায় অদৃশ্য হৈ পৰিছিল। ফুলনিখনৰ বাগুনা গছবোৰ আৰু ফুলবোৰ ধুঁৱলীয়া কুঁৱলীৰে সজা একোটা থৰ লাগি থকা শিলৰ মূৰ্তি যেন লাগিছিল।

জমীদাৰ চৌধুৰীৰ ঘৰৰ চাকৰ বাকৰ, লগুৱা লিকচৌবোৰ আধা ৰাতিতে উঠি নিজ নিজ কামত লাগিছিল। গাখীৰ খীবোৱাই গাখীৰ খীৰাইছিল, মুৰ্গী হাঁহৰ আলপৈচান ধৰোঁতাই কুকুৰা হাঁহক ধান চাউল দানা দিছিল, ঘৰৰ মজিয়া মচোতাই মজিয়া মচিছিল, চকী মেজ ঠিক কৰোঁতাই চকী মেজ মচি মোহাৰি চক্‌চকীয়া কৰিছিল।

কিন্তু কাৰো মুখত মাত নাছিল। কিবা কথা ক'লেও চেপা মাতেৰে, সক সকৈকে, ফুচফুচাই কৈছিল। নিশব্দে মানুহবোৰে অহাযোৱা কৰিছিল, সিহঁতবোৰৰ সকলোৰে ভৰি খুদা, কাৰো ভৰিত জুতা নাই, আনকি প্ৰতিটো বিভাগৰ চৰ্দাৰবোৰৰ ভৰিতো জুতা নাই। কিন্তু সিহঁতৰ গাত চোলা আছিল, আৰু কোনোৱে একোখন কাপোৰ, কোনোৱে জমীদাৰে বকৃছিছ দিয়া কোট বা আধাপুৰণি চুৱেটাৰ পিন্ধিছিল। কাৰোবাৰ গাত আছিল মাত্ৰ একোটা ফটা বনিয়ন নাইবা একোখন গামোচা।

হুটামানৰ গাত লুঙিখনৰ বাহিৰে একোৱেই নাছিল।

সিহঁতৰ চুলি দাড়ি আৰু গোঁফত লাগি নিয়ৰবোৰ ওলমি আছিল।

কোনো কোনোৱে এখন লুঙী কঁকালত পিন্ধিছিল আৰু এখন গাঁঠি দি কাপোৰ হিচাপে গাত লৈছিল।

শব্দ হৈছিল ৰান্ধনিশালত।

সিও সৰু সৰু টুংটাং শব্দ।

ডাঠ কুঁৱলী ভেদি সেই শব্দ বেছি দূৰলৈ নগৈছিল।

কামত ব্যস্ত থকা মানুহবোৰে মাজে মাজে বৈ হুকা চিলিমত মলা ধঁপাত খাইছিল, চিলিমৰ মুখত জোৰেৰে হোপা মাৰি সিহঁতে ধঁপাতৰ ৰাগী লগোৱাৰ লগতে চিলিমৰ জুইৰ তাপকণ শোহা মাৰি বুকুৰ ভিতৰলৈ টানি ল'বৰহে যত্ন কৰিছিল।

খৰধৰকৈ, লৰাঢপৰাকৈ কাম কৰা আৰু মলা ধঁপাতৰ চিলিমৰ জুইৰে অকণমান উত্তাপ গোটোৱাৰ বাহিৰে জাৰৰপৰা ৰক্ষা পৰাৰ আন কোনো উপায় মানুহবোৰৰ নাছিল।

বেলি তেতিয়াও ওলোৱা নাছিল। পূব ফালে ডাঠ কুঁৱলীৰ সিপাৰে, বেলিৰ পোহৰৰ অস্পষ্ট আভাস দেখা গৈছিল, ব্যস্ত মানুহবোৰে মাজে মাজে কামৰ মাজতে একোবাৰে সেইফালে মূৰ তুলি চাইছিল—পোহৰৰ কাৰণে নহয়, অকণমান ৰ'দৰ উত্তাপৰ আশাত।

এই হাড়কঁপা জাৰৰপৰা ৰক্ষা পৰিবৰ কাৰণে ৰ'দৰ তাপেই সিহঁতৰ একমাত্ৰ নিশ্চিত আশ্ৰয়।

জমীদাৰ-বাবীৰ কম্পাউণ্ডৰ বাহিৰত থকা মছজিদৰ পৰা তেতিয়া হাফিজ চাহেবৰ কণ্ঠৰ কোৰাণ পঢ়াৰ শব্দ ওপঙি আহিছিল, শব্দবোৰ অস্পষ্ট হৈ এটা সুৰৰ, এটা গভীৰ ৰাগৰ ৰূপ লৈছিল। হাফিজ চাহেবে কোৰাণ যথেষ্ট চিয়ঁৰি পঢ়িছিল—যেন জমীদাৰৰ কাণত পেলাবৰ কাৰণেই।

জাববোৰ ভাঠ কুঁৱলী হৈছিল।

কুঁৱলীবোৰ জাৰ হৈছিল।

বেলিটোৱে মুখ দেখা দিবৰ যত্ন কৰিছিল।

মানুহবোৰে ব্যস্তভাৱে অহাযোৱা কৰিছিল।

জমীদাৰৰ ঘৰৰ ওপৰ মহলাত ভেতিয়াও সকলোকে কোমল দামী লেপৰ মিঠা উমে হেঁচি ধৰি আছিল। কাৰোবাৰ টোপনি ভাগিছিল যদিও, বিচনা এৰি কোনোৱেই উঠি অহা নাছিল।

প্ৰয়োজনো নাছিল!

জমীদাৰ বাৰীৰ চৌদিশ ওখ পকা বেৰ দি ঘেৰা। বাতি তলা মাৰি বন্ধ কৰি ৰখা হয় লোহাৰ গেট, তথাপি সশস্ত্ৰ দাৰোৱান গোটেই বাতি দুৱাৰত থিয় দি থাকে।

তাৰ উপৰি বাহিৰ 'চ'ৰাৰ বাৰান্দাত বন্ধা থাকে প্ৰকাণ্ড দুটা এল্‌ছেছিয়ান কুকুৰ, জমীদাৰ মোহম্মদ মোদব্বিৰ হবিব কিব্‌ৰিয়া চৌধুৰী খান্দানী খিতাপী সুৰক্ষিত বিখ্যাত ধনী প্ৰতাপশালী জমীদাৰ। গোটেই বংগদেশত তেওঁৰ নামখ্যাতি বৈ বৈ যোৱা। বৃটিছ চৰকাৰে জমীদাৰক দিছে খান বাহাদুৰ খিতাপ, মোদব্বিৰ চৌধুৰী জমীদাৰ,—হবিব কিব্‌ৰিয়া জমীদাৰ, খান বাহাদুৰ জমীদাৰ— যিয়ে যি বুলিয়ে নকওক, সেই একেজন জমীদাৰকে বুজায়—প্ৰখ্যাত চিকাৰী, প্ৰখ্যাত ধনী, প্ৰখ্যাত মানী খান বাহাদুৰ চৌধুৰী জমীদাৰ চাহেব!

কাষত মেটমৰা ভাৰখন লৈ জহুৰ মিয়া আহি জমীদাৰ বাৰীৰ লোহাৰ গেটখনৰ বাহিৰত ৰ'লহি।

জহুৰৰ পিন্ধনত এখন আধাকটা পাতল পুৰণি চাৰখানা লুঙী, গাত কোনো চোলা কাপোৰ নাই। মুখত এমুখ দাড়ি, মাজে মাজে দুই এডাল পকিছে। মূৰৰ চুলি চুটিকৈ কটোৱা—প্ৰায় খুৰোৱাৰ নিচিনাই।

গধুৰ ভাৰখন কঢ়িয়াই অনাৰ কাৰণে সি এই জাৰতো ঘামিছিল। চোলা কাপোৰ নোহোৱা তাৰ বুকুখনৰ ওপৰত ঘামৰ টোপালবোৰ গোট মাৰিছিল। নিয়ৰ লাগি তাৰ দাড়ি গোঁফবোৰ সেমেকিছিল, তাৰ মূৰত পিন্ধি থকা তেল চিকতি লগা কপাহী কাপোৰৰ বগা টুপীটো মূৰতে লিপিট খাই লাগি ধৰিছিল।

জহুৰ মানুহটো হটঙা, বৰ ওখ নহয় যদিও, চাপৰো নহয়, নিয়মীয়া। হাত ভৰিবোৰ আটিল, গাঠলু। কঠোৰ কায়িক শ্ৰম কৰাৰ কাৰণে মাংসপেশীবোৰ বলিষ্ঠ।

ভাৰখন নমাই থৈ জহুৰে এবাৰ ভিতৰৰ ফালে চালে, তাৰ পাছত হাতখনেৰে দাড়ি আৰু গোঁফত লাগি অহা নিয়ৰবোৰ মোহাৰিলে। তাৰ পাছত ভাৰৰ পাচি এটাৰ এচুকে ভৰাই অনা ধঁপাতৰ চিলিমটো উলিয়াই আনি ফুৰাই জ্বলালে আৰু থিয়ৈ থিয়ৈয়ে ধঁপাত হুপিব ধৰিলে।

এনেতে ভিতৰৰ পৰা কোনোবা এটা আহিল, তাৰ মুখলৈ এবাৰ চালে তাৰ পাছত প্ৰকাণ্ড ছবি এটাৰে গেটৰ প্ৰকাণ্ড পিতলৰ তলাটো খুলিলে।

এনেতে আৰু এখন ভাৰ লৈ এটা চেমনীয়া ল'ৰা জহুৰৰ কাষতে ৰ'লহি। তাৰ মূৰত টুপী নাই, এখন লুঙী আৰু এটা গেঞ্জী পিন্ধিছে। তাৰ বয়স চৌধা-পোন্ধৰ বছৰমান হ'ব। ল'ৰাটো মিঠাবৰণীয়া, গায়ে গাঢ়ীয়ে জহুৰৰ নিচিনাই আটিল, থাউকাল।

গেটখন মেল খালত জহুৰে ভাৰখন কান্ধত তুলি ল'লে, তাৰ পাছত ভিতৰলৈ সোমাই গ'ল, তাৰ পিছে পিছে কান্ধত ভাৰেৰে ল'ৰাটোও গ'ল। গেটখন খোলা থাকিল।

ক্ৰমে বেলিৰ পোহৰ কুঁৱলী ভেদি উজ্জ্বল হৈ উঠিছিল। জাৰ কিন্তু অকণো কমা নাছিল।

চৰ্দাৰটোৰ পিছে পিছে জহুৰ আৰু ল'ৰাটো জমীদাৰৰ দালানৰ বাহিৰ চ'ৰাৰ কাষেদি বৈঠকখানাৰ বাৰান্দাৰ কাষলৈ আগ বাঢ়িল।

ইতিমধ্যে ৰান্ধনিশালৰপৰা তিনিটা মানুহ ওলাই আহিল, ভিতৰৰ পৰাও আৰু দুটা মানুহ ওলাই আহিল। সকলোৱে জহুৰৰ ভাৰৰ পাচি দুটালৈ চালে। এটাই গণনা কৰিলে : দুয়োটো পাচিতে মুঠতে তেৰটা বৌ আৰু বাহু মাছ। একেবাৰে জীয়া—দুটামান অলপ আগতে মৰিছে। দুটামানে এতিয়াও কাণ জোকাৰি চটফটাই আছে।

ল'ৰাটোৰ পাচিত বৰ বৰ ফুলকবি, বৰ বেঙেনা, ধনীয়া আৰু পালেং শাক। থোৰালি থোৰালি কেঁচা শাক, ক'তো এখিলাও শুকান বা জহি বা মৰহি যোৱা পাত নাই।

"কোন বিলৰ অ'—?" এটাই সুধিলে।

"জমীদাৰ চাহেবে অন্য বিলৰ মাছ খায় নেকি? চৰ গাজীৰ বিলৰ। চকু নথকায়ো দেখিলেই চিনিব পাৰিব।" জহুৰে ক'লে।

এটাই হাতেৰে লাৰিচাৰি চাই, এটা মাছলৈ দেখুৱাই ক'লে, "এইটো অলপ কম ৰঙা যেন দেখিছোঁ। এইটোও গাজীৰ বিলৰ নে বাৰু?"

জহুৰে আৰু টান মাতেৰে ক'লে, "কিমান কম ৰঙা দেখিলি অ'? তোৰ সৰুজনী ঘৈণীয়েৰৰ মুখখনতকৈ বেছি ৰঙা—ভালকৈ এবাৰ চাই ল।"

তাৰ ঘৈণীয়েকৰ প্ৰসংগটো ওলোৱাৰ কাৰণেই হয়তো আৰু তাৰ ঘৈণীয়েকৰ মুখখনৰ ৰঙা ৰঙা বুলি কোৱাৰ কাৰণেই হয়তো সি খং নকৰি ক'লে, "গাজীৰ বিলৰ বৌ মাছ ৰঙা নহৈ জহুৰ মিয়াৰ ঘৈণীয়েকৰ—"

"এই চুপ্—" এনেতে কোনোবা এটাই ক'লে।

সকলো চুপ হৈ গ'ল।

ওপৰৰপৰা চিৰিয়েদি জমীদাৰ চাহেব আৰু সমবয়সীয়া আন এজন মানুহ গহীন গহীনকৈ খোজ দি নামি আহিছে। সকলো সন্ত্ৰস্ত হ'ল। জহুৰে এবাৰ পাচিৰ মাছখিনিৰ ফালে আৰু এবাৰ ভিতৰৰ ফালে চালে। তাৰ চকুত শংকা আৰু আশা স্পষ্ট হৈ উঠিল।

জমীদাৰ চাহেব আহি বাৰান্দাত ৰ'লহি। লগৰজনো ৰ'ল। আটায়ে কপাললৈ হাত তুলি চালাম কৰিলে। জমীদাৰে কাৰো চালামৰ জৱাব নিদিলে। আগেও নিদিয়ে।

"জহুৰে মাছ আনিছে হুজুৰ।"

জহুৰে জাৰত ফটা ওঁঠ দুটাত এটা হাঁহি ফুটাই তুলিবৰ যত্ন কৰিলে।

"কোন বিলৰ ?" জমীদাৰ চৌধুৰীয়ে সুধিলে।

"হুজুৰ—গাজীৰ বিলৰ, শেহ ৰাতি মাৰি আনিছো।"

চৌধুৰীয়ে চকুৰে ইংগিত দিলে। মাছভাৰ তেওঁৰ গুচৰলৈ নিয়া হ'ল। তেওঁ মাছখিনিলৈ এবাৰ চালে।

"চাওঁ, এটা উঠাচোন--"

এটা মানুহে প্ৰায় ৮ সেৰ ওজনৰ বৌ এটা চকুৰ আগত দাঙি ধৰিলে। "এইটো কিমান দীঘল, জোখ—"

সেইদৰে ধৰি থকাতে এটাই হাতৰ জোখ দি মাছটো জুখিলে, এহাত এমুঠন হ'ল।

"মই তোক কিমান ডাঙৰ বৌ ধৰিবলৈ হুকুম দিছিলোঁ ?"

কঠোৰ মাতেৰে জমীদাৰ চৌধুৰীয়ে ক'লে।

এনেতে হাতত এডাল সোঁকা লৈ এটা মটহা গোফাল মানুহ জমীদাৰৰ কিছু আঁতৰত থিয় দিলেহি।

ভয়ত কুচিমুচি জহুৰে দুয়ো হাত যুৰি কলে, "গোটেই ৰাতি জাল বালোঁ হুজুৰ। ইয়াতকৈ ডাঙৰ বৌ আৰু ধৰা নপৰিল। বিলত নায়েই কিজানি।"

"হাছিমপুৰৰ জমিদাৰ আজি মোৰ ঘৰত আলহী। এমুঠি খানা খুৱাম। মই কোৱা নাছিলোঁ চব বৌমাছ দুহাত দীঘল হ'ব লাগিব। ডেৰহতীয়া বৌ খুৱালে এই জমীদাৰৰ ইজ্জত ৰক্ষা পৰিব ? উজ্জল সিং—"

হাতত সোঁকা লৈ উজ্জল সিং জমীদাৰৰ সন্মুখত থিয় হ'ল।

"গাজীৰ বিলত দশ দশ হাত লম্বা বৌ থাকে। বেঙ্গমানে দ' পানীত নেনামি বামৰপৰা এই কণ কণ বৌ পোৱালিকেটা ধৰি আনিছে, তাক অলপ বখছিছ দে।"

কোৱাৰ লগে লগে উজ্জ্বল চিঙে জহুৰৰ পিঠিত গাৰ বলেৰে সৌকাৰ কোব বহুৱাই দিলে। জহুৰে অকণো লৰচৰ নকৰি থৰ লাগি বৈ থাকিল। হাছিমপুৰৰ জমীদাৰে হাঁহি হাঁহি ক'লে, "বেঙ্গমানী কৰা ইহঁতৰ স্বভাৱেই। সৌকাৰে কোবাই এই বেঙ্গমানহঁতক ইমানদাৰ কৰিব নোৱাৰে।"

তুয়ো জমীদাৰ ফুলনিৰ ফালে গ'ল।

জহুৰৰ পিঠিৰপৰা তেজ বৈ আহিল।

নিশ্চল স্থিৰ মাতেৰে জহুৰে ক'লে, "মোৰ পিঠিত বেত মাৰিলে পাচিৰ ডেঢ়হতীয়া বৌ মাছ তুই হতীয়া হৈ নেযায়। গোটেই ৰাতি এই মাঘমহীয়া জাৰত পানীত বুৰ মাৰি মাৰি জাল মাৰিছোঁ। বিলত মাছ নেথাকিলে মই টানি এহতীয়াক তুহতীয়া কৰিব পাৰোঁনেকি?"

কোনোবা এটাই কলে, "যা যা, তুহতীয়া দিয়া হ'লেও তুকোব নোখোৱাকৈ সাৰি যাব নোৱাৰিলিহেঁতেন, আমাৰ পিঠিতো আল্লাই জমীদাৰৰ সৌকাৰ কাৰণেই বনাইছে। এই ল' ল' মাছবোৰ নে, সোনকালে কুটাবছা নকৰিলে সময়মতে জমিদাৰৰ খানা নহ'বগৈ।"

জমীদাৰহঁত কিছু দূৰলৈ আঁতৰি যোৱা দেখি এটাই হুকাত চিলিম জলাই আনি, তুহোপামান মাৰি জহুৰলৈ আগবঢ়াই দিলে, জহুৰে লৈ হুকাত মুখ দি ধোঁৱাবোৰ পেটলৈ গিলি দি নাকেৰে উলিয়াই দিব ধৰিলে। হুকাত মুখ দি সি যেন জাৰ লগাৰ কথা, মাৰ খোৱাৰ কথা সকলো পাহৰি গ'ল। তাৰ কাষে থিয় হৈ থকা কাহটো সামৰি সি এটাক ক'লে, "ঐ কোনোবা বৌ এটা বৰ বঙা নহয় বুলিছিলি নহয় নে, মোৰ পিঠিৰপৰা তেজ ওলাইছে, তাৰে অলপ সানি দে। জমীদাৰে খাই সোৱাদ পাব।"

তাৰ কথাটোত সিহঁতে আমোদ পালে।

এটাই ক'লে, "বৰ ভাল কথাবাৰ কৈছ দে। তাতকৈ গাজীৰ বিলত নামি তোৰ গাৰ তেজবোৰ ধুই পেলাগৈ, পানীও ৰঙা হৈ যাব, মাছো ৰঙা হৈ যাব।"

মাছবোৰ বাকি দি ভাৰ পাচিযোৰ লৈ জহুৰে ক'লে, "মাৰ পিট চব সহ্য কৰিব পাৰোঁ বুজিছ—কিন্তু এই বেঈমান বুলিলে বৰ টান লাগে, একদম কাটি দিবৰ মন যায়।"

"বুলিব লাগে কোনে আৰু বোলে কোনে—" এটাই নিজকে কোৱাদি ক'লে।

তাৰ পাছত আঁতৰি গ'ল।

অতপৰে থিয় দিয়াতে থৰ লাগি শাকৰ ভাৰ অনা ল'ৰাটো ৰৈ আছিল। তাৰ চকুহাল ডাঙৰ হৈ গৈছিল। তাৰ দাঁত দুপাৰি লগ লাগি গৈছিল। ইমান জাৰতো তাৰ গাটো ঘামি গৈছিল, সি বুজিব নোৱৰা ধৰণে মানুহবোৰলৈ চাইছিল।

তাৰ ফালে ঘুৰি চাই জহুৰে ক'লে, "বস্তুবোৰ দে, যাওঁ ব'ল, বহুত কাম পৰি আছে।"

ল'ৰাটোৱে এবাৰ জহুৰৰ মুখৰ ফালে খঙেৰে চালে, তাৰ পাছত পাচিৰ কাঠচাঠবোৰ মাটিত ঢালি দিলে আৰু কাকো একো নোকোৱাকৈ পাচি দুটা আৰু কাণমাৰিডাল লৈ জমীদাৰৰ ঘৰৰ পকা বেৰ দিয়া বাৰীৰ সীমাৰ বাহিৰ ওলাই আহিল।

অলপ পাছতে জহুৰো ওলাই আহিল।

তেতিয়া কুঁৱলীৰ বুকু ফালি ব'দ মুকলিকৈ ওলাইছিল, জাৰ কিছু কমিছিল। আলিবাটেদি মানুহবোৰ অহাযোৱা কৰিছিল, জমীদাৰৰ হাউলিৰ হাঁহি খিকিন্দালিৰ শব্দ চাৰিওফালে বিয়পি পৰিছিল।

সিহঁত দুয়ো থৰথুজীয়াকৈ ৰাজআলি এৰি ধাননি পথাৰৰ মাজেদি ওলোৱা বাটেদি ঘৰমুৱা হৈ আগ বাঢ়িছিল।

কিছু দূৰ নিবৱে পাৰ হ'ল।

"বাবা—"

"হোঁ—"

"তোক কেলেই মাৰিলে ?"

"তই তাৰ কথাকে এতিয়াও ভাবি আছনেকি, সেইবোৰ একো কথা নহয়, তই ভবাৰ দৰকাৰ নাই।" জহুৰে ক'লে।

"মই আগে কোনো দিন এই জমীদাৰ বাৰীৰ ভিতৰলৈ অহা নাই, আজি আহিছিলোঁ, আৰু নাহোঁ।"

তাক বুজোৱাৰ ধৰণে জহুৰে ক'লে, "চৌধুৰী খান্দানী জমীদাৰ, কত কালৰপৰা জমীদাৰী কৰি আহিছে। আমাৰ চৌধ্যপুৰুষ জমীদাৰৰ প্ৰজা হৈ আহিছোঁ। হাছিমপুৰৰ জমীদাৰ আহিছে—সমান জমীদাৰ। জমীদাৰ পৰিয়ালৰ ইজ্জত ৰক্ষা কৰাটো আমাৰ প্ৰজাৰ কৰ্তব্য। আলহীক খুৱাবলৈ দুই দুই হাত দীঘল বৌ মাছ লাগে, মই আজি ধৰিব নোৱাৰিলোঁ। চাৰি আঙুলকৈ চুটি হ'ল, ইজ্জতৰ কথা। জমীদাৰৰ ইজ্জত, ইজ্জত ৰক্ষা কৰিব নোৱাৰিলে আমি বেত খাবই লাগিব।"

কিছুপৰ একো নোকোৱাকৈ গৈ থাকি হঠাৎ ল'ৰাটোৱে কৈ উঠিল, "তইঁত চব মানুহ নহয়নেকি ? বেতো দিব আকৌ বেঈমান বুলি গালিও দিব। মই হ'লে জমীদাৰ চমীদাৰ একো নেমানো, এই কাণমাৰিৰে ঠিক কৰি দিলোহেঁতেন।"

"তেনেকৈ নক'বি বাবৰ। আল্লাই কাবোবাক ৰজা জমীদাৰ কৰিছে, কাবোবাক গোলাম প্ৰজা কৰিছে। আমি নিজে হওঁ বুলি কিবা এটা হ'ব নোৱাৰোঁ, সকলো আল্লাৰ ইচ্ছা।"

বাবৰ সন্তুষ্ট হ'ব নোৱাৰিলে। তাৰ চৈধ্য বছৰীয়া মনটো বিদ্ৰোহী হৈ উঠিল। কিন্তু জমীদাৰৰ ওপৰত থং উঠাতকৈ তাৰ বাপেকৰ ওপৰতহে বেছি থং উঠিল। কেলেই সি বুজিব নোৱাৰিলে।

ৰ'দজাক তাৰ ভাল লাগিছিল। ঠেটুৱৈ ধৰা জাৰত গোটেই ৰাতি শিল যেন চেঁচা পানীত নামি মাছ ধৰি আৰু অথনিৰপৰা জাৰত থাকি

এতিয়া ৰ'দজাক তাৰ বৰ সোৱাদ লাগিল। ক'ৰবাত বহি এচিলিম ধঁপাত খাই, অলপ জিৰাই ল'বৰ মন গৈছিল তাৰ। কিন্তু সময় নাই। মাঘ সোমালেই নৈপৰীয়া মাটিখিনি বাম খেতিৰ কাৰণে উলিয়াব লাগে। বেঙেনা কৰি মূলা জলকীয়াবোৰবো তলিতো কাম কৰিব লাগে।

কিন্তু প্ৰথমে ঘৰ পাই পানী তপতোৱাই গাটো ধুই ল'ব লাগিব। তেজবোৰ পিঠিত চেকুৰা বান্ধিছে। ধুই পেলাব লাগিব। বেলেগে ৰ'দ ল'বৰ সময় নহ'ব। পথাৰত কাম কৰি থাকোঁতেই পিঠিত ৰ'দজাক পেলাই কাম কৰিব লাগিব।

ৰঙালাওবোৰ ফুলিছেই হ'বলা, ৰঙা হালধীয়া কোমল কোমল ফুলবোৰ—বৰ মৰম লাগে।

সৰিয়হবোৰো ফুলিছে—গোটেইখন সোণ যেন হৈ পৰিছে। দুপৰীয়া সাজ খাবৰ কাৰণে তাৰে মাছ এটামান ঘৰত থৈ যাব পৰা হ'লহেঁতেন। নেলাগে, খালে দোঙে ক'ৰবাত গৰৈ কাৱৈ দুটা ধৰি যেনে তেনে ভাতমুঠি খাম। বেঈমানী কৰিব নেপায়। যাৰ কপালত আল্লাই যি ৰাখিছে, আমি না-চবুৰ হ'ব নেপায়।

বাম খেতি কৰা পথাৰখনৰ কথা ভাবি ভাবি জহুৰ আগ বাঢ়িল। ৰাবৰ ৰাটৰ কাষৰ কোনোবা এঘৰত সোমাল। তাৰ সমনীয়া জাফৰ আছে। দুয়ো একেলগে জমীদাৰে পাতি দিয়া মাদ্ৰাছাত পঢ়িছিল, আজি দুবছৰৰ আগতে দুয়োটাই পঢ়া এৰি দিছে। ইতিমধ্যে অৱশ্যে সিহঁতৰ কায়দা আমপাৰা আৰু কোৰাণ শৰীফৰ কিছু অংশ পঢ়া হৈ গৈছিল, ৰোজা-নামাজৰ নিয়তো মুখস্থ হৈছিল আৰু নামাজ পঢ়িবৰ জোখাৰে কোৰাণৰ কেইটামান চুৰাও মুখস্থ হৈছিল।

মাদ্ৰাছাৰ মৌলবীয়েই সিহঁতক অলপ উৰ্দুও পঢ়াইছিল আৰু বঙলা পঢ়িবলৈ শিকাইছিল গাঁৱৰে হাফিজ মাষ্টৰে। ইংৰাজী শিকাৰো ইচ্ছা আছিল। ৰাবৰে আনকি A B C D কেটা ফলিত লেখি লেখি শিকিছিলো, কিন্তু সিমানেই। হাইস্কুললৈ গৈ ইংৰাজী বঙলা

পঢ়া আৰু নহ'ল। খোদা বছুলক চিনিবৰ কাৰণে আৰবী উৰ্দু শিকিব পাৰিলেই যথেষ্ট। বাকী দুনীয়াদাৰীৰ কাৰণে ইংৰাজী বঙলা নিশিকিলেও কোনো ক্ষতি নাই।

সেই সময়ৰ সেই ঠাইত প্ৰচলিত জোখেৰে বাবৰে 'ইলিম' যথেষ্ট হাচিল কৰিলে। বোপা ককাৰ দিনৰপৰা খেতি কৰি মাছ মাৰি খাই আহিছে। এতিয়াও জহুৰৰ পৰা বাবৰে হাকিম মাষ্টৰ হ'বলৈ নেযায়, খেতি কৰি, মাছ মাৰি খাব, যিমানখিনি বিদ্যা আয়ত্ত কৰিছে, সেইয়া এক প্ৰকাৰ বেছিয়েই, তাৰ বয়সৰ গাঁৱৰ অন্য ল'ৰাই ছুটা আলিফ বে' শিকিয়ে মক্তব মাত্ৰাছা এৰে।

বাবৰ ল'ৰাটোৰ পঢ়াশুনাৰ ফালে ধাউতি অলপ বেছি বুলিহে।

জহুৰে আনকি ডাঙৰ কথাই মনে মনে চিন্তা কৰিছিল: বাবৰে যদি পঢ়োঁ বোলে, আৰু কিবা ৰকমে তাক যদি ইংৰাজী কিছু পঢ়াব পাৰি, সি কিজানি কেতিয়াবা এটা মণ্ডল হ'বগৈয়ে পাৰে। বংশৰ ল'ৰা এটা মণ্ডল হোৱাতকৈ বেছি আনন্দ আৰু গৰ্বৰ কথা কি হ'ব পাৰে।

কিন্তু সমনীয়াবোৰৰ লগতে বাবৰেও পঢ়া এৰি দিলে। জহুৰে আপত্তি নকৰিলে। জহুৰৰ তিনিজনী ঘৈণীয়েকৰ ভিতৰত ছোৱালী সাতজনী আৰু ল'ৰা মুঠেই ছুটা, বাবৰেই ডাঙৰ, ছোৱালী তিনিজনী পৰ্দা হ'লেই, সিহঁত বোৱা তোলা কৰিবৰ কাৰণে আজিকালি পথাৰলৈ নেযায়। জহুৰে অকলে কিমান কাম কৰিব? গতিকে বাবৰে এতিয়া বাপেকক খেতি পথাৰত সহায় কৰি নিদিলেই নহয়। সি ওখ পাখও হৈছে বেছ। কাম কৰিবলৈকো ভয় নকৰে, চৌধ বছৰ হৈ গ'ল। এই সময়তে ল'ৰাবোৰক টানি কামত লগাব লাগে, নহ'লে সিহঁতৰ মন ইফালে সিফালে যায়।

জহুৰহঁতেই লগ লাগি সিহঁতৰ গাঁও সোণাপাৰাৰ মছজিদটো সাজিছে। জমীদাৰ চৌধুৰীয়েও কিছু টকা দিছিল মছজিদ সাজিবৰ কাৰণে। জহুৰৰ ঘৰৰপৰা অলপ নিলগতে মছজিদটো, গাঁৱৰ মানুহ

সকলো নামাজী। জহুৰে পুতেক বাবৰকো নামাজী কৰি তুলিছে। পুতেক সদায় নামাজ পঢ়িবলৈ মছজিদলৈ ঠিকমতে যায়নে নেযায়, জহুৰে চকু ৰাখে।

বাবৰ যায়। তাৰ সমনীয়া আন ল'ৰাবোৰো যায়।

জহুৰৰ আনটো ল'ৰা সৰু—পাঁচ বছৰীয়া। সাতজনী ছোৱালী নহৈ সাতটো ল'ৰা হোৱা হ'লে জহুৰ বৰ সুখী হ'লহেঁতেন। কিন্তু খোদাৰ কামত নাৰাজ হ'ব নেপায়। আল্লাই যি দিছে তাতে খুছী হ'ব লাগে।

সাতজনী ছোৱালীৰ সাতোটা জোঁৱাই হ'ব। সিও বেয়া নহয়, জোঁৱাইকেটায়ো পথাৰে সমাৰে লাগি মেলি নিদি নেথাকে।

সৰু ল'ৰাটোও লাহে লাহে ডাঙৰ হ'ব।

জহুৰৰ এটা ডাঙৰ দুখ: তাৰ নিজৰ বুলিবলৈ এডৰা মাটিও নাই। সকলো জমীদাৰৰ মাটি, নৈৰ মাজৰ বালি চাপৰিত খেতি কৰা আৰু জমীদাৰৰ মাটিত খেতি কৰা একে কথা। চাপৰিৰ খেতি বাৰিষাৰ বাণে উটাই নিব পাৰে, জমীদাৰৰ মাটিৰ খেতিৰ শইচ জমীদাৰে মন গ'লে কাঢ়ি নিব পাৰে। নিজৰ ঘৰীয়াকৈ আনকি কবৰ ল'বলৈকো মাটি অকণ নাই।

আৰু কিবাকৈ দুপইচা গোটাই দুডৰা মাটি নিজৰ কৰি কিনি ল'বলৈকো কোনো দিন এটা টকাও ৰাহি কৰিব নোৱাৰে। ধান সৰিয়হ বেচি, মাছ শাক বেচি যি দুপইচা পায় তাৰে ঘৈণীয়েকহঁতৰ আৰু ল'ৰা ছোৱালীৰ কাপোৰকানি কিনোতেই যায়। তাৰ উপৰি খেতি কৰি খাই থকা জমীদাৰৰ মাটিকেডৰা তাৰপৰা আন কাৰোবাক যাতে দি নিদিয়ে তাৰ কাৰণেও মণ্ডল, দেৱানীহঁতক সন্তুষ্ট ৰাখিব লাগে, ধন ৰাচিব ক'ৰপৰা?

জমীদাৰৰ মাটিতে হ'লেও নিজে দেহেকেহে খাটি হ'লেও জহুৰে যে ল'ৰা ছোৱালীৰ মুখত ভাতমুঠি দি থাকিব পাৰিছে তাতে সি সন্তুষ্ট।

## দুই

এইয়া ১৯৩৬ চনৰ কথা।

মৈমনচিঙৰ কথা।

বংগদেশৰ কথা।

নাৱাব জমীদাৰ, জোতদাৰৰ বিলাস প্ৰভাৱ প্ৰতিপত্তি দব্‌দবাইৰ কথা। ভাৰতৰ বৃটিছ ৰাজত্বৰ একচ্ছত্ৰিতাৰ কালৰ কথা। জমীদাৰৰ মাটি বুকুত সাবটি প্ৰাণান্ত সংগ্ৰাম কৰি জীয়াই থাকিবৰ চেষ্টা কৰি কৰি মৰা ভূমিহীন কপৰ্দকহীন খেতিয়কৰ দুৰ্যোগভাৰাক্ৰান্ত সময়ৰ কথা। বংগদেশত ফজলুল হক, নাজিমুদ্দিন, ছোহৰাৱৰ্দিৰ শাসনকালৰ কথা। অসমত ছাৰ চাহুল্লা, ৰোহিণী চৌধুৰী, মুনৱ্বৰ আলিৰ মন্ত্ৰীত্বৰ কালৰ কথা।

বিদেশী সাম্ৰাজ্যবাদ শোষণৰ চেপাত জুকলা হোৱা অস্থি চৰ্মসাৰ ভাৰতীয় কৃষকৰ কথা।

ভাৰতীয় কৃষক তেতিয়া অসন্মান, অমৰ্য্যাদাৰ শেষ চাপত, সিহঁত পানীৰ ওপৰত ওপঙি থকা পুনি, শিয়াই মাটি নোছোৱে, সিহঁত পানীৰ সোঁতৰ লগে লগে গৈ থাকে, ওপঙি থাকে।

সিহঁতে লোকৰ মাটিত খেতি কৰে, সিহঁতে বিয়া কৰে, সিহঁতে নিকাহ কৰে, তালাক দিয়ে, ল'ৰা ছোৱালীৰ জন্ম দিয়ে, কাজিয়া কৰে, মাৰপিট কৰে, নামাজ পঢ়ে, ৰোজা ৰাখে, ধনী দুই চাৰিটাই হজো কৰে, জাকাতো দিয়ে।

কোনো কোনোৱে ধন ধাৰলৈ দি সুদো খায়, যদিও জানে— সুদ হাৰাম।

মাটিৰ বুকুত সিহঁতে জীৱন বিচাৰে, নদীৰ বৰ চাপৰিত, গহন হাবিত সিহঁতে মাটি বিচাৰে। মাটিক সিহঁতে মৰম কৰে নিজৰ মাকক মৰম কৰাৰ নিচিনাকৈ, নিজৰ ল'ৰা ছোৱালীৰ মাকজনীক মৰম কৰাৰ নিচিনাকৈ; নাৰীৰ গৰ্ভত জীৱনৰ কঠীয়া সিঁচাৰ নিচিনাকৈ মাটিৰ গৰ্ভতো সিহঁতে কঠীয়া সিঁচে—শস্য উৎপাদনৰ কাৰণে, মৰাপাটৰ সোণালী সূতা উৎপাদন কৰিবৰ কাৰণে।

এই খেতিয়ক মানুহখিনিৰ কাৰণে জীৱন বিচৰা মানে মাটি বিচৰা, মাটি মানে জীৱন বিচৰা, মঙহ-খোৱা বনৰীয়া জন্তুৱে চিকাৰৰ বস্তুৰ গোন্ধ লৈ ফুৰাৰ দৰে সিহঁতে মাটিৰ গোন্ধ লৈ ফুৰে, য'তে খেতিৰ মাটি আছে তালৈকে সিহঁত যাব, যিমান দুৰ নহওক কিয় যিমান দুৰ্গম নহওক কিয়, খেতিৰ মাটিয়ে সিহঁতক মাতে, সিহঁতৰ শৰীৰৰ সিৰা-উপসিৰাত সেই আহ্বানৰ কঁপনি উঠে। মাটিৰ গোন্ধ পালে মাটিৰ সন্ধান পালে সিহঁত উদ্বাউল হয়। মাটি মানেই জীৱন।

মাটিৰ মোহ সিহঁতে এৰিব নোৱাৰে, সেই বাবেই নানা উৎপীড়ন অত্যাচাৰ সহ্য কৰিও সিহঁতে জমীদাৰৰ মাটিকে আঁকোৱালি ধৰি থাকে। মাটিৰ কাৰণেই খাটি দিয়ে, মাটিৰ কাৰণেই ভায়ে ভায়ে কটাকটি কৰে, কজিয়া কৰে, মোকৰ্দমা কৰে।

সিহঁতে আৰু কাকো নেজানে, চকুৰে নেদেখা আল্লাক জানে, আৰু মাজে মাজে চকুৰে দেখা পোৱা জমীদাৰক জানে। ক'ৰবাত বিলাতত নে দিল্লীত ইংৰাজ চৰকাৰ থাকে, সিহঁতে দেখা নাই, ক'ৰবাত কলিকতা নে ঢাকাত কোনোবা ফজলুল হক, কোনোবা নিজামুদ্দিন কোনোবা প্ৰাইম মিনিষ্টাৰ থাকে—সিহঁতে নেজানে।

সোণাপাড়া গাঁৱৰ কৃষক জহুৰহঁতে জানে গাঁৱৰ মাজৰে ৰাজ অট্টালিকাত থকা জমীদাৰ মোহম্মদ মোদব্বিৰ হবিব কিব্‌ৰিয়া চৌধুৰী চাহেবক, সিহঁতৰ মুখে মুখে জমীদাৰ পৰিয়ালৰ দহ পুৰুষৰ নানান মুখৰোচক সাধুকথা। অবিশ্বাস্য হ'লেও যিবোৰ সাধুকথাক মিছা বুলি কোৱাৰ সাহস কাৰো নাই।

বৰ্তমানৰ জমিদাৰ হবিব কিব্‌ৰিয়া লেখনিয়াৰ মানুহ, শিক্ষিত মানুহ। ঢাকাত পঢ়িছিল, কলিকতাত পঢ়িছিল, বিলাতলৈকো গৈছিল। বিলাতলৈ গৈ মেম বিয়া কৰাই ঘূৰি অহা নাছিল কিন্তু বংগদেশৰ অন্যান্য জমীদাৰৰ ল'ৰাৰ নিচিনাকৈ বিলাতৰ পৰা কমিউনিষ্ট, ছ'ছিয়ালিষ্ট বা এনাৰ্কিষ্ট হৈও ঘূৰি অহা নাছিল। জমীদাৰৰ ল'ৰা জমীদাৰ হৈয়ে ঘূৰি আহিছিল।

মানুহজন চৌখীন। জমিদাৰীৰ আয় প্ৰচুৰ, ব্যয় সামান্য—এটা হস্পিতাল পতা, দুটা স্কুল পতা, তিনিটা মছজিদ সজোৱা, চাৰিটা আলিবাট বন্ধোৱা ইত্যাদি।

বাকী খৰচ হয় জমীদাৰৰ নতুন ঘৰ সজোৱাত, নতুন ফুলনি পতাত, ডাঙৰ পুখুৰী খনোৱাত, মটৰ গাড়ী কিনাত, বিলাতী বন্দুক বাৰুদ কিনাত, ঘোঁৰা কুকুৰ কিনাত।

আৰু খৰচ হয় দামী দামী কাপোৰকানি, আ-অলংকাৰ কিনাত, অন্য জমিদাৰীৰ জমীদাৰক নিমন্ত্ৰণ কৰি খুউৱাত, গানৰ গজলৰ মজলিছ পতাত, বজাঘৰীয়া বিষয়া আহিলে আদৰ আপ্যায়ন কৰি ভোজভাত খুউৱাত।

হবিব কিব্‌ৰিয়া চৌধুৰীয়ে বিয়া কৰাইছে। বিয়া কৰাবৰ ভালেমান বছৰ হ'ল। চৌবিছ বছৰ বয়সতে ঢাকাৰ ফালৰ কোনোবা জমীদাৰৰ ঘৰৰ ছোৱালী বিয়া কৰাইছিল। এতিয়া তেওঁৰ ডাঙৰ পুতেকৰ বয়সেই হ'ল উনৈছ বছৰ। ঢাকাত কলেজত পঢ়িছে, শনিবাৰ, দেওবাৰ, বন্ধ, ছুটি যেতিয়াই মন যায় ঘৰলৈ আহে। বাপেকৰ বন্দুক লৈ চিকাৰ কৰে, মানুহ লগাই পুখুৰী বিলত মাছ মৰোৱায়, নিজেও বৰশী বায়, আৰু কেতিয়াবা কেতিয়াবা নিজৰ জমীদাৰীৰ ভিতৰৰ আৰু ওচৰ-পাজৰৰ গাঁৱৰ বিখ্যাত বাউল ভাটিয়ালী মুৰ্শিদা গীত গোৱা গায়ন মতাই আনি গানৰ আসৰ পাতে।

ডেকা জমীদাৰে আয়োজন কৰা এনে সংগীত উৎসৱ কেৱল জমীদাৰৰ পৰিয়ালৰ উপভোগৰ কাৰণে আহুতীয়াকৈ ৰখা নহয়,

এনে উৎসৱ সকলো প্ৰজাই উপভোগ কৰাৰ সুবিধা পায়। তাৰ বাবে প্ৰয়োজনীয় ধন খৰচ কৰাত জমীদাৰ কিব্‌ৰিয়াই অকণো কাৰ্পণ্য নকৰে।

এনে গীত মাতৰ সভাত মুকলিভাৱে যোগদান কৰিবলৈ সুযোগ দিয়াৰ কাৰণে প্ৰজাবিলাকে ডেকা জমীদাৰ মোজাম্মিল চৌধুৰীক ভাল পায়, শ্ৰদ্ধা ভক্তি কৰে। কেতিয়াবা এনেকুৱা গীত উৎসৱৰ কাৰণে মোজাম্মিলে নগৰ ডেকাল'ৰাও লৈ আহে।

আসৰ জমে।

গায়কইঁতে প্ৰাণৰ দৰদ দি ভাটিয়ালী গায়, বাউল গায়, জাৰী গায়, দৰবেশী গায়।

জীৱনৰ সকলো দুখ নিগৰি অহা অন্তৰ্দাহী বেদনাৰ গীত নিৰক্ষৰ কৃষকৰ কণ্ঠৰপৰা যেতিয়া বতাহত বিয়পি পৰে তেতিয়া কাৰোবাৰ চকুপানী ওলায়, কাৰোবাৰ ডিঙি শুকায়, কাৰোবাৰ বুকু টিপটিপ কৰে।

আনকি দুখ কি বুজি নোপোৱা জমীদাৰ পৰিয়ালৰ লোকসকলো এক অজানিত বেদনাত অভিভূত হয়, এক প্ৰাচীন চিৰন্তন বেদনাৰ স্পৰ্শই সকলোকে সমান কৰি পেলায়।

উৎসৱ হৈ যোৱাৰ ভালেমান দিনৰ পাছলৈকে গাঁৱৰ ল'ৰা ছোৱালীবোৰে গীতবোৰ চিয়ঁৰি চিয়ঁৰি গায়।

কোনোবাই সুৰত গায়।

কাৰোবাৰ বেসুৰা হয়।

সমগ্ৰ অঞ্চলটো গীতৰ সুৰেৰে ভৰি পৰে।

এইবোৰ গীতৰ কথা আৰু সুৰ জীৱনৰ বাহিৰৰপৰা অহা নহয়। এইবোৰ গীত আহে মাটিৰ বুকুৰপৰা, নদীৰ বুকুৰপৰা, অৰণ্যৰ বুকুৰপৰা, মুকলি পথাৰৰ শূন্যতাৰ বুকুৰপৰা, কৃষকৰ উশাহ নিশাহৰ কঁপনিৰ বুকুৰপৰা। এই গীতবোৰৰ সুৰে জীৱন আৰু মৰণক একাকাৰ কৰি দিয়ে, সমগ্ৰ মাটি সুৰেৰে সুৰময় হৈ উঠে।

মাঘ শেষ হ'ল।

ফাগুনবো আধাআধি গ'ল।

উদাস বসন্তৰ মোহন আবেষ্টনী। জাৰ কমি গৈছে। ধান দোৱা চপোৱা শেষ কৰাৰ আনন্দত সোণাপাড়া গাঁৱৰ খেতিয়কইঁতৰ মনত আনন্দ। খেতিয়কইঁতে এতিয়াও দিনবোৰ পথাৰতে কটায়। তথাপি যেন এতিয়া বাৰিষাৰ শালী খেতিৰ দিনৰ শ্ৰমৰ কঠোৰতা নাই।

এদিন কথাটো অঞ্চলটোৰ 'ইমূৰৰপৰা সিমূৰলৈ বনজুই বিয়পাদি বিয়পি গ'ল, কণাকণি, কোৱাকুই, চিয়ঁৰা চিয়ঁৰি।

"শুনিছ, ডেকা জমীদাৰে গানৰ আসৰ পাতিছে?"

"এইমাত্ৰ শুনিলোঁ, সঁচাতো?"

"তাৰিখ ক'ব পাৰ? দিন বাৰ জান?"

"এইবাৰ কাক কাক মাতিব? ঢাকা কুমিল্লা ছিলেট চট্টগ্ৰামবো গায়েন আহিব বোলে?"

"আমাৰ ইয়াৰ ফজলু ওস্তাদ, হালিম ফকীৰ, জয়নুল মিঞাক এইবাৰ নেমাতিব নেকি?"

"এইবাৰ বোলে গ্ৰামোফোনত গান ৰেকৰ্ড কৰা কোনোবা গায়কো আহিব।"

"গায়ক নে গায়িকা?"

"বাক আমাৰ যে জহুৰৰ পুতেক বাবৰ। সিতো বৰ ভাল বাউল গায়—"

"ভাটিয়ালীও ভাল গায়—"

"তাৰ গলাও বৰ মিঠা।"

"তাক বাক গাবলৈ মাতিবনে?"

"মোজাম্মিল চৌধুৰীয়ে বা তাৰ কথা জানেনে নেজানে?"

নানাজনে নানা আলোচনা কৰিলে। যিয়ে আহক বা যিয়ে নাহক, যাকে মাতক বা যাকে নেমাতক জমিদাৰবাবীৰ গানৰ আসৰ যে হ'ব, সেইটোকেই সকলোৰে বাবণে অতি আনন্দৰ কথা।

ডাঙৰ ৰভা দিব। সকলোকে বহিবলৈ দিব। দিন যেন পোহৰ দিয়া লাইট জ্বালিব। আহিবপৰা বুঢ়া, ডেকা, ল'ৰা, ছোৱালী সকলো আহিব। জমীদাৰ বাৰীৰ জমীদাৰ জমীদাৰনীহঁতো আহিব। বিৰাট উৎসৱ হ'ব, আনন্দমেলা হ'ব।

গোটেই ৰাতি—এদিন নহয়। দুদিন নহয়, তিনি দিন গান চলিব।

গাঁৱৰ মানুহবোৰ গান শুনি শুনিয়ে টোপনি যাব।

কিযে মজাৰ কথা হ'ব!

কিমান যে আনন্দৰ কথা হ'ব।

অৱশেষত কথাটো সঁচা বুলি জনাজনি হ'ল।

আসৰ হ'ব।

কোনোবা কোনোবাই ক'লে যে এইবাৰ গান ডাঙৰ কৰা যন্ত্ৰ এটাও হেনো আনিব।

এই অঞ্চলৰ ভিতৰত জমিদাৰবাৰীৰ ভিতৰৰ মছজিদৰ ইমাম আৰু মোৱাজ্জিন কালাম ছেখৰ মাতেই আটাইতকৈ ডাঙৰ আৰু সুললিত। কালাম ছেখে যেতিয়া আজান দিয়ে তেতিয়া বাটৰ বাটৰুৱায়ো দূৰ দূৰণিৰপৰা থৰ লাগি ৰৈ শুনে। শুনিলে শুনি থাকিবৰ মন যায়। কালাম ছেখৰ ফজৰৰ আজানৰ মাত তিনিখন গাঁৱে শুনে।

কিন্তু মাত ডাঙৰ কৰা যিটো যন্ত্ৰ অনাৰ কথা কৈছে তাৰে হেনো মাতটো ইমান ডাঙৰ কৰিব পাৰি যে ঢাকাত কথা ক'লে মৈমনচিঙত শুনিব পাৰি।

সেই যন্ত্ৰটো যদি সঁচাকৈয়ে আনে, তেনেহলে গাঁৱৰ মাইকী মানুহবোৰে ঘৰতে থাকি গান-বাজনা শুনিব পাৰিব। ঘৰৰপৰা লাহিলেও হ'ব।

গাঁৱৰ কোনেও এতিয়ালৈকে সেই যন্ত্ৰটো দেখা নাই। সি কেনেকুৱা হ'ব পাৰে তাকে লৈও কিছু আলচ-বিলচ হ'ল।

প্ৰত্যেকে নিজৰ নিজৰ কল্পনা ধাৰণামতে ক'লে, কাজিয়া হওঁ হওঁ হৈও নহ'ল, কোনোবাই গুৰুগম্ভীৰ মন্তব্য দিলে, "আনে যদি সকলোৱে দেখিবি। নেদেখাকৈয়ে কাজিয়া কৰি মৰিছ কিয়, তইঁতে কৈছ হয় মোৰ কিন্তু বিশ্বাস হোৱা নাই। মানুহৰ মাতটো কেনেকৈ ডাঙৰ কৰিব অ' ?'

অৱশেষত ফাল্গুনৰ ২৩ দিন যোৱাত জমীদাৰ বাবীৰ গানৰ আসৰ হ'ব বুলি ঘোষণা কৰা হ'ল।

ঈদ-বক্‌ৰিদ ঘৰে ঘৰে চুবুৰিয়ে চুবুৰিয়ে হয়, তাতো আমোদ আহ্লাদ হয়।

কিন্তু এই উৎসৱৰ আনন্দই সুকীয়া। এই বিষয়ত আমাৰ জমীদাৰক কোনো ছালাই নোৱাৰে।

বাবৰে ভাটিয়ালী বেয়া নেগায়। তাৰ মাতটো বৰ মিঠা। জহুৰেও কেতিয়াবা মন ভাল লাগিলে বাউল, মুৰ্শিদা গায়, কিন্তু তাৰ মাতটো আগৰ নিচিনা মিঠা হৈ থকা নাই। আৰু ইমান খাটনি খাটিব লাগে যে গান ভাল গাবলৈ আজৰিকে নেপায়।

বাবৰ দিনে দিনে ডেকা হৈ আহিছে। তাৰ গলাও খুলি আহিছে। আৰু মাজে মাজে সি গৈ চৰকাৰপাড়াৰ অৰবিন্দ ওস্তাদৰ তবলাৰ লগত মিলা হয়।

গান গায় হেনো।

অৱশ্যে এই কথা গাঁৱৰ মানুহে বহুতে নেজানে।

বাবৰকো ভাটিয়ালী গাবলৈ দিবৰ বাবে জমীদাৰক অনুৰোধ জনাবলৈ মছজিদৰ ইমাম কালাম ছেখক কোনোবা কোনোবাই ক'লে, বাবৰে কোৰাণৰ কেৰাত যে বৰ ভাল পঢ়ে কালাম ছেখে জানে।

কালাম ছেখে ক'লে, "তাৰ গান কোনোবাই শুনিব জানো ? তইঁতৰ বিটো ভাল লাগে, সেইটো জানো জমীদাৰৰ ঘৰৰ মানুহৰ ভাল লাগিব ? মই বাৰু ক'ম। গাবলৈ দিয়া নিদিয়া তেওঁলোকৰ কথা। তাক বাৰু ভালকৈ শিকি থবলৈ ক।"

## তিনি

যিবোৰ মানুহৰ আজৰি আছে, যিবোৰ মানুহৰ সময়ৰ লেখ লোৱাৰ অৱকাশ আছে, সেইবোৰ মানুহে বাহিৰৰ পৃথিৱী আৰু মনৰ ভিতৰৰ পৰিৱৰ্তনবোৰৰ খবৰ ৰাখিব পাৰে। সেইবোৰ মানুহৰ কাৰণে বেলেগ বেলেগ ঋতুৰ বেলেগ বেলেগ নাম আছে, বেলেগ বেলেগ আবেদন আছে—গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত, বসন্ত। প্ৰত্যেকটো ঋতুৱেই নিজস্ব ঐশ্বৰ্য্যেৰে, নিজস্ব বৈচিত্ৰ্যেৰে, নিজস্ব বৰ্ণ গন্ধ স্পৰ্শেৰে এইবোৰ মানুহক নতুনত্ব আৰু পাৰ্থক্যৰ আস্বাদ দি যায়।

কিন্তু যিবোৰ মানুহ মিলি আছে মাটিৰ লগত, উদ্ভিদৰ দৰে যি মাটিৰ বুকতে আপোনা-আপুনি গজিছে বাঢ়িছে, মৰিছে সিহঁত ঋতুৰে অংশ, ঋতুৰ নাম নিদিলেও সিহঁতৰ তেজে সিহঁতৰ স্নায়ুৱে সিহঁতৰ উৎসাহ নিশাহে প্ৰতিটো ঋতুৰ স্পন্দন বুজি পায়। ঋতুৰ নাম দিব সিহঁতে নেজানিব পাৰে, মাহৰ নামো সিহঁতৰ ভুল হৈ যাব পাৰে, কিন্তু সিহঁতে গাৰ ঘামৰ গোন্ধৰ পৰাও বুজিব পাৰে এতিয়া কি মাহ, এতিয়া কি ঋতু। আকাশৰ মেঘৰ বুকত সিহঁতে ঋতুৰ নাম লেখা থকা দেখা পায়। সেই লেখা সিহঁতে পঢ়িব জানে, পঢ়িব পাৰে।

কোনোবা এজোপা বনৰীয়া গছৰ নতুন কুঁহিপাতে সিহঁতক কোনোবা এটা ঋতু ঘূৰি অহাৰ বতৰা কয়।

কোনোবা এজোপা গছৰ পাত পকি হালধীয়া হৈ সৰি পৰালৈ চাই সিহঁতে ক'ব পাৰে কোনটো মাহ কোনটো ঋতু শেষ হৈ কোনটো ঋতু আৰম্ভ হৈছে।

মাটিৰ লগত মিলি থকা প্ৰকৃতিৰ এই সন্তানবোৰে কথাৰে নহয়, এক স্বাভাৱিক সহজ ছন্দেৰে, ঋতুৰ, মাহৰ এই পিছল পৰিৱৰ্তনবোৰৰ কথা কয়। সিহঁতৰ কথাবোৰ গীত হয়, পাঁচালী হয়, বাৰমাসী হয় কেতিয়াবা ভাটিয়ালী হয়, কেতিয়াবা দেহবিচাৰ হয়।

এই সুৰবোৰ, এই গীতবোৰ গাঁৱৰ নদ-নদী, খাল পুখুৰী, পথাৰ-বননি, হাবি, বালিচাপৰি সকলোতে উৰি ওপঙি ফুৰে, তাৰেই কিছুমান কাৰোবা কাৰোবাৰ কণ্ঠত বৈ যায়। কণ্ঠই গীতৰ সুৰ বিচাৰিব নেলাগে ; সুৰে, গীতে কণ্ঠ বিচাৰি লয়।

অছুৰ মিঞাৰ সন্তান বাবৰৰ মাতটো মিঠা, গলগলীয়া, শুনিলে মৰমলগা, তাৰ বয়স যদিও চৈধ্য বছৰ মাত্ৰ হৈছে, তথাপি ওখই পাখই, খোজে কাটলৈ তাক এটা ডেকা ল'ৰা যেনেই লাগে, অৱশ্যে সি সিমান শকত হোৱা নাই, সেই হিচাপে ওখলৈ চাই তাক অলপ খীণ যেনেই লাগে। কিন্তু সাত বছৰীয়াৰে পৰা সি পথাৰলৈ যোৱাৰ অভ্যাস কৰিছে। ন-দহ বছৰীয়াৰ পৰা সি হালবোৱা কঠীয়া তোলা ধান দোৱা, ডাঙৰী কটিউৱা আদিতো নলগাকৈ থকা নাই। কায়িক শ্ৰমে তাৰ মাংসপেশী কঠিন কৰিছে, কিন্তু তাৰ মুখৰ কৈশোৰৰ কোমলতা আৰু কমনীয়তা নোহোৱা কৰা নাই। বাবৰ বগা নহয়, মিঠা বৰণীয়া, তাৰ চুলিবোৰ ডাঠ আৰু ঘন ক'লা, নাকটো সিমান জোঙা নহয়, কিন্তু বৰ ভোটাও নহয়। বেয়া নেদেখি।

কিন্তু বাবৰক দেখিলে সিমান মৰম নেলাগে যিমান মৰম লাগে তাৰ মাতটো শুনিলে, তাৰ মাতটো যেন গীত গাবৰ কাৰণেহে কেনোবাই তাক দিছে। ওচৰৰপৰাই হওক দূৰৰ পৰাই হওক, তাৰ গীত শুনি সকলোৱে ভাল পায়। হয়তো পৰিয়ালটোৰ চৰম দাৰিদ্ৰ্য, সমাজৰ অৱহেলা আৰু সিহঁতৰ ঘৰখনৰ বেমেজালি সকলোৱে মিলি তাৰ কিশোৰ কণ্ঠক আৰু করুণ, আৰু বেজেকৰা কৰে।

কিন্তু তাৰ মাতটো মিঠা আৰু করুণ হ'লেও তাত এটা পৌৰুষ আছে। আৰু আছে এটা ক্ৰোধ আৰু প্ৰতিবাদৰ সুৰ।। সি দুৰ্বল

আৰু বিনয়ী হ'বলৈ ভাল নেপায়, কিন্তু সি জানি শুনিয়ে অহংকাৰী নহ'বৰ যত্ন কৰে, কাৰণ অহংকাৰ কৰিবলৈ তাৰ একোৱেই নাই। আৰু বাপেকে তাক সদায় সময় পালেই কয় যে অহংকাৰ বস্তুটো বৰ বেয়া, আল্লাই অহংকাৰী মানুহক বেয়া পায়। আল্লাৰ অতি প্ৰিয় আৰু ভক্ত ফিৰিস্তা আজাজিলক গৰ্বৰ কাৰণেই আল্লাই ছয়তানলৈ অধঃপতিত কৰিছিল। অহংকাৰে ফিৰিস্তাৰে যেতিয়া পতন ঘটাইছিল অহংকাৰী মানুহৰ অধঃপতন নঘটিবৰ কাৰণ নাই।

কিন্তু ক্ৰোধ আৰু অহংকাৰ একেটা বস্তু নহয়। নানা কথাত বাবৰৰ খং উঠে তাৰ বাপেকৰ ওপৰত, গাঁৱৰ মৌলবী ছাহেবৰ ওপৰত, জমীদাৰ পৰিয়ালৰ ওপৰত।

আৰু খং উঠিলেও, সি নিজে একোৰে প্ৰতিকাৰ কৰিব নোৱৰা কাৰণে সি সময় পালেই ঘৰৰপৰা আঁতৰে আঁতৰি ঘুৰি ফুৰে। নৈৰ পাৰলৈ যায়, হাবিৰ মাজত লুংলুঙীয়া বাটেদি গীত গাই গাই অকলে অকলে ঘুৰি ফুৰে, কেতিয়াবা গৈ সিহঁতৰ মোমায়েকৰ গাঁওখন ওলায়গৈ।

মোমায়েকহঁতৰ অঞ্চলত একে জমীদাৰৰ মাটিত খেতি কৰি, আৰু তাৰ ঘৰত কাম কৰি কেনোমতে চলে, আৰু মোমায়েকৰো ল'ৰা ছোৱালী এপাপ, খোৱা পিন্ধাৰ কষ্ট অনবৰতে এনে কষ্ট সহ্য কৰাত অভ্যস্ত হৈ পৰাৰ কাৰণে ল'ৰা ছোৱালীবোৰে তাৰ মাজতো হাঁহি খেলি জঁপিয়াই ফিৰিঙীয়াই দিন কটায়। দুখৰ লগত সিহঁতৰ চিনাকি ওপজাকেপৰা, গতিকে আৰুকেই সিহঁতে স্বাভাৱিক বুলি ভাবে। ধনী জমীদাৰ, জোতদাৰ, দেৱানী, সৰকাৰৰ ঘৰৰ সুখ সমৃদ্ধিৰ কথা সিহঁতৰ কাৰণে পৰীদেশৰ সাধুকথা।

বাবৰৰ মোমায়েকৰ ঘৰৰ পৰা অলপ নিলগতে, তাৰ মাকৰ দূৰ সম্বন্ধীয়া এটা ককায়েকৰ ঘৰ, তাৰ নাম বোৰহান ছেখ, বাবৰে তাকো মোমাই বুলিয়েই মাতে। যদিও বোৰহান ছেখ তাৰ কেনেকুৱা মোমায়েক সি ভালকৈ নেজানে। মোমায়েকৰ ঘৰলৈ গ'লে

বাবৰ বোৰহান ছেখৰ ঘৰলৈকো এবাৰ নঁগে নেথাকে। ইয়ালৈ আহিলে তাৰ এবাৰ মবীয়মক চাই যাবৰ মন যায়, লগ পাই যাবৰ মন যায়। মবীয়মেও বাবৰ কোন দিনা মোমায়েকৰ ঘৰলৈ আহিব ভু লৈ থাকে। আৰু সি আহিলেই এনেই হ'লেও তাই এবাৰ তাৰ মোমায়েকৰ ঘৰলৈ আহে। তাইৰ বয়সৰ ছোৱালী এজনী ইঘৰ সিঘৰ ঘুৰি ফুৰাৰ কোনো কাৰণ নেথাকে। কোনো কাৰণ কোনোৱে নিবিচাৰেও।

তাতে বাবৰৰ মোমায়েকৰ মবীয়মৰ বয়সীয়া ছোৱালীও আছে।

কেতিয়াবা বাবৰ আহি মোমায়েকৰ ঘৰত ৰাতিও থাকেহি। মোমায়েক মামীয়েকে নেৰাখিলেও ল'ৰা ছোৱালীবোৰে তাক ৰাখে, ঘুৰি যাবলৈ নিদিয়ে।

ৰখাৰ কাৰণ সিহঁতে ৰাতি তাৰ হতুৱা গান গোৱাব।

বহুত গান গোৱাব।

তাৰ বেয়া নেলাগে, এই বয়সত আবদাৰ মৰম সকলোৱে ভাল পায়। আৰু অকল মোমায়েকৰ ল'ৰা ছোৱালীয়েই নহয়, ওচৰ পাঁজৰৰ অন্যান্য সমনীয়া আৰু বয়সত তাতকৈ সৰু ডাঙৰ ল'ৰা ছোৱালীবোৰে যেতিয়া তাক বেঢ়ি ধৰি গান গাবলৈ জোৰকৈ কয়, এটা গোৱাৰ পাছত আৰু এটা তাৰ পাছত আৰু এটা গাবলৈ টানি ধৰে, তেতিয়া তাৰ নিজৰ এটা বিশেষত্ব থকা যেন লাগে।

কেতিয়াবা ল'ৰা ছোৱালী কিছুমানৰ লগ লাগি সি মোমায়েকৰ ঘৰৰপৰা কিছু দূৰ আঁতৰি যায়গৈ আৰু নৈৰ বালি চাপৰিত বহি নাইবা মুকলি পথাৰৰ মাজত জহি যোৱা নবানিৰ ওপৰত বহি ওপৰলৈ মুকৈ শুই তাৰ গলগলীয়া মিঠা মাতটোৰে সি এটাৰ পিছত এটাকৈ মুৰ্শিদা, ভাটিয়ালী গাই যায়। ল'ৰা ছোৱালীবোৰে মনে মনে থাকি তাৰ গান শুনে, গানৰ কথাৰ অৰ্থ সিহঁতে বিচাৰিব নেজানে। সুৰেই যথেষ্ট।

গানৰ আৰু কিবা অৰ্থ থাকেনেকি?

প্ৰথমে নেগাওঁ নেগাওঁ কৰি শেষত বাৰে গাই যায় :

দোহাই বন্ধু মাথা খাও,
আমায় ছাইড়্যা কইবা যাও,
বৈদেশে গেলে আমি
তোমাৰ সঙ্গ ছাড়ুম না ॥

বন্ধুৰে—

যখন তুমি কৰলে পীৰিত
গাঙ্গে আইলো বান।
এক নিমেষে আইলো বুকে
পূৰ্ণিমাৰও চান্দ ॥
কাঠাল গাছে ধৰলো কাঠাল,
আমেৰ গাছে আম।
আমেৰ মাঝে লেখা আছে
সোণা বন্ধুৰ নাম ॥
বন্ধুৰে তুমি যাওগো ভাটি গাঙ্গে,
আমি যাই মোৰ বাড়ী,
বেলা থাকতে না গেলে মোৰ
শুকাইবেনা শাড়ী।
আমাৰ সঙ্গ না যাও ছাড়ি ॥
দোহাই বন্ধু মাথা খাও,
আমায় ছাইড়্যা কইবা যাও
বৈদেশে গেলে আমি
তোমাৰ সঙ্গ ছাড়ুম না।······

তাৰ পিছত আৰু এটা।'
তাৰ পিছত আৰু এটা।
কথাবোৰ মিঠা। সুৰবোৰ আৰু মিঠা।

চ'তৰ আবেলিৰ মিঠা ৰ'দে ক্রমে পচ্চিমৰ হাবিঘনৰ সিপাৰে শুই পৰাৰ আয়োজন কৰে, সিহঁতৰ বাবৰৰ গীত শুনি ভাগৰ নেলাগে, কিন্তু গধূলিৰ আগে আগে ঘৰলৈ সুভতিলে মাক বাপেকে খং কৰিব। সেয়ে সিহঁত উঠি ঘৰমুৱা হয়।

মৰীয়মে কয়—"যাওঁ ব'ল।"

সমনীয়া কোনোবা এজনীয়ে কৈ উঠে:

"বেলা থাকতে না গেলে মোৰ
শুকাইবেনা শাড়ী—"

মৰীয়মে কৈ উঠে—"যা যা ঘৰলৈ গৈ তিতা শাড়ী শুকোৱাগৈ, তোৰতো—

দোহাই বন্ধু মাথা খাও—
আমায় ছাইড়্যা কইবা যাও—"

সিহঁতৰ খেদাখেদি লাগে, এই ধৰণৰ জোকোৱাজুকুৰি সিহঁতৰ ভাল লাগে।

বাবৰেও উঠি কয় "ব'ল ব'ল মোৰ লগত বিদেশলৈ কোন কোন যাবি ব'ল। মই এতিয়া যাম—"

"মৰীয়মকে তোৰ লগত লৈ যা—" কেনোবা এজনীয়ে কৈ উঠে। তাৰ পাছত গাই উঠে:

বন্ধুৰে—
যখন তুমি কৰলে পীৰিত
গাঙ্গে আইলো বান—
এক নিমেষে আইলো বুকে
পূর্ণিমাৰও চান্দ··

মৰীয়মে কয় "মই ক'লী মলী ছোৱালী, তইহে পূর্ণিমাৰ জোন। যা বাবৰৰ লগত, ঘৰবাৰী পোহৰ কৰগৈ—"

সিহঁত গুচি আহে।

বাবৰ ঘৰলৈ গুচি আহে।

তাৰ কিশোৰ মনটো ভালকৈ বুজিব নোৱাৰা কিছুমান অনুভূতিৰে উপচি পৰে।

তাৰ আকৌ মৰীয়মহঁতৰ গাঁৱলৈ, সিহঁতৰ ঘৰলৈ যাবৰ মন যায়।

কিন্তু সি নেযোৱাকৈ থাকে এনেয়ে।

ঘৰত সি পথাৰে পাঁজৰে বাপেককো সহায় কৰি দিব লাগে। তাৰ বয়সৰ অন্য এটা ল'ৰাৰ ধেমালি কৰি সময় কটাবলৈ হাবিয়াস কৰাটো তেনেই স্বাভাৱিক কথা হ'লহেঁতেন, কিন্তু দুখীয়া খেতিয়কৰ ল'ৰা বাবৰৰ সেই সৌভাগ্য আৰু সুযোগ নাছিল। ডাঙৰৰ সমানেই নোৱাৰিলেও, ডাঙৰৰ দৰেই সি ভিতৰে বাহিৰে কাম নকৰিলে নচলে।

কামৰ মাজে মাজে যিকণ আজৰি পায়, তাতে সি ঘৰ এৰি বাহিৰ ওলায়।

উদ্দেশ্যহীনভাৱে পথাৰে হাবিয়ে ঘুৰি ফুৰে—

গান গায়—

সমনীয়া ল'ৰা ছোৱালীৰ লগত খেলে—

বনভোজ খায়।

কাৰোবাৰ লগত কাজিয়া কৰে—

মৰীয়মৰ লগতো কেতিয়াবা তাৰ ঠোটামোজা লাগে—

তৰ্ক খৰিয়াল লাগে—কিবা কাজিয়া লাগি নমতা নোৱোলাকৈ থাকে।

কিন্তু দুদিনমান আঁতৰা আঁতৰি হৈ থকাৰ পাছতে সিহঁত অধৈৰ্য্য হৈ পৰে, কিবা সুবিধা কৰি বাবৰ আহি মোমায়েকৰ ঘৰ ওলায়হি তাৰ পাছত মৰীয়মৰ লগত দেখাদেখি হ'বলৈ আৰু বেছি সময় বাট চাবলগীয়া নহয়।

তেতিয়া সিহঁতৰ কেইদিনমানৰ আগৰ দন কাজিয়াৰ কথা অকণো মনত নেথাকে।

মৰীয়ম মোমায়েকৰ ঘৰত থাকে। তাইৰ বাপেক মৰিছে। মাকক অন্য এখন গাঁৱৰ এটা মানুহে বিয়া কৰালে, মাকৰ লগত তাইক

নিনিলে, তাই মোমায়েকৰ লগতে থাকি গ'ল। তাতেই তাই আজি ছবছৰমান আছে, মোমায়েকহঁতৰো ল'ৰা ছোৱালী আছে। তথাপি তাইক মৰম কৰে। কিন্তু বোৰহানহঁতে মুখৰ কথাৰে মৰম কৰিব নেজানে। ভাত কাপোৰ দিয়া, ঘৰত থাকিবলৈ দিয়া, অসুখ বিসুখ হ'লে কোনোৱা গাঁৱলীয়া বেজবৰুৱা ছুটা বড়ি আনি দিয়া, কাবোবাৰ লগত দন হাই লাগিলে মৰিয়মৰ হকে এষাৰ মাত দিয়া—তাৰ নামেই মৰম।

মৰীয়মৰ কাৰণেও সেয়ে বহুত। কেতিয়াবা তাইৰ মাক আছে। কিন্তু মাকেও তাইক মৰম কৰিব নেজানে, এনেই কিবাকিবি সোধে, তায়ো কিবাকিবি উত্তৰ দিয়ে –

সিমানেই!

মাকক তাইৰ আপোন যেন নলগা হৈ আহিছে।

বোৰহানে মাথোন এটা চিন্তাই কৰি আছে:

মৰীয়মৰ ১১ বছৰ হৈ গ'লেই, আৰু তিনি বছৰমান তাইক ৰাখিব লাগিব। তাৰ পাছত তাইক কাবোবাৰ লগত বিয়া দি দিব লাগিব। সৰহ দিন ৰাখি থব নোৱাৰি।

বাবৰৰ লগত তাইৰ বন্ধুত্বৰ কথা সিহঁতে গম নোপোৱাকৈ থকা নাই।

যদি হয় বাবৰলৈকো তাইক বিয়া দি দিব। সিও ডেকা হ'লে কিবা আৰ্জন কৰি খাব পাৰিব। দুখীয়াৰ ঘৰৰ হ'লেও সি মজবুত ল'ৰা। হাল কোৰলৈ সি ভয় নকৰে। ডেকা হ'লে সি এমুঠি উলিয়াই খাব পাৰিব।

## চাৰি

আয়োজন দেখিয়ে সকলোৱে বুজিব পাৰিলে যে এইবাৰৰ জমিদাৰবাৰীৰ গানৰ আসৰ আগে হোৱাতকৈ বহুত ডাঙৰ আৰু বেলেগ হ'ব। বিৰাট ৰভা দিয়া হৈছে, বহুত মানুহ বহিব পৰাকৈ ঠাই উলিউৱা হৈছে, গায়ক গায়িকা বহিবৰ কাৰণে ওখ মঞ্চ সজা হৈছে, ভালেমান পেট্ৰমাক্স লাইট অনোৱা হৈছে আৰু জমীদাৰ পৰিয়ালৰ আৰু অন্যান্য গণ্যমান্য মানুহ বহিবৰ কাৰণেও সুকীয়া ব্যৱস্থা কৰা হৈছে।

গায়েনো অনা হৈছে দূৰ দূৰণিৰপৰা, নামকৰা গায়ক, তেওঁলোকৰ নাম ইতিমধ্যে মানুহৰ মুখে মুখে প্ৰচাৰ হৈছে।

এটা কথা দেখি সকলোৱে আনন্দ পালে যে এইবাৰ আসৰৰ ব্যৱস্থা কৰাত ডেকা জমীদাৰ মোজাম্মিল চৌধুৰীয়ে নিজে দিহা পৰামৰ্শ দিছে।

চৌধুৰীয়ে বছা বছা ডেকা কিছুমানক বেলেগ বেলেগ দায়িত্বভাৰ দিছে, আৰু ডেকাহঁতেও আনন্দেৰে দায়িত্ব পালন কৰিছে।

বাপেক আৰু অন্যান্য বয়সস্থ লোকৰ পৰামৰ্শ অনুযায়ী মোজাম্মিলে পূৰ্বাপৰ নিয়ম অনুযায়ী তিৰোতা মানুহ বহিবৰ কাৰণে বেলেগে পৰ্দা দি ঠাই ঠিক কৰিছে। সাধাৰণতে বুঢ়ী মানুহ আৰু সৰু ছোৱালীহে এনে আসৰলৈ আহে। বোৱাৰী আৰু গাভৰু ছোৱালী অহাটো বাঞ্ছনীয় নহয়। কিন্তু জমীদাৰ হবিব কিব্‌ৰিয়া চৌধুৰী অথবা মোজাম্মিল চৌধুৰী দুয়োৰো ইচ্ছা যে বোৱাৰী জীয়াৰীহঁতেও আনন্দমেলাৰ ভাগ পাওক, সিহঁতো আহক।

এনেদৰে তিবোতাৰ কাৰণে সুকীয়া ব্যৱস্থা কৰাৰ কাৰণে গাঁৱৰ জীয়াৰী বোৱাৰীহঁতে বৰ ভাল পালে। ডেকা জমীদাৰৰ প্ৰতি সিহঁত কৃতজ্ঞ হ'ল, আৰু এওঁ জমীদাৰ হলেযে অচিৰে গাঁওখন নগৰ যেন হৈ পৰিব, সেই কথাও হৰ্ষেৰেই আলচ কৰিলে।

প্ৰত্যেকটো পেট্ৰমাক্স লাইটৰ দায়িত্বত দুটাকৈ ডেকা ল'বা ৰখা হ'ল। বাবৰকো ডেকাৰ ভিতৰতে ধৰি তাকো এটা লাইটৰ ভাৰ দিয়া হ'ল। লগত আৰু এটা ল'ৰা দিলে, আৰু লাইটত কেনেকৈ পম দিব লাগে নুমাব খুজিলে কেনেকৈ কি কৰিব লাগে শিকাই দিয়া হ'ল।

বয়স অলপ কম বুলিয়েই বাবৰক মাইকী মানুহ বহিবলৈ দিয়া আছুতীয়া ঠাইৰ ফালৰ লাইটৰ চাৰ্জত দিয়া হ'ল। বাবৰে বৰ ভাল নেপালে। কালাম ছেখে কোৱা সত্বেও আসৰত তাক গান গাবলৈ দিবলৈ ডেকা জমীদাৰ অমান্তি হ'ল। এইবাৰেও বাবৰ কিছু অসন্তুষ্ট হ'ল।

কিন্তু সি ভাল পালে যে সি গায়কবিলাকক ওচৰৰপৰা দেখিবলৈ পাব, আৰু মাজে মাজে সিখন গাঁৱৰ মৰীয়মকো এবাৰ চাব পাৰিব। সি সিখন গাঁৱলৈ গৈ বোৰহান ছেখৰ ঘৰত সোমাই মৰীয়মক আসৰলৈ আহিবলৈ মাতিও আহিছে।

মৰীয়মৰ বয়স এঘাৰ বাৰ বছৰৰ বেছি হোৱা নাই। লহপহকৈ বাঢ়িলে.কি হ'ল।

মৰীয়ম নিশ্চয় আসৰলৈ নহাকৈ নেথাকে।

খেতিখোলা কৰা মানুহ, দিনৰ দিনটো পথাৰত কটোৱা মানুহ। গতিকে গানৰ আসৰ মগ্‌ৰিবৰ বাদে অৰ্থাৎ সন্ধিয়া লাগি ভগাৰ পাছতে আৰম্ভ হ'ব আৰু দুপৰ ৰাতিৰ আগে আগে ভাগিব। এইবাৰ গায়ক কেইবাজনো আহিব। তিনি দিন আসৰ চলিব—সকলো মানুহে সকলো গীত কথা শুনিবলৈ পাব। মানুহবোৰক বেছি ৰাতিলৈ বহুৱাই ৰাখিলে পাছদিনা পথাৰৰ কাম খতি হ'ব।

প্ৰথমৰ দুদিন গানৰ আসৰ অতি সুকলমে হৈ গ'ল। কেইবাজনো বিখ্যাত বাউলে বাউল মুৰ্শিদা গালে, মিঠা মাত, করুণ সুৰ, দাৰ্শনিক ভাবৰ কথা—সকলো মিলি সকলো মানুহক অভিভূত কৰি ৰাখিলে। গীত শুনি কোনোবাই নিৰবে হুমুনিয়াহ কাঢ়িলে, কাৰোবাৰ চকুৰপৰা লোতক বাগৰি আহিল, কোনোৱে কাষৰজনক ফুচফুচাই গীতৰ অৰ্থ বুজাই ক'বৰ যত্ন কৰিছিল। বাউল মুৰ্শিদা ভাটিয়ালীৰ ভাষা কৃষকৰ মুখৰ ভাষা, তাৰ বৰ্ণনা কৃষকৰ চিনাকি পৃথিৱীৰ বৰ্ণনা ; এবাৰ শুনিলে কাণ টানি নিয়ে, মন হৃদয় টানি নিয়ে।

প্ৰথমৰ দুদিন জমীদাৰৰ ঘৰৰ বয়সস্থসকল আহিল, গাঁৱৰো বুঢ়াসকল আহিল, কিন্তু তৃতীয় দিনা ৰাতি বয়সস্থসকলৰ দুই এজনহে আহিল। সেই দিনা প্ৰধানকৈ আহিল গাঁৱৰ জীয়াৰী বোৱাৰীহঁত আৰু ডেকা দেমেচুৱাহঁত।

অন্যান্য ব্যৱস্থা আন দুদিনৰ নিচিনাই থাকিল।

আসৰ ভাগো ভাগো হৈ আহিছিল। এনেতে এটা সমনীয়া ল'ৰাই আহি কাণে কাণে কিবা এটা কৈ বাবৰক একাষলৈ মাতি নিলে।

কিছু পৰৰ মূৰত বাবৰ আৰু ল'ৰাটো অদৃশ্য হৈ গ'ল। দুই এজনৰ বাহিৰে কথাটো কোনেও মন নকৰিলে।

আজি শেষৰ দিনা ৰাতি কিবা গণ্ডগোল হ'ব পাৰে বুলি কোনো কোনোৱে আশংকা কৰিছিল। কিন্তু গান শুনাত ব্যস্ত থকাৰ কাৰণে সেই কথা কোনেও মনত ৰাখি নথৈছিল।

আন্ধাৰ ৰাতি। কৃষ্ণ পক্ষ। জোন এতিয়াও ওলোৱা নাই। হয়তো শেহ ৰাতি ওলাব। গায়কজনে কিবা এটা জনপ্ৰিয় মুৰ্শিদা গীত গাইছে। সকলোৱে স্তব্ধ, তন্ময় হৈ শুনিছে। বাবৰ আৰু জাকৰ দুয়োটা আন্ধাৰৰ মাজেদি হাতত সাৱে ভৰিত সাৱে খৰখেদাকৈ জমীদাৰ বাৰীৰ পিছফাললৈ আগ বাঢ়িলে। দুয়োটাৰে হাতত চুডাল শকত শকত বাঁহৰ টোকোন।

ৰস্তাতলৰ লাইটৰ পোহৰ পাও নেপেলোৱাকৈ সিহঁত আগ বাঢ়িছিল। "এই—কোন ফালে?" এটাৰ চেপা প্ৰশ্ন।

"এইফালেই। জমীদাৰবাবীৰ পিছফালে।"—উত্তৰ।

"তই নিজে দেখিছ?"

"উঁ—"

"আহ।"

সিহঁত আৰু কিছু দূৰ আগ বাঢ়িল, সন্মুখলৈ চালে। আন্ধাৰত লুকাই সিহঁতে লক্ষ্য কৰিলে—ছুটা মানুহ আৰু ছুজনী ছোৱালী। জমীদাৰবাবীৰ পকা ৱালৰ পিছফালৰ ছুৱাৰমুখৰ ওচৰত, মানুহ ছুটাই ছোৱালী ছুজনীক ভিতৰলৈ নিবৰ কাৰণে টানিছে। ছোৱালী ছুজনীয়ে অসহায়ভাৱে প্ৰতিবাদ কৰিছে।

"সেইটো মোজাম্মিল নেকি?"

"আৰু কি? চিনিবপৰা নাই নেকি?"

"আনটো—?"

"লগত যে আছিছিল?"

নিস্তব্ধতা।

"সেইজনী মৰীয়ম হয়তো?"

"মৰীয়মকো চিনিবপৰা নাইনে?"

"ইজনী?"

"ভালকৈ ধৰিব পৰা নাই, চকিকা নাইবা বোকেয়া হ'ব—"

"বেগাই ব'ল, ভিতৰলৈ সুমুৱাই নিবলৈ নৌ পাওঁতেই সিহঁতক বচাব লাগিব, কাঢ়ি আনিব লাগিব।"

"কেনেকৈ আনিবি?"

"তই এজনীক ধৰিবি মই এজনীক ধৰিম। কোনোবাই হকাবধা কৰিব খুজিলে—লাঠি। মূৰ ফাটি যোৱাকৈ মাৰিবি।"

"ব'ল—"

"আহ।"

আন্ধাৰ। জমীদাৰৰ দালানৰ ওপৰ মহলাৰ খিৰিকীৰ পৰ্দা ভেদি অহা অতি ক্ষীণ আৰু দুৰ্বল পোহৰ।

বাবৰ আৰু জাফৰে হাতত লাঠিকেডাল ভালকৈ খামুচি ধৰি বেগ দি আগ বাঢ়িল। ছোৱালী দুজনী ভিতৰ সুমাই নি য়ালৰ দুৱাৰ বন্ধ কৰি দিলে সিহঁতক ৰক্ষা কৰাৰ আৰু কোনো উপায় নেথাকিব।

"এই এৰ—" এটা কৰ্কশ চেপা মাত বাবৰৰ ডিঙিৰপৰা ওলাই আহিল, জাফৰেও একে ৰকমৰ কিবা এটা ক'লে।

হঠাৎ মোজাম্মিল আৰু আনটো ডেকাই ছোৱালী দুজনীৰ হাত এৰি দিলে।

"আহ—" বাবৰে মৰীয়মৰ হাতখনত খামোচ মাৰি ধৰিলে, জাফৰে আনজনী ছোৱালীক টান মাৰি ওচৰ চপাই আনিলে।

মোজাম্মিলহঁত প্ৰথমতে হতভম্ব হৈছিল যদিও পাছ মুহূৰ্ততে ডেগাৰ উলিয়াই বাবৰহঁতক আক্ৰমণ কৰিবলৈ সাজু হ'ল—"ছালা কুত্তাৰ বাচ্ছা—" মোজাম্মিলে হুংকাৰ মাৰিলে।

মুহূৰ্ততে মৰীয়মৰ হাত এৰি দি দুয়োহাতে লাঠি উঠাই বাবৰে গাৰ বলেৰে মোজাম্মিলৰ মূৰত মাৰ শোধালে।

"আঃ!" কৰি মোজাম্মিল পৰি গ'ল।

জাফৰেও আনটোৰ কঁকালতে এক মাৰ মাৰি বগৰাই দিলে।

"ছালা গুণ্ডাহঁত—" বাবৰে ক'লে। আৰু এক মুহূৰ্তও ভাত নৰৈ দুয়ো ছোৱালী দুজনীৰ হাতত ধৰি পথাৰৰ মাজে মাজে দৌৰিব ধৰিলে।

প্ৰায় দুমাইল সিহঁতে দৌৰিলে, এবাৰো পিছলৈ ঘূৰি নোচোৱাকৈ। ছোৱালী দুজনী সিহঁতৰ সমানে দৌৰিব নোৱৰা হ'ল। সিহঁত বাৰে বাৰে পিছ পৰি যাব ধৰিলে। চপৰানি, উলুৱনি, পথৰুৱা আলি, খাল—আন্ধাৰত একো নেদেখি, সিহঁতে মাথোন গাঁৱৰ আলৰ বহা ঠাইৰ বিপৰীতে গভীৰৰপৰা গভীৰতৰ আন্ধাৰৰ মাজলৈ দৌৰিছে, কোন কালে গৈছে সিহঁতে একো স্পষ্ট ধাৰণা কৰিব পৰা নাই।

অৱশেষত সিহঁতবো তাগৰ লাগিল।

তবাৰ পোহৰত দেখিলে সিহঁত আহি ভাঠ হাবি এখনৰ কাষ পাইছেহি। এইফালে মানুহৰ ঘৰবাৰী নাই। হাবিখনৰ একাষে বৈ গৈছে নৈখন।

আন্ধাৰতে সিহঁতে চাৰিওটা মুখামুখিকৈ থিয় হ'ল।

"অলপ বহোঁ, মই আৰু দৌৰিব নোৱাৰোঁ—" কোপাই কোপাই মৰীয়মে ক'লে।

"কেলেই গৈছিল মোজাম্মিলৰ লগত? ছালী হাবামজাদী।"

ক্রুদ্ধভাবে মৰীয়মে চিয়ঁৰি উঠিল, "গালি নেপাৰিবি জানিছ। জমীদাৰৰ বেটাই টানি লৈ গ'লে কি কৰিম?"

"অন্যক যে টানি নিব নোৱাৰিলে তইঁতক কেনেকৈ নিব পাৰিলে?" জাফৰৰ ক্রুদ্ধ মাত।

চফিকাই ক'লে, "আমাৰ পিয়াহ লাগিছিল। দুয়োজনীয়ে পানী খাবলৈ উঠি আহিছিলোঁ, আমি অহা যে কোনোবাই চাই আছিল আমি কেনেকৈ জানিম? সিহঁতে আমি পুখুৰীৰ দলঙৰপৰা উঠি আহোঁতেই আমাক হাতত ধৰি টানি লৈ গ'ল।

"তইঁতে চিয়ঁৰি নিদিলি কেলেই? চুপচাপ লগে লগে গ'লি যে?"

"চিয়ঁৰিব খুজিছিলোঁ। ছুৰি দেখুৱাই ক'লে, চিয়ঁৰিলে জান মাৰিম।"

"ছালা হাবামজাদা জমীদাৰৰ বাচ্চা—ডেগাৰ দেখুৱাইছিলি। মূৰ ফালি দিছোঁ।" বাবৰে ক'লে।

"মোজাম্মিল মৰি যাব নেকি?" মৰীয়মে ভয়ে ভয়ে সুধিলে।

"দকন লাগিছে যদি যা অলপ খবৰ খাতি কৰি যেদমত কৰগৈ—" বাবৰে ক'লে।

জাফৰে ক'লে "ৰাতি পুৱাবলৈ কিজানি আৰু বেছি সময় নাই আমি যাওঁ ব'ল—"

"ক'লৈ যাবি?"

ক'লৈ যাব তেতিয়ালৈকে সিহঁতে ভবা নাছিল। আন্ধাৰতে ইটোৱে সিটোৰ মুখ চোৱাচুই কৰিলে।

মধীয়মে এজনী বয়সীয়া মানুহে কোৱাদি 'ক'লে, "জমীদাৰৰ বেটাৰ মূৰ ফালিছ, এতিয়াই তহঁতক বিচাৰি জমীদাৰৰ মানুহে পিয়া পি দিব। ৰাতি পুৱালে কোনো সাৰিব নোৱাৰিম, আন্ধাৰে মুন্ধাৰেই আমি ইয়াৰ পৰা যাওঁ ব'ল, পলম নকৰিবি।"

"যাবি ক'লৈ?" জাফৰে ক'লে।

চফিকাই ক'লে, "কল্যাণপুৰ গাঁৱত আমাৰ বৰ জেঠাইৰ ঘৰ, ইয়াৰপৰা কিজানি তিনি মাইল হ'ব। আমাক তালৈকে লৈ ব'ল, তাৰপৰা কাইলৈ আমি ঘৰলৈ কাৰোবাৰ লগত আহিব পাৰিম।"

"তাৰ পাছত?" জাফৰে সুধিলে।

"তহঁত ছুটা পলাব লাগিব। ধৰা পৰিলে মৰিবি। জমীদাৰৰ বেটাক মাৰি সাৰিব পাৰিম বুলি ভাবিছনেকি?"

মধীয়মে ক'লে, "আমাৰ যি হ'বলগীয়া আছে হ'লহেঁতেন, তহঁতেনো মাৰপিট কৰিবলৈ গ'লি কেলেই? এতিয়া যে কি হ'ব!"

বাবৰে ক'লে, "মনটো তাতে লাগি থাকিলনেকি? যাব যদি ব'ল আকৌ জমীদাৰৰ ঘৰত থৈ আহোঁগৈ।"

জাফৰে ক'লে, "চুপতি থ এতিয়া বাবৰ। আমি ইয়াৰপৰা যাওঁ ব'ল। কল্যাণপুৰলৈকে যাওঁ, আমাৰ মাজু মোমাইৰ পুতেক এটা সেইফালেই আছে। চফিকা—"

"কি?"

"তহঁতক তাতে থ'লে ঘৰলৈ কিবা কৈ আহিব পাৰিবি নহয়?"

"পাৰিম, কিন্তু বাবাই মোক খুব মৰিয়াব—" মাতটো তাইৰ কান্দো কান্দো।

"বাপেৰে মাৰে, মা'ৰে মাৰে মাৰক, তহঁতক যে বচাই আনিব পাৰিলোঁ সেয়ে বহুত। আমাৰ যি হয় হ'ব, এতিয়া ব'ল।"

আন্ধাৰতে সিহঁতে চাৰিওফালে চালে।

এতিয়াহে সিহঁতে দেখিলে আকাশখনত বহুত তৰা আছে। তাৰপৰা জান নেজান পোহৰ নিগৰি আহিছে। হাবিখনৰ বুকুৰ পৰা এটা গছ পাত আৰু বনবীয়া ফুলৰ মিহলি গোন্ধ বতাহত উৰি আহিছে! বতাহজাক শান্তভাৱে বলিছে। তাৰ বুকুত এতিয়াও অলপ অলপ কুঁৱলী আছে। ভৰিৰ তলৰ মাটিবোৰ শুকান, নলাবোৰ জহি গৈছে।

এহাল চৈধ্য-পোন্ধৰ বছৰীয়া ল'ৰা, ছজনী এঘাৰ বাৰ বছৰীয়া ছোৱালী! তেতিয়াও গানৰ আসৰৰ সুৰীয়া সুৰ শুনা গৈছে—অস্পষ্ট কোমল করুণ।

চাৰিওটাৰে বুকুবোৰ ভয় আৰু আশংকাত দুক্ দুক্ কঁপিছে। কিন্তু এটা বীৰত্বৰ কাম কৰাৰ আনন্দত সিহঁত উত্তেজিত হৈ পৰিছে। বিশেষকৈ বাবৰ।

"ব'ল—"

"কোন ফালে যাবি?"

"হাবিৰ কাষে কাষে গৈ থাকোঁ, ভয় লাগিছে নেকি?" বাবৰে সুধিলে।

"তহঁত আছ নহয়—" মৰীয়মে ক'লে।

সিহঁতে হাবিখনৰ কাষে কাষে যাব ধৰিলে, বাবৰে ধৰিছে মৰীয়মৰ হাত, আৰু জাফৰে চকিকাৰ।

এডোখৰ নিৰ্দিষ্ট গন্তব্য ঠাইলৈ যাবৰ সিদ্ধান্ত কৰি সিহঁত যেন কিছু নিৰ্ভয় হ'ল, কল্যাণপুৰ গাঁও পালেই যেন সিহঁতৰ সমস্যাৰ সমাধান হৈ যাব।

ৰাতিৰ আন্ধাৰখিনিয়েও সিহঁতক নিৰ্ভয় দিলে।

"চব ছোৱালীৰ হাত এনেকুৱা কোমল হয়নেকি বে?" বাবৰে সুধিলে। সি মৰীয়মৰ হাতখন নিজৰ হাতৰ মুঠিত ধৰি আহিছিল।

টান মাৰি মৰীয়মে হাতখন এৰুৱাই নিলে।

"নিলাজটো ক'ৰবাৰ, কি যে কথাটো সুধিছে!" মৰীয়মে ক'লে।

কাষে কাষে আহি থকা চফিকাই মৰীয়মক চিকুটি মাৰি দিলে। কোনে চিকুটিলে বুজিব নোৱাৰি মৰীয়মে কৈ উঠিল, "এনেকৈ শুচি নহ'লে জমীদাৰৰ ঘৰত আৰামচে শুই থাকিব পাৰিলোঁহেঁতেন।"

বাবৰৰ খং উঠাৰৰ কাৰণেই তাই সেইদৰে ক'লে।

"জাফৰ, ইহঁতক জমীদাৰৰ ঘৰত থৈ আহোঁগৈ ব'ল।"

হাবিত বনকুকুৰাই ডাক দিলে, হঠাৎ আটাইকেটা সন্ত্ৰস্ত হৈ উঠিল। ৰাতি পুৱাবলৈ আৰু বেছি সময় নাই।

"এই চফিকা, জেঠায়েৰৰ ঘৰলৈ আৰু কিমান দূৰ আছে? আমি ঠিকেই আহিছোঁতো? কিজানিবা ক'ৰবাত ওলাওঁগৈ!"

"আৰু বেছি দূৰ নাই, আমি আলিবাট উঠিব পাৰিলেই হয়। তেতিয়া আৰু বেছি দূৰ নেথাকে।"

পিছে জেঠায়েৰক কি বুলি ক'বি?"

"ফাকিফুকা দিবলৈ নাই, সঁচা কথা কৈ দিম। যি কৰে কৰিব। আমি সৰু মানুহ, জনাজানি হ'লে আমাৰ বদনাম নহয়, জমীদাৰৰ পুতেকহঁতৰহে হ'ব।" মৰীয়মে ক'লে।

বাবৰে ক'লে, "আমি কিন্তু তইঁতক এঘৰত থৈয়ে পলাব লাগিব। নহ'লে আমাৰ বিপদ হ'ব।"

জাফৰে একো নক'লে।

"ক'লৈনো পলাবি তইঁত? এই গোটেইখন জমীদাৰৰ জমীদাৰী, ইয়াত ক'ত লুকাই থাকিবি?" চফিকাই ক'লে।

"বাৰু আমাৰ কথা তইঁতে নেভাবিলেও হ'ব। পলাই সাৰোঁ ধৰা পৰোঁ যি হয় আমাৰ হ'ব, তইঁত দুজনী কিন্তু ইয়াতে থাকি নেযাবি। কাইলৈ যেনেতেনে ঘূৰি যাবি, নহ'লে বিচৰাবিচৰি লাগিব।"

সিহঁত আহি আহি এটা আলিবাটত উঠিলহি। ইফালে সিফালে চাই দেখিলে পশ্চিমৰ আকাশত একাল্পি ক্ষীণ জোন ওলাইছে। আৰু তাৰ পোহৰ লাহে লাহে পৃথিৱীলৈ নামি আহিছে।

সিহঁতৰ খোজ ধীৰ হৈ আহিল। সিহঁত এটা অজানৰীয়া পৰিস্থিতিত পৰিছে আৰু সিহঁতে কি কৰিব কি নকৰিব একো থিৰাং কৰিব পৰা নাই। যিমানে সিহঁত গাঁওখনৰ ফালে আগ বাঢ়িল আৰু যিমানে পোহৰ হৈ আহিব ধৰিলে যিমানে সিহঁতৰ আশংকা বাঢ়ি আহিল।

ক্রমে পূবৰ আকাশত ধলফাট দিলে, পোহৰ বিয়পি পৰিব ধৰিলে। ইটোৱে সিটোৰ মুখ দেখা পালে, সিহঁতে এনে ধৰণে ইটোৱে সিটোলৈ চালে যেন কোনোটোৱে কোনোটোকে চিনিব পৰা নাই। সিহঁতৰ মুখবোৰ শুকান, চুলি আউলি বাউলি, ভৰিত ধূলি মাটি সমগ্র শৰীৰত ক্লান্তিৰ ছাপ।

বাবৰে ক'লে, "তহঁতক থৈয়ে আমি পলাম। আমাৰ ঘৰত ক'বিগৈ, চিন্তা কৰিবলৈ মানা কৰিবি।"

"ঘৰলৈ নেযাবি নেকি?"

"মৰিবলৈ যাবলৈ কৈছ নেকি? মোজাম্মিল মৰেনে বাচে ঠিক নাই। মাৰিলেতো সাংঘাতিক কথা হ'ব। আমাৰ বাবৰহঁতক যে কি কৰিব ক'ব পৰা নাই।"

সিহঁত আহি এঘৰৰ পদূলিমূৰত ৰ'লহি। সেইটোৱেই চফিকাৰ জেঠায়েকৰ ঘৰ। "চিনি পাইছনে? এইটোৱেই হয় তো?"

"হুঁ—"

"তেনেহ'লে কাৰোবাক মাত।"

হয়তো বাহিৰত মানুহৰ মাত শুনিয়ে, নাইবা সদায় সোনকালে উঠাৰ অভ্যাসবশতঃ সেই সময়তে এজনী আদহীয়া মানুহে দুৱাৰ মুখত মৰীয়মহঁতক দেখি মানুহজনীয়ে অলপ উচপ খালে, তাৰ পাছত সিহঁতৰ ফালে চাই লৈ ক'লে, "কোন তহঁত? ক'ৰপৰা আহিছ?"

"মইহে জেঠাই, মোক চিনি পোৱা নাইনেকি? মই চফিকা—"

"চফিকা? চাওঁ কোনজনী?" মানুহজনীয়ে চফিকা আৰু মৰীয়মৰ মুখলৈ আকৌ এবাৰ ভালকৈ চালে, "এবা আই চিনিবই পৰা নাছিলোঁ, পিছে এইজনী কোন, আৰু ইহঁত দুটা? আহ, আহ,

ভিতৰলৈ আহ, ইমান দোকমোকালিতে আহিলি ক'বলৈ? মই অজু কৰি আহি ফজৰৰ নামাজ কেইৰাকাত পঢ়িলেও তহঁত ভিতৰতে বহগৈ যা—"

বাবৰহঁতে মুখ চোৱাচুই কৰিলে। এইদৰে, ইমান পুৱাতে ক'ৰবাৰপৰা আহি ওলোৱাটো যেন একো অস্বাভাৱিক বা নতুন কথা হোৱা নাই। ক্ৰমে পোহৰ স্পষ্ট হৈ অহা দেখি জাফৰহঁত সজাগ আৰু সন্ত্ৰস্ত হ'ল। আৰু পলম কৰিবৰ উপায় নাই।

বাবৰে ক'লে, "ইহঁত জেঠাইহঁতৰ ঘৰলৈ আহোঁ বুলিলে দেখি লৈ আহিলোঁ, হ'ল নহয়? তহঁত তেনেহ'লে থাক, আমি যাওঁ—"

"হেৰ' কলৈ যাৱ, বহ, কিবা জা-জলপান এটা খা, কাহিলী পুৱাতে আহি ওলাইছহি, শুদা মুখে যাবিনে? যা, তহঁত দুজনী আকৌ চোতালতে থৰ লাগিলি কেলেই?"

বাবৰে আকৌ ক'লে, "আমাৰ অলপ জৰুৰী কাম আছে জেঠাই। আমি নবহোঁ, ইহঁত দুজনী থাকিল। অথনিকৈ কাৰোবাৰ লগত পঠিয়াই দিবা ঘৰলৈ।"

"এঃ আজি আহি পাইছেহি এথোন, এইজনী কাৰ ছোৱালী বুলিলি? তহঁত থ'ব নোৱাৰ যদি যা, ইহঁতক মোৰ যেতিয়া মন যায় পঠিয়াম।"

বাবৰে ক'লে, "আমাৰ পলমহে হৈছে। আমি যাওঁ মৰীয়ম চফিকা।"

জাফৰে সককৈ ক'লে, "কিবা উপায়ে তহঁত ইয়াত থকাৰ খবৰটো ঘৰলৈ পঠিয়াবি। নহ'লে বিচৰাবিচৰি লাগিব। আমি এতিয়া যাওঁ।" জেঠাই পুখুৰীৰফালে গ'ল।

মৰীয়ম বাবৰৰ সন্মুখলৈ আহিল।

"তই ক'লৈ যাবি?"

"ক'ব নোৱাৰোঁ।

"আকৌ কেতিয়া ঘুৰি আহিবি?"

"ক'ব নোৱাৰোঁ।"

"গাঁৱলৈ এতিয়া ঘূৰি নেযাবি।"

"নেযাওঁ।"

"ঘৰত তোৰ কথা সুধিলে কি বুলি ক'ম ?

"যি মন যায় ক'বি।"

অলপ পৰ মনে মনে থাকি তাই ক'লে, "মোৰ কাৰণে তোৰ ঘৰ এৰিব লগা হ'ল, মোৰ বেয়া লাগিছে।"

"জলপান-তলপান খা গৈ, ভাল লাগিব।"

"বাঃ।"

জাফৰেও চফিকা আৰু মৰীয়মৰপৰা বিদায় ল'লে। সি ক'লে, "আমি ক'ৰবাত নমৰোঁগৈ, তহঁতে চিন্তা নকৰিবি। কপালত যি আছে হ'ব। মোজাম্মিলটো মৰিলেহে বিপদ হ'ব। নহ'লে একো নহয়, তহঁত থাক ভেনেহ'লে।" বাবৰ আৰু জাফৰ ঘূৰিল।

পূব ফালে কাঠনিখনৰ সিপাৰে বেলিৰ মুখ দেখা গৈছে। পোহৰ বিয়পি পৰিছে, আৰু বৈ থকা নিৰাপদ নহয়।

জেঠাই পুখুৰীৰপৰা অজু কৰি ঘূৰি আহিল।

"এ—কিনো আলহীৰ নিচিনাকৈ চোতালতে থিয় দি আছ। আহ আহ ভিতৰলৈ আহ, আমাৰ ঘৰৰ মানুহবোৰো আৰু, বেলি দুপৰলৈকে টোপনিয়েই নেভাগে।"

কৈ কৈ জেঠাই ভিতৰলৈ সোমাই গ'ল।

বাবৰ আৰু জাফৰেও মৰীয়ম আৰু চফিকাৰপৰা বিদায় লৈ চোতালৰপৰা বাহিৰ ওলাই আহিল।

ঢুলঢুলীয়া চকুৰে দুয়োজনীয়ে সিহঁত যোৱাৰ ফালে চাই থাকিল। সিহঁতৰ ফালে ঘূৰি চাবলৈ বাবৰহঁতৰো বেয়া লাগিল।

সিহঁতে খৰখুজীয়াকৈ পদূলিটো পাৰ হৈ পথাৰে পথাৰে খোজ দিলে।

# পাঁচ

ভাৰতত বৃটিছ সম্ৰাটৰ ৰাজত্ব।

বংগদেশ, অসমত বৃটিছৰ হৈ শাসন কৰিছে ভাৰতীয় শাসকে।

বংগত ফজলুল হকে, অসমত চাৰ চাদুল্লাই।

বংগদেশত প্ৰাদেশিক চৰকাৰৰ তলত একাধিপত্য চৰকাৰ চলিছে নাৱাব আৰু জমীদাৰৰ। বৃটিছৰ শাসন কটকটীয়া: জমীদাৰ-নাৱাবে সময় মতে প্ৰজাৰপৰা খাজনা আদায় কৰি চৰকাৰ ঘৰত জমা দিব নোৱাৰিলে জমীদাৰী নিলামত যায়, ধনী জমীদাৰে কম ধনী জমীদাৰৰ জমীদাৰী কিনি লয়। জমীদাৰী যাৰে হয়, প্ৰজাও তাৰে হয়। মাটি আৰু প্ৰজা উভয়েই জমীদাৰৰ সম্পত্তি।

অসমত ভাটি ফালে দুখনমান সৰু ডাঙৰ জমীদাৰী। বাকী অংশত ৰায়তৱাৰী ব্যৱস্থা। মৌজাদাৰ তহচীলদাৰ গাঁওবুঢ়াই প্ৰজাৰ খাজানা তুলি চৰকাৰৰ ঘৰত জমা দিয়ে। খাজানা দিব নোৱৰা জনৰ মাটি ভেটি নিলাম ক্ৰোকত যায়, গৰু ছাগলী কাঁহী বাটি, সাঁচতীয়া আ-অলংকাৰ বেচি খাজানা আদায় কৰিব লাগে। দুখীয়া খেতিয়কৰ কাৰণে মৌজাদাৰৰ টেকেলা সাক্ষাৎ যমদূত। গাঁওখনত পাক এটা মাৰিলে আলু কচু লাও বেঙেনা শাক মাছেৰে টেকেলাৰ মৈৰা ওফন্দি উঠে। খেতিয়ক মাটিৰ মালিক হয়নে নহয়, তাৰ প্ৰমাণ হয় খেতিয়কে বছৰেকীয়া খাজানা আদায় দিলেনে নাই তাৰ ওপৰত। আচলতে মাটিৰ প্ৰকৃত মালিক চৰকাৰহে, খেতিয়ক হৈছে মাটিৰ পট্টাখনৰ মালিক।

একালে দাৰোগা আৰু পুলিছ, আনকালে মাটিহাকিম

(এছ ডি ছি) আৰু মণ্ডল কাছুনগোয়েই হৈছে খেতিয়ক ৰাইজৰ প্ৰকৃত চৰকাৰ। মোৰ্কদমা নেলাগিলে গাঁৱৰ খেতিয়ক ৰাইজৰ লগবত থকা হাকিম মুল্‌ক্‌ৰ লগত কোনো সম্পৰ্ক নাই। খাকী হাফপেণ্ট আৰু খাকী কামিজ পিন্ধা, মূৰত ৰঙা পাগুৰী মৰা কনষ্টেবল গাঁৱৰ ৰাইজৰ ত্ৰাসৰ বস্তু, মাহিলী দৰমহা তিনিটকা, যদিও পুলিছৰ পাৱাৰৰ সীমা কোনেও ক'ব নোৱাৰে, যি পুলিছে গাঁৱৰ গাঁওবুঢ়া আৰু কেতিয়াবা মৌজাদাৰৰ পুতেককো 'ৰেষ্ট' (এৰেষ্ট) কৰিব পাৰে। পুলিছৰ শক্তি আৰু মাহাত্ম্যক কোনে স্বীকাৰ নকৰি পাৰে ?

অখণ্ড, প্ৰবলপ্ৰতাপী বৃটিছৰ শক্তি।

অখণ্ড ভাৰতবৰ্ষ, অখণ্ড নাৱাব জমীদাৰ জোতদাৰৰ শাসন আৰু শোষণ।

আৰু অখণ্ড ভাৰতীয় কৃষকৰ জীৱনভৰা দুখ।

দিল্লীত ভাৰত চৰকাৰ থাকে।

কলিকতাত থাকে বংগদেশৰ চৰকাৰ।

আৰু চিলঙত থাকে অসম প্ৰদেশৰ চৰকাৰ।

দিল্লীৰপৰা কলিকতালৈ ৰেল চলে, আৰু কলিকতাৰপৰা ৰাণাঘাট পোড়াদহ, ঈশ্বৰদি, সান্তাহাৰ, পাৰ্বতীপুৰ, লালমণিৰহাট আৰু গোলকগঞ্জ হৈ গুৱাহাটী, তিনিচুকীয়া ডিগবৈ, লিড়ুলৈ ৰেল চলে। আনহাতে আসাম বেংগল ৰেলে চৈঙ্‌লি মেলিছে লামডিং বদৰপুৰ ছিলেট ঢাকা হৈ চাঁদপুৰ চিটাগাং পৰ্য্যন্ত।

ব্ৰহ্মপুত্ৰত জাহাজ চলে—কলিকতা ঢাকাৰপৰা মাল বোজাই নিয়া জাহাজ—কয়লা নিমখ ডাইল কাপোৰ। উজনিৰপৰা বোজাই কৰি আনে চাহপাত ধান। বঙালী আৰু এংলʼ ইণ্ডিয়ান ড্ৰাইভাৰে ৰেল চলায়। ঢাকা মৈমনচিং চিটাগাং চাঁদপুৰৰ বিয়াইতে জাহাজৰ চাৰেং খালাছী কৰে।

ৰেল জাহাজ সকলোৱে বৃটিছ চৰকাৰৰ ৰাজভক্তালৈ ভাৰতৰ

খেতিয়কৰ বছৰাৰ ধনীৰ ছুখীয়াৰ মাজেৰে অৰ্জন কৰা উৎপাদনৰ সাৰখিনি কাঢ়িয়ায়।

অসমত তেতিয়া ব্ৰহ্মপুত্ৰ আৰু বৰাকৰ পাৰে পাৰে সৰু সৰু নগৰ—ডিব্ৰুগড় যোৰহাট তেজপুৰ গুৱাহাটী ধুবুৰী চিলচৰ ছিলেট। খাছীয়া জয়ন্তীয়া পাহাৰৰ টিঙত ভূস্বৰ্গ চিলঙত বৃটিছ অসমৰ সুৰম্য ৰাজধানী, ধনী চৰকাৰী আমোলা, মন্ত্ৰী সভাসদৰ বাসস্থান আৰু কাৰ্য্যক্ষেত্ৰ।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ গাঁও নগৰ গঢ়ি তুলিছে ব্ৰহ্মপুত্ৰৰ সোঁত আৰু গতিয়ে। অগ্নিগড়, ভুৱনেশ্বৰী. নেতাই ধুবুনীক বলে নোৱাৰি বৰলুইতে সেৱা কৰি নিজৰ বাট উলিয়াই বৈ গৈছে। কিন্তু ডিবুক, মাজুলী, নগাঁও, গোৱালপাৰাক চল পালেই ব্ৰহ্মপুত্ৰই হেঁচি ঠেলি উটাই ঢৌৱাই বুৰাই নাকনিকাননি কৰিছে। তথাপি অসমৰ খেতিয়ক ৰাইজে লুইতক এৰি আঁতৰি থাকিব নোৱাৰে, বৰলুইতৰ উপৰিও নৈ উপনৈ জান জুৰিৰ পাৰে পাৰে কৃষকৰ স্থায়ী অস্থায়ী ঘৰ, গাঁও, স্থায়ী অস্থায়ী সংসাৰ।

খেতিয়কৰ অসম দুখন।

এখন বাৰিষাৰ, এখন খৰালিৰ,। ছয়োখন অসমকে ভাঙে পাতে বৰলুইতে, অন্যান্য নৈবোৰে।

মান ভগনত অসমত বহুত মানুহ মৰিল। মাৰি মৰকত বছৰি বহুত মানুহ মৰে। বাণ বৰষুণেও বছৰি কিছু সামৰে। নগৰবোৰত থলুৱা পকৱা মানুহ থূপ খায়। ঘৰৰ ওপৰত ঘৰ সাজে, বাৰিষা কালিৰ পকৱাৰ দৰে লাক বান্ধি থাকে। গাঁৱৰ ল'ৰাই চাকৰি লৈ চাকৰি বিচাৰি নগৰলৈ আহে। দিনৰ দিনটো অফিচে অফিচে, ডাঙৰ মানুহৰ পছলিয়ে পছলিয়ে আলিয়ে আলিয়ে ঘুৰে। গধূলি ভোকে লঘোনে, হেলাই হেকাই ঘুৰি আহে।

কিন্তু গাঁৱত মানুহৰ হেঁচা নকমে, ঘৰে ঘৰে কেঁচুৱা ওপজে—ভিজিকুৰি বছৰীয়াৰ পৰা কুৰি বছৰীয়ালৈকে নকলোৱে বিয়া

কৰায়। খেতিৰ পথাৰ বেঢ়াছে, ভঁড়াল ভাজ মহৰ, খাওঁতা বাঢ়ে, ভাত খোৱা মুখৰ সংখ্যা বাঢ়ে।

তথাপি তেতিয়াও অসমৰ নগাঁও, লক্ষীমপুৰ, দৰং, কামৰূপ আৰু গোৱালপাৰা জিলাত পৰি আছিল বিস্তৰ অনাবাদী মাটি, জলাহ মেটেকানি, হাবিয়নি, নৈৰ চৰ-চাপৰি। তাত থাকে মাছ কাছ বনৰীয়া জন্তু চৰাই। তেনে কিছুমান ঠাইত কোনো-কাহানিও মানুহৰ ভৰিখোজ পৰা নাছিল। খৰালি কিছুমান জলাহ পিতনি মেটেকানি শুকায়, বাৰিষা আকৌ পানীৰে ভৰি পৰে—সাগৰ যেন হয়। বাৰিষা পানীৰে আধা ডুব যোৱা হাবিবোৰো খৰালি শুকায়। ক'ৰবাত বৈ যায় একোখন বিল, ক'ৰবাত বৈ যায় পানীৰ ডোবা, ঢুব, দোং। মাজে মাজে বনৰীয়া জন্তু অহাযোৱা কৰা বাট ওলায়, বনৰীয়া হাতী ম'হ গাহৰি হৰিণাপহু সেইবোৰ বাটেদি অহাযোৱা কৰে, মানুহ অহাযোৱা নকৰে, নোৱাৰে। সাপ বাঘ বান্দৰ শিয়ালৰ ৰাজত্বত নৰ-মনিষ সোমাব নোৱাৰে।

কিমান হাজাৰ বছৰ এই পিতনি, এই অৰণ্য, এই হাবিৰ মাজৰ বিল, এই হাতীপটি এনেকৈয়ে আছে কোনোৱে ক'ব নোৱাৰে। যিবোৰ হাবিতলীয়া আৰু হাবিকাষৰীয়া মানুহ, নৈপৰীয়া মানুহ, তেওঁলোক যি আবাদী মাটি আছে তাতেই সন্তুষ্ট। নতুন হাবি ভাঙি, পিতনি পুতি বসতি থাপন কৰাৰ দৰকাৰ তেওঁলোকে উপলব্ধি নকৰে; পিতৃপুৰুষৰ পৰা পোৱা মাটি কেডৰাকে ভগাই মেলি, দন কাজিয়া কৰি তেওঁলোক বৰ্তি থাকে। আৰ্জন কমি আহে, থাইয়া মাটি আছে, তেওঁলোকে একো নকৰে।

গাৰো পাহাৰৰ দক্ষিণত বংগদেশৰ মৈমনচিং জিলা—খেতিয়কৰ জিলা, পাকৈত নাৱৰীয়াৰ জিলা, প্ৰতি বছৰে ব্ৰহ্মপুত্ৰৰ বানে তৌৱাই চকুৱা পমুৱাকে মহয়, দূৰৰ গাঁৱকো পানীৰে বুৰোৱা জিলা, চ'তৰ শেষৰ কালবৈশাখীয়ে চাহিমুহি মুচৰি মাৰৰি থকেবাৰীয়ে ধূলিসাৎ কৰা জিলা।

মাজত গাৰো পাহাৰৰ গুথ প্ৰাচীৰ, আৰু ৰবলুইতৰ ভটিয়নী সোঁতৰ হেঙাৰ। তথাপি উনবিংশ শতিকাৰ সপ্তম অষ্টম দশকৰ পৰা মৈমনচিঙৰ, নোৱাখালীৰ ভূমিহীন কৃষকে জমীদাৰৰ উৎপীড়নৰ পৰা ৰক্ষা পৰাৰ আশাত আৰু খেতিৰ মাটি পোৱাৰ আশাত সক সক দল বান্ধি অসমৰ মাটিত আশ্ৰয় ল'বলৈ আৰম্ভ কৰিছিল। লগত আনিছিল নিজৰ ভাষা, নিজৰ গীত মাত, নিজৰ দাৰিদ্ৰ্য আৰু নিৰ্য্যাতনৰ কাহিনী, নিজৰ ধৰ্ম, ৰীতি নীতি, ভাল আৰু বেয়া সংস্কাৰ। বহুতেই, প্ৰায় সকলোৱেই—পিছলৈ এৰি থৈ আহিছিল পুৰুষ পুৰুষৰ জীৱনক ছুই ছুই ৰূপ লোৱা শেষ নোহোৱা সাধুকথাৰ স্মৃতি—আৰু অনিশ্চিত ভৱিষ্যতৰ নিৰাধাৰ স্বপ্ন।

সিহঁতে খেতিৰ মাটি বিচাৰি আহিছিল, জীয়াই থকাৰ এক নিশ্চিত অৱলম্বন বিচাৰি আহিছিল। সৰহভাগেই আছিল সম্পূৰ্ণ নিঃস্ব নিঃসম্বল দৰিদ্ৰ। সৰহভাগেই আছিল নিৰক্ষৰ আৰু অশিক্ষিত। কিন্তু প্ৰায় সকলোৱেই আছিল ধৰ্মভীৰু, ধাৰ্ম্মিক; ধৰ্মকাৰ্য্য সমাপনৰ ক্ষেত্ৰত গোড়া। আৰু কৰ্মঠ খেতিয়ক।

ঘৰত বোৱা লুঙী ছুখন, মুগা কপাহী কাপোৰৰ টুপিটো, এটা বনিয়ন বা কুৰ্তা, দা'খন, ছুটা ৰ' এটা এলুমিনিয়মৰ ডেক্‌চি কেৰাহী বাচনবাটিৰ টোপোলা কান্ধত লৈ সিহঁতে চিনাকি গাওঁ, চিনাকি 'দেশ' এৰি আচামলৈ বুলি যাত্ৰা কৰিছিল—কোনোবাই কোনোবা ৰেলষ্টেচন পাবলৈ মাইলৰ পিছত মাইল খোজ কাঢ়িছিল, বাটত কোনোবা গছৰ তলত ৰাতি কটাইছিল, টোপোলা বান্ধি অনা চাউল মুড়ি চিৰাৰে ভোক মাৰ নিয়াইছিল। হাঁহ কুকুৰা ছাগলী বেচি গোটোৱা পইচাকেটাৰে ৰেলৰ তৃতীয় শ্ৰেণীৰ টিকেট কিনিছিল, আৰু পাৰিলে লুকাই চুৰকৈ বা গাৰ্ড, টি টি ইক অলপ পইচা দি বিনা টিকেটে ৰেলত উঠিছিল, আৰু ধ্ঁতে ধৰা পেলাই নমাই দিয়ে তাতে নামি পৰিছিল।

অচিনাকি নতুন দেশত, অচিনাকি ৰেল ষ্টেচনত নামি শংকা, সন্দেহ,

আশা নিৰাশাৰে, অচিনাকি মানুহৰ গাঁৱলৈ গৈছিল—আশ্ৰয় বিচাৰি।

আচামৰ মানুহে এই মানুহখিনিৰ চিনাকি দিছিল—মিয়া বুলি, আৰু ঢাকা চাঁদপুৰ বৰিশাল নোৱাখালী কুমিল্লা ছিলেট য'ৰেপৰা নাহক—সকলোকে বুলিবলৈ লৈছিল 'মৈমনচিঙীয়া'।

কপৰ্দকহীন নিঃসম্বল এই মিয়াইঁতৰ কোনোবাই দিয়া ভাতমুঠি বা ভড়ালৰ আগ বা মাৰলি ঘৰৰ পিৰালীৰ আশ্ৰয়কণৰ কাৰণে দিবপৰা ধনবিত্ত একো নাছিল, আছিল কেৱল কায়িক শ্ৰম দিব পৰা তীখা যেন কঠিন দেহাৰ শ্ৰমশক্তি। তাকেই সিহঁতে দিছিল, হাতত অনা দা'খনৰ সহায়ত, কোনোবা গৃহস্থৰ কোৰখনৰ সহায়ত সিহঁতে অসমৰ মাটিৰ বুকত শস্য উৎপাদনৰ কামত লাগিছিল, ক্ৰমে লাগি পৰিছিল পথাৰৰ খেতিৰ কামত—লোকৰ মাটিত হালোৱা কৰি।

ক্ৰমে সিহঁতৰ কোনো কোনোৱে দুৰ্গম পিতনি, মেটেকানি আৰু অগম্য বনাঞ্চলত খেতিৰ মাটি ভাঙি উলিউৱাত লাগিছিল। খৰালি পাম পাতিছিল, বাৰিষাৰ বানে উটাই নিছিল। লক্ষীমপুৰ নগাঁও দৰং কামৰূপ গোৱালপাৰাৰ মাজেদি বৈ যোৱা বৰ লুইত ব্ৰহ্মপুত্ৰৰ বালি চাপৰিয়েই আছিল সিহঁতৰ নতুন 'দেশ', নতুন মাতৃ, নতুন জীৱনদায়িনী ধাত্ৰী।

লক লক মানুহৰ দল—বিক্ষিপ্ত বিচ্ছিন্নভাৱে খতুৱে খতুৱে সৰ্ব সাধাৰণৰ অলক্ষিতে এনেদৰে আহি আহি, অসমৰ নদ,নদীৰ চৰৰপৰা দূৰত পৰি থকা গাঁৱৰ ওচৰে পাঁজৰে বহা পাতি, পাম পাতি, নক গাঁও পাতি এচাম নতুন খেতিয়কৰ আবাসভূমি ৰচনা কৰিছিল। বান বৰষুণ ধুমুহা মহামাৰীৰ লগত অবিৰাম যুঁজ কৰি কৰি জীয়াই থকাৰ সংগ্ৰাম কৰিছিল। 'ৱক্ত' হ'লেই, সময় হ'লেই, বেলিৰ কালে চাই, গাৰ আন্দাজত পথাৰ, চোতাল, ভিতৰ বাহিৰ য'তেই মোখাকক অজু কৰি নামাজ পঢ়ি লৈছিল, ৰমজান মাহত দিনৰ দিনটো ৰোজা

ৰাখিছিল, আৰু দিনৰ দিনটো কাম কৰিছিল। মাটিৰ বুকুত জীৱন আছে, জীৱনৰ অক্ষয় প্ৰতিশ্ৰুতি আছে, নিৰ্ভয় আছে, বিচাৰিব জানিলে মাটিয়ে সকলো দিয়ে—ভাত পানী সোণ ধন ঐশ্বৰ্য্য সম্পদ।

সিহঁতে বিচাৰে, দুয়ো হাতে বিচাৰে। দুয়ো হাত পাতি লয় মাটিৰ—প্ৰকৃতিৰ অকৃপণ দান।

এইয়া এদিনৰ কথা নহয়।

এবছৰ দুবছৰৰ কথা নহয়।

এক পুৰুষ, দুপুৰুষৰ কথা নহয়।

এইয়া বছৰ বছৰৰ মাজেদি বাগৰি অহা এক দীঘলীয়া পৰিক্ৰমা, জীৱনৰ সন্ধানত দেশ এৰি দেশান্তৰলৈ প্ৰব্ৰজনৰ এক শেষ নোহোৱা সাধুকথা।

প্ৰথম মহাসমৰ শেষ হ'ল।

দেশত অসহযোগৰ বিপ্লৱ হ'ল, আন্দোলন হ'ল, সাম্ৰাজ্যবাদৰ সিংহাসনৰ খুটাৰ তলত ভুঁইকঁপৰ কঁপনি অনুভৱ হ'ল, বিলাতত ঘুৰণীয়া মেজমেল হ'ল, ভাৰতত স্বায়ত্ত শাসন হ'ল।

আসাম-বেংগল ৰেল চলি থাকিল, ব্ৰহ্মপুত্ৰত জাহাজ চলি থাকিল, দৰিদ্ৰৰ ওপৰত শোষণ নিপীড়ন চলি থাকিল।

তাৰ লগে লগে চলি থাকিল ভাগ্যান্বেষী অনা-অসমীয়াৰ অসমলৈ অহাৰ অবিৰাম সোঁত। তেতিয়াও ভাৰতবৰ্ষ এখন দেশ। বংগদেশ, বিহাৰ, উড়িষ্যা, অসম তাৰেই একোখন প্ৰদেশ। প্ৰত্যেক প্ৰদেশতে নিজ নিজ স্বকীয়া চৰকাৰ থাকিলেও, সকলো প্ৰাদেশিক চৰকাৰ কেন্দ্ৰীয় চৰকাৰৰ তলত। মেপত প্ৰতিখন প্ৰদেশৰ সীমাৰেখা আঁকা আছে, মাটিৰ বুকুত সেই সীমাৰেখা আঁকিছে নদী, পৰ্বত, কোনো স্থায়ী প্ৰাকৃতিক ছেদচিহ্নই। এঠাইৰ মানুহ আন এঠাইলৈ যোৱাত প্ৰশাসনীয় বাধা নাই, আছে ভৌগোলিক আৰু প্ৰাকৃতিক বাধাহে।

এইবোৰ বাধা অতিক্ৰম কৰি অসমৰ মাটিৰ বুকুলৈ পূব বংগৰ

মিয়াহঁত আহি থাকিল। ক'ববাৰে আহিল একোটা পৰিয়াল, পুৰুষে তিবোতাই ল'ৰাই ছোৱালীয়ে। ক'ৰবাৰে আহিল একোখন গাঁৱৰ একোটা চুবুৰিৰ সকলোটি মানুহ। নতুন গাঁও পাতি বহিলহি। ক'ৰবাত বেলেগ বেলেগ ঠাইৰ মিয়া আহি বাটত লগ লাগি নতুন গাঁও পাতিলেহি।

অসমৰ বহুতে ক'ব নোৱাৰিলে, বহুতে নেদেখিলে, বহুতে বুজিলে সিহঁত অহাত কোনোৱে বেয়া নেপালে। বহুতে ভাল পালে সস্তাত কামলা' বিচাৰিলেই পোৱাৰ কাৰণে, দিনৰ দিনটো মৰিতৰি পথাৰত কাম কৰি দিয়া এবিধ নতুন খেতিয়ক পোৱাৰ কাৰণে। বান ধৰবৃণৰ লগত যুঁজিব জনা, বনবীয়া জন্তুৰ লগত যুঁজিব জনা, কঠিন মাটিৰ বুকৰ পৰা কোমল শস্য উৎপাদনৰ কৰিব জনা, নিৰক্ষৰ নিৰয় ধৰ্মভীক নতুন প্ৰতিবেশী পোৱাৰ কাৰণে।

এই মিয়াহঁতৰ অসমত থিতাপি হোৱা কাৰ্যাই যে কোনেও গম নোপোৱাকৈ অসমৰ অৰ্থনীতিত এক ৰূপান্তৰ সংঘটিত কৰিবলৈ ওলাইছে সেই কথাত বহুতে বুজিব নোৱাৰিলে।

নগৰ চহৰৰ শিক্ষিত অসমীয়া মধ্যবিত্ত তেতিয়া ৰেল, ডাকঘৰ চৰকাৰী কাৰ্যালয়ত কাম কৰা বঙালী' চৰকাৰী কেৰেণী মহৰী কেটাৰ প্ৰভাৱ প্ৰতিপত্তিৰ বিৰুদ্ধে নিষ্ফল আস্ফালন কৰাত ব্যস্ত। পূব বংগৰপৰা ক্ৰমবৰ্ধমান সংখ্যাত এইদৰে অসমলৈ মানুহ আহি থকাৰ সম্ভাব্য ৰাজনৈতিক প্ৰতিক্ৰিয়াৰ সম্পৰ্কেও তেতিয়া কোনেও নেভাবিলে।

কিন্তু ক্ৰমে সেই সময়ৰ ৰাজনীতিবিদসকল এই প্ৰব্ৰজনৰ ৰাজনৈতিক তাৎপৰ্য্য সম্পৰ্কে সজাগ নহৈ নেথাকিল। কোনো কোনোৱে অসমৰ ভৱিষ্যতৰ সম্পৰ্কে আশংকিত হৈ মৈমনচিঙীয়াৰ এনেদৰে অসমলৈ অবাধে আহি থকাত বাধা দিয়াৰ প্ৰয়োজন বোধ কৰিলে। কোনোবাই সংখ্যা নিয়ন্ত্ৰণৰ পৰামৰ্শ দিলে। কোনোবাই এই বহিৰাগত বিলাকৰ কাৰণে ঠাই নিৰ্দিষ্ট কৰি সীমা নিৰ্দ্ধাৰণ কৰাৰ

দাবী জনালে। কোনোবাই লাইন ছিষ্টেমৰ ব্যৱস্থা কৰাৰ ওপৰত গুৰুত্ব দিলে। অসমৰ বনাঞ্চল ৰক্ষা কৰিবৰ কাৰণে, অসমৰ অনাবাদী ভূখণ্ডক ভৱিষ্যতৰ অসমীয়া কৃষকৰ কাৰণে সংৰক্ষিত কৰি ৰাখিবৰ কাৰণে, অসমৰ জনসংখ্যা অস্বাভাৱিকভাৱে বৃদ্ধি পোৱাত বাধা দিবৰ কাৰণে, মৈমনচিঙীয়া অসমলৈ জধেমধে আহি থকাৰ বিৰুদ্ধে ৰাজনৈতিকভাৱে আৰু সাধাৰণভাৱেও এই মানুহবিলাকৰ বিৰুদ্ধে জনমত গঢ়ি তোলা হ'ব ধৰিলে, বহুতে মৈমনচিঙীয়া খেতিয়ক দলে দলে অসমলৈ আহি বসতি কৰিবলৈ লোৱাত অসমত মুছলমানৰ সংখ্যা বৃদ্ধি কৰাৰ গোপন ষড়যন্ত্ৰ দেখা পালে। অসমৰ 'প্ৰধানমন্ত্ৰী' চাৰ চাদুল্লা আৰু বংগদেশৰ প্ৰধানমন্ত্ৰী ফজলুল হক, নিজামুদ্দিন আদি লগ লাগি, অসমক মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশ কৰিব খুজিছে বুলি মুকলি সমালোচনা আৰু অভিযোগ উত্থাপন কৰা হ'ব ধৰিলে। চৰকাৰে লাইন ছিষ্টেম প্ৰৱৰ্তন কৰিবলৈ বাধ্য হ'ল। অসমত মৈমনচিঙীয়াৰ সমস্যাই এক গুৰুত্বপূৰ্ণ ৰাজনৈতিক সমস্যাৰ আকাৰ ধাৰণ কৰিলে। মৈমনচিঙীয়াই থলুৱা ৰাইজৰ ওপৰত কৰা নানা অপকৰ্মৰ কাহিনী প্ৰচাৰ হ'ল। তেওঁলোকৰ বিৰুদ্ধে এক বিদ্বেষৰ মনোভাব ক্ৰমে প্ৰকট হৈ উঠিব ধৰিলে।

এই সকলোবোৰৰ মূলত আছিল অসমৰ আত্মৰক্ষাৰ প্ৰশ্ন, অসমৰ গতিহীন স্থবিৰ অৰ্থনীতিলৈ অহা পৰিৱৰ্তনৰ সম্ভাব্য পৰিণামৰ বিষয়ে অনিশ্চিত ধাৰণা, লগে লগে চৰকাৰে কৃষকৰ সংস্থাপনৰ কোনো নিৰ্দিষ্ট নীতি অনুসৰণ নকৰাৰ অৱকাশতে এই বহিৰাগত সকলক নিজ নিজ ৰাজনৈতিক স্বাৰ্থ পূৰণৰ কাৰণে অস্ত্ৰৰূপে ব্যৱহাৰ কৰাৰ আঁচনিও কোনো কোনো ৰাজনীতিবিদে নকৰি নেথাকিল।

এনেকৈয়ে ভাৰত আৰু অসমৰ ৰাজনীতি চলি থাকিল। 'আচাম-বেংগল' ৰেল চলি থাকিল। খোজ কাঢ়ি আৰু ৰেলে জাহাজে ৰণাই অসমলৈ মৈমনচিঙীয়া অহা চলি থাকিল।

১৯০০—১৯১০—১৯২০—১৯৩০—১৯৩৬।

উনৈছশ ছয়ত্ৰিছ চন।

ইতিমধ্যে লক্ষীমপুৰ, দৰং, নগাঁও, কামৰূপ জিলাৰ, গোৱালপাৰা জিলাৰ বহু অনাবাদী হাবিতলীয়া মাটিত সক ডাঙৰ বহু মৈমনচিঙীয়া তাত থিতাপি হৈ বহিছে। কেতিয়াবা এনেদৰে থিতাপি হৈ বহি লোৱা মৈমনচিঙীয়ায়েই নিজৰ খেতি পথাৰত কাম কৰিবৰ কাৰণে নিজৰ 'দেশৰ' মানুহ অনাই পথাৰ সমাৰত খটুৱাইছে। নিজৰ পথাৰৰ উপৰিও, থলুৱা অসমীয়া মানুহৰ ঘৰত আৰু খেতি পথাৰতো সিহঁতে কাম কৰাত ধৰিছে।

অসমত মৈমনচিঙীয়াই ইছলামপুৰ, দৌলতপুৰ, ছোভানপুৰ, মানিকাৰ চৰ, ভাচানীৰ চৰ পাতি বহিছে।

অসমত খেতিৰ মাটি আছে—

অসমৰ উৰ্বৰা মাটিত সোণৰ শস্য ফলাৰ পৰা সাৰ আছে—

লুইতৰ বৰবানত কোমল সাকৰা পলসৰ আশীৰ্বাদ আছে—

অসমত ছয় ঋতুৰ বৈচিত্ৰ্য আৰু সৌন্দৰ্য্যৰ মাজত বিধে বিধে খেতি কৰাৰ সোণালী সুযোগ আছে।

অন্য একো নেলাগে।

লাগে প্ৰকৃত কৃষকৰ আশাগুধীয়া শ্ৰম আৰু চেষ্টা।

মাঙলৰ ফালত সোণৰ চেঁকুৰা ওলাব, ধানৰ থোকৰপৰা সোণৰ নিয়ৰ সৰিব।

## সাত

বাবৰ আৰু জাফৰে মৰীয়ম আৰু চফিকাক জেঠাইৰ ঘৰত চমজাই এক অনির্দিষ্ট পথত খোজ আগবঢ়ালে। আজিলৈকে জমীদাৰৰ ঘৰৰ চাকৰ চাকৰৰ এটিলৈও কোনোৱে আঙুলি এটা টোঁওৱা নাই, তেনেস্থলত জমীদাৰৰ মূৰত টোকোনৰ মাৰ পোখাই কোন সাৰি যায়? মোজাম্মিলে সিহঁত দুটাক নিশ্চয় চিনি পাইছে। জমীদাৰৰ মানুহে নিশ্চয় সিহঁতক বিচাৰিব, পুলিছ দি ধৰাই নিব। তাৰ পাছত হয়তো সিহঁতৰ হতুৱা মৰিউৱাই মৰিউৱাই মাৰি পেলাব। সিহঁতক কোনেও ৰক্ষা কৰিব নোৱাৰিব। জমীদাৰৰ ঘৰৰ বিৰুদ্ধে কোনেইবা মাত মাতিব?

প্ৰায় তিনি ঘণ্টা সিহঁত দুটাই খোজ কাঢ়িলে। নিজৰ গাঁৱৰ পৰা প্ৰায় দহ মাইল আঁতৰি আহিল, সিহঁতে নিজকে অলপ বিপদমুক্ত যেন অনুভৱ কৰিলে।

দুয়োটাৰে বৰ ভোক আৰু ভাগৰ লাগিছিল। বাটত দুই এখন দোকান সিহঁতে দেখা পাইছিল। কিন্তু সিহঁতৰ হাতত চাৰি অনা পইচাও নাছিল। বাটত লগ পোৱা মানুহবোৰৰ মুখলৈ সিহঁতে চাইছিল—কোনোবা চিনাকি মুখ দেখা পায়নেকি। কিন্তু তেনে কাকো সিহঁতে দেখা পোৱা নাছিল। কেনেবাকৈ নিজৰ গাঁৱৰ ফালৰ চিনাকি মানুহ লগ পাই যাব বুলি সিহঁতে ভয় কৰিছিল, আকৌ আশাও কৰিছিল—গাঁৱৰ মানুহ পালে সিহঁতে নিজৰ খবৰ ঘৰলৈ পঠিয়াব পাৰিব, আৰু হয়তো থাকিলে টকা এটাও খুজি ল'ব পাৰিব।

ত্ৰেনে কাকো সিহঁতে লগ নেপালে।

বেলিটো নিজৰ সোঁ হাতলৈ বাথ সিহঁত গৈ আছিল। সিহঁতে বুজিছিল সিহঁত উত্তৰ কালে গৈছে। সেইদৰে গৈ থাকিলে, আজিয়ে বা কালিলৈ সিহঁত আচাম বেংগল ৰেলৰ কোনোবা এটা ৰেল ষ্টেচনত ওলাবগৈ নিশ্চয়, আৰু হয়তো সেই ৰেল ষ্টেচনত সিহঁতে কোনোবা চিনাকি মানুহ লগ পাই যাব।

মাজে মাজে সিহঁতে পিয়াহ লগি বাটৰ কাষৰ কোনো পুখুৰী বা বিলত পানী খাই লৈছিল, আৰু হাত মুখ ধুই ভাগৰ পলুৱাইছিল। গোটেই বাতি টোপনি নাই। সিহঁতৰ টোপনি ধৰিছিল, কিন্তু জিবাবলৈ সিহঁতৰ ভয় লাগিছিল, কিজানিবা কেনেবাকৈ জমীদাৰৰ মানুহে সিহঁতক দেখা পাই যায়!

গাব বল সিহঁতৰ টুটি আহিছিল, কিন্তু মনৰ বলতে সিহঁত আগুৱাই গৈ আছিল। বেলি ক্ৰমে মূৰৰ ওপৰলৈ উঠিছিল। ব'দজাক টান নহয়, যদিও টান যেন লাগিছিল ; কিন্তু চাৰিওফালৰ গছ গছনিবোৰৰ কেঁচা কুঁহিপাতৰ কোমলতা লৈ বৈ অহা বতাহজাক সিহঁতৰ বৰ ভাল লাগিছিল। বতাহজাকে সিহঁতৰ চকু মুদাই দিব খুজিছিল।

অৱশেষত বাবৰে ক'লে, "এই জাফৰ, আমাৰ গাঁৱৰ পৰা কিজানি আমি বাৰ চৌধ মাইল আঁতৰি আহিলোঁ। আমাক এতিয়া বেগেতে কোনোৱে নেপায়হি। আমি ক'ৰবাত অলপ জিৰাই লওঁ ব'ল।"

"মোৰ যে বৰ ভোক লাগিছে। আৰু খোজ কাঢ়িবলৈও গাত বল নোহোৱা যেন লাগিছে। কোনোবা এঘৰত সোমাই কিবা এটা খুজি খাওঁগৈ ব'ল। খুজিলে নিদিবনে ?"

জিৰোৱাৰ কথা চিন্তা কৰাৰ লগে লগে সিহঁতৰ যেন আৰু খোজ কাঢ়িবৰ শক্তি নোহোৱা হৈ আহিল। সিহঁতে ইফালে সিফালে চালে, আলিবাটটোৰপৰা কিছু নিলগত এখন গাঁও আছে। দুয়োটাই সেই গাঁওখনলৈ সোমাই গ'ল।

তেতিয়া সিহঁতে কিবা এটা খুজি খোৱাৰ বাহিৰে অন্য চিন্তা কৰা নাছিল।

দুখৰমান মানুহৰ পদুলি পাৰ হৈ এঘৰ মানুহৰ পদুলিমুখত সিহঁত বৈ গ'ল, মানুহঘৰৰ আগফালে এখন আহল বহল চোতাল আছে। ওঁড়াল দুটা চোতালৰ কাষতে, আৰু অলপ সিফালে এটা বৰ দীঘল গোহালি। তাত দুহালমান গৰু তেতিয়াও বন্ধা আছে, আৰু সিহঁতে খেৰ খাই আছে।

বিশেষ নেভাবি সিহঁত পদুলিয়েদি সোমাই গ'ল।

চ'ৰাঘৰত বহি এজন বয়সীয়া মানুহে এটা প'ল সাজি আছিল। সিহঁতক দুৱাৰমুখত দেখি মূৰ তুলি চালে, সিহঁত দুয়োটাই একেলগে কপাললৈ হাত তুলি চালাম আলেইকুম দিলে।

চালামৰ জোৱাব দি মানুহজনে ক'লে, "আহ, ক'ৰপৰা আহিছ ?"

মানুহজনৰ মুখত এমুখ দাড়ি। বয়স পঞ্চাছ ভাটি দিয়া, মুখখন পুৰঠ, মানুহজন স্বাস্থ্যবান, মাতটো অলপ হুঁটা যদিও, গলগলীয়া।

সিহঁত দুটা ঘৰৰ ভিতৰলৈ সোমাই আহিল। মানুহজনৰ প্ৰশ্নৰ উত্তৰ সিহঁতে নিদিলে।

কঠ এখনলৈ দেখুৱাই মানুহজনে ক'লে, "কঠখন পাৰি তাতে বহ—"

দুয়ো বহিল।

"আগে আমাৰ গাঁৱত দেখা নাই যেন লাগিছে। তহঁত ক'ৰপৰা আহিছ ?"

লুকুৱাবৰ উপাৰ নাই যেন দেখি জাকৰে ক'লে, "সোণাপাৰা গাঁৱৰপৰা আহিছোঁ।"

"সোণাপাৰা! বহুত দূৰ দেখোন। কেনেকৈ আহিলি ? খোজ কাঢ়ি ? যাব ক'লৈ ?

হঠাৎ বিশেষ নেভাবি বাবৰে ক'লে, "আচামলৈ।"

জাকৰে বাবৰৰ মুখলৈ চালে। সেই মুহূৰ্ত্তত তাৰ মনত লাগিল যে সঁচাকৈয়ে সিহঁত অসময়লৈ বাৰলৈ আহিছে।

"আচামলৈ যাবি? কেনেকৈ যাবি? বাট চিনি পাৱ?" মানুহজনে সুধিলে, বহাৰপৰা উঠিল, সাজি থকা পল'টো চোতাললৈ উলিয়াই থলে, তাৰপাছত কাৰোবাক চিঞঁৰি মাতিলে, "গফুৰ—হে'ৰ গফুৰ, ল'ৰা দুটা আহিছে, চাহ জলপান দে।"

বাবৰহঁতৰ বহুত ভাগৰ কমি যোৱা যেন লাগিল।

মানুহজন আহি বহিলহি, ভিতৰৰপৰা মানুহ এটাই হোকা চিলিমত ধঁপাত লগাই আনি দিলে। হোকাত মুখ দি মানুহজনে ক'লে, "চিন্তা কৰিব নেলাগে। জলপান ভাত খাই ল। তাৰ পাছত য'লৈ যাব গৈ থাকিবি, কি নাম তহঁত দুটাৰ?"

বাতি বীৰৰ কৰি অহা বাবৰ আৰু জাকৰৰ এতিয়া এই শকত আৱত মানুহজনৰ সন্মুখত নিজকে দুটা তেনেই সৰু ল'ৰা যেন লাগিল।

সিহঁতে নিজৰ নাম ক'লে, মানুহজনে সিহঁতৰ নামত বৰ গুৰুত্ব দিয়া যেন নেলাগিল, যেন সুধিব লাগে কাৰণেই সুধিলে।

"তহঁত খোজ কাঢ়ি ভাগৰি জুগৰি আহিছ। গৈ থাকিলেই একেদিনে আচাম নেপাবগৈ। আগে কেতিয়াবা গৈছনেকি? তাত কোনোবা আপোন চিনাকি মানুহ আছে নেকি? বাৰু, এতিয়া চা-জলপান খা, ভাগৰ মাৰ। গফুৰ—"

মানুহজনে উত্তৰলৈ বাট নেচাই কথাবোৰ একাষৰপৰা কৈ গৈছিল। সিহঁত দুটাই মানুহজনৰ মুখলৈ চাই আছিল। তেওঁৰ চিনাকিটো পোৱা হ'লে সিহঁত আশ্বস্ত হ'ব পাৰিলেহেঁতেন।

গফুৰে সিহঁতক মুখহাত ধুবলৈ বদনাত পানী দিলে। ভাগৰে সিহঁতক হেঁচি ধৰিছিল। তথাপি সিহঁত উঠিল আৰু বদনা লৈ চোতাললৈ ওলাই গ'ল।

চিৰা দৈ আৰু গুৰেৰে সিহঁতে পেট ভৰাই জলপান খালে। একোবাটিকৈ চাহপানীও খালে। মানুহজনে সিহঁতলৈ হোকা আগ

বঢ়াইছিল। তেওঁৰ প্ৰতি সন্মান জনায়ে সিহঁতে নোখোৱাকৈ থাকিল।

মানুহজন ভিতৰলৈ গ'ল, গফুৰে বাটি বাচন সামৰি ভিতৰলৈ নিবলৈ ধৰোঁতে বাবৰে সুধিলে, "গফুৰ ছাহা, এখেতৰ নাম কি?"

গফুৰ আচৰিত হোৱা দি হ'ল, এখেতৰ নামো নেজানেনে? সি সিহঁতৰ মুখলৈ ভালকৈ চাই লৈ ক'লে, "চাৰা বাংলা মুলুকত ওচমান আলি চিক্‌দাৰ দেৱানীৰ নাম কোনো নেজানে। এইকালে ছুনীয়াৰ যত জমীদাৰ হাকিম আছে, ইয়াতেই তো থাকি খাই যায়।"

জাফৰে ক'লে, "তেখেতৰ নাম আমি নেজানিম কেলেই? মানুহজনহে চিনি নেপাইছিলোঁ, আমি ঠিকেই আহিছোঁ, নহয়?" সি বাবৰৰ মুখলৈ চালে।

বাবৰে অনুভৱ কৰিলে যে জাফৰ তাতকৈ টেঙৰ। সি তাৰ নিচিনাকৈ থিতাতে কথা সাজিব নেজানে।

গফুৰে সিহঁত দুটাক চোতালৰ একাষে থকা এটা বাহিৰা ঘৰলৈ লৈ গ'ল। তাত এখন পালেং আৰু অখন তক্তাপোছত ভালকৈ বিচনা পৰা আছিল। তালৈ দেখুৱাই গফুৰে ক'লে' "তহঁত ইয়াতে কাটি হ। ভাত হ'লে মই মাতিম। হোকা আনিম নেকি?"

দুয়ো দুখন বিচনাত বহিল।

বাবৰে ক'লে, "গফুৰ ছাহা, ইয়াৰপৰা কোনোবা মানুহ আচামলৈ গৈছনে, ক'ব পাৰানে?"

"মানুহতো গৈয়ে আছে। আমাৰ গাঁৱৰে আজিম, তৰিকত, ফাইজহঁত গৈছে। আৰু বহুতেই যাবলৈ ওলাই আছে। তাৰ চৰকাৰে বোলে আমাৰ মানুহক মাটি দিছে, আমাৰ চৰকাৰে যাব খোজা বিলাকক যাবলৈ কৈছে। তহঁতো যাব খুজিছনেকি?"

"আমি আচামলৈ যাবলৈকে ওলাই আহিছোঁ। লগ বিচাৰিছোঁ—"

এইবাৰ নিশ্চয়তা দি বাবৰে ক'লে।

"এইফালৰ যিয়েই আচামলৈ নেযাওক কিয় আমাৰ চিক্দাৰ চাহেবক মাত নলগোৱা কৈ কেতিয়াও নেযায়। আজিকালিতে কোনোবা যাবনে নেযায় ক'ব নোৱাৰোঁ, কিন্তু দলে দলে মানুহ নিতৌ গৈয়ে আছে। তহঁত যাবলৈকে ওলাই আহিছ নেকি ?"

"এৰা, লগভাগ হ'লে আমি আজিয়ে যাম বুলি ভাবিছোঁ।" জাফৰে ক'লে।

"মই বাৰু খবৰ কৰোঁ, আমাৰ চাহাবকো তহঁতে সুধিবি। তেওঁ সুবিধা কৰি দিব।"

গফুৰ গ'লত সিহঁত দুটাই বিচনাত শুই শুই আলচ কৰিলে :

"সঁচাকৈয়ে আমি আচামলৈকে যাওঁগৈ ব'ল।" জাফৰে ক'লে।

"কিহৰ সঁচামিছা, যাবই লাগিব। ইয়াত থাকি জনীদাৰৰ মাৰ খাই মৰিবলৈ ওলাইছনে ? লগ পাওঁ বা নেপাওঁ মই কিন্তু যামেই—" বাবৰে দৃঢ়ভাৱে ক'লে।

"আমাৰ লগত যে কাপোৰকানি, টকা পইচা একো নাই ?"

"ক'ৰপৰা হ'ব ? টকা পইচা নেলাগে। কাপোৰকানি যি পিন্ধি আহিছোঁ সেয়ে হ'ব। আৰু কোনোবাই যদি আমাক লগুৱা কৰি লৈ যায় তেতিয়াহ'লে আমাৰ একো চিন্তা কৰিব নেলাগে।"

"আচাম কিজানি বহুত দূৰ, নহ'লে খোজ কাঢ়িয়ে গলোঁহেঁতেন।"

কথা পাতি পাতি দুয়োটা টোপনি গ'ল। টোপনি খতি আৰু ভাগৰে সিহঁতক অৱশ কৰি পেলাইছিল।

ভাত খাবলৈ মাতিবলৈ আহি গফুৰে দেখিলে সিহঁত দুটা দুৰ্ঘোৰ টোপনিত লালকাল। সি সিহঁতক নজগালে।

সিহঁতৰ কথা গফুৰে দেৱানীক কলে।

দেৱানীয়ে কলে, "কাইলৈকেতো ভালেমান মানুহ আচামলৈ যোৱাৰ কথা আছে। আজি সিহঁতক ইয়াতে থাকিবলৈ ক, কাইলৈ মই অন্য মানুহৰ লগ লগাই দিম। তিনি চাৰি খন গাঁৱৰ পৰা

কেবাটাও পৰিয়ালৰ মানুহ একেলগ লাগি যাব। সিহঁতৰ লগতে ইহঁতহালো যাব পাৰিব।"

"সিহঁতৰ হাতত টকাপইচা একো নাই যেন পাইছো।"

"ঘৰৰপৰা পলাই আহিছে চাগৈ—ক'ৰ টকা পইচা থাকিব? বাৰু, আজি ৰাতিটো থাকিবলৈ ক'ৰি। কাইলৈ মই এটা দিহা কৰিম।"

বাবৰহঁতৰ যেতিয়া টোপনি ভাগে তেতিয়া প্ৰায় গধূলিয়েই হৈ আহিছে, সাৰ পাই চকু মোহাৰি প্ৰথমতে সিহঁত ক'ত আছে বুজিবই পৰা নাছিল, গফুৰক দেখিহে সিহঁত প্ৰকৃতিস্থ হ'ল।

"আমি ইমান টোপনি গ'লো, আমাক জগাই নিদিলা কিয়, গফুৰ ছাহা?" সিহঁতে সুধিলে।

"গধূলিয়েই হ'ল, এতিয়া জানো তহঁতে ভাত খাবি, কিবা চাহ জলপানকৈ দিওঁনে?"

"কিন্তু আমি যাব লাগিছিল নহয়—"অলপ বিমোৰত পৰাৰ ধৰণে বাবৰে ক'লে।

"সকলো হ'ব, মই দেৱানী চাহেবক কৈছো। কাইলৈও ক'ৰবাৰ ক'ৰবাৰ মানুহ আচামলৈ যোৱাৰ কথা আছে বোলে। তহঁতৰ যোৱাৰ দিহা কৰি দিম বুলি কৈছে। একো চিন্তা কৰিব নেলাগে। আজি ইয়াতে ৰাতিটো পৰি থাক। ক'লৈকো গুচি নেযাবি।" কৈ গফুৰ জলপান আনিবলৈ গ'ল। বাবৰ আৰু জাফৰে মনে মনে নিজৰ সৌভাগ্যক ধন্যবাদ দিলে। অভাৱনীয় ভাৱে আহি এনেকুৱা এটা অনুকুল পৰিস্থিতিত পৰিবহি বুলি সিহঁতে কল্পনাও কৰিব পৰা নাছিল।

কিন্তু ৰাতি ভাতপানী খাই শুবলৈ লৈ সিহঁতৰ বেয়া লাগিল। নিজৰ গাঁও এৰি নিজৰ দেশ এৰি, দুৰণিৰ আচামলৈ পলাই যাবলৈ লোৱা কথাটোৰ পৰিণাম যে কি হ'ব পাৰে, সিহঁতে ভাবি নিশ্চয় কৰিব নোৱাৰিলে। এইয়া যোৱা চিৰদিনৰ কাৰণে যোৱা নহয়তো? কিন্তু গাঁৱলৈ ঘুৰি আহিলেবা সিহঁত ৰক্ষা পৰিব কেনেকৈ? জমিদাৰ

থাকিব, জমিদাৰী থাকিব, সিহঁতে লগোৱা অপৰাধ সিহঁত সক ল'ৰা বুলি ক্ষমা কৰি দিব জানো ?

ওচমান চিক্‌দাৰে ভাৰসা দি ক'লে, "মন কমজোৰ নকৰিবি। তহঁত গাৰে খাটিবপৰা ল'ৰা। তাত গৈ কাৰোবাৰ খেতিপথাৰত কামত লাগি দিবি। পিছে পৰে নিজৰ মাটি বাৰী লৈ চলিবি।"

অন্য যিবোৰ মানুহ আচামলৈ যাবলৈ ওলাইছে, সকলোৱে ধীৰে সুস্থে আপোন পৰিয়ালক মাত লগাই বিদায় লৈ যাব, মাত্র সিহঁত দুটাহে পলৰীয়া। সিহঁত পলাই আহিছে, সিহঁত ক'লৈ যাবলৈ আহিছে—মাক বাপেক আপোন পৰিয়াল কোনেও ক'ব নোৱাৰে।

সিহঁত কাৰ লগত গৈ ক'ত উঠিবগৈ সেই কথাও এতিয়ালৈকে থিৰাং হোৱা নাই। আচামত বা কি হয়গৈ, কিমান দিন থাকিবলগীয়া হয়, নে ঘুৰিয়ে আহিবলগীয়া হয়, সেই কথাও কোনেও ক'ব নোৱাৰে। ৰোগব্যাধি, বিপদ আপদ হ'লে কোনেইবা ভু ল'ব—নানা দুঃচিন্তাৰে সিহঁতৰ মন ভৰি উঠিল।

জাফৰতকৈ বাবৰৰ মন অধিক শক্তিশালী আছিল। সি ক'লে, "তোৰ যদি যাবৰ মন যোৱা নাই, তই থাক, নেলাগে যাব। মই কিন্তু যি আহিলোঁ, যামেই। জমীদাৰ মুছলমান হ'লে কি হ'ব, আমাক কম অত্যাচাৰ কৰে নেকি ? মাছ এটা দুই আঙুল চুটি হ'লেও মানুহক গৰু মৰিউৱা দি মৰিয়ায়। আমাৰ বাইভনীৰ মান ইজ্জত নষ্ট কৰিবলৈ সিহঁতে ভয় লাজ একো নকৰে, ইহঁতৰ লগত মানুহ থাকেনে ? আচামৰ জংগলত বাঘে খায় যদিও খাওক, মই যামেই।"

জাফৰে ক'লে, মই জানো নেযাম বুলিছোঁ ? পিছে আৰু গাঁৱৰ মানুহ দুজুহ সকলোকে এৰি যাম, অলপ বেয়া লাগিছে অ'।"

"এতিয়া আমি যাওঁ বুজিছ। পাছত আহি তই চকিকাক লৈ যাবিহি—একদম নিকাহ কৰি—" জাফৰে খুক্‌খুকাই হাঁহিলে।

"আৰু তইতো মৰীয়মক লগতে লৈয়ে যাব পাৰিলিহেঁতেন এইবাৰতে।" আৰু কিছু অদৰকাৰী কথাবতৰা পাতি দুয়ো শুই থাকিল।

## আঠ

মানুহ সৰহ নহয়, দুখন গাঁৱৰ ৯টা মানুহ। এটা পৰিয়ালৰ তিনিটা—মাক বাপেক আৰু এজনী ছোৱালী, সিহঁতৰ সৰু ডাঙৰ তিনিখন ভাৰত ঘৰৰ বয়বস্তু লামলাকটু সকলো বান্ধি কান্ধত লৈছে। মাক আৰু ছোৱালীজনীৰ গাইপতি একোটাকৈ কাপোৰকানিৰ টোপোলা, সেইটো পৰিয়াল গোটেই উঠি আহিছে—দা কটাৰী কোৰ আনকি কাচি পৰ্য্যন্ত লৈ।

বাকী ছটা একেখন গাঁৱৰে বেলেগ বেলেগ মানুহ। তিনিটা আদহীয়া, দুটা ডেকা আৰু এটা আঠ ন বছৰীয়া ল'ৰা। ইটো সিটোৰ আৰু সিটো ইটোৰ আশ্ৰয়।

ৰাতিপুৱা জা-জলপান খাই সিহঁত আহি ওচমান দেৱানীৰ চোতালত জমা হ'লহি। লগত বিদায় দিবলৈ অহা দুটামান।

"বাটত খাবলৈ চিৰা মুড়ি কিবা লগত লৈছনে নাই ?" দেৱানীয়ে সুধিলে।

"চাউল ডাইল আলু পিঁয়াজো লৈছোঁ। ক'ৰবাত ভাত ৰান্ধি খাব লাগিবতো।"

"ওঁ, ভাল কৰিছ, মুঠ বান্ধি যাবি, মুঠ বান্ধি থাকিবি। আচামত আমাৰ 'দেশৰ' মানুহ ঢে'ৰ লগ পাবি। তাৰ অন্য মানুহবিলাকো বৰ ভাল বুলি শুনিছোঁ। মিলিজুলি থাকিবি। দন কাজিয়া নকৰিবি। আল্লাক মনত ৰাখিবি। গোটেই দুনীয়া আল্লাৰ দুনীয়া। আল্লা লগত থাকিলে, তহঁতৰ একোলৈকে ভয় কৰিবলগীয়া নহয়—"

বক্তৃতা দিয়াৰ ধৰণে ওচমান দেৱানীয়ে ক'লে।

বাবৰহঁত তেতিয়াও ভিতৰত সোমাই আছিল। সিহঁতে বুজিলে ওচমান দেৱানীয়েই এই অঞ্চলৰ মাতব্বৰ, নেতা, চৰ্দাৰ। সিহঁতৰেই কপাল ভাল যে সিহঁত ইয়ালৈ আহি তেওঁৰ ঘৰতে ওলালহি।

ওচমানে আকৌ ক'লে, "তহঁত কেইটা হ'লি ? ন'টা। আৰু দুটা তহঁতৰ লগত দিছোঁ। তহঁতৰ ভাৰ চাৰবোৰ সলোৱা সলোৱিকৈ গৈ থাকিব পাৰিবি। সিহঁতক তহঁতৰ লগতে লৈ যাবি। ভাতপানী খুৱাবি। আৰু অকলে ক'ৰবাত এৰি নেযাবি। য'লৈকে যাৱ লগত লৈ যাবি। জাফৰ—"

বাবৰহঁত ভিতৰৰপৰা ওলাই আহিল। আটায়ে সিহঁতৰ ফালে চালে, সিহঁত দুটাক দুটা ডেকাল'ৰা যেনেই লাগিল, যদিও সিহঁতৰ দেখ নেদেখকৈ গোঁফ ঠুটিয়াইছেহে। কিন্তু দুয়োটা ল'ৰা পাহুৱাল, স্বাস্থ্যৱান।

পৰিয়ালৰ আদহীয়া মুৰব্বীজনৰ বাহিৰে বাকী সকলোৱে ওচমান দেৱানীৰ ভৰি ছুই তছলিম কৰিলে, দেৱানীৰ ঘৰৰ দুজনীমান মাইকী মানুহেও দুৱাৰ খিৰিকীয়েদি ভুমুকিয়াই চালে।

গফুৰে এটা মোনাত কিবাকিবি খোৱাবস্তু ভৰাই বাবৰৰ হাতত দিলে আৰু ক'লে, "বাটত খাবলৈ দিছোঁ।" পিন্ধি থকা কাপোৰকেটাৰ বাহিৰে সিহঁতৰ হাতত একো নথকাত সিহঁতৰ নিজকে বৰ নিঃস্ব যেন লাগিছিল। টোপোলাটো পাই বাবৰে ভাল পালে।

অলপ আগবাঢ়ি গৈ জাফৰে বয়সস্থ মানুহজনৰ ভাৰখন নিজৰ কান্ধত তুলি ল'লে—"মই নিম দিয়া।"

সকলোৱে ভাল পালে। লাহে লাহে আটাইকেটা মানুহ ওচমান দেৱানীৰ চোতালৰ পৰা বাহিৰ ওলাই আহি পদুলিমুখ পালেহি।

তেনেতে গফুৰ আকৌ আহিল। আৰু জাফৰক এটকা, বাবৰক এটকা কপ দি ক'লে, "চাহেবে দিছে। এনেই খৰচ নকৰিবি। বিপদে আপদে খৰচ কৰিবি।"

ছুয়োটাই ঘুৰি দেৱানীৰ ঘৰৰ কালে চালে। কিন্তু এচমান তেতিয়া তাত নাই, ভিতৰ সোমাই গৈছে। এনেয়ে এই হঠাৎ চিনাকি হোৱা মানুহজনৰ প্ৰতি কৃতজ্ঞতাত সিহঁতৰ মন ভৰি উঠিল। কিন্তু প্ৰকাশ কৰাৰ সুযোগ সিহঁতে নেপালে।

মুঠতে এঘাটো মানুহ—ল'ৰাই ছোৱালীয়ে ধৰি।

ফাগুন-শেষৰ বতাহ-মিহলি ৰ'দ।

গাঁৱলীয়া আলিবাট ধূলিৰে ভৰা। চাৰিওফালে এখন চিনাকি গাঁৱৰ আকৰ্ষণ—এইখন গাঁৱে, এইখন 'দেশে' উদাৰ মৰম দিব পাৰে, আহাৰ দিব নোৱাৰে। আশ্ৰয় দিব পাৰে, জীয়াই থকাৰ নিশ্চিত সম্বল দিব নোৱাৰে।

খেতিৰ মাটি আছে, কিন্তু সেই মাটিৰ গৰাকী সিহঁত নহয়, মাটিৰ মালিক নাৱাব জমীদাৰ দেৱানী জোতদাৰ। এই ব্যৱস্থা চলি আহিছে, চলি থাকিব। লোকৰ যি মাটিত সিহঁতে খেতি কৰে সেই মাটি কোনো দিন সিহঁতৰ নিজৰ নহয়। মাটিৰ ওপৰত কিয়, আনকি মাটিত সিহঁতেই উৎপাদন কৰা ফচলৰ ওপৰতো সিহঁতৰ কোনো অধিকাৰ বা দাবী নেখাটে।

তদুপৰি আছে প্ৰতি বাৰিষাতে অহা সৰ্বনাশী সৰ্বগ্ৰাসী বান। এই বানে সিহঁতৰ খেতি উটাই নিয়ে, গৰু ম'হ উটাই নিয়ে, ল'ৰা ছোৱালী উটাই নিয়ে, ঘৰবাৰী উটাই নিয়ে। তাৰ উপৰি আছে ধুমুহা কালবৈশাখী বৰদৈচিলা। নৈৰ বানে যি এৰি থৈ যায় ধুমুহাই তাকো চাহিমুহি শেষ কৰি থৈ যায়। মানুহ মৰে, গৰু ছাগলী মৰে, ঘৰবাৰী ধূলিস্যাত হয়। সিহঁতে বাকী থকা লামলাকটু লৈ, গৰু ছাগলী ল'ৰা ছোৱালী লৈ গছৰ তলত আশ্ৰয় লয়।

তাৰ উপৰি আছে হাইজা ডিছেণ্ট্ৰি মেলেৰিয়া ক'লাজ্বৰ যক্ষ্মা সন্নিপাত—একোটা পৰিয়াল একোখন গাঁও নিশ্চিহ্ন কৰি দিয়ে।

সিহঁত পুহ মাঘৰ জাৰত কঁপে, ফটা কেথাই উম ৰাখিব নোৱাৰে।

সিহঁত জ্বৰত কঁপে, বেজৰ বড়ি আৰু মৌলবীৰ তাবিজে জ্বৰ নেকৰায়। সিহঁত ভোকত কঁপে, চেঁচা পানীয়ে, ভীমকল, বনৰীয়া কচুৱে সিহঁতৰ পেটৰ হুতাশনীয়া ভোক মাৰ নিনিয়ায়।

সিহঁতে অভিযোগ কৰিবও নেজানে। সিহঁতৰ দুৰ্দশা দাৰিদ্ৰ্যৰ কাৰণে সিহঁতে কপালক জগৰীয়া কৰে। সকলো আল্লাৰ ইচ্ছা, খোদাৰ হুকুম। ইয়াত অসন্তুষ্ট হ'লে আল্লা নাৰাজ হ'ব, গুণাহ হ'ব।

দাৰিদ্ৰ্যৰ বোজা সিহঁতে পিতৃপুৰুষৰপৰা উত্তৰাধিকাৰ সূত্ৰে পায়।

তথাপি সিহঁতে বৰ্ণনাতীত কায়িক কষ্ট কৰি জীয়াই থকাৰ সংগ্ৰাম কৰি যায়। যি কপালত সিহঁতৰ দুখ লেখা আছে সেই কপালৰ পৰাই ঘাম মাটিত পেলাই সিহঁতে মাটিৰ বুকুত জীৱনৰ গান লেখাৰ সংগ্ৰাম কৰে, হাৰে, কিন্তু পৰাজয় নেমানে।······

কিছুদূৰ সিহঁত মনে মনেই একো কথাবতৰা নোকোৱাকৈ গৈ আছিল। মাজে মাজে ইটোৱে সিটোৰ মুখলৈ চাইছিল। ইটোৰপৰা লৈ সিটোৱে হোকা খাইছিল, কিন্তু খোজ কঢ়া বন্ধ কৰা নাছিল।

সিহঁত গৈ আছিল।

ছোৱালীজনীৰ টোপোলাটো ডাঙৰ নহয় যদিও, বোধহয় গধুৰ আছিল, তাত চাউল আছিল হ'ব পায়।

এবাৰ ছোৱালীজনীয়ে সমজুৱাতে ক'লে, "মোৰ টোপোলাটো কোনোবাই অলপ ধৰিবিনে, বৰ গধুৰ পাইছোঁ।"

"পাৰিবি ব'ল—" ডেকা এটাই ক'লে।

বাবৰৰ হাতত সৰু টোপোলাটোহে আছিল। সি ছোৱালীজনীৰ কাষ চাপি গ'ল আৰু হাত মেলি ক'লে, "মোক দে, এইটো টোপোলা তেনেই পাতল।"

অলপ বৈ ছোৱালীজনীয়ে তাৰ মুখলৈ চালে। সিও ছোৱালী-জনীৰ মুখলৈ চালে। গধুৰ টোপোলাটো একেথৰে কঢ়িয়াই তাই ঘামি গৈছে। মিঠা বৰণীয়া ছোৱালীজনী ৰঙা পৰিছে।

সি নিজেই টেপোলাটো হাতলৈ ল'লে। টেপোলাটো যথেষ্ট গধুৰ। তাত কি আছে সি নুসুধিলে।

"তোমাৰ টেপোলাটো মোক দিয়া—" ছোৱালীজনীয়ে ক'লে।

"নেলাগে, মষে পাৰিম।" সি ক'লে।

ছোৱালীজনীয়ে আকৌ এবাৰ তাৰ মুখলৈ চালে। তাৰ পাছত খোজ ল'লে।

জাফৰে সুধিলে, "আমি এতিয়া ক'লৈ গৈছোঁ ?"

"ৰেল ষ্টেচনলৈ।"

"কিমান দূৰ ?"

"আৰু সাত মাইলমান আছে।" ডেকাটোৱে ক'লে।

"ৰেল কেতিয়া যাব ?" জাফৰে সুধিলে।

"গধূলি চাৰে ছয় বজাত।"

বাবৰে ক'লে, "চাৰে ছয় বজাত ৰেল যদি এতিয়া বাৰই বজা নাই। আৰু সাত বা আঠ মাইল যাবলৈ খুব বেছি তিনিঘণ্টা লাগিব। আমি সোনকালে আহিলোঁ।"

বয়সস্থজনৰ নাম আছিল জালাল। সি ক'লে, "সোনকালে দিনে পোহৰে যোৱাই ভাল। ইহঁতে ৰেলত উঠাহে নেলাগে ৰেল দেখাই নাই।"

"আচামলৈ ভাড়া বা কিমান ?" জাফৰে সুধিলে। তাৰ চোলাৰ জেপত টকাটো আছিল।

"আমিও নেজানো। চাৰি পাঁচ টকাৰ কম নহ'ব।" জীয়াউৰ নামৰ ডেকাটোৱে ক'লে।

"আমি আটাইখিনি বাট ৰেলেৰে নেযাওঁ। আচাম পাই ল'লে তাৰ পাছত খোজ কাঢ়ি যাম।"

বাবৰৰ চিন্তা হ'ল। আচামলৈ যদি চাৰি পাঁচ টকা ভাড়া হয় তাৰ হাতত মাত্ৰ টকাটো আছে। বাটতে যদি নমাই দিয়ে ?

জাফৰে কথাটো কৈয়ে দিলে "আমাৰ হাতত টকা মুঠেই এটাকৈহে আছে। তাৰেনো কিমান দূৰ যাব পাৰিম ?"

"বাৰু আগে ইষ্টেচন পাই লওঁচোন ব'ল। ভাতপানী সিজাই মেলি খাই লৈ তাৰ পাছত কিটা এটা কৰিম। গাৰ্ড বা ড্ৰাইভাৰক অলপ খাটনি ধৰিলে কম পইচাতে নিব। আৰু আমাৰ যে টকা পইচা নাই কোনেনো নেজানে ?

জাফৰহঁতে মনত বল পোৱা যেন পালে।

বাটৰ কাষৰ এজোপা বিয়াগোম আঁহত গছৰ তলতে সিহঁত আটাইকেটা বহিল। খোজ কাঢ়ি সিহঁতৰ ভাগৰ লাগিছিল, ৰেললৈও বহুত সময় আছে। অকণমান জিৰাই ল'লে ভাল লাগিব।

মাক জীয়েক অলপ আঁতৰি বহিল, বাকী কেটা এচৰাই চৰিকৈ মুখামুখিকৈ বহিল। এতিয়াহে সিহঁতে ইটোৱে সিটোৰ, সিটোৱে ইটোৰ মুখলৈ ভালকৈ চালে। ইতিমধ্যে কথা বতৰাৰপৰা বুজা গ'ল যে জালালৰ পৰিয়ালটোৰ লগত লগৰ কেটাৰ কম বেছি চিনাকি আছে, যদিও, আটাইকেটা একেখন গাঁৱৰ নহয়। আত্মীয়তা হয়তো নাই, কিন্তু আচামলৈ একেলগে অহা সম্পৰ্কে আলচবিলচ কৰোঁতে চাগৈ চা-চিনাকি হৈছে !

চকু সোমোৱা গালৰ হাড় ওলোৱা, লিংলিঙীয়া দাঢ়ি গোঁফেৰে ডেকাটোৰ নাম বজলু। তাৰ চকু দুটা টেলেকা, ওঁঠ কেটা সৰু সৰু, মানুহটো খীণ, বয়স ত্ৰিছৰ ওচৰা উচৰি।

দলটোৰ ভিতৰত সিয়েইহে আগতে আচামলৈ গৈছে। আৰু সিয়েই এইখিনি একেবাৰে মাটি ভেটি নোহোৱা, অতি দুখীয়া মানুহক আচামলৈ আনিছে।

দলটোৰ ভিতৰত তাৰ গুৰুত্ব নিশ্চয় আছে। আৰু আচামত মাটি লৈ খেতি কৰিছে যেতিয়া তাৰ হাতত টকাও নিশ্চয় থাকিব।

সকলোকে নিৰ্ভয় দিয়াৰ ধৰণে সি ক'লে, "তহঁতে একো চিন্তা

কৰিব নেলাগে। মই সকলো ঠিক কৰিম। প্ৰথমতে তইঁত চব মোৰ তালৈ ব'ল, তাৰ পাছত যি হয় দেখা যাব।"

আচামতো গৈ কোনোবা এঠাইত নিজৰ মানুহৰ মাজত ৰ'বগৈ পাৰিব বুলি জানিব পাৰি জাফৰ বাবৰহঁতৰ ভাল লাগিল। সিহঁতে মনে মনে ঠিক কৰিলে, এই মানুহটোৰ কাৰণে কিবা কৰি দিব লাগিলেও আমি কৰি দিম। সি মাথোন আমাক আচামলৈ লৈ গ'লেই হ'ল।

লগে লগে বাবৰৰ মনত খেলালে ঃ ইহঁতেও বাৰু কোনেবা জমীদাৰৰ ল'ৰাক মাৰপিট কৰি আহিছে নেকি? ইহঁতৰ বা জমীদাৰ কোন?

কিন্তু কথাটো সি নুসুধিলে।

সিহঁতে নিজৰ 'দেশ' আৰু 'আচাম দেশৰ' বিষয়ে কিবাকিবি কথা পাতিছিল, সেই প্ৰসংগতে নিজৰ 'দেশৰ' জমীদাৰৰ কথা ওলাল।

জালালহঁত সৌভাগ্যপুৰ জমিদাৰীৰ প্ৰজা, বিৰাট জমীদাৰী। মহকুমাটোৰ চাৰিভাগৰ এভাগ জুৰি আছে। বৰ্তমানৰ জমীদাৰ হৈছে মহাৰাজ বীৰেন্দ্ৰ বিজয়ানন্দ ৰায়। বৰ সুন্দৰ মানুহ—হাতী আছে ঘোঁৰা আছে, আনকি বিলাতী মটৰ গাড়ীও আছে ঢাকা কলিকতা দাৰ্জিলিং বেনাৰছত প্ৰকাণ্ড প্ৰকাণ্ড ৰাজপ্ৰাসাদ আছে। সাতজন পুতেকৰ পাঁচজনেই ইংলেণ্ড, ফ্ৰান্স, জাৰ্মানি আৰু সেইফালেই ক'ৰবা ক'ৰবাত আছে। দুজনমানে তাৰে মেম ছোৱালী বিয়াও কৰাইছে।

জমীদাৰৰ শৌৰ্য্য-বীৰ্য্য বৰ্ণনাত জালাল তন্ময় হৈ পৰিছিল।

জাফৰে সুধিলে, "তেনেহলেনো তোমালোক সৌভাগ্যপুৰ এৰি আচাম দেশলৈ কেলেই গুচি আহিছা?"

"গুচি নাহি কি কৰিম, আমি বৰ গৰীব। চৌধ্য পুৰুষত কোনোৱে এক বিঘা মাটিও ঘটিব নোৱাৰিলে। মাটি নেথাকিলে খেতিয়ক মানুহৰ জিন্দেগীৰ কি মূল্য আছে? আচামত মাটি এনেই পৰি

আছে, কাটিকুৰি উলিয়াই ল'লেই হয়। ইয়াত তো মৰিলে কবৰ লৰলৈকো মাটি চাৰি হাত নাই।

বুঢ়ীয়ে হোকাটো এটাৰপৰা নিজ হাতলৈ নি মন্তব্য দিয়াৰ ধৰণে ক'লে, "এইচব কথা এনেকৈ নেপায় ক'ব। সকলো নচীবৰ কথা। আল্লাই কাৰোবাক জমীদাৰ কৰিছে, কাৰোবাক ৰায়ত কৰিছে। হওঁ বুলি ভাবিলেই ৰায়ত কেতিয়াবা জমীদাৰ হ'ব পাৰেনেকি ?"

ৰজলুৱে গোজোৰা মাৰি কোৱাদি ক'লে, "আল্লাই মাটি অকল জমীদাৰৰ কাৰণেই বনোৱা নাই আমাৰ কাৰণেও বনাইছে। এদিন চাবি আমাৰ নিচিনা চাষী খেতিয়কবো নিজৰ মাটি হ'ব। আচামত খেতিয়কৰো নিজা মাটি আছে।"

বাবৰৰো তেনেকুৱা কিবা কথা এটা ক'বৰ মন গৈছিল কিন্তু কেনেকৈ কি ক'ব সি ঠিক কৰিব নোৱাৰিলে। সি, আৰু আৰুৰ আচামত জমীদাৰ হ'বৰ কাৰণে অহা নাই, নিজৰ জমীদাৰীৰ জমীদাৰৰ পৰা ৰক্ষা পৰিবৰ কাৰণে ঘৰ গাঁও এৰি পলাইছে। পলাই সাৰিবলৈ ক'ৰবাত অকণ ঠাই পালেই সিহঁতৰ কাৰণে যথেষ্ট।

আকৌ, কাফিলাৰ যাত্ৰা আৰম্ভ হ'ল। সিহঁতে খৰখেদা কৰিলে, যেন সিহঁতৰ বহুত পলম হৈছে। সিহঁত সোনকালে ষ্টেচন নেপালেগৈ ৰেলে সিহঁতক এৰি থৈ যাব।

খোজকঢ়াত সিহঁত অভ্যস্ত। পথাৰত হাল বাওঁতে প্ৰতিদিনে কমেও দহ মাইল চপৰানিত, বোকাত খোজ কঢ়া হয়। গাত নেলাগে দিনটোৰ ভিতৰত কমেও চাৰিবাৰ কপাল বুকুৰেদি ঘাম বৈ নাহিলে সিহঁতৰ গাবোৰ বন্ধ বন্ধ লাগে, যেন তেজ চলাচল কৰা নাই।

কিন্তু নিজৰ 'দেশ' এৰি দূৰণিলৈ যাবলৈ অহাৰ কাৰণেই নেকি সিহঁতৰ গাবোৰ গধুৰ গধুৰ লাগিছিল। খোজ কাঢ়িবলৈ ভৰিবোৰৰ বল কমি যোৱা যেন লাগিছিল। কিন্তু ইটোৱে সিটোৰ আগত কোনো প্ৰকাৰৰ দুৰ্বলতা প্ৰকাশ নকৰিবৰ যত্ন কৰিছিল। সিহঁতে আনকি খুহুতীয়া কথা কৈ হাঁহিবৰ আৰু হঁহুৱাবৰো যত্ন কৰিছিল।

মনৰ কোনোবা এচুকত সিহঁতৰ কিছুমান হাঁহি থ প খাই জমা হৈ থাকে। কেতিয়াবা বাট পালে ওলাই আহে। তেতিয়া স্থান কালৰ কথা কাৰো মনত নেথাকে। হাঁহিব পাৰিলে দেহমনৰ ভাগৰ মৰে।

: জোনাক ৰাতি আছিল—ফৰিংফুটা জোনাক। মোজফ্ফৰে হঠাৎ আধা ৰাতিতে সাৰ পালে। সি বাহিৰলৈ ওলাই আহিল। পূবৰ আকাশৰ ফালে চাই ৰাতি পুউৱা যেন পালে। কাকো নজগাই আৰু কাকো একো নকৈ সি হোকাটোত চিলিমটো দিলে, আৰু দুহোপামান মাৰি এচৰিডাল লৈ, নাঙল যুঁৱলি কান্ধত লৈ গৰুহাল খেদাই পথাৰলৈ ওলাই গ'ল।

হাল বাই আছে, বাই আছে। বহুত পৰ হাল বালে, কিন্তু ৰাতি নুপুৱায়হে নুপুৱায়। সি ক'বই নোৱাৰে, যে সেইয়া বেলিৰ পোহৰ নহয়, জোনৰ পোহৰহে।

দুঘণ্টামানৰ মূৰত কুকুৰাই ডাক দিলে। তাৰ কিছু পৰৰ পাছত মছজিদত ফজৰৰ আজান দিলে। তাৰ কিছুপৰৰ পাছতহে বেলিৰ পোহৰ দেখা গ'ল।

মোজফ্ফৰৰ মনত তথাপি বৰ ৰং লাগিল—ৰাতি টোপনি খটি কৰি হ'লেও আজি সি বহুত মাটি চহালে।

সি গৰুহালৰ কান্ধৰপৰা যুঁৱলিখন নমাই থলে আৰু সিহঁতক চৰিবলৈ এৰি দিলে।

অজু কৰি সি ঘাঁহনিতে ফজৰৰ নামাজ পঢ়ি ল'লে। তাৰ পাছত সি গৰুহাল আকৌ চপাই আনিলে।

পিছে বেলিৰ পোহৰত ভালকৈ চকু মোহাৰি চাই সি দেখিলে এইখন তাৰ নিজা পথাৰ নহয়, টিকু মিয়াৰ। গোটেই ৰাতি তাৰ নিজৰ মাটি বুলি সি টিকু মিয়াৰ মাটিখন চহাই মৰিল!

ধেৎ তেৰি!

গৰুহালৰ ওপৰত তাৰ বৰ খং উঠিল—আৰে, মই জানিবা জোনৰ পোহৰত চিনিব নোৱাৰিলোঁ, তহঁতেও মোৰ নিজৰ মাটি বুলি টিকু মিয়াৰ

মাটিতে হাল বাহলৈ লগৌ, আৰে তইঁতহালে কি কোনখন কাৰ পথাৰ চিনি নেপাৰ? মই খেদালোঁ বুলিয়ে তইঁতহালে লোকৰ পথাৰতো হা না নকৰি নাঙল টানি গ'লি, তইঁতহাল একদম গৰু।

টিকু মিয়াৰ লগত আকৌ মোজফ্ফৰহঁতৰ দুৰ্যোৰ কাজিয়া আছিল।

কাহিনীটো শুনি আটায়ে কম বেছি আমোদ পালে। কিন্তু কোনোৱে বৰ বেছি হাঁহিব নোৱাৰিলে।

সিহঁতৰ ভাগৰ লাগিছিল।

ষ্টেচনলৈ সিহঁতে পথাৰৰ মাজৰ গোবাটেদি পোনাইছিল, যাতে সোনকালে পাবগৈ পাৰে।

তেতিয়াও কিন্তু বেললৈ বহুত সময় আছিল।

ক্ৰমে ষ্টেচন দেখা গ'ল।

সিহঁত আশ্বস্ত হ'ল।

ঝাও আৰু বিৰিঙানিৰ মাজেদি কিছু দূৰ আগ বাঢ়ি সিহঁতে এখন এৰা নৈৰ ডোবা পালে। তাৰ পাৰতে ভাৰভেটি নমালে আৰু ভাতপানী ৰন্ধাৰ দিহা কৰিলে। বাবৰ আৰু জাফৰ দুয়োটাই কিছু শুকান খৰি বুটলি আনিলে। বজলুৱে ক'লে, "মই গাটো ধুই লওঁ— বহুত ধূলিবালি লাগিছে। তইঁতেও কোনোবাই ধোৱ যদি ধুই ল'—"

বাবৰৰ গা ধুবৰ ইচ্ছা গৈছিল। কিন্তু সলাবলৈ কাপোৰ নাই। আৰু ইমানবোৰ মানুহৰ আগত নাঙঠ হৈ গা ধুবলৈকো সংকোচ লাগিল। মানুহকেটা, বিশেষকৈ মাইকী মানুহকেজনী নথকা হ'লে বৰ চিন্তাৰ কাৰণ নাছিল। টোপোলাত বান্ধি অনা আলু, বৰ বেঙেনা পুৰি, পিঁয়াজ কাটি লৈ ভাতত নিমখ ছটিয়াই লৈ আৰু প্ৰত্যেকেই দুটা সাতোটাকৈ কেঁচা জলকীয়া লৈ সিহঁতে বৰ তৃপ্তিৰে ভাত খালে। জলকীয়া ভাতত সানি বা চোবাই খাই গা জৰঘামে নেঘামিলে ভাতৰ সোৱাদেই নোলায়। তৰকাৰী ৰন্ধা হ'লে তাত বঙা হৈ যোৱাকৈ শুকান জলকীয়া দিলেহেঁতেন। কিন্তু মোছাকিকিত তৰকাৰী বনোৱাৰ

বিলাসিতা কৰিবৰ উপায় নাই। জালালৰ বন্ধা সকলোৱে শলাগিলে।

ভাত খাই উঠি বজলুৱে ক'লে, "মই অলপ আগতীয়াকৈ যাওঁ। তহঁত লাহেধীৰে আহি থাক। কোনো চিন্তা নকৰিবি। লগত মোনাই মোনাই ধন থকা মানুহ দেশ এৰি বিদেশলৈ নেযায়। ৰেলৰ বাবুচবেও সেই কথা বুজে। আৰু টিকেট বিচাৰিলে তহঁতে চৰকাৰে পঠিয়াইছে বুলি ক'ৰি, নমাই দিলে নামি সৰি পিছে টিটি গাড়ীৰপৰা নামি গ'লেই আকৌ উঠি লবি। চলি যোৱা ৰেলৰপৰা কাকো নমাই নিদিয়ে।

বজলুক সিহঁতৰ এটা ডাঙৰ নেতা যেন লাগিল।

ভাত খোৱা ঠাইতে সিহঁতে মগ্‌ৰিবৰ নামাজ পঢ়িলে, ভালে কুশলে আচাম পাবৰ কাৰণে হাত তুলি মুনাজাত কৰিলে, তাৰ পাছত টোপোলাটুপলি লৈ ৰেল ষ্টেচনলৈ খোজ দিলে।

ছোৱালীজনীয়ে আৰু মাইকী মানুহজনীয়ে যথেষ্ট ভয় খাইছিল, কিন্তু আনৰ আগত সেই ভয় প্ৰকাশ নকৰিবৰ চেষ্টা কৰিলে। বাবৰ আৰু জাফৰে কাকো নজোনাৱাকৈ, মাত নলগোৱাকৈ ঘৰ এৰি অহাৰ কথা পাহৰি গৈ আচামলৈ যোৱাৰ নতুন অভিজ্ঞতাৰ এটা আনন্দ লাভৰ যত্ন কৰিলে।

সন্ধিয়া লাগি ভাগিল।

আকাশত জোনাক আছেনে আন্ধাৰ আছে কোনোৱে মন কৰা নাছিল। ষ্টেচনত তিনিটা কেৰাচিনৰ বাতি জ্বলোৱা হৈছিল। তাৰে প্লেটফৰ্মখন অকণ অকণ পোহৰ হৈছিল। ষ্টেচনত মানুহ বৰ বেছি নাই—সকলো মিলি বিছ বাইছটামানহে হ'ব।

পশ্চিমৰ ফালে ৰেলৰ ইঞ্জিনৰ লাইটৰ পোহৰ দেখা গ'ল, এটা উত্তেজনা যাত্ৰীবিলাকৰ মাজত বিয়পি পৰিল। ৰেলৰ চিৰিৰ ওচৰলৈ যাতে কোনো নেযায় তাৰ কাৰণে চিয়ঁৰি চিয়ঁৰি কোনোৱাই সাৱধান কৰি দিলে। হাতত বগা মীলা কৰিবপৰা লণ্ঠনটো লৈ পইণ্টমেনটো

অলপ আগুৱাই গ'ল। টিকট মাষ্টৰে টিকেট টিকেট বুলি অলপ ডাঙৰকৈ চিয়ঁৰিলে। দুটামান মানুহে হেতাওপৰা কৰি টিকেট ল'লে।

বজলু আৰু জালাল বুঢ়াও টিকেট বেচা খিৰিকীৰ ফালে গ'ল। সিহঁতে টিকেট কিনিলেনে নাই, কিনিলে যদি কাৰ কাৰণে কেইটা কিনিলে বাবৰহঁতে ক'ব নোৱাৰিলে।

এটা উকি মাৰি ৰেলখন ষ্টেচন প্লেটফৰ্মলৈ সোমাই আহিল। ৰেলখন যথেষ্ট দীঘল, আঠোটা দীঘল দীঘল ডবা, ডবাবোৰত মানুহ ঠাহ খোৱা। দুই তিনিটামান মালৰ ডবাও আছিছে। বাবৰহঁতৰ ইঞ্জিনটো এবাৰ চাবৰ মন গৈছিল, কিন্তু সাহস নহ'ল।

"কি চাই আছ—উঠ—" জালাল বুঢ়াই টান মাতেৰে চিয়ঁৰিলে। সমুখত যিটো ডবা আছিল, তাতে ঠেলাহেঁচা কৰি আটাইকেটা উঠি পৰিল। ৰেলৰ ভিতৰত তেনেই কম পোহৰ দিয়া লাইট দুই তিনিটামান জ্বলি আছিল, তাৰে পোহৰত সিহঁতে বেঞ্চত ঠাই বিচাৰি ল'লে। দুই এজন যাত্ৰী অলপ চাপি বহিল। জালাল বুঢ়াই টোপোলা টাপলিখিনি বেঞ্চৰ তলত ভৰালে। কানমাৰি দুডাল ওপৰৰ বাৰ্থত তুলি থ'লে, বদ্‌নাটো বহাৰ কাষতে বেঞ্চত তুলি ল'লে। বাবৰ আৰু জাফৰে গাড়ীৰ ভিতৰ সোমাই লৈ বহিবলৈ ঠাই বিচাৰি ইফালে সিফালে চাওঁতেই পইণ্টমেনে নীলা লাইট দেখুৱালে, গাৰ্ডৰ সুহুৰি বাজিল, আৰু উকি এটা মাৰি ৰেলখন চলিবলৈ আৰম্ভ কৰিলে। প্ৰথম টান মৰা জোকাৰটোত বাবৰহঁত পৰোঁ পৰোঁ হৈ বৈ গ'ল।

ৰেলখন চলিবলৈ ধৰিলে। বাবৰহঁতেও ঠাই বিচাৰি ল'লে।

সিহঁত দুয়োটা খিৰিকীৰ কাষৰ বেঞ্চতখনতে বহিল। অলপ পৰ সিহঁতে গাড়ীৰ ভিতৰত অহা মানুহবোৰৰ মুখবোৰৰ ফালে চাই আছিছিল। তাৰ পাছত খোলা খিৰিকীৰে বাহিৰৰ ফালে চালে।

দূৰণিৰ আকাশত তৰা ওলাইছে। সেই তৰাবোৰক সিহঁতৰ

চিনাকি যেন লাগিল। আকাশখন গাঢ় নীলা—ক'লা যেনেই হৈ পৰিছে এতিয়া। একো ভালকৈ মনিব নোৱাৰি। ৰাতিৰ বুকুৰ এটা চিনাকি গোন্ধ সিহঁতৰ নাকত লাগিল। ৰেলৰ আলিৰ দুয়ো পাৰৰ বনজংগল আৰু পথাৰবোৰৰপৰা এই গোন্ধটো ওপঙি আহিছে।

বাবৰে চকু ডাঙৰকৈ মেলি বাহিৰৰ ফালে চাই আছিছিল।

আন্ধাৰৰ মাজেদি তাৰ মনটো তাৰ গাঁৱলৈ ঘুৰি গৈছিল।

গাঁওখন সি চকুৰ আগত দেখিছিল—

সেই বাট, সেই পথাৰ পুখুৰী, সেই গোহালি, চোতাল, ঘৰৰ ভিতৰৰ সেমেকা মজিয়া, ৰান্ধনিশালৰ কাঁহী বাটিৰ চকচকীয়া ৰঙৰ তিৰবিৰণি।

ৰেলখনৰ গতি খৰ হ'ল···

সিহঁত নিজৰ দেশৰপৰা ক্ৰমে আঁতৰি আহিল।

## ৯

দক্ষিণৰ আকাশৰ বুকত ক'ৰবাৰপৰা আহি মেঘবোৰ থূপ খাইছেহি। আকাশৰ নীলাই দূৰণিত—হাবিয়নিভৰাৰ সিপাৰে—মাটি চুইছেহি। গঙাচিলনি, শৰালি আৰু বনৰীয়া ৰাজহাঁহবোৰ অলসভাৱে শূন্যত উৰি ফুৰিছে। সিহঁতৰ পাখিৰ কঁপনিয়ে কোনো ৰাইৰুই সৃষ্টি কৰা নাই।

উত্তৰ আৰু পশ্চিম ফালে বহুত ঠাই জুৰি শিমলু আৰু মদাৰবোৰ ফুলিছে।

বিৰাট একোজোপা শিমলু গছত ডাল ভৰি ফুলা শিমলু ফুলবোৰে নীলা আকাশখনৰ আঁচলত ৰঙা কেঁচ বাছিছে।

বাবৰে এবাৰ চাৰিওফালে চালে।

ইমান অনাবাদী মুকলি মাটি পৰি আছে।

মেটেকাই ঢাকি ৰখা প্ৰকাণ্ড প্ৰকাণ্ড বিলবোৰ মাইলৰ পাছত মাইল জুৰি থকা বিৰিঙানিবোৰ, মাজে মাজে ঝাও আৰু কিবাকিবি গছ বন গজা বহুল চাপৰিবোৰ—এই বিস্তীৰ্ণ ভূমিখণ্ড এনেকৈ কত কালৰপৰা যে পৰি আছে!

অকলে আছে যদিও বাবৰৰ অকল যেন লগা নাই। তাৰ চাৰিওফালে যেন বহুত মানুহে কিবাকিবি সৰু সৰু কথা কৈ আছে। বিৰিঙানিৰ মাজৰপৰা, মেটেকানিৰপৰা, কাষৰৰ হাবিয়নিভৰাৰপৰা, আনকি মুকলি পথাৰ আৰু বালিচাপৰিৰপৰাও যেন কোনোবাই কিবা কৈছে—তাকে কৈছে। সি শুনিছে, কিন্তু বুজিব পৰা নাই—কিবা অৰ্থ থকা, কিন্তু অৰ্থ বুজিব নোৱৰা কথা।

এই ঠাইখনৰ বাৰু নাম কি ? কেনোবাই জানো এই ঠাইখনৰ কিবা নাম দিছে ? সিফালৰ গাঁওখনৰ নাম ৰূপাবৰি। তাৰ সিফালৰ খনৰ নাম—কি ? ৰূপহী ? ৰূপহী নে ৰূপসী ? আচাম দেশত দেখিছোঁ মানুহবিলাকে 'শ'ক 'হ' কয়। সেই কাৰণেই কিজানি 'ৰূপসী'ক 'ৰূপহী' কয়। তাৰ সিপাৰে—ওঁ, তাৰ সিপাৰেও গাঁও আছে, মানুহ আছে, ঘৰবাৰী আছে। সেই গাঁৱৰো নাম আছে !

কিন্তু এই ঠাইখনৰ নাম কি ?

এই চাফা পানীৰ নৈখনৰ নাম কি ?

এই গা ধোৱা ঘাটটোৰ নাম কি ?

নাই, ইয়াৰ কিজানি নামেই নাই। কোনোৱে কিজানি ইয়াৰ নাম দিয়াই নাই। কোনোবাই যদি ইয়াৰ নাম দিয়ে শিমুলতলা বা শিমুলবাৰী, কোনোৰাই যদি নাম দিয়ে লালফুলী গ্ৰাম ? কেনোবাই যদি কয় এই ঠাইৰ নাম—কি ? কি হ'ব পাৰে বাৰু ? অমৰাৱতী ! নহয় নহয়, সেইটো পুৰণি নাম—নাম দিব পাৰে বনহংসী গাংচিল নীলপাখী—

বাবৰে ঠাইখনৰ লগত ৰজিতা খোৱা নাম এটি বিচাৰি নেপালে। সি এই বুলি নিজকে আশ্বস্ত কৰিলে যে, কোনোবা তাতকৈ বেছি জনাবুজা মানুহে নিশ্চয় ঠাইখনৰ এটা ভাল নাম দিব। তাৰ চিন্তা কৰাৰ দৰকাৰ নাই।

সি বহি থকা গছজোপাৰ ছাঁত এটা কোমলতা আছিল। ওপৰলৈ চাই সি দেখিলে সেইজোপা শিমলু নহয়, সি চিনি নোপোৱা কিবা অচমীয়া গছ। গোটেই গছজোপা নতুনকৈ ওলোৱা কুঁহিপাতেৰে ভৰি পৰিছে।

বাবৰৰ ভোক লাগিছিল। বেলি দুপৰ হ'ল। ৰাতিপুৱাৰপৰা সি হাল বাইছে। গাটো ধুই সি সোনকালে ঘৰলৈ ঘুৰি যাব লাগে।

সি তাৰ মুখখনত হাত ফুৰালে। তাৰ গোটেই মুখখনতে কিছুমান

কোমল নোম গজিছেনেকি? নোম নে দাড়ি? ধেৎ! ইমান সোনকালে দাড়ি নগজে। ডেকা মানুহৰহে দাড়ি গজে। কিন্তু আচাম দেশত কিজানিবা দাড়ি সোনকালেই গজে।

সি পানীলৈ নামি গ'ল। তললৈকে দেখা পোৱা ফটফটীয়া চাফা পানী। সি আঁঠুলৈকে পানীত নামি কুঁজা হৈ পানীত নিজৰ মুখখন চালে। পানীত ছুপৰৰ ৰ'দ পৰি আইনা যেন হৈছে। বাবৰে নিজৰ মুখখন পানীত চালে। এই কেইদিনতে সি কিছু শকত হ'লনেকি বাৰু? তাৰ গাল দুখন পূৰঠ হৈ পৰা নাইনে? কিন্তু তাৰ গাল, থুতৰি আগৰ নিচিনা নিমজ হৈ থকা নাই। সৰু সৰু কিছুমান নোম গজিছে—নাকৰ তলত থুতৰিত গাল দুখনত? দুটা শালমনো ওলাইছে নেকি? এইবোৰ দাড়িয়েই কিজানি। সি হাতেৰে পানীবোৰ জোকাৰি দিলে। তাৰ মুখখন কঁপি কঁপি চিনিব নোৱাৰা হৈ গ'ল। গা ধুবৰ কাৰণে সি দ'লৈ নামি গ'ল।

কম পানীৰ খৰালিৰ এই নৈখন, এই ঘাটটো, এই শীতল পানীখিনি এই কেইদিনৰ ভিতৰতে তাৰ চিনাকি আৰু আপোন হৈ পৰিছে। এই সময়ত তাৰ অন্য কোনো কথা মনত পেলাবৰ মন যোৱা নাই। সি যেন বহুত দিনৰপৰা, সদায়েই ইয়াতে আছে। উৰি থকা গঙাচিলনিকেটা, নীলা আকাশখনৰ বুকত উৰি উৰি আহি থ্‌প খোৱা। পাতল ডাৱৰবোৰ, এই মিঠা ৰ'দজাক—আৰু চাৰিওফালৰ পৰা বতাহত উৰি অহা কিবা কথা, কিবা অৰ্থ নোহোৱা শব্দ—এইবোৰৰ মাজতে সি যেন সদায় আছে।

কিছু উত্তৰতে ব্ৰহ্মপুত্ৰ আছে। সি ব্ৰহ্মপুত্ৰক দেখিছে। সিদিনা মাথোন ৰিয়াজ, জব্বাৰ, জাফৰ আৰু সি গৈ গৈ ব্ৰহ্মপুত্ৰৰ পাৰ পাইছিলগৈ। বিৰাট বহল নৈ—কিন্তু কি যে গহীন আৰু শান্ত। কাৰো ফালে নোচোৱাকৈ কোনো শা-শব্দ নকৰাকৈ আপোনমনে বৈ গৈ আছে। পানীবোৰ ফটফটীয়া, নিকা। গৰাবোৰ ছুই ছুই বৈ আছে, বৈ আছে।

ব্ৰহ্মপুত্ৰখনলৈ চাই থাকি সিহঁতকেটাৰ ৰৰ ভাল লাগিছিল। সিহঁত ওখ গৰাটোৰ ওপৰতে তললৈ ভৰি মেলি বহিছিল। সিহঁতৰ গাত নৈৰ বুকুৰেদি বৈ অহা ধীৰ কোমল বতাহজাক লাগিছিল। সিহঁতৰ গাত মিঠা ৰ'দ পৰিছিল। কিবা কথা ক'ব খুজিও সিহঁতে ক'ব পৰা নাছিল।

নিৰৱে বৈ যোৱা বৰনৈখনক কিবা কথা কৈ সিহঁতে আমনি কৰিব খোজা নাছিল।

বহুত পৰ নৈখন বৈ যোৱা চাই চাই সিহঁত বহি আছিল।

ভোক লগা কাৰণে বাবৰ সৰহ পৰ পানীত নামি গা ধুই নেথাকিল, ঘঁহি পিহি গা ধুই সি নৈৰপৰা উঠি আহিল আৰু কাপোৰ সলাই ঘৰলৈ খোজ ল'লে। নতুন লুঙীখন আৰু নতুন বনিয়নটো পিন্ধি তাৰ ভাল লাগিল। পিন্ধি অহা সাজৰ বাহিৰে তাৰ সলাবলৈকে কাপোৰ নথকা দেখি ছৰিফ গাঁওবুঢ়াই তাক ছয় অনাৰ এখন লুঙী আৰু চাৰি অনাৰ এটা বনিয়ন কিনি দিছে। ছৰিফ মৰমিয়াল মানুহ। আজি ছকুৰি বছৰৰ আগতে আহি ইয়াত মাটি বাৰী কৰি আঢ্যৱন্ত হৈ পৰিছে। প্ৰতিপত্তিও আছে যথেষ্ট। বছৰি বছৰি নতুন মাটি ভাঙি আনৰপৰা কিনি লৈ প্ৰায় ডেৰশ বিঘা মাটি কৰিছে। ছৰিফ মিয়াৰ ঘৰে পথাৰে কাম কৰা মানুহেই এতিয়া ১৭টা।

শকত আৱত থূলন্তৰ পুৰুষ। মুখ ভৰা দাড়ি গোঁফ, কথা গহীন গহীন। বাঁও চকুটো অকণমান কেঁৰা, কিন্তু সেইবাবে বেয়া নেদেখি। বয়স ৫৭'৫৮ বছৰ। তিনিজনী বিয়া কৰাইছিল। তাৰে এজনী ইয়াৰে বড়ো মানুহৰ ছোৱালী। ঘৈণীয়েক কেউজনীয়ে পথাৰত কাম কৰিছিল, ঘৰতো কাম কৰে। ছৰিফে নিজেও পথাৰত কাম কৰিবলৈ এৰা নাই। পিছে বয়স হোৱা বাবে, আৰু মাটিবাৰী ধনধান, গৰুম'হ হোৱা দেখি, জামাতে ছৰিফক গাঁওবুঢ়া পাতিলে। ছৰিফ অঞ্চলটোৰ মুখিয়াল মানুহ।

গাঁওবুঢ়াৰ ল'ৰা ছোৱালী চৈধ্যটা হৈছিল। ডাঙৰ ল'ৰাটোৱে

কটন কলেজত পঢ়িছিল। ছজনী ছোৱালীৰ ভিতৰৰ পাঁচজনীৰ বিয়া হৈ গ'ল। ছটা ঢুকাইছে। মক্তৱ মাদ্ৰাছা পাছ কৰাৰ পাছত সিহঁতক আৰু নপঢ়ালে। আঠ-ন বছৰৰ পাছত ছোৱালীক পৰ্দা কৰিব লাগে। দ্বিতীয় ল'ৰাটো অসুখীয়া, তাক বচাই ৰখাটোৱেই সমস্যা। লিখা পঢ়া শিকোৱাৰ প্ৰশ্ন নাই। সৰু ছোৱালীজনীয়ে কিন্তু মক্তৱ পাছ কৰি হাইস্কুলতো পঢ়িছে। গাঁওবুঢ়াই বাধা দিয়া নাই।

গাঁওবুঢ়াৰ তিনিজনী ঘৈণীয়েকৰ দুজনী মৰিছে। এজনীহে আছে এতিয়া।

বজলুৰ লগত আহি বাবৰ এই ছৰিফ গাঁওবুঢ়াৰ ঘৰতে ৰ'লহি। গাঁওবুঢ়াৰ পথাৰত কাম কৰা চাকৰ নাকৰৰ সদায়েই দৰকাৰ হয়। আৰু এনেয়ো দেশৰপৰা মানুহ আহিলে গাঁওবুঢ়াই খুৱাই বুৱাই ৰাখে। এই বিষয়ত গাঁওবুঢ়াৰ খ্যাতি বৈ বৈ যোৱা।

আগেয়ে ছৰিফ গাঁওবুঢ়াই নিজৰ খেতিৰ বেঙেনা জলকীয়া, শাক কবি আদা পিঁয়াজ নিজেই ভাৰ বৈ নি নিজেই ৰূপহী বজাৰত বেচিছিল। কিন্তু আজিকালি নিজে নিনিয়ে। চাৰে চাৰি হেজাৰ টকাত ৰূপহী বজাৰ গাঁওবুঢ়াই নিজেই ডাকি লৈছে। এতিয়া গাঁওবুঢ়া বজাৰৰ মালিক। নগৰৰ ভালেমান উকীল হাকিম, ডাক্তৰ, মৌজাদাৰ, থানাৰ দাৰোগা, চবডেপুটি, মণ্ডল কানুনগুৱে গাঁওবুঢ়াক চিনি পায়। গাঁওবুঢ়াৰ পথাৰৰ কবি বেঙেনা পিঁয়াজ ধনীয়া নোখোৱা ডাঙৰ মানুহ কমেইহে আছে।

বাবৰক আনি হাজিৰ কৰিলত গাঁওবুঢ়াই এবাৰ তাৰ ফালে চালে। ভয়ে ভয়ে বাবৰেও চালে।

খং নকৰাকৈ গহীন মাতেৰে গাঁওবুঢ়াই ক'লে, "ডাঙৰ মানুহকে চালাম কৰিব লাগে, নাজান ?"

অসমত থাকি ছৰিফ গাঁওবুঢ়াই অসমীয়াতে কথাবতৰা কোৱা শিকিছে। যদিও মাত কথা সকলো পোন তোৱা নাই। হেনা-ছচা কিছু বৈ গৈছে।

সেপ ঢুকি বাবৰে কপাললৈ হাত তুলি ক'লে "আচ্ছালাম আলেইকুম।"

গাঁওবুঢ়াই চালামৰ জাৱাব দিলে ঃ "ৱ আলেইকুমচ্ছালাম।"

চালামৰ জাৱাব দিয়াটো চুন্নত।

সেইদিনা গাঁওবুঢ়াই তাৰ লগত আৰু একো কথা নেপাতিলে।

বজলুৱে ক'লে "একেলগে কেইবাটাও আহিছিল। এটা পৰিয়াল ধুবুৰীত, দুটা অভয়াপুৰীত আৰু দুটা যমুনামুখত বৈ গ'ল। ইয়াকহে ইয়ালৈকে আনিব পৰিলোঁ। মোৰ আঠ টকা ছয় অনা খৰচ গৈছে ইয়াৰ কাৰণে।"

বাবৰেও হিচাপ কৰি চালে বজলুৱে সঁচা হিচাপকে দিছে। মিছা কোৱা নাই। ইমানবোৰ পইচা বজলুৱে তাৰ কাৰণে কিয় খৰচ কৰিলে বাবৰে তেতিয়াই বুজিব নোৱাৰিলে। কিন্তু যেতিয়া ছৰিফ গাঁওবুঢ়াই ভিতৰৰপৰা কোনোবা এটাক মাতি বাবৰক দহ টকা ৰূপ দিয়াই দিলে, তেতিয়াহে বাবৰৰ অনুমান হ'ল যে এইদৰে 'দেশৰপৰা' মানুহ আনি 'আচামত' যোগান ধৰাটো বজলুৰ এটা কাৰবাৰ।

পাছদিনাৰপৰা বাবৰ গাঁওবুঢ়াৰ ঘৰৰ অন্যান্য কাম্লাবিলাকৰ লগৰে এটা নতুন কাম্লা হৈ পৰিল। তাক গোহালি চাফা কৰা, গোবৰ পেলোৱা আৰু খীৰতী ম'হ দুজনী ৰখাৰ ভাৰ দিয়া হ'ল। হাল বাব অৰণ্যে লাগিব।

বাবৰে বেয়া নেপালে।

ছৰিফ গাঁওবুঢ়া ধৰ্মকৰ্মত বৰ কাঢ়া, 'আওৱাল ফজৰতে' উঠি ঘৰৰ ওচৰৰে 'মছজিদত ফজৰ'ৰ নামাজ পঢ়া বা পথাৰত কাম কৰি থাকিলেও, সময় হ'লে জোহোৰ, আছৰ বা মগ্‌ৰীবৰ নামাজ পঢ়ি লোৱাত কোনোদিন এলাহ কৰা বা নামাজ খটি কৰা কোনোৱে দেখা নাই। ৰমজান মাহত কোনো দিন এটা ৰোজাও খটি কৰাৰ কথা কোনোৱে ক'ব নোৱাৰে।

বাবৰকো আগতে আহি গাঁওবুঢ়াৰ ঘৰত থাকি কাম কৰা কালু

-হেখে বুজাই ক'লে, "গাঁওবুঢ়াৰ ঘৰৰ কাম কেতিয়াবা ঠিক মতে নকৰিলেও, গাঁওবুঢ়াই একো নক'ব পাৰে, কিন্তু নামাজ ৰোজা খটি নকৰিবি। তেওঁ খবৰ লৈ থাকে। নামাজ নপঢ়া মানুহ গাঁওবুঢ়াই একদম দেখিব নোৱাৰে। নামাজী মানুহক তেওঁ বৰ মৰম কৰে।"

বাবৰেও নামাজ পঢ়িবলৈ বেয়া নেপায়। জনা নজনাকৈ সকলো সময়তে আল্লাৰ কথা মনত ৰাখি আল্লাৰ আগত ছুটা চিজ্‌দা দিয়াটো ভাল কথা বুলি সিও বিশ্বাস কৰিবলৈ শিকিছে। তাৰ গাঁওখন তাৰ ঘৰখন—তাতো সকলোৱে নামাজ ৰোজা পালন ক'ৰে।

গতিকে ছৰিফ গাঁওবুঢ়াৰ ঘৰৰ লগত খাপ খাই পৰিবলৈ তাৰ বৰ টান নেলাগিল।

আৰু গাঁওবুঢ়া যে এজন পক্কা মুছলমান আৰু এজন ভাল মানুহ বাবৰে তাৰ প্ৰমাণ পালে, যেতিয়া পাছদিনা বাবৰৰ পিন্ধি থকা সাজৰ বাহিৰে আৰু কাপোৰকানি নাই বুলি জানি, তেতিয়াই এটা বনিয়ম আৰু এখন লুঙী কিনাই আনি দিলে আৰু ৰাতিপুৱা জলপান খাবৰ সময়ত নিজ হাতেৰে গাখীৰ তাৰ বাচনতো ঢালি দি ক'লে, "খা।"

বাবৰৰ নিজকে গাঁওবুঢ়াৰ ঘৰৰে এজন যেন লাগিল, চাকৰ যেন নেলাগিল।

ম'হ ৰখাৰ কামটো বাবৰৰ বেয়া নেলাগিল, গৰু ৰখাতকৈ ম'হ ৰখাটো যেন অলপ ডাঙৰ কাম, অৱশ্যে 'আচামী' মানুহে গৰুৰখীয়াক গৰখীয়া আৰু মহৰখীয়াক 'গুৱাল' কিয় বোলে তাৰ বুজিবলৈ টান লাগিল। গৰু ৰখীয়াকহে 'গোৱাল' বুলিব লাগিছিল। অৱশ্যে কথাটো সি কাকো নুসুধিলে। যি 'দেচৰ' যি 'বুলি'।

আৰু বাবৰে দেখিলে গাঁওবুঢ়াৰপৰা আৰম্ভ কৰি তেওঁৰ ঘৰত কাম কৰা মানুহবোৰে, আৰু গাঁওখনৰ অন্যান্য মানুহবোৰেও অচমীয়ামতেহে কথা কয়। ঘৰৰ মাইকী মানুহৰ লগত কথা পাতিলেহে নিজৰ দেশী ভাষাত কথা কয়।

প্ৰথমে তাৰ বুজিবলৈ টান লাগিছিল। ক'বতো নোৱাৰিছিলেই।

কিন্তু দিন যোৱাৰ লগে লগে সি কথাবোৰ বুজিব পৰা হৈ আহিল। আৰু নৈৰ পাৰত ম'হ চৰাবলৈ যাওঁতে লগ পোৱা আৰু চিনাকি হোৱা অসমীয়া ম'হ গুৱালৰ লগত কথাবতৰা হ'বলৈ ধৰাৰ লগে লগে অসমীয়া ভাষাটো বৰ টান ভাষা নহয় যেন লাগি আহিবলৈ ধৰিলে। অৱশ্যে শ, স, ষ-ৰ উচ্চাৰণ শুদ্ধকৈ কৰিবলৈ তাৰ টান লাগিল। আনকি চ, ছকো অসমীয়াই শ, স, হ উচ্চাৰণ কৰে বুলি ধৰিলৈ, সি বালিচৰক বালিহৰ, চাহপাতক হাহপাত বুলিবলৈ লৈ অপ্ৰস্তুত হ'ব লগীয়া নোহোৱাকৈ থকা নাছিল। আৰু ছৰিফ গাঁওবুঢ়াক হৰিফ গাঁওবুঢ়া নুবুলি কিয় আৰু কেনেকৈ ছৰিফ বোলা হয় ভাবি বিস্মিত হৈছিল।

কিন্তু ছৰিফ গাঁওবুঢ়াই যেতিয়া তাক উপলক্ষ্য বুজি বুজাই ক'লে, "এই দেশে থাইক্‌বা, এই দেশেৰ কথা হিকি লও। বাজাৰে যাব লাগিব। এই দেশেৰ মানুহৰ লগত কথাবতৰা কৈবা লাইগ্‌বো, ইয়াৰ বুলিটা হিকি লও। নাহলে ইয়াৰ মানুহৰ মনেৰ কাষে যাইবা কেনেকৈ ?"

গাঁওবুঢ়াৰ এই ভাষা বুজিবলৈ বাবৰৰ বৰ টান নেলাগিল। দুই চাৰিটা শব্দৰ অৰ্থ বুজিব নোৱাৰিলেও, ভাবটো বুজিবলৈ টান নেলাগিল। সি বুজিলে আচাম দেশৰ মানুহবিলাক বেলেগ, সিহঁতৰ ভাষাও বেলেগ, আৰু এই মানুহ বিলাকৰ মনৰ কাষ চাপিবলৈ হ'লে, সিহঁতৰ ভাষাটো শিকি ল'ব লাগিব। তাকে কৰিছে বুলিহে আজি ছৰিফ গাঁওবুঢ়া এনেকৈ এইখন দেশৰ, এইখন সমাজৰ এজন গণ্যমান্য লোক হ'ব পাৰিছে। কিন্তু অসমীয়া ভাষাটো কেনেকৈ শিকা যাব, সেই সম্পৰ্কে সি স্পষ্টকৈ একো ধাৰণা কৰিব নোৱাৰিলে।

তাৰে সমান বয়সীয়া, দুই চাৰি বছৰ ডাঙৰ, নাইবা দুই চাৰি বছৰ সৰু কেইবাটাও ল'ৰা লগ পাই তাৰ ভাল লাগিল। দুটামান গাঁওবুঢ়াৰ ঘৰতে কাম কৰা ল'ৰা, দুটামান গাঁৱৰে অন্য মানুহৰ ল'ৰা। ৰিয়াজ, জব্বাৰ, জাফৰ, কালু ছেখ, ভুৱন, ৰতি, পবিত্ৰ—গাঁওখনৰ,

চুবুৰিটোৰ প্ৰায় সমনীয়া ল'ৰা—চেমনীয়া, কেৰেৰীয়া ডেকা, অ'ৰ এটা ত'ৰ এটা—কিন্তু গাঁও একেখনেই, আকাশ একেখনেই, গা চুই যোৱা বতাহ একেজাকেই।

বাবৰেই নতুন। তাৰ গাৰপৰা এতিয়াও মৈমনচিঙৰ মাটিৰ গোন্ধ যোৱা নাই। কিন্তু ভয়ভীত তাৰ সিমান নাই। সি ভয় কৰে একমাত্ৰ ছৰিফ গাঁওবুঢ়ালৈ, কিন্তু গাঁওবুঢ়ালৈ ভয় নকৰে কোনে?

ৰিয়াজ, ভুৱন আৰু মতি তিনিওটাই ইয়াৰ এম ই স্কুলটোত দুই এশ্ৰেণী পঢ়িছিল। স্কুলটোৰ কাৰণে ছৰিফ গাঁওবুঢ়াই কেৱল এবিঘা মাটি দিয়াই নহয়, তিনিশ টকাও দিছিল। সেইবাবে কোনোমতে বঙলাত 'শৰিফ'টো লেখাৰ বাহিৰে অন্য লেখা পঢ়া নেজানে যদিও, গাঁৱৰ ৰাইজে গাঁওবুঢ়াকে স্কুলৰ মেনেজিং কমিটিৰ সভাপতি কৰি থৈছে। গাঁওখনৰ সৰহভাগ মানুহ মুছলমান, সেই দেখি গাঁৱৰ ৰাইজৰ মত লৈ আৰু ডি আইৰ পৰা অনুমোদন লৈ স্কুলটোক এম, ই, মাদ্ৰাছা কৰাৰ মুলতে আছিল ছৰিফ গাঁওবুঢ়া।

ভুৱনেই এদিন ম'হ ৰখি থাকোঁতে কথাটো উলিয়ালে, "এই বাবৰ, তোৰ নাম বাবৰ কোনে ৰাখিলে অ'? বাবৰ মানে কি জান?"

"বাবৰৰ কিবা মানে থাকেনেকি আকৌ?" বাবৰে ক'লে।

ৰিয়াজে ক'লে, "মাদ্ৰাছাত পঢ়োঁতে জোনাবে কৈছিল, বাবৰ মানে সিংহ নে, ডাঙৰ বাঘ—"

ৰিয়াজে ক'লে "বাবৰ মানে ৰজা। বাবৰ নামে এটা বৰ ডাঙৰ ৰজা আছিল বুলি বুৰঞ্জীত আছে—"

"বুৰঞ্জীনো কি?"

ৰিয়াজে অলপ থতমত খালে। সি কোনো মতে ক'লে "ৰজাৰ কথা যে থাকে—যুদ্ধৰ কথা যে থাকে। তৈমুৰ, বাবৰ, আকবৰ গদাধৰ সিংহ—"

"গদাধৰো বাবৰ আছিলনে কি?" জব্বৰে সুধিলে।

"কিজানি হ'বও পাৰে। মই বৰ কথা নেজানো।"

"নপঢ়িলি কেলেই ?"

"ইয়াত কোনেও নপঢ়ে। গাঁওবুঢ়াৰ ভয়তহে বাপেক মাকে ল'ৰা ছোৱালী পঢ়িবলৈ পঠিয়ায়। পিছে স্কুললৈ গ'লেই ল'ৰা ছোৱালীয়ে পঢ়েনেকি ?"

কিছু চিন্তা কৰি বাবৰে সুধিলে, "এই, তইঁতে বাৰু সিংহ দেখিছনে ? ইয়াত ওলায়নেকি ?"

"ওলাবও পাৰে, আমি নাই দেখা। কিতাপৰ ছবিত দেখিছোঁ। বাঘৰ নিচিনাই, পিছে বহুত দাঢ়ি থাকে—একদম ডিঙিলৈকে দাঢ়ি—"

"মোক বাৰু সিংহৰ ছবি থকা কিতাপ এটা দেখুৱাবিচোন।"

মনে মনে বাবৰে ভাবিলে ঃ বাবৰ মানে সিংহ। মই দেখিবলৈ সিংহৰ নিচিনানেকি বাৰু? সেই কাৰণেই মোৰ মুখত দাঢ়ি গজিছেনেকি ? এঃ নহয়। সৰুতেই মোৰ নাম বাবৰ দিছিল। বাবৰ মানে ৰজা। ৰজা বা আকৌ কেনেকুৱা ? ৰজাৰ কথা বুৰঞ্জীত থাকে। বুৰঞ্জী বা কেনেকুৱা কিমান ডাঙৰ ? এৰা—আচাম দেশখনৰ বহুত কথাকে মই নেজানো :

ৰজা নাম দিলেই মানুহ ৰজা হৈ নেযায়। মই বাবৰ। সেই বুলি মই আৰু ৰজানে কিবা। ৰজা কিজানি অন্য ৰকমৰ মানুহ।

মোৰ নামনো আকৌ বাবৰ ৰাখিলে কিয় ? মই কিবা ৰজা হ'মনে ? কথাবোৰ ভাবি তাৰ হাঁহি উঠিল।

খীৰাই মেলি হোৱাৰ পাছত সি পোৱালিৰে সৈতে ম'হকেজনী চৰাবলৈ লৈ আহে। তাক গুৱাল বুলি বুজি পোৱাৰ পাছৰপৰা ম'হকেজনীয়ে তাৰ কোনো কথা নমনাকৈ নেথাকে, সিহঁত আহ বুলিলে আহে, যা বুলিলে যায়, ৰ বুলিলে ৰয়। হাতত টোকোন এডাল লৈ আহে যদিও সি ম'হকেজনীক নমৰিয়ায়। সিহঁতলৈ তাৰ মৰম লাগে। নোদোকা নিপোতল জাতি ম'হজনী। পোৱালিকেটা আৰু মৰমলগা, সি কেতিয়াবা সিহঁতক ডিঙিত গৰা মাৰি সাৱটি ধৰে। সিহঁতক কিবাকিবি কথা কৈ মৰম কৰে।

ক্রমে ম'হকেজনী আৰু পোৱালিকেটাই তাৰ প্ৰধান লগৰীয়া হৈ পৰিল, নৈৰ পাৰলৈ, বিললৈ ম'হকেজনী লৈ গৈ সি চৰিবলৈ এৰি দিয়ে আৰু অপোনমনে কোনোবা একোজোপা গছৰ তলত বহি সি নানা অৰ্থহীন কথা চিন্তা কৰি নিৰ্ভাৱনাৰে সময়বোৰ কটায়।

ছবিফ গাঁওবুঢ়াই ইমান মাটি কেনেকৈ কৰিলে? ইমান ডাঙৰ বাৰী কেনেকৈ কৰিলে? গাঁৱৰ মাজত তিনিটাকৈ টিনৰ ঘৰ সজাবলৈ ইমান টকা ক'ৰপৰা পালে? ইমানকেজনী ঘৈণীয়েক—ইমানবোৰ ল'ৰা ছোৱালী, ইমানবোৰ গৰু ম'হ হাঁহ কুকুৰা পাৰ ছাগলী কেনেকৈ হ'ল? আৰু গাঁওবুঢ়াৰ কিজানি টকাও বহুত হ'ব পায়। ইমান ধান মাহ মৰাপাট বেচে, ইমান কবি বেঙেনা জলকীয়া লাও কোমোৰা বেচে! কম টকা পায়নে?

তাৰ নিজৰ এৰি অহা গাঁওখনৰ কথা সি মনত নেপেলাবৰ চেষ্টা কৰে। ঘৰৰ কথা, গাঁৱৰ কথা মনত পৰিলেই তাৰ মনত পৰে সিঁহতৰ লাং লাং থাং থাং ঘৰখনৰ কথা, জমীদাৰৰ মাটিত খেতি কৰি বছৰটোৰ ছমাহ লঘোনে থকা সিহঁতৰ পৰিয়ালটোৰ কথা, পুহ মাঘ মহীয়া হাড় কঁপোৱা জাৰত কঁপি কঁপি জাল বাই মাছ ধৰি জমীদাৰৰ ঘৰত দিয়া তাৰ নিশকতীয়া বাপেকৰ কথা আৰু জমীদাৰৰ ঘৰৰ কথা।

সেইবোৰ কথা তাৰ ভাবিবৰ মন নেযায়। তাৰ মাকৰ আৰু ভায়েক বায়েকহঁতৰ কথা মনত পৰিলে কেতিয়াবা মনটো উচাট বিচাট লাগে, কিন্তু জোৰ কৰি সেইবোৰ চিন্তাৰপৰা সি নিজক আঁতৰাই আনে। যেয়ে য'তে যিহকে কৰে, কৰি থাকক। মোৰ কোনো দৰকাৰ নাই। মই আৰু তালৈ ঘুৰি নযাওঁ। মই ইয়াতে থাকিম। ছবিৰু গাঁওবুঢ়াহঁত যেনেকৈ আছে অন্যান্যবিলাক যেনেকৈ আছে।

ইয়াততো চব আমাৰ 'দেশ'ৰ মানুহেই। অন্যান্যবিলাক যদি থাকিব পাৰে ময়ো থাকিব পাৰিম, থাকিম। এইখনেই মোৰ গাঁও, এইবোৰেই মোৰ জ্ঞাতিকুটুম্ব, আপোন মানুহ।

## ন

খৰালিৰ দিনবোৰ লাহে লাহে শেষ হৈ আহিল। আকাশৰ বুকত উৰি ফুৰা মেঘবোৰ ডাঠ আৰু ক'লা হৈ আহিল। গছৰ কুঁহিপাতবোৰ ঘন সেউজীয়া হৈ আহিল।

প্ৰথমে দিনবোৰ আৰু ক্ৰমে ৰাতিবোৰ গৰম হৈ আহিল।

শালি আৰু মৰাপাটৰ খেতিৰ কাৰণে যোজা আৰম্ভ হ'ল—খৰতকীয়াকৈ। মৰাপাটৰ তলি প্ৰায়বোৰ চহোৱা হৈ গৈছে। বাওকঠীয়া আৰু আহুকঠীয়াও সিঁচা হৈ গৈছে।

গাঁওবুঢ়াৰ ভঁৰালৰ আগৰ চাঙৰ ওপৰত আৰু গোহালি ঘৰৰ ওপৰত তিনিখন গুটীয়া নাও তুলি থোৱা আছিল। নাওকেখন তললৈ নমোৱা হ'ল আৰু সেইকেখনৰ ফুটা ভগা ৰটাই আলকাতৰা আৰু মাটিতেল ঘঁহাই পানীত নমাবৰ কাৰণে সাজু কৰা হ'ল। লগী বঠাবোৰো নমোৱা হ'ল।

নাও বঠা বাবৰৰ অচিনাকি বস্তু নহয়। কিন্তু বাৰিষা নৌ আহোঁতেই নাও বঠা উলিয়াই সাজু কৰিবলৈ খৰখেদা লগোৱাটো যেন বাবৰৰ কাৰণে বৰ ভাল লগা কথা নহ'ল।

বহুত ওখকৈ ভেটি বান্ধি থকা ঘৰ সজা, চাংঘৰ কৰি ভঁড়ালঘৰ সজা আদিৰ পৰাই বাবৰে বুজিব পাৰিলে যে বাৰিষা এই ঠাইত ৰান পানী হয়। বানলৈ তাৰ বৰ ভয় নাই, সিহঁত বান বাৰিষাত পানীত ওপঙি থকাত অভ্যস্ত। কিন্তু ইয়ালৈ আহি সি বানৰ ভয়াৰহ বিভীষিকাৰ পৰা ৰক্ষা পৰিব পাৰিব বুলি আশা কৰিছিল। ইয়াতো সিহঁতৰ তাৰ নিচিনাই বান হয় বুলি জানি সি কিছু হতাশ হ'ল।

বানপানী হোৱা মানে ঘৰবাৰী পানীত তল যোৱা, গৰু ম'হ পানীত উটি যোৱা, লঘোন দিয়া, বেমাৰ হোৱা ; আশ্রয় বিচাৰি ক'ৰবাৰপৰা ক'ৰবালৈ যোৱা—নানা দুৰ্গতি। নিজৰ দেশত হোৱাৰ দৰে ইয়াতো যদি হয়!

এই ওখ ওখ চাপৰিবোৰ পানীত তল যাবনে বাৰু? ছবিফ গাঁওবুঢ়াৰ ঘৰৰ ভেটিও পানীত তল যাবনে? বানপানী উঠিলে ইয়াৰ মানুহবোৰ বাৰু ক'লৈ যাব?

বাবৰে বেছি চিন্তা নকৰিলে। ইয়াত চাগৈ আমাৰ তাৰ নিচিনা ডাঙৰ বান নহয়। নহ'লে এই ভৰপূৰ গাঁওখন এনেকুৱা হৈ নেথাকিলহেঁতেন চাগৈ। বান বা-মাৰলিয়েই পূববংগক জলাকলা কৰি মাৰিছে। পদ্মা, মেঘনা যিমানেই মৰমী, যিমানেই করুণাময়ী, সিমানেই ভয়ংকৰ। ব্ৰহ্মপুত্ৰ সিমান ভয়ংকৰ নিশ্চয় নহয়।

বাবৰে ইতিমধ্যে জানিব পাৰিছে যে দক্ষিণ পশ্চিমৰ নীলা খাছীয়া জয়ন্তীয়া পাহাৰটোৰ ওপৰতে এখন ঠাই আছে—তাৰ নাম চেৰাপুঞ্জী। এই চেৰাপুঞ্জীত গোটেই পৃথিৱীৰ ভিতৰতে আটাইতকৈ বেছি বৰষুণ হয়।

সেই বৰষুণৰ পানীবোৰ বাৰু ক'লৈ যায়? এইফালেই নামি আহে নেকি? কোনখন নদীয়েদি নামি আহে? বেলেৰে আহোঁতে পাৰ হৈ অহা ডিগাৰুৱেদি? কপিলীয়েদি? কলঙেদি? নে অন্য কোনোবা বাৰিষা বান হোৱা নৈয়েদি?

তেতিয়াহ'লেতো বৰ বান হ'বই!

পৰ্বতৰ টিঙত মেঘৰ চপৰা। আকাশৰ বুকত মেঘৰ থোপা, দক্ষিণে পৰ্বত, উত্তৰে হিমালয়ৰ পুব ঠেঙুলী, তাৰ নামনিত সাগৰ হেন বহল ব্ৰহ্মপুত্ৰ। কেউপিনে পানী আৰু পানীৰ আকৰ। তথাপি যে আচামখন পানীত উটি গৈ নোহোৱা হৈ যোৱা নাই!

আচাম দেশক আকৌ ইয়াৰ মানুহবোৰে অসম বোলে। বাবৰৰ মুখত অসমৰ 'স'টো ভালকৈ নুফুটে—সি কয় অহম, শুনিলে তাক

কৈ দিছেঃ আচাম নুবুলিবি, আমি কোনেও নোবোলোঁ। আৰু অখমো নক'বি, মানুহে হাঁহিব। দুই চাৰি দিন জিভাখনক শিকা, হৈ যাব। আমি সকলোৱে অসম ক'ব পাৰোঁ তই নোৱাৰিবি কিয়? পাৰিবি।

বাবৰে জিভাখনক শিকাবৰ যত্ন কৰিলে—আচাম নহয় অছম, অখম নহয়, অহম; অহম নহয়, অস—অসম! ঠিক হৈছেনে বাৰু? যিখন দেশত আছোঁ সেইখন দেশৰ নামটো শুদ্ধকৈ মাতিব নোৱাৰিলে ভাল কথা হ'বনে?

আমাৰ ফালে আকৌ 'দেশ' মানে গাঁও; ওপজা ঠাই, থকা ঠাই। এই ফালে আকৌ দেশ মানে অহম দেশ, ভাৰতবৰ্ষ, মহা মস্কিল।

ইয়াৰ মানুহবোৰে কিজানি মোক বৰ অঁকৰা বুৰ্বক বুলি ভাবিছে। মই কি কৰিব পাৰোঁ? একেদিনে কোনোবা মানুহ অহমীয়া হৈ হৈ যাব পাৰেনেকি? আন মানুহ হোৱাৰ নিচিনাকৈ ময়ো লাহে লাহে অহমীয়া—অসমীয়া হৈ যাব পাৰিম। ইয়াৰ কথাও ক'ব পৰা হ'ম—বাবৰে নিজকে আশ্বস্ত কৰিলে।

ম'হ মেলি লৈ সি দূৰণিলৈ আঁতৰি যায়। জৰাবাৰী গাঁও, ৰূপাবৰি গাঁও, ৰূপহী গাঁও—আৰু দূৰণিৰ গাঁৱলৈ। মুকলি পথাৰ, মুকলি বাটপথ, যেনিয়েই যোৱা যায় তেনিয়েই বাট। অচিনাকি মানুহবোৰক দেখিলে চিনাকি যেন লাগে। কিন্তু গাঁওবোৰ একে নহয়। 'দেশী' মানুহৰ ঘৰবোৰৰ মূধচবোৰ পোন, মৈমনচিঙীয়া গাঁৱৰ ঘৰবোৰৰ মূধবোৰ কাছপিঠীয়া। দূৰৰ পৰাই চিনিব পাৰি। আৰু চিনিব পাৰিঃ অসমীয়া মানুহৰ চোতালৰ একাষে থকা দাঙত মেলা থাকে চাদৰ গামোচা চুৰিয়া। আৰু মিয়াইঁতৰ গাঁৱৰ গৃহস্থৰ চোতালৰ আগৰ দাঙত থাকে লুঙী, নানা বৰণীয়া কাপোৰেৰে সীয়া কেথা আৰু ৰঙচঙীয়া আঁকবাক শাড়ী।

তথাপি দেখি দেখি বাবৰৰ ক্ৰমে সকলোকে একে লাগে। খেতিৰ পথাৰত কৃষকৰ কপালৰ ঘামেৰে কোৱা সকলো সাধুকথা

একে। মাটিৰ প্ৰতি, গৰু ম'হৰ প্ৰতি সকলোৰে মৰম একে। গৰু বাটবোৰ একে, নৈৰ ঘাটবোৰ একে, বনপাত নলবিৰিণাবোৰ একে।

তথাপি এটা পাৰ্থক্য বাবৰৰ চকুত নপৰাকৈ নেথাকিল।

সিহঁতৰ নিজৰ গাঁওখনৰ কাষৰে পাজৰে ঘুৰিলে কেৱল মতা মানুহবোৰ, কেৱল ল'ৰাবোৰ দেখা পোৱা যায়। ক'তো যেন এজনী তিৰোতা মানুহো নাই, এজনী ছোৱালীও নাই। কেৱল মতা মানুহবোৰ। কিন্তু অসমীয়া গাঁওবোৰ তেনেকুৱা নহয়। তাৰ ঘৰে চোতালে বাহিৰে ভিতৰে মতা মানুহ যিদৰে দেখা পোৱা যায়, সেইদৰে মাইকী মানুহো দেখা পোৱা যায়। তিৰোতা মানুহবোৰে পথাৰত কাম কৰে, বিয়া সবাহলৈ ভাল কাপোৰকানি পিন্ধি অহাযোৱা কৰে, দল বান্ধি নৈত গা ধুবলৈ যায়, পুৱা আবেলি কলহ লৈ নৈৰপৰা পানী আনিবলৈ যায়। ছোৱালীবোৰো সদায় ঘৰৰ ভিতৰতে সোমাই নেথাকে, সিহঁত জাকে জাকে দল বান্ধি স্কুললৈ যায়, সভা সমিতিলৈ যায়, বিয়া সকামলৈ যায়। সিহঁতৰ বহুতেই পথাৰতো ৰোৱা তোলা কৰে। সিহঁত মতা মানুহবোৰৰ নিচিনাই, ল'ৰাবোৰৰ নিচিনাই মুকলি।

এই কাৰণেই নেকি বাবৰৰ নিজৰ গাঁওখনতকৈ ওচৰৰ অসমীয়া গাঁৱৰ ফালে গৈ ভাল লাগে। ছোৱালীবোৰ হাঁহি মাতি ফূৰ্তি তামাছা কৰি দল বান্ধি ফুৰা দেখিলে তাৰ এনেয়ে আনন্দ লাগে। ছোৱালীবোৰক তাৰ কিছুমান উৰি ফুৰা পখিলা যেন লাগে।

অৱশ্যে ইয়ালৈ অহাৰ পাছৰপৰা বাবৰে ছোৱালী বা তিৰোতা মানুহৰ লগত কথা অতি কমেই পাতিছে। ছবিৰু গাঁওবুঢ়াৰ ডাঙৰজনী ঘৈণীয়েক এক প্ৰকাৰ বুঢ়ীয়েই হৈছে। বুঢ়ীয়েহে কেতিয়াবা গাঁওবুঢ়া ঘৰত নেথাকিলে বাবৰৰ লগত দুই এষাৰ কথা পাতে। তাৰ ঘৰৰ, তাৰ গাঁৱৰ, তাৰ মাক বাপেকৰ কথা সোধে। বাবৰৰ ভাল লাগে। বুঢ়ীৰ মাতকথাত মাতৃসুলভ এটা চেনেহ আছে, তাৰ কাৰণে সেইয়া এক আপুকণীয়া বস্তু।

কিন্তু ছৰিফ গাঁওবুঢ়াৰ ঘৰৰ আনকি ন বছৰীয়া সৰু ছোৱালীজনীও তাৰপৰা আঁতৰি ফুৰে। কথা বতৰা পতা তো দূৰৰে কথা, হয়তো তাক সিহঁতৰ ঘৰত কাম কৰা চাকৰ ল'ৰা বুলি ভাবে। এই কথাটোত মনে মনে সি ক্ষুণ্ণ হয়, কিন্তু একো ক'ব বা কৰিব নোৱাৰে।

কেতিয়াবা মছজিদত 'চিন্নি' হয়। ৰাইজ গোট খায়। মৌলবী চাহেবে ৱাজ কৰে, ধৰ্মকথা শুনায়। উপস্থিত সকলোৱে নিৰৱে কাণ পাতি শুনে, কাৰোবাৰ চকুৰ চকুলো ওলায়। কাৰোবাৰ হুমুনিয়াহ আহে। বাবৰেও শুনি থাকে।

ঃ আমি সকলোৱে হেজাৰ গুণাহ কৰিছো, সহস্ৰ পাপত দিন কটাইছোঁ। কামত গুণাহ কৰিছোঁ, কথাত গুণাহ কৰিছোঁ, চিন্তাত পাপ কৰিছোঁ, আমাৰ নাজাত কেনেকৈ হ'ব, মুক্তি কেনেকৈ হ'ব ? আমাৰ কাৰণে খোলা বৈছে কেৱল দোজখৰ দুৱাৰ, নৰ্কৰ দুৱাৰ। আমাক কোনে ৰক্ষা কৰিব ? কোনে উদ্ধাৰ কৰিব ?

মৌলবী চাহেবৰ দৰদ দি কোৱা কথাই মানুহবোৰক কন্দুৱায়, স্তব্ধ হৈ সকলোৱে মনে মনে নিজ নিজ জীৱনত কৰা পাপৰ চিন্তা কৰি ম্ৰিয়মান হয়। বাবৰৰো মনত লাগে যেন সি বহুত পাপ কৰিছে, বহুত গুণাহ কৰিছে। তাৰো মন বিষণ্ণ হয়, চকু ঢুলঢুলীয়া হয়।

মুনাজাত হৈ যোৱাৰ পাছত ৰাজহুৱা ভোজ খোৱাৰ হুলস্থুল লাগে। চকুৰ আগত ভোজৰ আহাৰীয়ই সকলোকে ৰসনাৰ প্ৰতি সজাগ কৰি তোলে, চিয়ঁৰবাখৰ হয়, তৰ্ক হয়, কেতিয়াবা গালাগালিও হয়। ছৰিফ গাঁওবুঢ়া, দিল মহম্মদ দেৱানী আদিৰ ডাবি ধমকিতহে মানুহবোৰ শান্ত হয়। ভোজৰ পাতত বহাৰ সময়ত গুণাহৰ কথা ভাবি আৰু কোনোৱে চকুপানী নোটোকে, কোনোৱে হুমুনিয়াহ নেকাঢ়ে। তেতিয়া সকলো খোৱাত ব্যস্ত হৈ পৰে।

বাবৰো। মোলবী চাহেবৰ ৱাজ বা বক্তৃতা শুনি থাকি বাবৰৰ কেতিয়াবা মনত লাগে, সিও যেন কোৰান হদীচত থকা সকলো কথা

জানি পেলাব। সিও যেন মৌলবী চাহেবৰ নিচিনা জ্ঞানী আৰু বিদ্বান হ'ব।

মৌলবী চাহেবে কম কথা জানেনে? আচ্‌মান জমীন, খোদা ৰছুল, দোজখ বিহিস্ত, পাপ পুন্য, ইহকাল পৰকাল সকলোৰে কথা জানে মৌলবী চাহেবে।

মানুহ হ'লে মৌলবী চাহেবৰ নিচিনা হ'ব লাগে।

মৌলবী চাহেবে ঢাকা নে কুমিল্লা ছিলেট নে নোৱাখালী নে কলিকতা নে মৈমনচিঙ ক'ৰবাত বহুত কিবা ডাঙৰ ডাঙৰ কিতাপ পঢ়ি আহিছে। বাবৰে নিজৰ গালে মুখে হাত ফুৰাই চালে। এইবোৰ কিজানি দাঢ়িয়েই গজিবলৈ আৰম্ভ কৰিছে, নাই, মোৰ আৰু পঢ়িশুনি মৌলবী হোৱাৰ দিন নাই, কোনো আশাও নাই। লোকৰ ঘৰৰ ভাতকাপুৰীয়া হালোৱা, বিদেশত থাকিবলৈ আশ্ৰয় দিছে, সেয়ে বহুত। পঢ়াশুনা কৰি, হাফিজ মৌলবী হৈ এনেকৈ মানুহক নচিহত কৰি ধৰ্মউপদেশ দি পুণ্য অৰ্জন কৰাৰ কোনো আশা মোৰ নাই। যি যিহৰ কাৰণে উপযুক্ত আল্লাই তাক তেনেকুৱা কৰি গঢ়ি তোলে। মানুহে হওঁ বুলিয়ে একো হ'ব নোৱাৰে—মৌলবী চাহেবেই কোৱা কথা। তেওঁৰ নিচিনা এজন জ্ঞানী, আলিম মানুহে মিছা কথা কৈছেনে?

এদিন কালু ছেখক বাবৰে সুধিলে, "মৌলবী চাহেবে বাৰু ইমানবোৰ কথা ক'ত শিকিলে, আৰু ইমান কথা যে ইমান ভালকৈ মনত ৰাখিছে! আচৰিত নহয়নে বাৰু?"

কালু ছেখৰ অৱশ্যে মৌলবীয়ে কি কথা কৈছিল মনত নাই। আচলতে সি ৰাইজৰ মাজত বহি আছিল যদিও ৱাজ বা বক্তৃতা শেষ হৈ কেতিয়া ভোজ ওলাব সি তাৰ চিন্তাতহে আছিল। আৰু মৌলবীয়ে কোৱাৰ নিচিনা কথা সি আগেও বহুবাৰ শুনিছে। মৌলবীয়ে তেনেকুৱা কথা নকৈ আৰু আমাৰ নিচিনাকৈ হাল বাবনে?

কালু ছেখে গহীন হৈ ক'লে, "আল্লাই বেলেগ মগজ দিছে, সেই

সেই দেখি পাৰিছে। তই মই বেৰত মূৰ মাৰিলেও তাৰ এক হৰফো নোৱাৰোঁ।"

পতিয়ন যোৱাৰ ধৰণে বাবৰে ক'লে, "এৰা!"

ছৰিফ গাঁওবুঢ়ানো ইমান মাটিবাৰী, ধন ধান, বন্দী বেটীৰ গৰাকী কেনেকৈ হ'ল, মাজে মাজে সেই চিন্তাও সি নকৰা নহয়। এটা কথা সি মন কৰিছিল যে ছৰিফ গাঁওবুঢ়াই যত যি কৰে নিজৰ কাৰণেই কৰে আৰু ফলাফল নিজেই ভোগ কৰে। ইয়াত কোনো জমীদাৰৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰিব নেলাগে। সেইটো এটা লেখৰ কথা।

পিছে সেই বুলি অন্যান্যবোৰ ইয়াতে থাকিও গাঁওবুঢ়াৰ নিচিনা ধনী মানী হ'ব পৰা নাই কিয়? অইনেওতো কপালৰ ঘাম মাটিত পেলাই খেতি-বাতি কৰে, নামাজ পঢ়ে, ৰোজা ৰাখে, চৰকাৰৰ হুকুমো মানি চলে, খোদা ৰছুলৰ হুকুমো পালন কৰি চলে। তথাপি দেৱানীৰ সমান, গাঁওবুঢ়াৰ সমান হ'ব পাৰিছে ক'ত?

ম'হ ৰখিবলৈ যাওঁতে কথাটো সি লগৰ সমনীয়া জব্বাৰ, মতি, ভুৱনহঁতৰ লগত আলোচনা কৰে। এইবোৰ কথাৰ অৰ্থ বা কাৰণ সিহঁতেও বুজি নেপায়, তথাপি ভুৱনে বিজ্ঞৰ দৰে ক'লে, "ছৰিফ গাঁওবুঢ়াই যিমান খাটনি খাটে—বাপ্‌ৰে বাপ। এটা মানুহে দহোটা মানুহৰ কাম কৰে। কেতিয়াবা এনেই বহি থকা দেখিছ নেকি? গাত যিমান বল আছে, মূৰতো সিমান বুদ্ধি আছে। তোৰ মগজতো যদি বুদ্ধি থাকে, আৰু তয়ো যদি গাঁওবুঢ়াৰ দৰে খাট, এদিন তোৰো গাঁওবুঢ়াৰ নিচিনা ধন ধান মাটি ভেটি হৈ যাব।"

"মই গাঁওবুঢ়াৰ ম'হ ৰখোঁ, তাত আৰু গাৰ বলৰেবা কি দৰকাৰ—" চিন্তা কৰি বাবৰে ক'লে।

"তই কিবা সদায় এনেকৈ গৰু ম'হ চৰায়ে কটাবিনে? গাত বল আছে, এইবোৰ অনাবাদী মাটি বালিচাপৰি পৰি আছে—খাটিব লাগিব। মাটিয়েই আচল বস্তু, মাটিয়েই সোণ—" জব্বৰে ক'লে।

মতিয়ে ক'লে, "কাৰোবাৰ হাতত মাটি সোণ হয়, কাৰোবাৰ হাতত সোণো মাটি হৈ যায়। সকলো কপালৰ কথা।"

"এৰা মৌলবী চাহেবেও জানো তেনেকৈয়ে কোৱা নাছিল? আচল কথা হৈছে নচীব—কপাল কিচ্‌মৎ।" বাবৰে যেন নিজকে আশ্বস্ত কৰিবৰ কাৰণেই ক'লে।

কিন্তু মনে মনে সি ঠিক কৰিলে সি কেতিয়াও গাঁওবুঢ়াৰ নিমখ হাৰামী নকৰে। যি কামকে কৰে সি ভালকৈ কৰিব। আৰু ছৰিফ গাঁওবুঢ়াইনো কেনেকৈ কি কৰে সি বুজিবৰ যত্ন কৰিব। কপালত থাকিলে সিও এদিন গাঁওবুঢ়াৰ নিচিনা হ'ব পাৰিব।

তাৰ মাটি হ'ব, ধন ধান হ'ব, গৰু ম'হ হ'ব। সি ক'ৰবাৰ ধুনীয়া মজবুত শকত আৰত চাই ছোৱালী এজনী বিয়াও কৰাব, মাক বাপেককো এদিন সি দেশৰ পৰা নিজৰ লগলৈ লৈ আহিব···

অস্পষ্টভাৱে অকলে অকলে সি তাৰ ভৱিষ্যতৰ ছবি এটা মনৰ মাজত আঁকিবৰ যত্ন কৰে, তাৰ বৰ সোনকালে ডেকা হ'বৰ মন যায়, বহুত কিবা কৰিবৰ মন যায়।

কিন্তু নৈখনৰ ফালে চালে, আকাশখনৰ ফালে চালে, নিৰৱে আপোনমনে চৰি থকা ম'হজাকৰ ফালে চালে তাৰ একো নকৰাকৈ এনেই বহি বহি সময়বোৰ কটাই দিবৰ মন যায়। লগৰবোৰে কিয় জানো প্ৰায়েই ছোৱালীৰ কথা উলিয়ায়। বিয়া নকৰোৱা মানুহে ছোৱালীৰ কথা পতাটো গুণাহৰ কথা।

তথাপি মাজে মাজে তাৰ মনত পৰে মৰীয়মৰ কথা আৰু সেই মিঠা বৰণীয়া ঘুৰণীয়া মুখৰ মুছলিমা নামৰ ছোৱালীজনীৰ কথা। সিহঁত দেশৰপৰা একেলগে আহিছিল। জালাল বুঢ়া মুছলিমা আৰু তাইৰ মাক—সেই খীণ ক'লী ওখ মানুহজনী, মৰীয়ম আৰু চফিকা নিশ্চয় ঘৰলৈ ঘুৰি যাব পায়। মুছলিমাহঁত বাটতে কোনোবা এটা ষ্টেচনত নামি বৈ গ'ল। কিজানি সিহঁত এতিয়া ক'ত আছে। বজলুৱে সিহঁতকো গাঁওবুঢ়াৰ ঘৰলৈকে লৈ অহা হ'লে···

## দহ

চাৰিটা বছৰ পাৰ হৈ গ'ল।

খৰালি গ'ল, বাৰিষা গ'ল।

বাৰিষা গ'ল, খৰাঙ্গি গ'ল।

ইয়াৰ মাজতে এবছৰ ডাঙৰ বান নাহিল। সেইবাৰ খেতিও ভাল হ'ল। বাকীকেবছৰ বৰবান আহিল, খেতি বাতি নষ্ট কৰিলে, ঘৰ দুৱাৰ ভাঙিলে, গৰু ম'হ উটাই নিলে। বানে মাটিত পলস পেলালে—খেতি ভাল হ'ল, বিশেষকৈ শালি খেতি। ৰূপাবৰিৰ মাটি সাৰুৱা।

ইতিমধ্যে ছৰিফ গাঁওবুঢ়াই আৰু আঠপুৰা মাটি কিনিলে, আৰু দুহাল গৰু কিনিলে, আৰু তিনিটা কামলা খেতিৰ কামত লগালে, এটা ভঁড়ালৰ একোঠালি বঢ়ালে।

এই চাৰি বছৰৰ ভিতৰতে কলেৰা হৈ ছৰিফ গাঁওবুঢ়াৰ দ্বিতীয়জনী ঘৈণীয়েক মৰিল। ঘৰখনত বেজাৰৰ ছায়া পৰিল।

ইয়াৰ ভিতৰতে গাঁওবুঢ়াৰ ডাঙৰ ল'ৰাটোৱে ইকনমিক্সত অনার্ছ লৈ বি এ পাছ কৰিলে আৰু গাঁৱলৈ ঘুৰি আহি এম ই স্কুলটোত ক্লাছ ছেভেন খুলি হাইস্কুল পতাৰ কাম আৰম্ভ কৰিলে, আৰু মেনেজিং কমিটিয়ে এই ডেকা গ্রেজুৱেট মোবাৰক আলিকে হাইস্কুলৰ হেডমাষ্টৰৰ দায়িত্ব ল'বলৈ দিলে। ইংৰাজী আৰু অসমীয়াৰ মাষ্টৰ হিচাপে জাগীৰ'ডৰ গিৰীন বড়ায়ো সেই স্কুলত যোগ দিলে।

দ্বিতীয় পত্নীৰ মৃত্যুৰ সাত মাহৰ পাছত আকৌ ছোৱালী এজনী নিকাহ কৰিবৰ কাৰণে ছৰিফ গাঁওবুঢ়াই অলপ কুৰুং কাৰাং কৰিছিল,

আৰু কেইবা ঘৰবো পৰা ছোৱালীও যাচিছিল। কথাটোৰ গম পাই মোবাৰকে বিশেষ হৈ চৈ নকৰাকৈ বাপেকক বিৰত কৰিলে। ছৰিফ গাঁওবুঢ়াই শিক্ষিত পুতেকৰ অভিমতক উলাই নকৰিলে। কিন্তু ঘৰৰ ভিতৰত এজনী মানুহ কম হ'লে যে বহুত অসুবিধা হয়—পাকে প্ৰকাৰে সেই কথা পৰিয়ালৰ সকলোকে বুজাই দিলে। কিয়নো ইতিমধ্যে গাঁওবুঢ়াৰ আৰু দুজনী ছোৱালীক বিয়া দিয়া হৈ গৈছিল। জোৱান ছোৱালী বিয়া নিদি ৰাখি থোৱাটো বেয়া কথা। ল'ৰা ছোৱালীৰ বিয়া পাতি দিয়াটো বাপেক মাকৰ কৰ্তব্য।

আৰু ছৰিফ গাঁওবুঢ়াৰ ছোৱালীৰ কাৰণে ভাল ধনীৰ ঘৰৰ ভাল খেতিয়ক ডেকাৰ অভাৱ নাছিল।

ইতিমধ্যে অসমৰ ৰাজনীতিৰ ক্ষেত্ৰত এটা নতুন সমস্যাই দেখা দিছিল। বহু বছৰ ধৰি অসমত 'প্ৰধানমন্ত্ৰী' হিচাপে প্ৰদেশখন শাসন কৰি অহা চাৰ চাদুল্লা মন্ত্ৰীসভাৰ ঠাইত কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰি ৰাজ্যখন শাসন কৰিছিল।

অসমত বহিৰাগত মৈমনচিঙীয়াৰ নিছিগা সোঁত বৈ থকা দেখি অসমীয়া মানুহ আতংকিত হৈ উঠিছিল। কিন্তু ভাৰতীয় প্ৰজাৰ এটা অঞ্চলৰপৰা গৈ অন্য এটা অঞ্চলত বসবাস কৰি জীৱিকা নিৰ্বাহ কৰাৰ সাংবিধানিক অধিকাৰৰ বিৰুদ্ধে বিশেষ একো কৰাৰ উপায় নাছিল।

অসমীয়া ৰাইজে 'লাইন ছিষ্টেম' দাবী কৰিলে। বহিৰাগতে এটা নিৰ্দিষ্ট সীমা অতিক্ৰম কৰি আহি আবাদী বা অনাবাদী চৰকাৰী মাটিত যাতে দখল ল'ব নোৱাৰে আৰু নিজৰ সীমাৰ মাজতে আবদ্ধ থাকে তাৰ কাৰণে আইনৰ ব্যৱস্থা কৰা হ'ল।

এনেদৰেই অসমীয়া কৃষকক ৰক্ষণাবেক্ষণ দিয়াৰ এটা চৰকাৰী ব্যৱস্থা কৰা হ'ল। খেতিৰ উপযোগী আবাদী মাটিৰ ওপৰত অধিকাৰ সাব্যস্ত কৰি অসমীয়া কৃষকে নিজকে ৰক্ষা কৰা যেন অনুভৱ কৰিলে।

আনহাতে খেতিৰ মাটিৰ কাৰণেই অসমলৈ অহা মৈমনচিং

নোৱাখালী আদি ঠাইৰ খেতিয়কবিলাক অনাবাদী অৰণ্যভূমি, নদীৰ চৰ চাপৰি, পানীৰে ভৰি থকা বিল, মেটেকানি আদিত সোমাই পৰিল আৰু তাতে অবৰ্ণনীয় কষ্ট কৰি মৰাপাট, বাও ধান আৰু খৰালি বতৰৰ খেতি কৰাত লাগিল। সিহঁত সীমা লংঘন কৰি থলুৱা খেতিয়কৰ মাজলৈ নোসোমাল কিন্তু নতুন মতুন অনাবাদী আচহুৱা ঠাইত নতুন গাঁও পাতি বহিল।

এনে কৰাত তলে তলে উদগনি দিছিল আৰু সহায় কৰি দিছিল কিছুমান চৰডেপুটি, কানুনগু, মণ্ডল আৰু পুলিছ কৰ্মচাৰীয়ে আৰু তাকে কৰি দি এই চৰকাৰী বিষয়াবোৰ ধনী হৈছিল। মৈমনচিঙীয়া গাঁৱৰ মাজৰ মণ্ডল আৰু পুলিছৰ প্ৰতিপত্তি আৰু প্ৰভাৱ আৰু লগে লগে সিহঁতে 'অৰ্জন কৰা' ধনৰ কথা অসমৰ ৰাইজৰ মাজত কিম্বদন্তীৰূপে প্ৰচাৰ হৈছিল।

কিন্তু য'তেই যিমান উত্থানপতন ভঙাগঢ়া নহওক কিয় এই চাৰিটা বছৰ বাবৰে একেদৰেই ছৰিফ গাঁওবুঢ়াৰ ঘৰত কাম কৰি গ'ল। অন্য এটা নতুনকৈ অহা ল'ৰাক ম'হৰখীয়াৰ দায়িত্ব দিয়া হ'ল। বাবৰে পালে বেলেগ দায়িত্ব। সি খেতি পথাৰত কাম কৰিব আৰু খেতিৰ কাম চোৱাচিতা কৰিব আৰু খেতিৰ কৰ্ণি, মূলা, লাও, বেঙেনা ম'হৰ গাড়ীৰে নি ওচৰৰ হাটকেখনত বিক্ৰী কৰিব। ইয়াৰ বাবে কাপোৰকানি আৰু হাতখৰচ দিয়াৰ উপৰিও গাঁওবুঢ়াই বাবৰক এবিঘা বাম মাটিও দিলে। বাবৰৰ নিজৰ গৰু ম'হ, নাঙল যুঁৱলি নাই। কিন্তু গাঁওবুঢ়াৰ এহাল দুহাল গৰু ম'হ সদায় এনেয়ে থাকে। গতিকে সময় সুবিধা উলিয়াই বাবৰে নিজৰ মাটি হালিচাত যোৱা দুবছৰ নিজেই খেতি কৰিলে।

এইয়া 'দেশ'ৰ জমীদাৰৰ মাটিৰ নিচিনা নহয়, ছৰিফ গাঁওবুঢ়াই মাটিবিঘা তাক একেবাৰেই দি দিছে।

কথাটো নতুন নহয়। ইয়াৰ আগতেও গাঁওবুঢ়াই ঘৰত কাম কৰা দুই এক ডেকাক এনেকৈ এবিঘা দুবিঘা খেতিৰ মাটি, দুলোচা ঘৰৰ

ভেটি নিদিয়া নহয়। আল্লাই মোক বহুত দিছে, আল্লাই মোক যি দিছে তাৰ পৰা যাব নাই তাক নিদিলে খোদা নাৰাজ হ'ব।

জীৱনত প্ৰথম বাবৰ কাৰণে নিজৰকৈ এবিঘা মাটি পোৱাটো বাবৰৰ কাৰণে কম আনন্দৰ কথা নাছিল। ছৰিফ গাঁওবুঢ়া কাঢ়া হোৱাৰ কাৰণে মাজে মাজে তাক আৰু অন্যান্য কামলাক ডাবিছুকি দিয়াৰ কাৰণে, আৰু বিশেষকৈ দ্বিতীয়জনী ঘৈণীয়েক মৰাৰ পাছত ষাঠি বছৰ বয়সত আকৌ বিয়া কৰাব খোজাৰ কাৰণে বাবৰৰ ছৰিফ গাঁওবুঢ়াৰ বিৰুদ্ধে অভিযোগ বা অসন্তুষ্টি আছিল, তাক কোনো দাম নোলোৱাকৈ এবিঘাকৈ মাটি দিয়াৰ কাৰণে, সেইবোৰ সি পাহৰি গ'ল। সদায় দেখি থকা ছৰিফ গাঁওবুঢ়া মানুহটোতকৈ, গাঁওবুঢ়াৰ অন্তৰখন বহুত ডাঙৰ যেন লাগিল।

নিজৰ মাটিবিঘাৰ ধান চপাই বাবৰে গাঁওবুঢ়াৰ ভঁড়ালতে জোখ কৰি থলে। তাক যিটো ঘৰৰ যিটো কোঠালি থাকিবলৈ দিয়া হৈছিল, তাত ধান থবলৈ ঠাই নাছিল। বেলেগে খেতি কৰিলে বুলি বেলেগে নিজৰ ধান থোৱাটো ভাল কথা নহ'ব।

মোবাৰক আলি মাষ্টৰক সি বৰ শ্ৰদ্ধা কৰে, ভয়ো কৰে। ডেকা মানুহ যদিও, মোবাৰক গহীন মানুহ। এহাতে ছৰিফ গাঁওবুঢ়াৰ ল'ৰা, আনহাতে হাইস্কুলৰ হেডমাষ্টৰ। গহীন নহৈ উপায় নাই। কিন্তু গহীন যদিও, মোবাৰকে স্কুলৰ ল'ৰাৰ ফুটবল খেলা চাবলৈ যায়। কেতিয়াবা বাবৰে গৈ টাউনত ছিনেমাও চায়গৈ। কেতিয়াবা চিকাৰ কৰিবলৈ গ'লে বাবৰকো লগত লৈ যায়। যাওঁতে বাবৰে বন্দুক কান্ধত লৈ মোবাৰকৰ পিছে পিছে যায়, ঘুৰি আহোঁতে হাঁহ পৰ্ঘুমা বনকুকুৰা ভাৰ বান্ধি আনে।

মোবাৰকে ৬৫ টকা দি এখন নতুন ৰেলি ছাইকেল কিনিছিল। মাজে মাজে ছাইকেলখন বাবৰক চাফা কৰিবলৈ দিয়ে। চাফা কৰি থাকোঁতে বাবৰৰ কেতিয়াবা মনত লাগে: সিও কেতিয়াবা এখন ছাইকেল কিনিব। নতুন হয়তো কিনিব নোৱাৰিব, পুৰাণকে

কিনিব। টকা ২০/২৫টা মান গোটাব পাৰিলেই হয়। ইতিমধ্যে সি মতিৰ ককায়েকৰ পুৰণি হাৰ্কুলেছ ছাইকেলখনত কেইবাদিনো মাজেদি সোমাই উঠিছে আৰু কেইদিনমান শিকিব পাৰিলে ওপৰত উঠিও চলাব পাৰিব। শিকিব পাৰিলে কিন্তু সি হেকেৰ পেকেৰকৈ নচলায়, পোনকৈ খুব জোৰেৰে চলাব।

হাটলৈ গাড়ী নিলেও তাৰ খৰকৈ ম'হহাল বা গৰুহাল খেদাবৰ বৰ মন যায়। কিন্তু ম'হ, গৰুৱে দুখ পাব বুলি বৰকৈ নেখেদায়। আৰু গাঁওবুঢ়াৰ গৰুম'হবোৰ এনেয়ো বৰ চোকা, গাত হাত দিবই নোৱাৰি। সদায় অন্য গাড়ীতকৈ আগ বাঢ়ে। তথাপি কেতিয়াবা দেৰী নহ'লেও দেৰী হৈছে বুলি সি গাড়ী বেগাই খেদায়। অন্য গাড়ীয়ে বাট এৰি দিয়ে।

বাবৰে ভাবে ঃ তাৰ নিজৰ যেতিয়া গাড়ী গৰু হ'ব তেতিয়া সি যেনেকৈ মন যায় খেদাব। লোকৰ গাড়ী খৰকৈ চলাই ক'ৰবাত ভাঙিব চিঙিব লাগিলে ভাল কথা নহ'ব।

এদিন গাঁওবুঢ়াৰ ঘৰৰ পৰা প্ৰায় দুমাইল দূৰত নৈৰ পাৰৰ পথাৰত মানুহ লগাই ধান দোৱাইছিল। গাঁওবুঢ়াৰ দুয়োখন গাড়ীৰে ডাঙৰী কঢ়িয়াইছিল। পিছবেলা বেলি লহিউৱাৰপৰা ডাঙৰী কঢ়িউৱা হৈছিল। কিন্তু ডাঙৰী বহুত, দুখন গাড়ীৰে কঢ়িয়ায়ো শেষ কৰিব পৰা নাছিল। একে দিনাই ত্ৰিছটা দাৱনিয়ে ধান দাইছিল।

পুহ মাহ শেষ হৈছিল। জাৰ বেছিকৈ পৰিছিল। বেলি পৰি অহাৰ লগে লগে চাৰিওফালৰপৰা ডাঠ কুঁৱলী আৰু হাড় কঁপোৱা জাৰ নামি আহিছিল।

পথাৰত বাকী থকা ডাঙৰীখিনি গাড়ীত বোজাই কৰিবলৈ বাবৰে ঘৰমুৱা হৈ গাড়ী চলাইছিল। আজি একেদিনাই তিনি পুৰাবো বেছি মাটিৰ ধান দোওৱা হ'ল। আৰু এদিন 'বা' দুদিনতে গাঁওবুঢ়াৰ ধান চপোৱা শেষ হ'ব। তেতিয়া কিছুদিনলৈ কামৰ বোজা কিছু পাতলিব।

বাবৰৰ ভাল লাগিছিল। ডাঙৰীৰ নবাবোৰৰ মাজত কিছু উম সোমাই আছিল। তাৰ গাত আছিল মাত্ৰ কামিজটো আৰু লুঙীখন। আগ ফালৰপৰা তাৰ জাৰ লাগিছিল।

বিড়িটো জ্বলাই লৈ হুপি হুপি সি গাড়ী চলাইছিল। গৰুহালে আন্ধাৰতে বাট চিনি খৰ-খুজীয়াকৈয়ে আগ বাঢ়িছিল। ঘৰ পাই সি আজি ভালকৈ জুই ফুৰাব। কাৰণ আজি দোকমোকালিৰপৰা সি কাম কৰিছে। তাৰ ভাগৰো লাগিছে। অন্যান্যই মৰনা মাৰিছে। আজি সি মৰনা মৰাত নেলাগিলেও হ'ব।

আগফালৰপৰা কোনোবা এটা আহিছিল।

"কোন অ' ?"

"মই হে—জব্বাৰ। তই এতিয়াহে আহিছ নেকি আজি ?"

"এৰা অ'। কোন ফালে যাৱ ?"

"তয়ো যাবি নেকি ?"

"ক'লৈ ?"

"ৰাখচোন গাড়ী। কথা আছে।"

"নাই, ৰাতি হ'ল। এতিয়া বাটতে গাড়ী ৰাখিলে আঁক দেৰী হৈ যাব। ঘুৰি যাৱ যদি আহ, গাড়ীতে উঠ।"

"মই এফালে যাম বুলিহে আহিছো, তোৰ লগত এটা কথা আছিল। চাওঁ বিড়ি এটা দে।"

বাবৰে গাড়ী ৰাখিলে, এটা বিড়ি জব্বাৰক দিলে। "ক'চোন কি কথা।"

"তই মোক অলপ সহায় কৰি দিবি ?"

"কি সহায় ?"

"এনেকৈ বাটেপথে ক'ব নোৱাৰি। কোনোবাই গম পালে, গণ্ডগোল হৈ যাব।"

"এতিয়া মই যাওঁ। তই অন্য সময়ত আহিবি। কথাবতৰা পাতিম।"

"তই মোক সহায় কৰিব লাগিব।"

"কৰিম দে। কি কৰিব লাগে ক'বি।"

গৰুকেটাই যাবৰ কাৰণে উচ্‌পিচ্‌ লগাইছিল। বাবৰৰো জ্বৰ লাগিছিল। কুঁৱলীবোৰো ডাঠ হৈ আহিছিল।

এবাৰ ইফালে সিফালে চাই জব্বাৰে ক'লে, "তই চিনই কিজানি—"

"কাক ?"

"মনিৰ ছাছাক—"

"ওঁ—"

"এৰা, তেওঁৰে—ঘৰতে—মানে—"

"মানে ?"

"আচ্ছা, এতিয়া তেন্তে যা বাৰু। পাছত ক'ম। তই কিন্তু মোক সহায় কৰিব লাগিব।"

জাব্বাবৰ কথাত বাবৰে বৰ গুৰুত্ব নিদিলে। কেতিয়াবা বিড়ি এটা দিয়া মানেও সহায় কৰা। জব্বাৰ ল'ৰাটো সিমান সুবিধাজনক নহয়। মাজে মাজে কিবাকিবি আজেবাজে কথাবোৰ কয়, ছোৱালীৰ কথা বেছিকৈ চিন্তা কৰে। বাপেক আৰু ককায়েক দুটাই দিনৰাতিয়ে কাম কৰে আৰু সি পাৰিলে কাম নকৰি, অ'ত ত'ত ঘূৰে।

নাকটো অলপ ডাঙৰ আৰু ভোটা যদিও, জব্বাৰ ল'ৰাটো শকত আৰত হৃষ্টপুষ্ট। মিঠা বৰণীয়া, চুলিবোৰ ডাঠ। বাপেকহঁতে মানা কৰা সত্ত্বেও সি চুলি দীঘলকৈয়ে ৰাখিছে। চুলিৰ সি যত্নও লয়।

জব্বাৰৰ বয়স কুৰি বছৰ। সেই হিচাপে তাৰ বিয়া কৰাবৰ বয়স চৰি গৈছে। কিন্তু বাপেক ককায়েকহঁতে বৰ মনকাণ দিয়া নাই, কাৰণ তাৰ ভনীয়েক দুজনীৰ বিয়া এতিয়াও দিয়া হোৱা নাই।

তাৰ দুয়োটা ককায়েকে বিয়া কৰোৱাৰ পাছৰেপৰাই দাড়ি ৰাখিছে। সি কিন্তু দাড়ি খুৰায়। সি আনকি কেতিয়াবা বাবৰকো দাড়ি খুৰাবলৈ কয়।

"তোৰ যদি লাজ লাগে আহিবি, মই খুৰাই দিম—" সি কয়। বাবৰৰ লাজ লাগে, কিন্তু দাড়ি খুৰোৱাৰ কথা সিও ভাবে।

মনিৰ ছাহাৰ ঘৰলৈ বাবৰ মাজে মাজে নোযোৱা নহয়। মনিৰৰ দুয়োজনী বোৱাৰীয়েক মৰমিয়াল। ডাঙৰজনীৰ ল'ৰা-ছোৱালী নাই, সৰুজনীৰ দুজনী ছোৱালী, পাঁচ বছৰীয়া আৰু তিনি বছৰীয়া। মনিৰৰ দিবলগা ছোৱালীও দুজনী আছে। পাঁচজনীৰ বিয়া হৈ গৈছে। থকা দুজনীৰ ডাঙৰজনী দেখিবলৈ ভাল নহয়। ক'লী, চাপৰ, নাকটোও ভোটা, বাঁও চকুটো কেঁৰা। কিন্তু তাইৰ গাৰ গঠন বৰ ধুনীয়া। তাই আটিল আৰু সুঠাম, স্বাস্থ্যও ভাল, ভিতৰে বাহিৰে সমানে কাম কৰে।

সৰুজনীৰ বাৰ বছৰ হৈ গৈছেহে। আঁহ-পাহ মুকলি হৈছে, লাহী, অলপ মিঠা বৰণীয়া। তাইৰ দাঁত দুপাৰী বৰ ধুনীয়া, সেইবাবে মুখখনো শুৱনী দেখি। সৰু ছোৱালী কাৰণেই তাই সকলোৰেবৰ মৰমৰ। তাই কৰোঁ বুলিলেও বেছি কাম তাইক কোনেও কৰিবলৈ নিদিয়ে।

তাই হাইস্কুলত পঢ়ি আছে।

কথাটো বহুতেই পচন্দ কৰা নাই। গাভৰু ছোৱালীয়ে ল'ৰাৰে একেলগে স্কুলত পঢ়াটো ভাল কথা নহয়। কিন্তু মোবাৰক হেডমাষ্টৰলৈ সকলোৱে ভয় কৰে। গতিকে কোনো দুষ্ট ল'ৰায়েই দুষ্টামী কৰিবলৈ সাহ নকৰে। সি কাকো ক্ষমা নকৰে। আৰু চৰিফ গাঁওবুঢ়া বা মৌলবী চাহেবেও মোবাৰক হেড মাষ্টৰৰ কাম কাজত হেতাওপৰা নকৰে। মনে মনে অৱশ্যে 'ডাঙৰ' ছোৱালী স্কুললৈ যোৱাটো ভাল নেপায়। ন দহ বছৰ হ'লে ছোৱালী পৰ্দা হ'ব লাগে। কিন্তু মোবাৰকৰ স্কুলত গাঁৱৰ ডাঙৰ ডাঙৰ ছোৱালীয়েও পঢ়িছে।

মৌলবীয়ে প্ৰায়ে ৰাজ-মহফিলত শিক্ষাৰ বিষয়ে বক্তৃতা দিয়ে। কোৰাণ হদীচৰ উদ্ধৃতি দি শিক্ষা লাভ কৰাটো যে পুৰুষ-নাৰী উভয়ৰে ওপৰত ফৰজ (অপৰিহাৰ্য্য কৰ্তব্য) নাইবা শিক্ষা আহৰণৰ কাৰণে

দৰকাৰ হ'লে সুদূৰ চীন দেশলৈকো যাবা আদি বহুলৰ উপদেশৰ কথা কয়। কিন্তু ঘৰুৱা আলোচনাত শিক্ষাই যে সমাজখনক দোজখৰ বাটৈত আগুৱাই নিছে সেই কথা কৈ আক্ষেপ কৰে, আল্লাই যাতে সকলোকে হেদায়ত কৰে, আৰু সকলোৰে গুণাহ মাফ কৰে, তাৰ কাৰণে আল্লাৰ ওচৰত হাত তুলি মুনাজাত কৰে।

মৌলবী চাহেবে তিনি গৰাকী বিয়া কৰাইছে। ল'ৰাছোৱালী এঘাৰটা। তেওঁ ছবছৰীয়া মুমলীয়া ছোৱালীজনীৰ বাহিৰে অন্য এজনী ছোৱালীকো স্কুলত পঢ়োৱা নাই।

ঘৰতে আৰু মক্তবত অৱশ্যে কায়দা আমপাৰা আৰু নামাজ শিক্ষা আদি পঢ়াইছে।

মৌলবী চাহেবৰ এটা ল'ৰাই মেট্ৰিক পাছ কৰি কলেজতো নাম লগাইছে।

মৌলবী চাহেব বয়সত গাঁওবুঢ়াতকৈ দুই এবছৰহে সৰু। দুয়োৰো মাজত মিল আৰু বন্ধুত্ব যথেষ্ট।

মৌলবী মৌলবীয়েই।

মাটি কিছু আছে, নিজে পথাৰত নামি খেতি নকৰে, মানুহ ধৰি আনৰ হতুৱা খেতি কৰায়।

গাঁৱৰ ৰাইজেও ৰোৱা তোলাত সহায় কৰি দিয়ে। তাৰ বাবে প্ৰায়ে একো দিবলগীয়া নহয়, যিকোনো মৌলবী চাহেবে সকলোৰে কাৰণে নামাজ কোৰাণ পঢ়ি দোৱা (আশীৰ্বাদ) কৰি দিয়ে, তেখেতৰ বদ্‌দোৱালৈ (অভিশাপলৈ) সকলোৱে ভয় কৰে।

গাঁওবুঢ়াৰ ধনসম্পত্তি মাটি ভেটিত এনেকুৱা কোনোবা বুজুৰ্গৰ, কোনোবা পীৰ বলীৰ দোৱাতে হৈছে বুলি গাঁওবুঢ়াই বিশ্বাস কৰে।

তোমাৰ কপালখনেই সকলো নহয়।

খোদাৰ হুকুম লাগে, ফকীৰ মিচ্‌কিনৰ দোৱা লাগে, নিজৰ দেহাৰ খাটনি লাগে।

—গাঁওবুঢ়াৰ জীৱনৰ দৰ্শন।

দিনত গাঁওবুঢ়াই অতি কম সময়হে এনেই বহি থাকিবলৈ পায়। বাহিৰত খেতি পথাৰত নাইবা গাঁৱৰ মেল গোচৰ ভোজসভা আদিতে যায়। গধূলি মগৰিবৰ নামাজৰ পাছতহে গাঁওবুঢ়া বাটচ'ৰাত বহে। হুকা টানি টানি ধঁপাত খায়। কেতিয়াবা চাহপানীও খায়, আৰু মৌলবী আৰু অন্যান্যৰ লগত বহি আল্লা-ৰছুলৰ কথা, কোৰাণ হদীচৰ কথা দেশ বিদেশৰ কথা পাতি বহি থাকে। তাৰ লগে লগে খেতিবাতি বিয়া বাৰুৰ কথাও আলোচনা কৰে।

গধূলিৰ ভাতসাজ নেখাওঁ নেখাওঁ কৰিও, মৌলবীয়ে গাঁওবুঢ়াৰ ঘৰতে খাই যায়। সমনীয়া অন্যান্যও আছে কিন্তু গাঁওবুঢ়াৰ বাহি আহে মৌলবীৰ লগতহে।

এইবাবে গাঁৱত কোনো কোনোৱে কোৱাকুই কৰে যে দুয়ো বিয়ৈ হ'ব। হয় গাঁওবুঢ়াৰ পুতেকলৈ মৌলবীৰ জীয়েকক বিয়া কৰাই আনিব, নহয় গাঁওবুঢ়াৰ জীয়েকক দিব। গঞাৰ মাজত এইবোৰ কথাৰ ফুচফুচীয়া আলচহে হয়, মুকলিকৈ, খাটাংকৈ কোনোৱে একো ক'ব নোৱাৰে। হাতে কামে লাগি নথকা মানুহক গাঁওবুঢ়াই চকু পাৰি দেখিব নোৱাৰে।

গতিকে মৌলবীৰ কোনোবা জীয়েক এজনীক বোৱাৰী কৰি আনিলেও গাঁওবুঢ়াৰ জীয়েকক মৌলবীৰ কোনোবা এটা পুতেকলৈ বিয়া দি উলিয়াই দিয়াৰ আশা নাই।

তথাপি দুয়োৰে মিল আৰু বন্ধুত্ব সকলোৱে চকুত নপৰি থকা নাই।

গৰম পৰি আহিছিল। চ'তৰ আকাশ সকলো মুকলি হাকলি।

মগৰিবৰ নামাজ পঢ়ি উঠি মানুহবোৰ এজন এজনকৈ চ'ৰা মছজিদ ঘৰলৈ ওলাই আহিল, আৰু পাৰি থোৱা কঠ আৰু পাটিতে বহিল।

প্ৰায়ে মগৰিবৰ নামাজৰ পাছত বয়সস্থ কেজনে এনেকৈয়ে বহি কিবাকিবি কথা আলচ কৰে।

নামাজ পঢ়িবলৈ মছজিদলৈ মোবাৰকো আহে আৰু দুই এজন অন্য ডেকাও আহে।

নামাজ পঢ়ি উঠি দুজনমান গ'লগৈ।

আঠজনমান থাকিল।

গাঁওবুঢ়া, মৌলবী ফৰমান আলি, দিয়ানতদিন আদিও থাকিল।

কথাটো মৌলবীয়েই উলিয়ালে, "মোবাৰক কথাটো, আমাক ভালকৈ বজাই কচোন, লাড়াই লগাটো সঁচানেকি?"

"ক'ত লাগিছে? মক্কা মদিনাত ক'ৰবাত লগা নাইতো? আল্লাই ৰক্ষা কৰিলেই হয়।"

"আমাৰ ইয়াততো নেলাগে, কি কৰ? নে লাগিবনেকি? তেতিয়া হ'লেতো চব গৰবৰ হৈ যাব।"

গাঁওবুঢ়াই হোকা টানি আছিল। মছজিদত কথা আলচ কৰিবলৈ বহা দেখিলে ঘৰৰ পৰা হোকা পঠিয়াই দিয়ে। গাঁওবুঢ়াৰ ঘৰৰ ওচৰতে মছজিদ।

গাঁওবুঢ়াই পুতেকক নিজে একো সোধা নাছিল।

মোবাৰকে ক'লে, "যুদ্ধতো আগে দূৰে দূৰে লাগিছিল। জাৰ্মানি, ইটালী, জাপান এফালে, ৰুচ, আমেৰিকা, বৃটিছ এফালে। এতিয়া জাপান পূব ফালৰপৰা আগ বাঢ়ি আহি আছে, কিছুমান দেশ ল'লেই। এতিয়া আমাৰ ইয়াতো যুদ্ধ নেলাগি নেথাকে। মিলিটাৰি আহিছেই।"

"তেতিয়াহ'লেতো খেতিবাতি সকলো যব। আমাৰ ইয়াতো লাগিবনে কি?"

"আমাৰ গাঁওখনত নেলাগিলে কি হ'ল, আমাৰ দেশখনত লগা মানেই গাঁওখনত লগা—"

মোবাৰকে ক'লে।

"আমি পিছে কাৰ ফালে থাকিম?" দিয়ানতে সুধিলে।

"কাৰ ফালে থাকিম আৰু? আমাৰ চৰকাৰৰ ফালে

থাকিম। যাৰ নিমখ খাইছো তাৰ নিমখ হাৰামী কৰিমনেকি ?" ফৰমানে ক'লে।

"কি ইফাল সিফাল গাইছা ? আমি হালকোৰ বাই খেতি কৰা মানুহ, খেতিবাতি কৰি থাকিম। আমি কি যুদ্ধ কৰিম ?" গাঁওবুঢ়াই ক'লে।

মৌলবীয়ে গহীনাই মন্তব্য দিলে, "দুনীয়াৰ সকলো মানুহ গুণাহগাৰ হ'ল। যুদ্ধ মানে খোদাৰ গজব। জুই লাগিলে যেনেকৈ ভাল মানুহ বেয়া মানুহ সকলোৰে ঘৰ পোৰে, যুদ্ধ লাগিলেও ভাল মানুহ, বেয়া মানুহ সকলোৱে দুখ কষ্ট ভুগিব লাগে, আল্লাই সকলোকে চাই ছালামতে ৰাখোঁতা।"

গাঁওবুঢ়াই ক'লে, "আল্লাৰ মছজিদত এইবোৰ দুনিয়াদাৰী কথা বতৰা আলচ কৰা বেয়া। আজান দেইঁক, ঈছাৰ নামাজ সোনকালে পঢ়ি ঘৰাঘৰি যাব লাগে। দুনীয়ালৈ গজব আহিছেই, আচমানী গজবৰ পৰা আল্লাই সকলোকে ৰক্ষা কৰিলেই হয়। মৌলবী চাহেব, ঈছাৰ নামাজৰ বাদে অলপ দোৱা কৰিবা। আল্লাই যেন সকলোকে হেফাজতে ৰাখে।

দিয়ানতে মোৱাৰকক ক'লে, "তইঁতে খবৰকাগজ চাগজ পঢ়, ক'ত কি হৈছে খবৰবোৰ পাই থাক, আমাক কৈ মেলি থাকিবি, কেতিয়া ক'ত কি কৰিব লাগে।"

মোবাৰকে সকলোকে কিছু নির্ভয় দি ক'লে, "এতিয়াই সিমান ভয় খাবলগীয়া একো হোৱা নাই। আৰু যুদ্ধ লাগিলে যুঁজ কৰিবলৈ চৰকাৰ আছে নহয়। চৰকাৰী চিপাহী আছে, যুদ্ধ কৰিব। আমি সাৱধানে থাকিলেই হ'ল। পিছে এইবোৰ কথা বৰ বেছিকৈ আলচ বিলচ নকৰাই ভাল।"

"এৰা, আমাৰ এইবোৰ কথাৰ দৰকাৰ নাই। আল্লাৰ যি মৰ্জি আছে হ'ব।"

আজান দিয়া শুনি সকলো চুপ হ'ল।

এঘাৰ

দৰকাৰী কথাটো এদিন জব্বাৰে বাবৰক ক'লে।

কেইবা দিনো চেষ্টা কৰিও বাবৰক অকলে লগ ধৰাৰ সুবিধা কৰিব নোৱৰাৰ কাৰণে মাঘ ফাল্গুন দুমাহত কথাটো কোৱা নহ'ল।

ইতিমধ্যে গাঁও জুৰি চাৰিওফালে যুদ্ধৰ বাতৰি বিয়পি পৰিব ধৰিলে। হালোৱা পথৰুৱা সকলোৱে ফুচফুচীয়া আলচ কৰিব ধৰিলে যুদ্ধৰ কি হৈছে, ক'ত লাগিছে, কোন ফালে গৈছে, জাপান কিমান দূৰ আগুৱাইছে, ৰুছিয়াই কি কৰিছে ইত্যাদি।

অৱশ্যে এই দেশবোৰ, এই মানুহবোৰ কোনফালে আছে কোনোৱে ক'ব নোৱাৰে। আনকি ৰহুত কথা জনা মানুহ বুলি নামডাক থকা মৌলবী চাহেবেও ক'ব নোৱাৰে ভালকৈ। গতিকে প্ৰায় সকলোৱেই মোবাৰকৰ স্কুলৰ ল'ৰা ছোৱালীক সুধিবলগীয়া হ'ল জাপান কোনফালে, জাৰ্মানি কোন ফালে আমেৰিকালৈ কিমান দূৰ।

জব্বাৰে এদিন নৈঘাটতে বাবৰক লগ পালে। নৈখন বৰ শুকাইছে। পানীবোৰ নিৰ্মল, তললৈকে দেখি। গা ধোৱা আৰু গৰু ম'হক পানী খুওৱা ঘাটটো বহুত তললৈ, নৈৰ বুকলৈ নামি গৈছে।

বালিত বহি আঁঠুলৈকে ভৰি দুখন পানীত ডুবাই ৰাখি বাবৰে এনে কিবাকিবি কথা চিন্তা কৰি আছিল। ইতিমধ্যে সি কোৱাকুই কথা শুনিছে যে যুদ্ধত বহুত চিপাহী ল'ব, দৰমহা দিব, পোছাক দিব, খোৱা-বোৱা দিব। ওচৰৰ কেইবাখনো গাঁৱৰ ল'ৰাই চিপাহী হ'বলৈ যাবলৈ ঠিকেই কৰি পেলাইছে। তাকো কোনোৱা কোনোবাই চিপাহী

হ'বলৈ যোৱাৰ কথা কৈছে। মোবাৰকৰ বন্দুকটোৰ নিচিনা বন্দুক এটা যদি তাক দিয়ে, চিপাহী হৈ তাৰ বৰ ভাল লাগিব। আৰু তাৰ মনৰ মাজত এটি ইচ্ছা বহুত দিনৰপৰা আছে: বন্দুক এটি যদি পায় আৰু কেনেকৈ মাৰিব লাগে যদি সি ভালকৈ শিকি ল'ব পাৰে, সি নিজৰ দেশৰ গাঁৱলৈ ঘুৰি যাব, আৰু সেই জমীদাৰৰ পৰিয়ালৰ মতা মানুহকেটাক গুলিয়াই মাৰি থৈ আকৌ ঘুৰি আহিব—পলাই পলাই।

জব্বাৰ আঁহি গুলালহি। সি এই সময়ত বাবৰক ইয়াত লগ পাব বুলি ভবা নাছিল। তাক লগ পাই ভাল পালে।

সিও কাষ চাপি বহিল।

দুটামান আগগুৰি নোহোৱা কথা পাতিলে:

নৈখন বৰ শুকাইছে। বহাগলৈ আৰু বেছি দিন নাই।

মোহন মাজিৰ বিয়াত অহা শনিবাৰলৈ ৰাইজে মাছ মাৰিব। মোবাৰক মাষ্টৰে বোলে টাউনৰ কোনোবা অসমীয়া উকীলৰ ছোৱালী বিয়া কৰাব—হয়নেকি?

তাৰ পাছত জব্বাৰে তাৰ নিজৰ কথা উলিয়ালে।

"মই আজিলৈকে কাকো কোৱা নাই। তই কিন্তু মোক সহায় কৰি দিবই লাগিব।"

"কি কৰিব লাগেনো কচোন।"

"মনিৰ ছাছাৰ স্কুলত যে পঢ়ি আছে ছোৱালীজনী—তাইৰ নাম কি জান? মইনা। ঠিক নাম ৰাখিছে।"

"—মই নেজানিছিলোঁ।"

"তাইকে—"

"তাৰ মানে?"

"—তাৰ মানে আৰু কি? মই আনিম বুলি ঠিক কৰিছোঁ।"

"—তই আনিবি? তই বিয়া কৰাবি?"

"—ধেৎজেৰি, কি বিয়া কৰাম? সেইচব ভাঙৰ মানুহ ল'বাৰ

কাম। আমাৰ ইয়াত বিয়া কৰাই ছোৱালী কিমানে আনিছে? ৰাতি মনে মনে ঘৰৰপৰা উঠাই লৈ গুচি আহিম। "মই অকলে নোৱাৰিম। সেই কাৰণেহে তোৰ সহায় বিচাৰিছোঁ।"

"—তই যে কি কথাবোৰ কৈছ মই বুজিবই পৰা নাই। তোৰ বাবাৰ আৰু ককায়েৰহঁতক নকৱ কেলেই মইনাক তোলৈ খুজিবলৈ?"

"সিহঁতে নিজে নিজে কৰি ল'লে, মোৰ কথা খবৰেই নাই। ইপিনে মোৰ বিছ বছৰ পাৰ হৈ যাবৰ হ'ব এতিয়া। আৰু জানিছ, বাবাহঁতে ধৰিলেও মুনীৰ ছাছাই কিজানি মইনাক মোলৈ নিদিব।"

"মই কিন্তু ভাই এইচব কৰিব নোৱাৰিম। গাঁওবুঢ়া কিমান কাঢ়া মানুহ জানই। কিবা গণ্ডগোল হ'লে মোৰ জান খাই দিব। ঘৰৰপৰা বাহিৰ কৰি দিব।"

"—আৰে তাৰ বাবে কি চিন্তা কৰিছ। তযোতো অলপ অলপ ডেকা হৈছ। সদায় কি আৰু লোকৰ ঘৰত চাকৰ কৰি থাকিবিনেকি? খেদাই দিলে গুলাবি, যুদ্ধত গুচি যাম—দৰমহা দিব, পোছাক দিব—"

বাবৰে ক'লে, "মইনাক তই ক'লৈ নিবি? নিজৰ ঘৰলৈ?"

"—পাগল হৈছ নেকি? ঘৰত সোমাবলৈ দিব নেকি? ককাইহঁতে হালৰে জান খাই দিব, আমি পলাই যাম।"

"—ক'লৈ পলাই যাবি?"

"—অন্য গাঁৱলৈ। হোজাই, লংকা, লামডিং, বদৰপুৰ—"

"—কি কৰিব লাগিব?"

"—গৰা মাৰি দাঙি পলুৱাই নিব লাগিবতো। মই অকলে কিমান দূৰ নিব পাৰিম? তয়ো নি দিব লাগিব।"

"চিয়ঁৰবাখৰ নকৰিব?"

"মুখত সোপা দি নিব লাগিব। তেন্তে মোক সহায় কৰিবি?"

"এনেকুৱা কাম কৰিলে গুণাহ নহ'ব?"

"পাছত তৌবা কৰিম। কোনোবা এজন মৌলবী চাহেবৰ হতুৱা নিকাহ পঢ়াই লম। তেতিয়া আৰু কোনো গুনাহ নহয়।"

"মোবাৰক মাষ্টৰক জানতো? মইনাই মোবাৰক মাষ্টৰৰ স্কুলত পঢ়ি আছে। মাষ্টৰে যদি পুলিছত দিয়ে?"

"তই সিমানবোৰ চিন্তা কৰিব নেলাগে। যি হয় মোৰ হ'ব। তই মুঠেই মইনাক মনিৰ ছাছাৰ ঘৰৰপৰা বাহিৰ কৰি আনি দিবি, এইকণ সহায় তই কৰিব লাগিব।—কৰিবিতো?"

"কিছু চিন্তা কৰি বাবৰে ক'লে, "অলপ ভাবি চাওঁ, এনেকুৱা কাম ভাবি চিন্তিহে কৰিব লাগে। তই জানো কাৰোবাৰ হতুৱা মইনাক তোলৈ খোজাব নোৱাৰ? বিয়া বাৰু কৰাই অনাহে ভাল কিজানি—"

"বহুত টকা পইচা লাগে বিয়া পাতিবলৈ। আমাৰ ক'ৰ টকা আছে? আৰু তয়ো চিন্তা নকৰিবি। তয়ো এজনী ছোৱালী চা, দুই এবছৰৰ পাছত তোৰ ছোৱালীও মই তেনেকৈয়ে আনি দিম।"

"—ধেৎ! মোক সেইবোৰ কথা নক'বি।"

"—তই কি ছোৱালী নানিবিনেকি? আৰু ইয়াত তোৰ মাৰ নাই, বাপেৰ নাই, তোৰ কেনে বিয়া পাতি দিব? তই নিজেহে ধৰি মেলি এজনী আনিব লাগিব। অকলে এইবোৰ কাম কৰিব পাৰি নেকি? কাৰোবাৰ মদত লাগিবই।"

বাবৰে জব্বাৰৰ কথাখিনিৰ অৰ্থ বুজিবৰ যত্ন কৰিলে। মনে মনে এটা কথা সি বুজি পাই আহিছে:

আমাৰ গাঁৱৰ ল'ৰাবোৰে ইমান সকতে ছোৱালী আনে কিয়? থাকিবলৈ ঘৰ নেথাকিলেও, খাবলৈ ভাত নেথাকিলেও বিয়া কৰায় কিয়? বাপেক মাকে ছোৱালী চাই পচন্দ কৰি অনালৈ বাট নেচাই এনেকৈ ধৰি মেলি পলুৱাই আনে কিয়? মোবাৰক মাষ্টৰে লিখাপঢ়া শিকিছে, তেওঁ নিজে বা বাপেক গাঁওবুঢ়াৰ হতুৱা এইবোৰ বন্ধ কৰিবলৈ কিবা এটা নকৰে কিয়, মোবাৰক মাষ্টৰৰ তো বয়স হৈছে, কিজানি ২৩২৪ বছৰেই হ'ব পায়, বেছিও হ'ব পাৰে। এওঁ

দেখোন বিয়া কৰোৱা নাই। গাঁওবুঢ়ায়ো দেখোন জোৰ কৰা নাই। অন্যকো সেইদৰে ৰিয়া দেৰীকৈ কৰিবলৈ মকয় কিয় ?

দেশত আমাৰ নিজা মাটিবাৰী থকা হ'লে আমি ছুখীয়া নহ'লোঁহেঁতেন, ছুখীয়া নোহোৱা হ'লে মই স্কুলত পঢ়িব পাৰিলোঁহেঁতেন, পঢ়িব পৰা হ'লে, ময়ো মোবাৰক মাষ্টৰৰ নিচিনা মাষ্টৰ হ'ব পাৰিলোঁহেঁতেন। তেতিয়াহ'লে মই ছোৱালী চুৰ কৰি বা ধৰি আনিব নেলাগিলহেঁতেন। মোলৈ ভাল ছোৱালী যাচি দিলেহেঁতেন।

এতিয়া মই ধনী হোৱাটোহে আচল কথা। মাটিবাৰী কৰিব লাগিব, গাঁওবুঢ়াৰ নিচিনাকৈ বহুত মাটি কৰিব লাগিব।

"—তই ভয় কৰিছনেকি ?"

বাবৰ মনে মনে থকা দেখি জব্বাৰে সুধিলে।

"—ভয় চয় মোৰ নাই। পিছে তোৰ কথাটো মোৰ ভাল লগা নাই। তই জানো ইয়াৰে অন্য কাৰোবাক ক'ব নোৱাৰ ?"

"তই আঁকৰা হৈ আছ। অন্য কাক ক'বি। মইনাৰ ওপৰত বহুতৰে চকু। পলম হৈ গ'লে, কোনে লৈ যায় কি ঠিক। আৰু এবছৰ ছুবছৰৰ মূৰত তাই যেতিয়া পূৰা যোৱান হ'ব তেতিয়া কিজানি তোৰে তাইলৈ লোভ লাগিব।"

বাবৰে মইনাক দেখিছে। ছোৱালীজনী ধুনীয়া। কিন্তু ছোৱালীলৈ লোভ কৰিবলৈ সি এতিয়াও শিকা নাই। এতিয়া তাক ছোৱালী নেলাগে, মাটি লাগে। মাটি হ'লেই জীৱনত সকলো হ'ব।

জব্বাৰে ক'লে, "তোক যি ক'লোঁ তই কাকো নক'বি। আৰু কাইলৈকে কিবা এটা কৰি নেপেলাওঁ নহয়। সময় সুবিধা বুজিহে কৰিম। মই লাগিলে ছমাহ এবছৰ বাট চাম। মোৰো বয়স চৰি যোৱা নাই, মইনাও বুঢ়ী হোৱা নাই।"

বাবৰে ক'লে, "এৰা, ছৰমুৰকৈ একো নকৰিবি। ছদিনমান বাট চাচোন।"

## বাৰ

ৰূপহী গাঁৱত এখন ডাঙৰ ৰাজহুৱা সভা হৈছিল। চৰকাৰৰ ফালৰপৰা জাননী দি কেইবাখনো গাঁৱৰ মানুহ গোটাইছিল। মন্ত্ৰী আহিছিল, আৰু বহুত ডাঙৰ মানুহ আহিছিল। নেচনেল ৱাৰ ফ্ৰণ্টৰ অফিছাৰ আহিছিল।

কেইবাজনো নেতাই ৰাইজক বুজাই দিলে যে জাপানৰ লগত এতিয়া পূৰাদমে যুদ্ধ লাগি গৈছে। জাপানীবোৰ আহি বৰ্মাদেশ পাইছেহি। সিহঁতক ভেটা দিবৰ কাৰণে বৃটিছ আমেৰিকান আফ্ৰিকান ভাৰতীয় সকলো সৈন্য লগলাগি যুদ্ধ কৰিছে।

আমাৰ সকলো ৰাইজেও যুদ্ধত যি যেনেকৈ পাৰে সহায় কৰিব লাগে।

যিবোৰ মানুহে যুদ্ধত সহায় কৰিব নেলাগে বুলি কৈ ফুৰিছে সেইবোৰ চৰকাৰ আৰু ৰাইজৰ শত্ৰু। সেইবোৰ মানুহৰ কথাত বিশ্বাস কৰিব নেলাগে আৰু তেনেকুৱা মানুহ পালে চৰকাৰৰ গুচৰত ধৰাই দিব লাগে।

সভাত বক্তৃতা দিয়া নেতাসকলৰ দুজনমানে ক'লে যে ডেকা ল'ৰাবোৰ দলে দলে যুদ্ধৰ চাকৰিত সোমাব লাগে। এ আৰ পি-ত সোমাব লাগে, অন্যান্য চাকৰিত সোমাব লাগে, নহ'লে যুদ্ধৰ ঠিকাদাৰ-বিলাকৰ লগত সোমাই যুদ্ধত সহায় কৰি দিব লাগে।

সকলো বক্তাই জোৰ গলাৰে এটা কথাতে বেছি গুৰুত্ব দিলে যে, ধনজন সকলো দি দেশৰ চৰকাৰক যুদ্ধত সহায় কৰি দিব লাগে।

ছবিৰ গাঁওবুঢ়া, দিয়ানত, মোবাৰক, জিনাৰাম বড়ো, মাখন

কলিতা আদিক সভালৈ চিঠি দি মাতিছিল, সকলো গৈছিল। সকলোৱে বক্তৃতা কাণ পাতি শুনিছিল।

কিছু কথা বুজি পাইছিল, সকলো কথা বুজা নাছিল।

যুঁজ লাগিছে, লাগিছে। যুঁজৰ চিপাহীয়ে যুঁজ কৰিব। গাঁৱৰ ৰাইজক এনেকৈ যুঁজৰ কথা বুজাই ফুৰাৰ কি অৰ্থ আছে? আৰু কৈছে খেতিবাতি শাকপাত বেছিকৈ কৰিব লাগে, সেইয়াও যুদ্ধত সহায় কৰা হ'ব। খেতিয়কে খেতি কৰিলে কেনেকৈ যুঁজত সহায় কৰা হয়, মানুহবিলাকে বুজিবলৈ টান পালে। আৰু যুদ্ধত এ আৰ পি বা তেনেকুৱা কিবা হৈ যোৱাটো বৰ ভাল কথা নহ'ব বুলি মানুহবিলাকে ভাবিলে।

সভাৰ শেষত এজন মন্ত্ৰীয়ে ছৰিফ গাঁওবুঢ়াক অকলই লগ ধৰি বৰ বিশ্বাসত কোৱাদি ক'লে, "সুযোগ সদায় নাহে জানিছা, এতিয়া যুদ্ধ লাগিছে। বস্তুৰ দাম দহ গুণ বাৰ গুণ বাঢ়িছে। এক পইচাৰ বন্ধাকবিৰ দাম এটকা হ'ব। চাৰিঅনীয়া কুকুৰা পোৱালিৰ দাম ডেড় টকা দুটকা হ'ব। তোমালোকে মিলিটাৰী ছাপ্লাইৰ ঠিকা লোৱা। মানুহবোৰক শাকপাত, ধান চাউল সৰহকৈ কৰিবলৈ কোৱা। ডেকা ল'ৰাবোৰক যুদ্ধৰ চাকৰিত সোমাবলৈ কোৱা। সুযোগ আহিছে। সুযোগ ল'ব লাগে। আমি সহায় কৰি দিম, চিন্তা নকৰিবা।"

কথাখিনি শুনি গাঁওবুঢ়াই ভালেই পালে, যদিও ঘপকৰে কিবা এটা কৰি পেলাবলৈ তেওঁ ভয় কৰিলে। ক'লে, "মই এইবোৰ কথা বুজি নেপাওঁ আমাৰ মোবাৰকক ক'ব। সি অলপ লিখা পঢ়া জানে। আৰু সি আনকো বুজাই ক'ব পাৰিব।"

"মোবাৰকক তো আমাৰ জিলা কমিটিৰ মেম্বাৰ কৰি লৈছোঁ, তথাপি তুমি গাঁওখনৰ মুৰব্বী, চৰ্দাৰ, তোমাৰ দিহাবুধি সকলোৱে ল'ব।"

কথাটো গাঁওবুঢ়াই ভাল পালে।

সভাৰপৰা ঘূৰি অহাৰ কেইদিনমান পাছত জুমা নামাজৰ পাছত

সকলো মানুহ মছজিদৰ চ'ৰাঘৰতে বহিল। গাঁওবুঢ়াই মন্ত্ৰীয়ে কোৱা কথা বাইজক বুজাই ক'লে। আৰু নিজৰ মন্তব্যও দিলে: চৰকাৰে আমাকে ভাত কাপোৰ দিছে। আমাক ৰক্ষা কৰিছে। বিপদৰ সময়ত আমিও চৰকাৰক ৰক্ষা কৰিব লাগে। চৰকাৰে কৈছে আমি য'তে মাটি পাওঁ তে'তে খেতি কৰিব লাগে। মই মন্ত্ৰীক কৈছোঁ, আমি খেতি কৰা মানুহ। খেতি কৰাই আমাৰ কৰ্ম। আমাক মাটি দিয়ক, আমি খেতি কৰি চৰকাৰক ফচল দিম। মন্ত্ৰীয়ে তাকে কৰিবলৈ কৈছে। এতিয়া সকলো লাগি যতে মাটি আছে তাতে যি পাৰি খেতি কৰিব লাগে।

গাঁওবুঢ়াৰেই মাটি সৰহ। আৰু গাঁওবুঢ়াৰ মাটিৰ সীমাতে এখন ফৰেষ্ট ৰিজাৰ্ভ আছে, আনফালে আছে নৈপৰীয়া অনাবাদী মাটি, বাৰিষা পানীত তল যায়, কিন্তু খৰালি আলু সৰিয়হ বেঙেনা জলকীয়া কবি মূলাৰ খেতি কৰিব পাৰি, তেনেকুৱা মাটি শ শ পুৰা এনেই পৰি আছে।

মণ্ডলক অলপ টকা দিলেই খেতি কৰিবলৈ দিব।

ঘৰত গাঁওবুঢ়াই বাবৰ আৰু অন্যান্য কাম্‌লা-চাকৰবোৰক চোতালত গোটাই লৈ ক'লে, "তহঁতো লাগি যা। এই ছেগতে মাটি নিজৰ কৰি ল, চৰ চাপৰিৰ মাটি ভাঙি উলিয়াই ল। মণ্ডল কানুনগুক টকা চকা খুৱাই পট্টা কৰাই ল'ব পৰা হ'ব। আৰু তহঁতৰ যদি 'দেশ'ত বা অন্য ঠাইত কোনোবা চিনাকি আপোন মানুহ আছে সিহঁতকো মাত, আমাৰ ইয়াৰ খেতিত লগাই দে। মই খৰচ-পাতি দিম।"

নিতৌ এইবোৰ কথাৰ আলচ হ'ব ধৰিলে, অন্য সকলো আলোচনা তল পৰিল। আনকি মৌলবী চাহেবেও বাটেপথে কাৰোবাক লগ পালেই এইবোৰ কথা ক'ব ধৰিলে। ডেকা ল'ৰাবোৰে নিজৰ মাজতে কোৱা মেলা কৰিব ধৰিলে, মৌলবী চাহেবে কিজানি গৱৰ্ণমেণ্টৰ ঘোচ খাইছে নেকি। তেওঁ আজিকালি খোলা

বস্থলৰ কথা নকৈ যুদ্ধৰ কথাহে কয়। তেওঁকহে যুদ্ধ কৰিবলৈ পঠিয়াই দিব লাগে কেপ্তেন বা লেফ্‌টেনেণ্ট কৰি।

এইটোৱেই উপযুক্ত সময়—মন্ত্রীয়ে কৈছে, মৌলবীয়ে কৈছে, মোবাৰক মাষ্টৰে কৈছে, আনকি ছৰিফ গাঁওবুঢ়ায়ো কৈছে। অন্যৰ কথাত সিমান গুৰুত্ব নিদিলেও গাঁওবুঢ়াৰ কথাত মূল্য নিদি উপায় নাই।

আমি যুদ্ধ কৰিব লাগে।

আমি যুদ্ধত সহায় কৰিব লাগে।

আমি বেছিকৈ খেতি কৰিব লাগে।

কুকুৰা ছাগলী পুহিব লাগে।

বাবৰৰ হাঁহি উঠি গ'ল। বন্ধাকবি খোৱা মানে যুদ্ধ কৰা নেকি?

কুকুৰা উমনি দিয়া মানে যুদ্ধ কৰা নেকি?

খ্যেৎ! কি যে কথাবোৰ।

কিন্তু বস্তুৰ দাম যে বাঢ়িছে সেইটো ঠিক। কিবা কাৰণত বস্তুৰ দাম নেবাঢ়িলে দোকানীয়ে এনেয়ে বঢ়াই ল'ব পাৰেনে? আৰু এই ফালে, আমাৰ গাঁৱৰ ফালে বস্তুৰ দাম নেবাঢ়িব পাৰে, আমাৰ বস্তুৰহে বঢ়া নাই, আমি বেচা বস্তুৰহে বঢ়া নাই, আমি কিনা বস্তুৰ দেখদেখকৈ বাঢ়িছে। যুদ্ধ তেনেহ'লে ওচৰ চাপ আহিছে।

যুদ্ধ লাগিছে, সেইটো বেয়া কথা হে। তেন্তেনো এইটো আমাৰ কাৰণে ভাল কথা হ'ল কেনেকৈ?

কথাবোৰ ভাবি ভাবি অকলে অকলে বাবৰ গৈ আছিল—গাঁওবুঢ়াৰ মাটিৰ সীমাৰ চৰকাৰী ফৰেষ্ট ৰিজাৰ্ভটোৰ ফালে, এইফালে গাঁৱৰ কোনো কোনোৱে চৰকাৰী মাটি ভাঙি খেতি কৰিবলৈ লৈছে। পাৰিলে আনৰ লগতে বাবৰেও কিছু মাটি ভাঙি উলিয়াব—নিজৰ ৰবীয়াকৈ।

বুজিব নোৱৰা এটা কাৰণত তাৰ মনটো ভাল লাগিছিল।

এতিয়াও সি গাঁওবুঢ়াৰ ঘৰতে আছে, খেতি পথাৰত কাম কৰিছে ম'হ গৰু চৰাইছে, গাড়ী চলাইছে, হাট বজাৰ কৰিছে। সি গাঁওবুঢ়াৰ ঘৰৰে এটা হৈ পৰিছে।

আজি কোনো কোনো কথা গাঁওবুঢ়াৰ হৈ বা গাঁওবুঢ়াৰ ঘৰৰ হৈ সি নিজেই কৈ দিব পৰা হৈছে। গাঁওবুঢ়াৰ গোটেই পৰিয়ালটোৱে তাক যিমান মৰম কৰে সিমান বিশ্বাসো কৰে। কোনো কথাতে সি ফাকি নিদিয়ে, বেইমানী নকৰে। আন বহুতৰে দৰে সি অযথা কথা চোবাই থাকি সময় নষ্ট নকৰে।

গাঁওবুঢ়াৰ ঘৰত থকা সময়ত কথাবতৰা সি কমেই কয়, তাকো খেতি বাতি, কামৰ কথাহে কয়। কথাত কথা বাঢ়ে, কেতিয়াবা কিবা সৰু কথায়েই ডাঙৰ কথা হৈ যাব পাৰে। নোকোৱাকৈ থকাই ভাল।

আজি পাঁচ বছৰৰো অধিক কাল যে কাৰো লগত হাই কাজিয়া নলগাকৈ, কাৰো মনত দুখ বেজাৰ নিদিয়াকৈ সি কটাব পাৰিছে, তাৰ কাৰণ হ'ল সি যে কথা কম কয়, কাৰো লগত তৰ্ক নকৰে।

সোণাপাড়াৰ মক্তব স্কুলত সি যি আৰবী, উৰ্দু, বাংলা পঢ়িবলৈ শিকিছিল, সেইয়া তাৰ কামত আহিছে। কেতিয়াবা আজৰি সময় পালে আৰু তাৰ মনটো ভাল লাগিলে সি কোৰাণ পঢ়ে, ডাঙৰকৈ সুৰ লগায়ে পঢ়ে। আগৰে পৰা মুৰ্শিদা গোৱা ভাটিয়ালী গোৱা দৰবেশী গোৱা তাৰ মিঠা মাতটোৱে ভক্তি গদ্‌গদ হৈ তাৰ কোৰাণ পঢ়া শুনিলে গাঁওবুঢ়াইতৰো ভাল লাগে। তালৈ কোৰাণ পঢ়ি থকাতে কাৰোবাৰ হতুৱা চাহপানী দি পঠিয়ায়।

জেঠ আহাৰ মহীয়া বাতি আকাশ ফৰকাল থাকিলে চোতালত পাটি পাৰি বহি লয়, আৰু সুৰ ধৰি চহী বৰ চোনাভান, হাতেমতাই, 'জয়গুণ বিবি' আদি বাংলা কাব্যৰ পয়াৰ ত্ৰিপদী সুৰ ধৰি পঢ়ে। একাষে টিপ চাকিটো জ্বলি থাকে, আন কেফালে তাৰ লগৰ অন্যান্য কাম্‌লা চাকৰবোৰে তাক বেৰি ধৰি একান্তমনে তাৰ পঢ়া শুনে।

আনকি গাঁওবুঢ়াৰ ঘৰৰ ভিতৰৰ তিৰোতা মানুহেও কাণ পাতি সি পঢ়া কিছ্ছা কাহিনীবোৰ শুনে। তেনেকৈ কোনোবাই শুনি আছে বুলি জানিলে তাৰ আৰু ভালকৈ সুৰ লগাই পঢ়িবৰ মন যায়।

মোবাৰক মাষ্টৰেও কেতিয়াবা কাণ দিয়ে। বাবৰৰ গলাটো সঁচাকৈয়ে বৰ মিঠা, পুৰুষোচিত অথচ কোমল।

ভালেমান ৰাতিলৈকে তাক বেঢ়ি অন্যান্যই তাৰ কেচাচেলাম্বিয়া (কচচোল্ আম্বিয়া—নবীসকলৰ কাহিনী) সুৰ ধৰি গোৱা তন্ময় হৈ শুনে। শুনোতা সকলৰ মন আৰু তাৰ নিজৰ মনো শ শ হেজাৰ হেজাৰ বছৰৰ আগলৈ ঘুৰি যায়ঃ হজৰত আদম আৰু হাৱাৰ কাহিনী, ইব্ৰাহীমৰ কাহিনী, মূছা আৰু ফিৰাউনৰ কাহিনী, ইউচুফ আৰু ইয়াকুবৰ কাহিনী, দাউদ আৰু য়াহায়াৰ কাহিনী, ঈছা আৰু ইলিয়াছৰ কাহিনী—আৰু হজৰত মোহম্মদৰ (দঃ) কাহিনী।

পয়াৰ ত্ৰিপদী ছন্দত আৰবীয়ে ফাৰ্চীয়ে বাংলাই মিলাই ৰচনা কৰা গাঁৱৰ মানুহে বুজিব পৰা এই সহজ নীতিকাব্যবোৰৰ মাজত থকা লোকসকলৰ পয়গম্বৰ, পীৰ, ৱলী, বাদছাহ, ছাহাজাদীসকলৰ নানা বিচিত্ৰ আৰু অসাধাৰণ অলৌকিক কাহিনীয়ে সকলোকে অভিভূত কৰে। সিহঁতৰ মনবোৰ প্ৰাচীন কালৰ আৰব, মিছিৰ, বাগদাদ, ৰোম, বোখাৰা, চমৰকন্দলৈ ঘুৰি যায়। ছেকেন্দৰ বাদছাৰ কাহিনী, নওছেৰাৱনৰ কাহিনী, খলিফা জাকুনাৰ ৰছিদৰ কাহিনী হাতেমতাইৰ দুৰ্দ্ধৰ্ষ অভিযানৰ কাহিনী—সকলোৱে মানুহবোৰৰ দিনটোৰ কঠোৰ শ্ৰমৰ দুখ ভাগৰৰ কথা পাহৰাই দিয়ে।

সিহঁতৰ সৰল মনবোৰ অতীতৰ সেই ৰোমাঞ্চকৰ দিনবোৰৰ মাজলৈ ঘুৰি যায়। টোপনি অহাৰ কথা সিহঁতে পাহৰি যায়। কেৰাচিনৰ টিপ চাকিটো জ্বলি থাকে। পঢ়ি পঢ়ি বাবৰ ঘামি যায়।

কাষৰ কোনোবা এটাই তাক চিঠি দিয়ে।

অৱশেষত ৰাতি দুপৰত তাৰ পঢ়া শেষ হয়। পাছদিনা সোনকালে উঠি পথাৰলৈ যাব লাগিব, বোকাত লেটি ল'ব লাগিব,

হাল কোৰৰ কাম কৰিব লাগিব। গতিকে আৰু পলম নকৰি সোনকালে সকলো শুই পৰে।

কেতিয়াবা দিনে ৰাতিয়ে বৰষুণ দিয়ে। ৰাতি চোতালত চাকি জ্বলাই চোনাভান ছমৰভানৰ কাব্য কথা পঢ়িবৰ উপায় নেথাকে। দিনটোৰ কাম সামৰি বাবৰে সোনকালেই শুবৰ কাৰণে বিচনাত দীঘল দিয়ে। চাকি নুমুৱাই, চকু মুদি সি কিবাকিবি আগগুৰি নোহোৱা কথা চিন্তা কৰে। তাৰ পাখিলগা মনটো দূৰদূৰণিলৈ উৰি যায়:

পদ্মা নৈ, সোণাপাৰা গাঁও, তাৰ বাপেক জহুৰ মিয়া—এতিয়াও বাৰু জমীদাৰৰ ঘৰত জোখৰ কম মাছ দি পুহ মাঘমহীয়া জাৰত সৌকাৰ কোৰ খায়নে? এতিয়াও তাৰ পিঠি ফাটি তেজ ওলায়নে?

তাৰ মাক বৰমাকহঁত কিমান বুঢ়া হৈছে চাগৈ?

জমীদাৰৰ পুতেক মোজম্মিল চৌধুৰী বা আজিকালি ক'ত আছে? আৰু সেই জমীদাৰ মোহম্মদ মোদব্বিৰ হবিব কিব্‌ৰিয়া চৌধুৰী—নিশ্চয় এতিয়াও বাচি থাকিব পায়, পাঁচ বছৰহে হৈছে। ইমান সুখত থকা জমীদাৰ মৰিব কিয়?

তাৰ মনটো উৰি ফুৰে। তাৰ কাণত পৰে নদীৰ বুকেদি নাও বাই যোৱা ক্লান্ত নাৱৰীয়াৰ কণ্ঠৰ চিনাকি ভাটিয়ালীৰ সুৰ—করুণ, অন্তৰস্পৰ্শী, বেদনাবিধুৰ:

আমি হাড় কালা কইলাম ৰে
অন্তৰ কালাৰ লাগি···

এনেয়ে তাৰ মনটো ৰোদনভাৱাক্ৰান্ত হৈ উঠে!

এঘাৰ বাৰ বছৰীয়া এজনী ছোৱালীৰ এখন মুখ, এহাল চকুৰ বুজিব নোৱৰা চাৱনি তাৰ চকুৰ আগত ভাহি উঠে। জীয়াই থাকিবলৈ ভয় নকৰা, মৰিবলৈ ভয় নকৰা এজনী পাতগাভৰু। মৰীয়ম আছিল তাইৰ নাম। জমীদাৰৰ গুণ্ডা পুতেকে তাইক চোঁচোৰাই নিছিল।

আন্ধাৰ ৰাতি।

গানৰ আসৰ চলি আছিল।

তাৰ পাছত মোজম্মিলৰ মূৰত মাৰ শোধাই সি মৰীয়মৰ হাতত ধৰি গাঁও এৰি পলাই আহিছিল।

নৈৰ পাৰে পাৰে।

হাবিখনৰ কাষে কাষে।

আৰু আছিল চফিকা আৰু জাফৰ।

তাৰ পাছত—

তাৰ পাছত—

আৰু এজনী ছোৱালীৰ টোপোলা হাতত লৈ সি ৰেল ষ্টেচনলৈ খোজ লৈছিল। দুখীয়া মানুহৰ নিশকতীয়া ছোৱালী। টোপোলাটো তাই বলে পৰা নাছিল।

তাই ধুনীয়া আছিল কিন্তু।

ৰেলেৰে সিহঁত এৰাতি একেলগে আহিছিল। তাৰ পাছত সিহঁত কোনোবা এটা সৰু ষ্টেচনত নামি গৈছিল।

কিজানি সিহঁত এতিয়া ক'ত আছে, কি কৰিছে। জালাল বুঢ়া আৰু মুছলিমা? এই পাঁচ বছৰে সি সিহঁতৰ কোনো খবৰেই পোৱা নাই। সিহঁতে নিশ্চয় কোনোবা অচিনাকি নৈৰ চৰ চাপৰিত পাম পাতি, সংসাৰ পাতি আছে।

জাফৰ নামৰ সেই লগত অহা ডেকাটোৱে সেই ছোৱালীজনীক বিয়া কৰালেনেকি বাৰু?

যদি কাৰোবাৰ লগত বিয়া হৈ যোৱা নাই, মৰীয়মজনী এতিয়ামানে এজনী ধুনীয়া গাভৰু হ'ব পায়।

তাইৰ হাতখন বৰ কোমল আছিল। বহাগমহীয়া তুলাৰ নিচিনা কোমল আছিল।

মনিৰ ছাহাৰ সৰু জীয়েক মইনাক ধৰি পলুৱাই নিয়াৰ ছল চাই আছে জব্বাৰে, মইনাও ধুনীয়া ছোৱালী। দিনে দিনে তাই ধুনীয়া-

হৈ গৈ আছে। বয়সত তাই আৰু ধুনীয়া হ'ব। তাই একৰকমৰ ধুনীয়া, ঠিক আমাৰ নিচিনা বাঙালী ধুনীয়া নহয়, অসমীয়া ধুনীয়া। তাইৰ গালৰ তেজবোৰ বৰ ৰঙা।

তাইক গুণাৰ ফুল কৰা পাড়ীৰ পাটৰ শাড়ী পিন্ধাই কন্যা সজালে বৰ ভাল হ'ব দেখিবলৈ।

তাইৰ চুলিবোৰ বৰ ক'লা। তাৰ ওপৰত যদি' সোণালী পাড়ীৰ এখন নীল শাডীৰ ওৰণি থাকে কিমান যে শুৱনী হ'ব।·· ··

জব্বাৰটোৱে আকৌ তাইক ধৰি আনিবলৈ চোপ লৈ আছে। ছুবছুৰ মানৰ মূৰত মোৰে মইনালৈ লোভ লাগি যাব—সি কয়। সি এটা ল্যাজ নাইকিয়া জানোৱাৰ।

মই কেতিয়াও তাৰ কাৰণে মইনাক ধৰি আনিবলৈ নেযাওঁ।

আগ গুৰি নোহোৱা কথাবোৰ ভাবি ভাবি সি গৈ থাকে।

সদায় তাৰ এইবোৰ চিন্তা কৰিবৰ সুবিধা নেথাকে। সি নানা কামত ব্যস্ত থাকে। দেহাৰ কঠিন খাটনিয়ে কোমল চিন্তা কৰাৰ অৱকাশ নেৰাখে।

আজি কিছু দিনৰপৰা এটা কথাই তাৰ মনক উদ্বিগ্ন কৰি ৰাখিছেঃ য'তে মাটি পোৱা যায় তাতে, যিহৰে পৰা যায় খেতি কৰিব লাগে। সুযোগ আহিছে—মিলিটাৰীক বস্তু যোগান দি বহুত ধন ঘটিব লাগে, চৰকাৰক দেশৰক্ষাত সহায় কৰিব লাগে।

মাটি লব লাগে।

য'তে পৰা যায় মাটি লৈ খেতি কৰিব লাগে।

ধনী হ'ব লাগে।

বিবিভানিৰ মাজৰ লুংলুঙীয়া বাটটোৰে অকলশৰে আহি আছিল বাবৰ—ফৰেষ্ট বিজাৰ্ভৰ কালে। প্ৰায় ৫ মাইল মানেই খোজ কাঢ়িলে সি। মাটিৰ চিন্তা কৰি অকলে অকলে সি আহি আছিল, তেতিয়া তাৰ ৰাম যোং বা অন্য কোনো বনবীয়া জন্তুৰ কথা মনলৈ

এৰাবো অহা নাছিল। মনৰ এক আনন্দতে ইফালে সিফালে চাই সি গৈ আছিল।

হঠাৎ সি সিফালৰ পৰা অহা কোনোবা এটাৰ মুখামুখি হ'ল। সি মূৰ দাঙি চালে—গিৰীন্দ্ৰ বড়া মাষ্টৰ।

"ছাৰ, এইফালে ক'ৰপৰা আহিল?" আজিকালি বাবৰে অসমীয়া ভালকৈ ক'ব পৰা হৈছে। তাৰ খোকোজা নেলাগে।

"বাঘমৰা ৰিজাৰ্ভৰ ফালে গৈছিলোঁ, তই ক'লৈ যাৱ?" গিৰীনে সুধিলে।

"সেই ফাললৈকে আহিছোঁ ছাৰ।"

দুয়ো এজোপা বৰ গছৰ ছাঁত ৰ'ল।

"তয়ো ফৰেষ্টৰ মাটি ভাঙিবলৈ যাৱ নেকি?"

"এতিয়া চাইহে আহোঁগৈ বুলি আহিছোঁ ছাৰ।"

"ওঁ বহচোন, বহ। তহঁতে এইবোৰ কি কৰি আছ গমকে নেপাওঁ।"

গিৰীন মাষ্টৰ বৰজোপাৰ ডাঙৰ শিপা এডালৰ ওপৰতে বহিল। আৰু চুৰিয়াখনৰ আগটোৰে মুখখন মচি ল'লে।

বাবৰ বননিতে লেপেটি কাঢ়ি বহিল।

"তহঁতৰ মানুহবোৰে যে ৰিজাৰ্ভৰ মাটি ভাঙিছ, তহঁতক কোনে হুকুম দিছে?" গিৰীনে সুধিলে।

"ছাৰ, কোনে হুকুম দিছে ক'ব নোৱাৰোঁ। মন্ত্ৰী যে আহিছিল তেতিয়া বোলে কৈ থৈ গৈছে।"

"কি কৈ থৈ গৈছে?"

"বোলে ছাৰ, যুদ্ধ লাগিছে আৰু আমি খেতিবাতি কৰি ধান মাছ, শাকপাচলি কৰি চৰকাৰক সহায় কৰিব লাগে।"

গিৰীন মাষ্টৰে বিড়ি এটা জেপৰপৰা উলিয়াই জ্বলালে, আৰু এনেয়ে সুধিলে, "বিড়ি খাৱ নেকি?"

"নাই, নেলাগে ছাৰ—" সি লাজত অন্য ফালে মুখ ঘূৰালে।

"তইঁতে যে এই যুদ্ধত সহায় কৰিবলৈ গুলাইছ, এইখন কাৰ যুদ্ধ ক'ব পাৰ জানো ?"

"ছাৰ— ?" প্ৰশ্নটো সুবুদ্ধি বাবৰে গিৰীনৰ মুখলৈ চালে।

"ওঁ, তই বোলে অলপ লেখা পঢ়াও জান, তই বোলে বৰ ভাল গীতো গাৱ—মোক আমাৰ হেডমাষ্টৰ মোবাৰকে কৈছে, অন্যৰ মুখতো শুনিছোঁ। এইখন যুদ্ধ কিহৰ কাৰণে কোনে কৰিছে তই বুজি পাব লাগিছিল।" গিৰীনে ক'লে।

কি ক'ব ভাবি নেপাই বাবৰে ক'লে, "হয় ছাৰ।"

"মোবাৰকে তইঁতক একো কোৱা নাইনে ?"

"তেওঁ তেনেকৈ একো নাই কোৱা। গাঁওবুঢ়াইহে কৈছে বোলে যুদ্ধ লাগিলে ধান চাউল, শাক পাচলি সকলোৰে দাম বহুত বাঢ়িব। সেইদেখি আমি সৰহকৈ মাটি উলিয়াই সৰহকৈ খেতি কৰি মিলিটাৰীক বেচিব পাৰিলে সৰহ পইচা পাম। পিছে গাঁওবুঢ়াৰহে মাটি আছে। আমাৰ নিজা মাটি নাই নহয় ?"

"সেই কাৰণেই চৰকাৰী বিজাৰ্ভত বেদখলী কৰি মাটি ভাঙিবলৈ ওলাইছ। বেআইনী কাম কৰিলে ফাটেকলৈ নিব জানিছ ?"

শংকিতভাৱে এবাৰ গিৰীনৰ মুখলৈ চাই বাবৰে ডলমূৰ কৰিলে।

গিৰীনে ক'লে, "তইঁতক যদি মাটি দিব লাগে চৰকাৰে দিব, চৰকাৰী মাটি হল বুলি নিজৰ খুচীমতে য'তে ত'তে লব নোৱাৰ।"

"হয় ছাৰ।"

বাবৰে ক'লে।

গিৰীন বহাৰপৰা উঠিল।

"এতিয়া—বিজাৰ্ভৰ ফালে যাবি নে মোৰ লগত ঘুৰি যাবি ?"

অলপ চিন্তা কৰি ইফালে সিফালে চাই বাবৰে ক'লে, "ঘুৰিয়েই যাওঁ ছাৰ। এতিয়া আৰু বিজাৰ্ভলৈ নেযাওঁ।"

গিৰীন মাষ্টৰৰ লগে লগে বাবৰে উভতি খোজ ল'লে।

"তহঁতে যে যুদ্ধত সহায় কৰিবলৈ ওলাইছ, যুদ্ধ কাৰ কাৰ মাজত লাগিছে জান জানো ?"

"তেনেকৈ নেজানো ছাৰ। কৈছে আৰু শুনিছোঁ।"

"এইখন যুদ্ধত আমি সহায় কৰিব নেলাগে বুজিছ। এইখন বৃটিছৰ যুদ্ধ, সিহঁতৰ নিজৰ কাৰণে কৰিছে। এইখন যুদ্ধত সহায় কৰিলে আমাৰ একো লাভ নহয়।"

গিৰীন মাষ্টৰৰ কথা শুনি বাবৰ বিমোৰত পৰিল। একেটা স্কুলতে কাম কৰে মোবাৰক আৰু গিৰীন দুয়ো। কিন্তু দুয়ো দুই ৰকমৰ কথা কৈছে।

"আমি ছাৰ সবহকৈ খেতিবাতি কৰিলে বেয়া হ'ব নেকি ?" বাবৰে সুধিলে।

"খেতিবাতি কৰা বেয়া নহয়। পিছে চৰকাৰী মাটিত বেদখল কৰি যুদ্ধৰ কাৰণে খেতি কৰিবলৈ যাওঁতে চৰকাৰে নি জেলত সুমুৱাই থবগৈ চাবি।" গিৰীন মাষ্টৰে ক'লে।

চৰকাৰী মাটিত বেদখল কৰাৰ কাৰণে আৰু বৰ চাপৰিত কাৰো অনুমতি নোলোৱাকৈ খেতি কৰাৰ কাৰণে বহুত মৈমনচিঙীয়া মানুহ নানা ৰকম মেল-মোকৰ্দমাত জড়িত হৈ হাৰাশাস্তি হোৱাৰ কথা বাবৰে নজনা নহয়। এনেই সিও কিবাকৈ কিনি কুটি নাইবা চৰকাৰৰ হুকুম লৈ মাটি ভাঙি পাৰিলে নিজৰ ববীয়াকৈ যি পাবে মাটি গোটোৱাৰ কথাহে সি মনে মনে চিন্তা কৰে কেতিয়াবা। জঞ্জালৰ মাজত সোমোৱাৰ ইচ্ছা তাৰ নাই। কিন্তু মন্ত্ৰীৰপৰা আৰম্ভ কৰি গাঁওবুঢ়া আৰু মোবাৰক মাষ্টৰ আদিয়ে যেতিয়া য'তে ত'তে মাটি লৈ সৰহকৈ খেতি কৰিবলৈ কৈছে, গিৰীন মাষ্টৰে তাৰ বিপৰীত কথা কৈছে কিয় সি বুজিব নোৱাৰিলে। কিন্তু কথাটো সুধিবলৈকো তাৰ সাহ নহ'ল। যুদ্ধৰ সময়ত উৰা বাতৰিত বিশ্বাস কৰিবলৈ হাক দি কাগজ ছপাই গছে গছে আঁৰিছে। এইবোৰ বুজিব নোৱৰা কথা বুজিবলৈ যত্ন নকৰাই ভাল।

তথাপি সি সুধিলে, "ছাৰ, যুদ্ধ জানো লগা নাই ?"

"লাগিছে। পিছে তই যই সেইবোৰৰ কি ভু পাওঁ ? আমাৰ দেশত ইংৰাজ চৰকাৰ আছে। সিহঁত আমাকে কৈছে দেশ ৰক্ষা কৰিবৰ কাৰণে আমি যুদ্ধত সহায় কৰি দিব লাগে। আমি কৈছোঁ— যুদ্ধৰ শেষত আমাৰ দেশক স্বাধীন কৰি দিম বুলি কোৱা। সিহঁত মান্তি নহয়। সেইদেখি আমিও কৈছোঁ, তেতিয়াহ'লে আমিও যুদ্ধত সহায় নকৰোঁ, কিয় কৰিম ? বুজিছনে ?"

বাবৰে কথাখিনিৰ তাৎপৰ্য্য ভালকৈ বুজিব নোৱাৰিলে। সি ক'লে, "হয় ছাৰ।"

যিটো প্ৰশ্ন বাবৰৰ মনলৈ আহিছিল কিন্তু সুধিবৰ সাহস নহ'ল, সেইটো হৈছে—যুদ্ধত জানিবা সহায় নকৰিলোঁৱেই, সৰহকৈ খেতিবাতি কৰা হাঁহকুকুৰা পোহাটোনো কিয় বেয়া কথা হ'ল ? সোধা হ'লে হয়তো গিৰীন মাষ্টৰে বুজাই ক'লেহেঁতেন। কিন্তু আৰু বা কি কয়—নেলাগে।

দুয়ো ঘৰমুৱা হৈ আহি থাকিল। আগে আগে গিৰীন, পিছে পিছে বাবৰ।

প্ৰায় এঘণ্টাৰ পাছত তেওঁলোক আহি আলিবাটত উঠিলহি। এনেতে দেখিলে সিফালৰ পৰা দুজনী মানুহ আহিছে। দুয়ো আগলৈ চালে, দুয়োকে বাবৰৰ অচিনাকি যেন লাগিল।

কিন্তু মুখামুখি হ'লত বয়সস্থ মানুহ গৰাকীয়ে সুধিলে, "ক'ৰপৰা আহিলা গিৰীন ?"

"আপোনালোক ক'ৰপৰা আহিল ?"

লগে লগে গিৰীনে সুধিলে।

একাষৰীয়া হৈ আটাইকেজন গছ এজোপাৰ তলতে ৰ'ল।

বাবৰৰ উপস্থিতিত বিশেষ গুৰুত্ব নিদি মানুহ গৰাকীয়ে সুধিলে, "এইফালে কেনেকুৱা ?"

"ভালেই।"

"ৰবদলৈ মন্ত্ৰীসভাই ৰিজাইন দিব গম পাইছা ?"

"ক'ব পাৰোঁ।"

"তাৰ পাছতহে কিজানি আচল মুভমেণ্ট আৰম্ভ হ'ব। নহয় জানো ?"

"তেনে যেনেই লাগিছে। এতিয়া কোন ফালে যাব ?"

কথাৰ উত্তৰ নিদি মানুহ গৰাকীয়ে ক'লে, "অন্য সময়ত কথা পাতিম, এতিয়া যোৱাহঁক দেই ? আমাৰো কাম আছে—"

মানুহ দুজনী আৰু ন'ৰল।

অলপ সময় তেওঁলোক যোৱাৰ ফালে চাই থাকি গিৰীনহঁতেও নিজৰ বাটত খোজ ল'লে।

কিছু দূৰ যোৱাৰ পাছত বাবৰে ক'লে, "মানুহ দুগৰাকীক আগে আমাৰ ইয়াত দেখা নাই। ক'ৰ মানুহ ছাৰ ?"

গিৰীন মাষ্টৰে যেন তাৰ প্ৰশ্নটো শুনাই নাই এনে ধৰণে ক'লে, "তই সময় পালে কেতিয়াবা আহিবিচোন—কথা পাতিম।"

"ভাল বাৰু ছাৰ।" বাবৰে ক'লে।

গিৰীন মাষ্টৰে যেন বাবৰৰ কিবা এটা মূল্য দিছে, এনে অনুভৱ হ'ল বাবৰৰ। তাৰ ভাল লাগিল। সি ঠিক কৰিলে সুবিধা কৰিব পাৰিলেই সি গিৰীন মাষ্টৰৰ ঘৰলৈ যাব।

মোবাৰক মাষ্টৰলৈ বাবৰে ভয় কৰি চলে। গাঁওবুঢ়াৰ পুতেক ইপিনে হেডমাষ্টৰ। কিন্তু গিৰীনলৈ তাৰ ভয় নেলাগে, ভক্তি হয়। গিৰীন ৰাজহুৱা সভাত বক্তৃতা দিয়া সি শুনিছে। সদায় দুখীয়া মানুহৰ কথা কয়, মানুহে মানুহৰ ওপৰত কৰা অত্যাচাৰৰ কথা কয় দুখীয়া মানুহবোৰক ধনীৰ বিৰুদ্ধে যুঁজিবৰ কাৰণে একমুঠ হ'বলৈ কয়। বাবৰে ক'ৰবাত গিৰীনে বক্তৃতা দিব বুলি শুনিলেই তালৈ যেনে তেনে যায়, আৰু তেওঁৰ কথা কাণপাতি শুনে। খদ্দৰৰ দীঘল কুৰ্তা পিন্ধা জখলা মানুহটোৰ ভিতৰখন ৰব ধুনীয়া আৰু সুন্দৰ যেন লাগে তাৰ। স্কুলত নপঢ়িলেও বাবৰে ভাবে—সি গিৰীন মাষ্টৰৰ ছাত্ৰ।

## তেৰ

হাটত বাবৰে ভালেমান চিনাকি মানুহক লগ পালে। প্ৰায় সকলোৰে মুখত একেটা কথাৰে আলোচনা—যুদ্ধ লাগিছে, জাপানৰ লগত আমাৰ দেশৰ যুদ্ধ লাগিছে। চৰকাৰে কৈছে যুদ্ধত সকলোৱে সহায় কৰা, কংগ্ৰেছে কৈছে সহায় নকৰিবা।

বাবৰে আৰু আলোচনা শুনিলে—বংগদেশত ভাত-কাপোৰৰ নাটনি হৈছে, কাপোৰ বজাৰত পাবলৈ নোহোৱা হৈছে। ধান চাউল হেনো চৰকাৰী গুদামত আৰু আৰু জমীদাৰৰ ভঁড়ালত আছে কিন্তু সাধাৰণ মানুহৰ কাৰণে দোকান বজাৰ ক'তো ধান চাউল পাবলৈ নোহোৱা হৈ আছিছে। চৰকাৰে হেনো তাত ৰেচনিং কৰিছে। মানুহমূৰি চাউল দিছে। অসমৰ চৰকাৰেও হেনো ৰেচনিং কৰিব।

কথাবোৰ শুনি বাবৰৰ বেয়া লাগিল। সিহঁতৰ সোণাপাৰা গাঁৱৰ বেছিভাগ মানুহেইতো দুখীয়া। প্ৰায় সকলোৱে জমীদাৰৰ মাটিত খেতি কৰে, দেশৰ ধান চাউল যদি চৰকাৰে মিলিটাৰীৰ কাৰণে জমা কৰি আছুতীয়াকৈ ৰাখে, অন্য মানুহে ক'ৰপৰা খাব ?

বাবৰৰ বাপেকহঁতৰ কথা মনত পৰিব ধৰিলে। মই ঘৰ এৰি আহিবৰতো ছবছৰেই হ'ল। মইতো অসমত খাই বৈ ভালকৈয়ে আছোঁ। মোৰ আনকি অলপ টকাও জমা হৈছে। এবাৰ দেশৰপৰা আহোঁগৈনেকি ?

কিন্তু জমীদাৰৰ পুতেক মোজাম্মিল চৌধুৰীৰ মূৰ কলাৰ কাৰণে কিজানিবা মোৰ ওপৰত কিবা মোকৰ্দমা লগাই থৈছে। নহয়, এই সময়ত তালৈ যোৱাটো ঠিক ন'হব। তাতকৈ পাৰিলে ঘৰলৈ অলপ

টকাকে পঠিয়াই দিম। আৰু যদি খোৱা পিন্ধাৰ বৰ অসুবিধা হৈছে, তেন্তে বাবাইঁতক ইয়ালৈকে গুচি আহিবলৈ কওঁ। তাতনো আমাৰ পঁজা ঘৰটোৰ বাহিৰে আৰু কি আছে? যুদ্ধ শেষ হ'লে আকৌ ঘুৰি যাব, তেতিয়া লাগিলে ময়ো যাম।

মই কিন্তু গ'লেও আকৌ ঘুৰি আহিম। মই যি আহিলোঁ আহিলোঁৱেই আৰু ঘুৰি নেযাওঁ। ইয়াতে খেতিবাতি কাজকাৰবাৰ কৰিম, ইয়াতে থাকিম। অসমীয়া কথা তো ভালকৈয়ে ক'ব পৰা হৈছোঁ। মইতো অসমীয়াই হৈ গৈছোঁ। অসমৰ মাটিত খেতিবাতি কৰি ইয়াৰে চাউলৰ ভাত খাই, ইয়াৰ নৈ বিলৰ পানী খাই, মাছ খাই, ইয়াৰে এটা হৈ নেথাকি আৰু ক'লৈ যাম?

ছৰিফ গাঁওবুঢ়াওতো এদিন ঘৰবাৰী এৰি ইয়ালৈ আহিছিল। আজি জানো গাঁওবুঢ়াক কোনোবাই থলুৱা নহয় বুলি ক'ব? গাঁওবুঢ়া আজি গণ্যমান্য মাত্‌বৰ, দেৱানী গাঁওবুঢ়া। ৰাইজ ৰজাঘৰ সকলোৱে গাঁওবুঢ়াক লেখৰ মানুহ বুলি ধৰে। গিৰীন মাষ্টৰেও মোক মৰম কৰে। গাঁৱৰ অন্য ল'ৰাৰে সমানদেখে। কুমুদ, পবিত্ৰ, মন্তি, ভুৱন—সিইঁতেও মোক অকণো পৰ বুলি নেভাবে। আৰু লালুং গাঁৱৰ ৰূপেশ্বৰৰ ভনীয়েক আৰু পাভমাৰী বিলৰ পাৰৰ কমলা দাসৰ মোমায়েকৰ জীয়েক জিকাফুলীয়েও মোক আপোন যেনকৈ মৰম কৰে।

বাবৰে ভাবিলে: টকা পইচা অলপ পঠিয়াই দিলে মৰীয়মহঁতো ইয়ালৈকে গুচি নাহিবনে? তাইৰ আকৌ কাৰোবাৰ লগত বিয়াই হৈ গ'লনেকি? তেতিয়াহ'লে বেলেগ কথা।

ইয়াতো অসমীয়া মানুহবোৰৰ মাজত দেখোন বহুত দুখীয়া মানুহ আছে। লালুং গাঁৱৰ কেইঘৰমানৰ বাহিৰে বাকীবোৰ আমাৰ দেশৰ মানুহবোৰৰ নিচিনাই টোকোনা। সিইঁতৰো ঘৰবাৰীৰ অৱস্থা নাই, কাপোৰকানিৰ অৱস্থা নাই। সিইঁতৰ মতা মানুহবোৰ পিছে বৰ সোৰোপা। মাইকী মানুহবোৰেই বোৱাতোলা বোৱাকটা সকলো কৰে। কেনেকৈ অৱস্থা ভাল হ'ব?

আৰু পাভমাৰী কৈৱৰ্ত গাঁওখনৰ মানুহবোৰো বৰ দুখীয়া। সিহঁতৰ কিছুমানে খেতিও নকৰে, আজি-কালি নিজে জালো নেমাৰে। বিহাৰী, বাঙালী জালোৱাৰ হতুৱা মাছ মৰায়। কেনেকৈ অৱস্থা ভাল হ'ব? অৱস্থা ভাল কৰিব লাগিলে খাটিব লাগে, এনেই হ'বনে?

বাবৰে ঠিক কৰিলে—গিৰীন মাষ্টৰে যিহকে নকওক লাগিলে সি লোকৰ মাটিত হওক নিজে ক'ৰবাত মাটি ভাড়ি হওক সবহকৈ খেতি কৰিবই। যুদ্ধত সহায় কৰিবলৈ হওক বা নহওক অসমতো যাতে পূবৱংগৰ নিচিনা ভাতৰ আকাল নহয় তাৰ কাৰণে। সবহকৈ খেতি কৰাটো আৰু সৰহকৈ হাঁহ কুকুৰা পুহি বেচি মেলি কাপোৰকানি তেল নিমখৰ খৰচ উলিউৱাটো একো বেয়া কথা নহয়। কিবা ৰকমে তেনেকৈয়ে কিছু বেছি টকা গোটাব পাৰিলে ক'ৰবাত মাটিও কিনি ল'ব পাৰিম। নিজৰ মাটিত যদি নিজে ঘৰ এটা সাজি ল'ব পাৰোঁ, লাগিলে সক ঘৰেই হওক।

সিদিনা স্কুল ছুটিৰ পাছত অন্য ছোৱালীৰ লগতে মইনাও আমাৰ ঘৰলৈ আহিছিল। তাই বৰ বাঢ়িছে, ধুনীয়াজনী হৈছে। তাইক মনিব ছাছাৰ জীয়েক বুলি কোনে ক'ব? তাইক কোনোবা ডাঙৰ মানুহৰ ঘৰৰ ছোৱালী যেন লাগে। মোবাৰক মাষ্টৰৰ লগত তাই যিহে হাঁহি মাতি কথা কৈছিল, যেন মোবাৰক তাইৰ স্কুলৰ হেডমাষ্টৰ নহয়, তাইৰ কোনোবা ককাইভাই, আপোন মানুহহে।

মইনাই কিন্তু মাজে মাজে মোৰ ফালে চাইছিল। জব্বাৰৰ লগত তাই একদম নিমিলিব। জব্বাৰটো কিবা হটঙা, ছটামুটা, তাৰ পঢ়া শুনাও নাই। তালৈ বাৰু কেলেই মইনাক দিব?

মোৰো পঢ়াশুনা নাই।

এৰা। পঢ়াশুনা কৰাই নহ'ল।

জব্বাৰে কামবনো নকৰে। সিনো কেনেকৈ খাব? ক'ৰবাৰ ডকাইতৰ দলত নোসোমালেই ৰক্ষা। আমাৰ গাঁওখনতহে ডকাইত নাই। অন্যান্য গাঁৱত চোৰো আছে, ডকাইতো আছে।

মইনাক ধৰি নি জব্বাৰৰ হাতত গটাই দিয়াটো ভাল কথা নহ'ব। সিহঁত দুটাৰ একোতে অকণো মিল নাই।

মোবাৰক মাষ্টৰেই মইনাক বিয়া কৰাব পাৰে দেখোন। পিছে টাউনৰ কোনোবা অসমীয়া উকীলৰ ছোৱালীহে বিয়া কৰাব বোলে। ছোৱালীজনী চাগৈ কলেজে চলেজে পঢ়া হ'ব পায়। দেখিবলৈও চাগৈ বৰ ধুনীয়া।

সেই যে বাটত লগ পাইছিলোঁ মানুহ দুজনী কোননো বাৰু? কিবা একৰকম কথাবোৰ পাতিলে। আগে আমাৰ ইয়াত দেখা নাই। যুদ্ধৰ সময়ত ক'ৰ ক'ৰ যে মানুহবোৰ পিয়াপি দি ফুৰিছে।

এদিন এটা কামত ছৰিফ গাঁওবুঢ়াই বাবৰক দিল মহম্মদ দেৱানীৰ ঘৰলৈ পঠিয়ালে। শুদা হাতে যোৱাটো বেয়া। গতিকে বাৰীত লগা মালভোগ কল দুআৰি, এটেকেলি দৈ আৰু আগ দিনা ধৰা জীয়া মাগুৰ মাছ সাতোটাও দি পঠিয়ালে।

বাবৰে দেৱানীৰ ঘৰ পাই দেখিলে আহল-বহল বাটচ'ৰাটোতে ভালেমান মানুহ বহি কিবা আলোচনা কৰি আছে।

তাক দেখি আলোচনা কোনোৱে বন্ধ নকৰিলে। বাবৰে ঘৰৰপৰা নিয়া বস্তুখিনি দেৱানীৰ ঘৰৰ কাম্‌লা এটাৰ হাতত দিলে। আৰু সমজুৱাকৈ নবহি বাৰান্দাতে মূঢ়া এটিত বহিল।

এটা ডেকাল'ৰাই বক্তৃতা দিয়াৰ ধৰণে প্ৰায় চিয়ঁৰি চিয়ঁৰিয়ে বাংলা ভাষাত কথা কৈছে, আৰু ভালে কেজন বুঢ়া ডেকা ল'ৰাই বৰ মনোযোগেৰে কাণ পাতি শুনিছে। ল'ৰাটোৱে এটা খাকী কামিজ আৰু এটা খাকী পেণ্ট পিন্ধি আছে। কিন্তু পেণ্টটো সি কামিজৰ ওপৰত উলিয়াই লৈছে। ল'ৰাটো খীণ, ক'লা হটঙা, দাঢ়ি চুলি খুৰোৱা। কিন্তু গোঁফ ৰাখিছে ম'হশিঙীয়া কৈ, চকুত সি এযোৰ নিকেলৰ ফ্ৰেমৰ চশ্‌মাও পিন্ধিছে।

ডেকাটোৰ মাতটো গৰগৰীয়া।

ডেকাই কৈ আছিল:

"তোমালোক আচামত আছা আবামত আছা। 'দেশ'ৰ কালে কি হৈছে ক'বই নোৱাৰা। মানুহ মৰিছে। খাবলৈ নেপাই মৰিছে। চব মানুহে ঘৰবাৰী এৰি, গাঁও ভূঁই এৰি কলিকতালৈ গৈছে, আচামলৈ আহিছে। চব চৰকাৰী ধানচাউল মিলিটাৰীৰ কাৰণে ৰাখিছে। আমাৰ মানুহৰ খাবলৈ নাই।

"খাবলৈ নেপাই মৰাতকৈ মানুহবিলাকে যুদ্ধৰ কাম বিচাৰি গৈছে। ঠিকাদাৰৰ লগত কাম্‌লা হৈ সোমাইছে, ৰাস্তা বান্ধিছে, এৰ'ড্ৰমত কামত সোমাইছে।

"কংগ্ৰেছীবিলাকে যুদ্ধত সহায় নকৰোঁ বুলিছে। কিন্তু মানুহক ভাত-কাপোৰ একো দিব পৰা নাই। মানুহে কংগ্ৰেছীৰ কথা কেলেই শুনিব?

"মই কৈছোঁ, তোমালোকে কাৰো কথালৈ কাণ দিব নেলাগে, তোমালোগে মিলিটাৰীৰ লগত পাৰা, ঠিকাদাৰৰ লগত পাৰা, কিবা কৰা। নহ'লে আমাৰ তাৰ নিচিনাকৈ খাবলৈ নেপাই মৰিবা......"

বাবৰে কথাবোৰ মনোযোগেৰে শুনিলে। কিছু দিনৰপৰা তাৰ মাক বাপেকৰ কথা তাৰ বৰকৈ মনত পৰিছে। সিহঁতেৰো খাবলৈ পাইছে নে নাই? সিহঁতৰো তো নিজৰ মাটি নাই। সিহঁতো কলিকতালৈ যাবগৈনেকি? নে অসমলৈকে গুচি আহিব?

দিল মহম্মদ দেৱানীক লগ ধৰি সি গাঁওবুঢ়াই কৈ পঠিওৱা কথা ক'লে। তাৰ পাছত যাবৰ কাৰণে বিদায় ল'লে। দেৱানীয়ে ক'লে, "কথাবোৰ শুনিছ নহয়, যিয়ে যিহকে নকওক লাগিলে কাণ নিদিবি, যুদ্ধ আহি বৰ্মা, মণিপুৰ পাইছেহি। মই কৈছোঁ আমি বুঢ়াবিলাকে খেতিপথাৰ চাম, তইঁত যুদ্ধলৈ যা। সুযোগ আহিছে—দুপইচা ঘটি ল। নহ'লে পাছত পস্তাবি, খাবলৈ নেপাই মৰিবি—"

বাবৰ গুচি আহিল।

সকলোৰে মুখত একে কথা।

কেৱল গিৰীন মাষ্টৰেহে কিবা ওলোটা কথাবোৰ কয়।

কিন্তু এতিয়া চৰকাৰী মাটি ভাঙি খেতি কৰি ধন ঘটাৰ সময় নাই। বেপাৰকে কৰিম। শাকপাচলি, লাও কোমোৰা, হাঁহ কুকুৰা ছাগলী মেলট্ৰীক ছাপ্লাই দিম। অন্য কেইবাটায়ো কৰিছে। বহুত লাভ কৰিছে। অলপ টকা যদি বচাব পাৰোঁ পাছত মাটি কিনিম।·:····

গাঁওবুঢ়াৰ অনুমতি লৈ বাবৰে ইখন সিখন গাঁৱৰপৰা বিচাৰি গোটাই আনি মিলিটাৰী ঠিকাদাৰক যোগান দিয়া কাৰবাৰ আৰম্ভ কৰিলে।

তাৰ লাভ হ'ব ধৰিলে, লাওকোমোৰা কোনোকালে জুখি বেচাৰ কথা ইয়াৰ মানুহে নেজানিছিল। এতিয়া সকলো জুখি বেচাৰ নিয়ম চলিছে। আনকি বুঢ়া জাতিলাও, শুকান কলডিল, পোকোখোৱা খকুৱা বেঙেনা, এইবোৰো জুখি বিক্ৰী কৰা হৈছে। আৰু সেইবোৰৰ দামো আগৰ দামৰ দহগুণ বাৰগুণ। টাকৰ তিনটিয়া কুকুৰা পোৱালিৰ দাম এতিয়া হৈছে গোটে দুটকা-তিনিটকা।

দিনে দিনে বাবৰৰ কাৰবাৰ বাঢ়ি যাব ধৰিলে। তাৰ হাতলৈ মুঠিয়ে মুঠিয়ে ধন আহিব ধৰিলে, কিন্তু লগে লগে কিনিবলগীয়া বস্তুৰ দামো বাঢ়িব ধৰিলে। নিমখ পাবলৈ নোহোৱা হ'ল। এসেৰ নিমখৰ দাম ৪ টকা ৫ টকা হ'ল। তাকো দি নিমখ পাবলৈ নোহোৱা হ'ল।

বাবৰে অলপ দিনৰ ভিতৰতে মিলিটাৰীৰ কাৰবাৰৰ কিটিপ আৰু আওভাওবোৰ শিকি ল'লে। মিলিটাৰী অফিছাৰেও মণ্ডল, চৰ্ ডেপুটিৰ নিচিনাকৈয়ে ঘোচ খায়। এটা কুকুৰা ঘোচ দি এটা ছাগলীৰ দাম আদায় কৰি আনিব পাৰি। ভাগ দিলে একেখন বিলকে তিনিবাৰ পাছ কৰাই টকা আনিব পাৰি। আমেৰিকান, বৃটিছ, ভাৰতীয় সকলো একে।

বাবৰৰ এনেকুৱা কেইবাটাও মেজৰ কেপ্তেন, লেক্ টেনেণ্টৰ লগত চিনাকি হ'ল। সি গৰুৰ গাড়ীৰে মাল নি দিয়া বন্ধ কৰিলে। মিলিটাৰী ট্ৰাক তাৰ গাঁৱলৈকে আহি মাল নিব ধৰিলে। সি বস্তু

গোটাবলৈ সবহ সময় পোৱা হ'ল। তাৰ লাভ দিনে দিনে বাঢ়ি যাব ধৰিলে। আজিকালি বাবৰে দহটকীয়া নহয়, জেপত এশটকীয়া ন'টৰ জাপ লৈ ফুৰিব ধৰিলে।

সি কিন্তু গাঁওবুঢ়াৰ ঘৰ এৰি নগ'ল। সেই বিষয়ে চিন্তা কৰিবলৈকো তাৰ ভাল নেলাগিল। লাভৰ টকা আনি সি গাঁওবুঢ়াৰ হাততে জমা থব ধৰিলে।

গাঁওবুঢ়াই ভাল পালে।

মোবাৰক মাষ্টৰৰ স্কুলৰ ল'ৰা ছোৱালী কমি আহিব ধৰিলে। ৮ ১০ বছৰীয়া ল'ৰাবোৰেও 'ফিলত' কাম কৰিবলৈ যোৱা হ'ল, ল'ৰাবোৰ ৰাতিপুৱাতে দল বান্ধি ঘৰৰপৰা ওলাই যায়, সন্ধিয়া ঘুৰি আহে—দুটকা আঠেটকা হাজিৰা পায়।

সেই সময়ত পথাৰত খেতি কৰিবলৈ বুঢ়া আৰু আহলীয়া মানুহবোৰহে ঘৰত থাকিল। আনকি মাতবৰ, দেৱানী, মৌজাদাৰ, গাঁওবুঢ়াৰ পথাৰত কাম কৰা কাম্লাবোৰো মিলিটাৰী কাম কৰিবলৈ দল বান্ধি যোৱা হ'ল।

দিনক দিনে বাবৰৰ কাৰবাৰ বাঢ়িব ধৰিলে। অকলাই সি কেওপিনে চাব নোৱৰা হ'ল। ক্ৰমে সি অন্য মানুহ কামত লগাব ধৰিলে।

সিহঁতক দিন হাজিৰা দিও তাৰ বেছ লাভ হ'ব ধৰিলে।

আৰু কিছুদিনৰ পাছত সি নিজে বস্তু-বাহানি গোটাবলৈ যাবলৈ সময় কৰিব নোৱৰা হ'ল। ধন দিয়া আৰু দিহা দিয়াতে সি নিজক ব্যস্ত ৰাখিবলগীয়া হ'ল। প্ৰথমে দুটা, তাৰ পাছত পাঁচোটা, তাৰ পাছত আঠোটা আৰু তাৰ পাছত বাৰটা মানুহে তাৰ তলত কাম কৰিব ধৰিলে।

বাবৰ ক্ৰমে বাবৰ ঠিকাদাৰ আৰু বাবৰ মহাজন হৈ পৰিল, অলপ দিনৰ ভিতৰতে।

বাবৰৰ ব্যস্ততা আৰু ব্যৱসায় বুদ্ধি দেখি গাঁওবুঢ়া আৰু মোবাৰক

মাষ্টৰেও তাক বেলেগ চকুৰে চাবলৈ ধৰিলে। অৱশ্যে এতিয়াও সি আগৰ নিচিনাই তেওঁলোকৰ অনুগত আৰু বাধ্য হৈয়েই ৰ'ল। তাৰ মনত ডেকা বয়সৰ স্বাভাৱিক এটা জিদ-ভাব থাকিলেও বাবৰৰ গৰ্ব নাছিল।

নামাজ, ৰোজা সি বাদ নিদিলে, বৰং ৰাইজে ধৰাত সি মছজিদৰ মিনাৰটো সাজিবৰ কাৰণে পাঁচশ টকা দিলে। সকলোৱে বুজিলে বাবৰ আৰু আগৰ বাবৰ হৈ থকা নাই।

বাবৰে তাৰ বাপেক মাকক 'দেশৰ' পৰা তাৰ লগলৈ গুচি আহিবলৈ চিঠি দিলে। কিন্তু কোনো উত্তৰ নাহিল। আনহাতে, ইচ্ছা হোৱা সত্বেও সি নিজৰ 'দেশলৈ' এবাৰ গৈ আহিবৰ কাৰণে সময় উলিয়াব নোৱাৰিলে। এতিয়া ধান কটাৰ সময়, দেশ ফুৰাৰ সময় নহয়।

ডিমাপুৰত মিলিটাৰী কেম্প হৈছে। যুদ্ধ আহি মণিপুৰ, নগাপাহাৰ পাইছেহি। ব্যস্ততা বাঢ়িছে। কংগ্ৰেছীবিলাকে যুদ্ধত সহায় কৰিবলৈ মানা কৰাৰ কাৰণে, বৃটিছ চৰকাৰে ধৰি কংগ্ৰেছী-বিলাকক ফাটেকত ভৰাই থৈছে। বংগদেশত ছোহৰাৱৰ্দী প্ৰধানমন্ত্ৰী ভাগিল, নাজিমুদ্দিন প্ৰধানমন্ত্ৰী হৈছে। অসমত গোপী বৰদলৈ আৰু অন্যান্য কংগ্ৰেছী নেতাক ফাটেকত দিছে। চাৰ চাদুল্লাই অসমৰ 'প্ৰধানমন্ত্ৰী' হৈছে। ৰোহিণী চৌধুৰী, ৰূপনাথ ব্ৰহ্ম, আবদুল মতিন চৌধুৰী, চইদুৰ ৰহমান আদি মন্ত্ৰী হৈছে।

বাবৰৰ অৱশ্যে ইমানবোৰ ৰাজনীতিৰ কথাৰ লগত কোনো সম্পৰ্ক নাই। কিন্তু গিৰীণ মাষ্টৰ, পবিত্ৰ, মতি আৰু কোনোবা কোনোবা যে ঘৰতো নাই ফাটেকতো নাই সেই কথা বাবৰে গম পাইছে। ক'লৈ গ'ল কোনেও ক'ব নোৱাৰে। সেইবোৰ কথাৰ ভু লৈ ফুৰাও বিপদজনক কথা!

এদিন বাবৰ জাগীৰ'ভৰ ফালে গৈছিল। আক-তাক সুধি গিৰীণ মাষ্টৰৰ ঘৰটো বিচাৰি উলিয়ালে।

জৰাজীৰ্ণ ঘৰ বেৰ চাল উদঙলি যোৱা।

সেইটোৱেই যে গিৰীণ মাষ্টৰৰ ঘৰ বিশ্বাস কৰিবলৈ তাৰ টান লাগিল।

মাষ্টৰণীৰ লগত সি কথা বতৰা পাতিলে। গিৰীণ মাষ্টৰৰ ল'ৰা নাই। খেতিৰ ধানকেটাৰ বাহিৰে অন্য কোনো আৰ্জন নাই। তেওঁলোকৰ বৰ কষ্ট হৈছে। মাজে মাজে মাষ্টৰে কাৰোবাৰ হাতত পাঁচ দহ টকা ৰূপ পঠিয়াই দিয়ে, তাৰে একো নহয়।

মাষ্টৰণী মানুহগৰাকী চিধা মানুহ। প্ৰথমতে অবিশ্বাস কৰিছিল যদিও পাছত নিজৰ চিনাকি দিয়াত বাবৰক বিশ্বাস কৰিলে, আৰু কোনোবা আপোন মানুহক কোৱাদি নিজৰ ঘৰৰ অৱস্থাৰ কথা ক'লে।

কথাবোৰ শুনি বাবৰৰ বেয়া লাগিল।

সি ক'লে, "বাইতি তুমি চিন্তা নকৰিবা, মই মাজে মাজে এইফালে আহি থাকোঁ। এইয়া ত্ৰিছ টকা দিছোঁ—ৰাখা। ছাৰ আহিলে মোৰ কথা ক'বা। মই এতিয়া যাওঁ।"

বাবৰে তুমি বোলাৰ কাৰণে মাষ্টৰণীয়ে বেয়া নেপালে। তেওঁ ক'লে "পইচা কেলেই দিছ। আমি যেনে তেনে চলিছোঁ, চলিম।"

বাবৰে ক'লে, "ছাৰে মোক ভালকৈ চিনি পায়। তুমি বাৰু চিন্তা নকৰিবা, মই বাৰু এইফালে আহিলে সময় পালে সোমাম কেতিয়াবা। নহ'লে কেতিয়াবা তুমিয়ে যাবাচোন—মইতো মোবাৰক ছাৰৰ ঘৰতে থাকোঁ।"

সি জেপত বিচাৰি আৰু এখন পাঁচটকীয়া ন'ট উলিয়ালে আৰু মাষ্টৰণীৰ হাতত গুজি দি ক'লে, "এটা চোলা ল'বা, হোৱা।"

মিলিটাৰীৰ গাড়ী ৰাখি থোৱা আছিল। সি আৰু নৰ'ল, ডিমাপুৰত বেত-বাঁহৰ যোগানৰ ঠিকা পাইছে সি। ডাঙৰ ঠিকা। এতিয়া সময়ৰ বৰ দাম। তাৰো ক'তো ৰ'বৰ উপায় নাই।

সি গুচি গ'ল।

## তেৰ

জব্বাৰে খেতিবাতিও কৰা নাই, মিলিটাৰীৰ চাকৰি বা ঠিকাদাৰীও কৰা নাই। সি কিন্তু কিছু টকা কৰিছে। একো নকৰাকৈ সি কেনেকৈ টকা কৰিছে সেইটো বহুতৰে গুণাগঁথাৰ বিষয় হৈছে।

মানুহে কোৱাকুই কৰিছে যে ৰাতি বিয়লি তাক মিলিটাৰীৰ গাড়ীত অহা যোৱা কৰা কেনোবা কোনোবা দেখা পাইছে। কিন্তু কিয় যায় ক'লৈ যায় সঠিক কোনোৱে ক'ব নোৱাৰে, সিও কাকো নকয়। কিন্তু টকা সি কৰিছে।

এদিন বাবৰে জব্বাৰক লগ পালে, টাউনত। দুয়োটাই একেখন ছিনেমাকে চাই ওলাই আহিছিল।

"এতিয়া ঘৰলৈকে নেযাবি জানো ?" বাবৰে সুধিলে।

"যাম। পিছে মোৰ অলপ পলম হ'ব।

"ব'ল একেলগেই যাওঁ। তই কেনেকৈ যাবি ?"

"আৰু তই ?"

"মই লাইন বাছেৰে যাম। সঁউখন বাছ বৈ আছে, আমাৰ ফালেই যাব। যাৱ যদি ব'ল। তোক যে বহুত দিন লগেই পোৱা নাই।" বাবৰে ক'লে।

"এৰা।"

বাবৰে লক্ষ্য কৰিলে যেন তাক ইয়াত লগ পাই জব্বাৰে ভাল পোৱা নাই।

"তই নেযাৱ যদি মই যাওঁ, নহ'লে বাছ গুচি যাব—" বাবৰে ক'লে।

"এ, তোক মোক এৰি বাছ নেখায় দে—" গহীনাই জব্বাৰে ক'লে।

কথাবোৰ শুনি বাবৰৰ ভাল লাগিল।

বাছৰ হেণ্ডিমেনটোৱে আহি ক'লে, "আমাৰ যাবৰ হৈছে—"

জব্বাৰে ক'লে, "অলপ ৰ'বি, আমি চাহ খাই লওঁ।"

দুয়ো কিছু দূৰ আঁতৰৰ চাহৰ হোটেলখনত সোমালগৈ, তাত মানুহ তেতিয়া প্ৰায় নায়েই। ৰাতিও যথেষ্ট হৈছে, বাহিৰত আন্ধাৰ, ব্লেক আউট চলি আছে।

বাহিৰত পোহৰ পেলোৱাটো অপৰাধ।

হোটেলৰ এচুকত দুয়োটা মুখামুখিকৈ বহিল আৰু চাহ মিঠাই দিবলৈ ক'লে।

"টাউনলৈ কেলেই আহিছিলি?" বাবৰে সুধিলে।

"কাৰবাৰ আছে।"

"তইনো কি কাৰবাৰ কৰ?"

"কৰোঁ কিবাকিবি।"

জব্বাৰৰ কথাবোৰ চুঁটামুটা।

"তোৰ কেনেকুৱা?"

"ভালেই।"

"বহুত টকা কৰিছ বোলে?"

"আল্লাই যি দিছে।" বাবৰে ক'লে।

এখন মিলিটাৰী ট্ৰাক আহি কিছু দূৰত ৰ'লহি।

জব্বাৰেই চাহ মিঠাইৰ দাম দিলে আৰু ক'লে, "যাওঁ ব'ল।"

"এৰা ব'ল।"

মিলিটাৰী গাড়ীখনৰপৰা ছোৱালী এজনী নামি আহিল।

"আহিলি?"

"উঁ—"

"ব'ল, বাছ, বৈ আছে।" জব্বাৰে ক'লে।

আন্ধাৰত ছোৱালীজনীৰ মুখখন বাবৰে ভালকৈ নেদেখিলে।

তৰাৰ পোহৰত ছোৱালীজনীৰ অবয়ৱটো দেখা পালে—এজনী ওখ, শকত আবত মানুহ—গাভৰুনে ৰয়সীয়া বুজিবৰ উপায় নাই।

তিনিও বাছত উঠিল।

ছোৱালীজনীয়ে বাবৰৰ গাতে গা লগাই বহিল। বাবৰে আঁতৰি দিবৰ চেষ্টা কৰিলে। নোৱাৰিলে, ঠাই কম।

বাছত সিহঁতে একো কথা নেপাতিলে। অন্যান্য মানুহে প্ৰথমতে কিছু কথা বতৰা কৈছিল, পাছত সিহঁতেও নোকোৱা হ'ল, ঢাকনি দিয়া হেডলাইটৰ পোহৰত পুৰণি লাইন বাছখন চলিব ধৰিলে। বাছৰ ভিতৰে বাহিৰে আন্ধাৰ।

ওখৰামোখৰা বাট। ড্ৰাইভাৰে সাৱধানে চলাইছে। তথাপি বাছখনে থেকেচিছে। কেতিয়াবা থেকেচনিত বাছৰ গোটেই মানুহবোৰ এফলীয়া হৈ ঢলি পৰে, আকৌ পোন হয়। বাবৰৰ গাৰ কাষৰ ছোৱালীজনীৰ কিজানি সঁচাসঁচিকৈয়ে টোপনি আহিছিল, তাইৰ মূৰটো ওলমি গৈছিল।

আৰু মাজে মাজে তাই বাবৰৰ গাতে ঢলি পৰিছিল।

জব্বাৰ নিৰ্বিকাৰ।

বাছৰ অন্য মানুহবোৰৰ দৰে চকু মুদি আহি আছে।

চকু মেলি অহাৰ কোনো অৰ্থ নাই। ভিতৰে বাহিৰে সকলোতে নিৰন্ধ্ৰ আন্ধাৰ।

মাজে মাজে বাছখন ৰয় আৰু দুই চাৰি মানুহ নামে। উঠোঁতা কোনো নাই। নামি কোন কেনি গ'ল জানিবৰ উপায় নাই।

বাবৰহঁতৰ গাঁও পাবলৈ এমাইলমান থাকোঁতে বাছখন ৰ'ল। জব্বাৰ বাছৰ ভিতৰতে থিয় হ'ল, আৰু ছোৱালীজনীক বাউসীত ধৰি জোকাৰি জগাই দিলে।

ঢহমহনি খাই ছোৱালীজনী উঠিল।

"আহ, নাম ,পালোঁহি।"

ছোৱালীজনী নামি গ'ল।

জব্বাৰে ক'লে, "বাবৰ, নামি আহ। এইক ঘৰত থৈ আমি দুটা একেলগে খোজ কাঢ়ি যাম, আহ।"

বিশেষ চিন্তা নকৰি বাবৰো বাছৰপৰা নামি আহিল।

বাছখন গুচি গ'ল।

জব্বাৰে এটা বিড়ি জ্বলালে। এটা বাবৰকো দিলে, বাবৰে জেপৰপৰা আমেৰিকান ছিগাৰেটৰ পেকেট এটা উলিয়াই এটা জব্বাৰকো দি ক'লে :

"ছিগ্ৰেট খা। আম্রিকান।"

তিনিও খোজ ল'লে।

কিছুদূৰ আলিয়ে আলিয়ে আহি থাকি সিহঁত আলিৰপৰা ফাটি যোৱা সৰু বাট এটাইদি আগ বাঢ়িল।

একো নেদেখি—আন্দাজতে।

"এওঁনো ক'ত থাকে ?"

বাবৰে সুধিলে।

জব্বাৰে তাৰ কথাৰ উত্তৰ নিদিলে। ছোৱালীজনীক ক'লে, "এইডোখৰ অকলে যাব পাৰিবি নহয় ?"

আন্ধাৰতে ছোৱালীজনী বৈ দিলে, জব্বাৰে জেপৰপৰা মনিবেগটো উলিয়ালে আৰু এখননে দুখন ন'ট উলিয়াই ছোৱালীজনীৰ হাতত গুজি দিলে।

"কাইলৈ আকৌ ওলাবি—"

ছোৱালীজনীয়ে একো নেমাতিলে। আন্ধাৰৰ মাজেদিয়ে এবাৰ মূৰ দাঙি ছিগাৰেট হুপি থকা বাবৰৰ মুখৰ ফালে চালে।

তাৰ পাছত 'যাওঁ' বুলি সৰুকৈ কৈ খোজ ল'লে।

সিহঁত দুটা ঘুৰিল।

"ছোৱালীজনী নো কোন অ' ?" বাবৰে সুধিলে।

"এইজনী সিমান ঠিক নহয়। তোক লাগিলে ভাল এজনী দিম—" খিকখিকাই হাঁহি জব্বাৰে ক'লে।

"মানে—?"

"হ'বদে, চিন্তা কৰি মৰিব নেলাগে। ৰেলত গণ্ডাই গণ্ডাই ছোৱালী নিতৌ আহি আছে। 'দেশত' খাবলৈ নাই, নাহি কি কৰিব, কিছুমান কলিকতালৈ গৈছে, কিছুমান আচামলৈ আহিছে। ষ্টেচনত থিয় হৈ থাকিলেই হয়—যেইজনী লাগে সেইজনী লৈ আহি কাৰবাৰ কৰিব পাৰ—বিনা পইচাত আহেতো, নমাই লৈ আহিলেই হ'ল।"

জব্বাৰে কথাবোৰ ইমান সহজভাৱে কৈছিল যে বাবৰৰ একো সুবুজা যেন লাগিল।

"তই কি কৈছ মই একো বুজা নাই।"

বাবৰে ক'লে।

"হেজাৰ হেজাৰ মিলিটাৰীবোৰ যে আইছে সিহঁতে লগত মাইকী লৈ আহিছে নেকি? সিহঁত কেনেকৈ থাকিব? সিহঁতে খুব ছোৱালী বিচাৰে, এইবোৰ খাবলৈ পিন্ধিবলৈ নোহোৱা ছোৱালী। মিলিটাৰীৰ ভালৈ যায়। এঘণ্টা-আধাঘণ্টা থাকে, ত্রিছ চল্লিছ টকা দিয়ে, মই আনি দিওঁ। মোৰো লাভ হয়।"

"জব্বাৰ—!" চিয়ঁৰি দিয়াৰ ধৰণে বাবৰে কৈ উঠিল।

"নিচিয়ঁৰিবি। যুদ্ধৰ দিন, তয়ো এটা কাৰবাৰ কৰিছ টকা আৰ্জিছ, ময়ো এটা কাৰবাৰ কৰিছোঁ—দুটা টকা উলিয়াইছোঁ।"

"অন্য কাৰবাৰ আৰু নেপালি?"

"অন্য কাৰবাৰো কৰিছোঁ—"

"কি কৰিছ?"

"অসমীয়া গাঁৱৰ পৰা চুলাই মদ নি মিলিটাৰীক দিওঁ—বৰ লাভ জানিছ।"

জব্বাৰৰ কথাৰ সুৰত বাবৰৰ ডিঙি শুকাই গ'ল।

জব্বাৰে মিলিটাৰীক মদ আৰু মাইকী যোগান দিয়া কাৰবাৰ কৰিছে! ইয়া আল্লা—!

সিহঁত আহি আহি ঘৰৰ ওচৰ পালেহি।

জব্বাৰেই ক'লে, "কাৰবাৰটোত বে'ছ লাভ জানিছ, আৰু তইতো নিজে একো কৰিব নেলাগে। ৰেল ষ্টেচনত থিয় হৈ থাকিলেই দেখিবি ছটামান হাড়ছাল ওলোৱা মতা মানুহৰ লগত কেইজনীমান তিৰোতা। জীয়াৰী বোৱাৰীৰ চিন নাই, নেখাই নবৈ চিৰাচেপেটা হোৱা। সিহঁতক লৈ আহিলি, ক'ৰবাত ৰাখিলি—বছ। ছসাজমান খুৱাই মতাবোৰক কিবা দিন হাজিৰা কামত লগাই দে। আৰু মাইকীবোৰ—সিহঁতে আৰু কি কৰিব? ছুই চাৰিদিন খুৱালে বুৱালেই আৰু শাড়ী এখন চোলা এটা দিলেই সিহঁত তাগ্ৰা টাটুকা হৈ যায়। আৰু মিলিটাৰীৰনো কি? মাইকী হ'লেই হ'ল। দেখাই মেলাই ভাল গাভৰু ছোৱালী হ'লেতো একেদিনাই এশ ডেঢ়শ আৰ্জন কৰিব পাৰে।"

বিৰক্তিৰে বাবৰে ক'লে, "এইবোৰ কাম কৰিলে গুণাহ নেলাগিবনে?"

"খাবলৈ নোহোৱা মানুহবোৰে যদি কিবা এটা কৰি জীয়াই থাকিব খোজে, আৰু তাকে কৰিলে যদি গুণাহ হয়—পাপ হয়, তেতিয়াহ'লে জীয়াই থকাটোৱেই গুণাহৰ কথা হ'ব। মই চৌধজনী ছোৱালী আনি থৈছোঁ। সিহঁতক কোনে মুফতে খুৱাব? মোৰ বাবাৰ ঘৰৰ খুৱামনে কি? কাৰবাৰত লগাই দিছোঁ। সিহঁতেও টকা পাইছে, ময়ো পাইছোঁ।"

বাবৰৰ ঘৰৰ পদূলিমুৰ পাই জব্বাৰে ফুচফুচাই ক'লে, "মইনাক মন যায় যদি তয়ে বিয়া কৰাই ল। মোৰ দৰকাৰ নাই। মোৰ তাত ছজনীমান মইনাতকৈও ভাল ছোৱালীহে আছে। কেতিয়াবা সময় পালে আহিবি। তই পইচা নিদিলেও হ'ব।"

কৈ কৈ জব্বাৰ গুচি গ'ল।

বাবৰো ঘৰ সোমাল।

## চৈধ্য

ভালেমানে কথাটো কৈছে। আনকি এদিন নে দুদিন মোবাৰক মাষ্টৰেও কৈছে। বাবৰে কথাটোত সিমান গুৰুত্ব দিয়া নাছিল। গুৰুত্ব দিবলগীয়া কথাও নহয়।

কিন্তু সেইদিনা ঈদৰ নামাজ পঢ়ি আহি বাবৰ যেতিয়া কাপোৰ কানি পিন্ধি গাঁৱৰ অন্যান্যৰ ঘৰত ঈদ খাবলৈ যাবলৈ ওলাল, তেতিয়া এবাৰ সি আৰ্চীখনৰ আগত বৈ নিজকে ভালকৈ চালে। কিচ্ কিচ্ কৰে ক'লা চুলিখিনিত লোৱা জবাকুসুম তেলে তাৰ চুলিখিনি চিকমিকাই তুলিছে। চকুত সি চুৰ্মা লৈছে—চকু দুটা বেছ ধুনীয়া আৰু ভেজাল দেখাইছে। তাৰ মুখখন পুৰঠ আৰু মঙহাল হৈছে। মিলিটাৰী ঠিকা কৰিবলৈ লোৱাৰ পৰা সি দাড়ি খুৰাবলৈ লৈছিল। এবাৰ কেনোবা এটা নগৰীয়া নাপিতে তাৰ দাড়িখিনি খুৰাই দি গোফখিনি ধুনীয়াকৈ ৰাখি দিছিল। তেতিয়াৰপৰা সি গোফ দীঘলকৈয়ে ৰাখিবলৈ ল'লে। আৰ্চীত চাই সি তাৰ মুখখন ধুনীয়া দেখিলে। দাড়িখিনি চুচি খুৰোৱাৰ কাৰণে তাৰ নিমজ গাল আৰু থুতৰি ওলাই পৰিছে।

আৰ্চীত নিজকে কিছুপৰ চাই থাকি তাৰ বিশ্বাস হ'ল—আন ভালেমানে যি কথাটো কৈছে সেই কথাটো—সি ডেকা হৈছে।

কথাটোৰ সত্যতাটো উপলব্ধি কৰি অকলে থকা সত্বেও তাৰ লাজ লাগি গ'ল। ডেকা হোৱা মানে বহুত কিবাকিবি হোৱা।

কোনো কোনোৱে কৈছে যে টকা পইচা হোৱা কাৰণেহে সি এনে শকত-আৱত আৰু ধুনীয়া হৈছে আৰু ডেকা হৈছে।

নোহোৱা নহয়, টকা পইচা অলপ হৈছে। কিন্তু তাৰ কাৰণে কম মেহনত কৰিবলগীয়া হোৱা নাই। দিনক ৰাতি কৰি খাটোঁতেহে দুপইচা হৈছে। কিন্তু টকা পইচা হ'লেও সিতো আজিও ছবিৰ গাঁওবুঢ়াৰ ঘৰৰ চাকৰ হৈয়ে আছে। কথাটো হয়তো লাজৰ কথা। কিন্তু মানুহ নিমখহাৰাম হ'ব নেপায়। তাৰ নিচিনা নিঠৰুৱা ল'ৰা এটাক গাঁওবুঢ়াই আশ্ৰয় দিছিল বুলিহে। লাও যিমানেই ডাঙৰ হওক, তথাপি পাতৰ তল—অসমীয়া মানুহে কয়।

ৰাবৰ আচঁখিনৰ আগৰপৰা আঁতৰি আহিল আৰু তাৰ বিচনাখনতে বহিল। গাঁওবুঢ়াৰ ঘৰৰপৰা ঈদৰ কাৰণে উলিয়াই দিয়া আতৰদানিৰ পৰা অকণমান আতৰ সিও তাৰ চোলাটোত ৰুমাল খনত আৰু টুপীটোত ঘঁহি লৈছিল। এতিয়াও গোন্ধাই আছে। তাৰ সৰু কোঠালিটো গোন্ধেৰে ভৰি পৰিছে। তাৰ মনটো কিবাকিবা লাগিল। এইবাৰ ঈদ-উল-ফিৎৰ পৰিল বহাগমহীয়া। বিহু শেষ হওঁতে নৌহওঁতেই ঈদ আহিল। গোটেই মাহটোৱেই উছৰৰ মাহ হৈ পৰিছে। আকাশত ক'লা ক'লা ডাঠ ডাৱৰবোৰ ওপণ্ডি ফুৰিছে। মাজ মাজে বৰষুণ দিছে। কিছুমান পথাৰ পানীৰে চপচপীয়া হৈ পৰিছে। পানীৰে নৈৰ বুকু ওফন্দি পৰিছে। কুলি চৰাই দুজনীমানে যেতিয়াই তেতিয়াই চিয়ঁৰি থাকে, ক'ৰবাত তগৰ ফুল আৰু কেতেকী ফুল ফুলিছে। স্কুলৰ পদুলিমূৰত থকা দুয়োজোপা চেনিচম্পা ফুল ফুলিছে। দিনে ৰাতিয়ে কোমল বতাহ এজাক বৈয়ে আছে, বৈয়ে আছে, বৈয়ে আছে।

আজি কিছু দিনৰ পৰা গাঁওবুঢ়াই যেন তাক আগতকৈ অলপ বেছি মৰম কৰা যেন দেখুৱাইছে। অৱশ্যে সি টকা পইচা যি ঘটিছে সকলো গাঁওবুঢ়াৰ ওচৰতে জমা আছে। গাঁওবুঢ়াৰ বাকচ কোনে মেলে জানো? অন্য কাৰো হাতত গাঁওবুঢ়াই নিজৰ বাকচৰ চাবি নিদিয়ে—দিয়ে সৰু জীয়েক মইমুনাৰ হাতত। ৰাবৰৰ সাঁচতীয়া টকা বেলেগ এটা মোনাত ভৰাই মইমুনায়ে থৈ দিছে। মইমুনাই

জানে বাবৰৰ নিজা টকা কিমান আছে। মইমুনাৰ ঘৰত মতা নাম বাণী। সেই কাৰণেই, কেতিয়াবা ঘৰত মতা মানুহ কোনো নেথাকিলে মইমুনাই দুৱাৰমুখত বৈ বাহিৰৰ ফালে চাই থাকেনেকি? দুই এদিন বাবৰৰ চকুৱে চকুৱেও পৰিছে, মইমুনাৰ লগত তেনেকৈ চকুৱে চকুৱে পৰিলে বাবৰ ৰঙাচিঙা পৰি যায়। মইমুনায়ো দুপত্নুপাই ভিতৰ সোমাই যায়।

ভাল খাবলৈ পিন্ধিবলৈ পোৱা, সৰুবেপৰা মুখত উঠা ছোৱালী—গাভৰু হৈছে, দেখনিয়াৰ হৈছে।

পবিত্ৰই এদিন কৈছিল যে মইমুনাক গাঁওবুঢ়াই তালৈকে দিবৰ কাৰণেহে থৈছে! পাগলনেকি? মই গাঁওবুঢ়াৰ জোৰৰ নে ফেৰৰ? মোৰ ঘৰবাৰী নাই, মাটি ভেটি নাই সেইবোৰ আশা কৰা বেয়া।

কপালত যি আছে হ'ব। প্ৰথমে য'ত পৰা যায় মাটি কিছু লোৱা যাওক। ঘৰ-মাটি হ'লে মইমুনাক নহ'লেও অন্য এজনী ভাল ছোৱালীকে বিয়া কৰাব পৰা যাব।

বেলি লহিয়াইছিল। আজি ঈদ বুলি গাঁওবুঢ়াৰ ঘৰত খুব খোৱা হ'ল। এতিয়া অন্য কাৰোবাৰ ঘৰলৈ গ'লে খাবলৈ দিলেও একো খাব পৰা নেযাব। ৰ'দজাকো অলপ টান হৈয়ে আছে, অৱশ্যে এনেকুৱা ৰ'দলৈ তাৰ ভয় নাই।

আলিবাটেদি দলে দলে ল'ৰা ছোৱালীবোৰে হাঁহি কিৰীলিয়াই দৌৰি ফুৰিছে, ইঘৰ সিঘৰলৈ গৈছে। প্ৰায় সকলো ল'ৰা ছোৱালীৰ গাতে নতুন কামিজ, লুঙী, পায়জামা, টুপী। বহুতৰে ডিঙিত ফুলাম ৰুমাল। সিহঁতৰ ফালে চাই থাকি বাবৰৰ ভাল লাগিল। তিৰোতা বিলাকেও ঈদ বুলি আজি এসাজ ভাল পিন্ধিছে, এমুঠি ভাল খাইছে।

বাবৰৰ মনটো কোনো দিনে অনুভৱ নকৰা এটা আনন্দৰ অনুভূতিৰে উপচি পৰিল। আজি সি নিজৰ ৰবীয়াকৈ ফিৎৰা দিলে, জাকাত দিলে, ইমাম চাহেবক পইচা দিলে আৰু মছজিদ আৰু ঈদগাহৰ কাৰণে পইচা দিয়াৰ উপৰিও লা-ওৱাৰিছ ল'ৰা-

ছোৱালীৰ কাৰণে মোবাৰক মাষ্টৰে খোলা ফাণ্ডৰ কাৰণেও দহ টকা দিলে। গাঁৱৰ সকলোৱে জানি গ'ল বাৰৰ আৰু আগৰ বাৰৰ হৈ থকা নাই। সি গাঁৱৰ এটা গণ্যমান্য ধনী মানুহ।

গাঁৱৰ কেইটা মানুহেনো জাকাত দিব পাৰে!

গিৰীণ মাষ্টৰে যে কেলেই যুদ্ধত সহায় নকৰিবলৈ কৈছিল সি বুজিব নোৱাৰিলে। যুদ্ধত ঠিকাদাৰী কৰিছো বুলিহে আজি দুপইচাৰ মুখ দেখিছোঁ, দুপইচা নেক কামত খৰচ কৰিব পাৰিছোঁ।

ওপৰলৈ মুকৈ সি বিচনাখনতে দীঘল দিলে। তাৰ চকুৰ আগত ভাহি উঠিল গিৰীণ মাষ্টৰৰ ঘৈণীয়েকৰ খীণ শুকান মুখখন। এহ, কথাটো একেবাৰে পাহৰিয়ে আছিলোঁ। মাষ্টৰ পলাই ফুৰিছে, ক'লৈ গ'ল কোনেও ক'ব নোৱাৰে। ঘৈণীয়েকৰ বৰ দুখ হৈছে। আজি বছৰেকৰ ঈদৰ দিন। হিন্দু হ'ল কি হ'ল? টকা দুটামান দিয়া হ'লে কিমান ভাল পালেহেঁতেন। কি'বা খাইছে কি'বা পিন্ধিছে।

বাৰে বাৰে মাষ্টৰণীৰ শুকান মুখখন তাৰ চকুৰ আগত ভাহি উঠিল। তাৰ চকুহাল সেমেকি অহা যেন পালে।

তাৰ মনটো উৰি গ'ল—তাৰ দেশৰ সেই সোনাপাড়া নামৰ সৰু গাঁওখনলৈ। চাপৰ চাপৰ খেৰী ঘৰবোৰ, চিকুণাই খোৱা ধূলিয়ৰী চোতালবোৰ, ফজৰ জোহৰ, মগৰীব ঈছাৰ মছজিদৰ আজানৰ মাত, মোৱাজ্জিন কালাম ছেখৰ মিঠা, দীঘলীয়া কঁপা কঁপা আজান।

গাজীৰ বিলৰ দুৰ্বীয়া চিতল মাছ,গৰামাৰি নোপোৱা বৌ বাহু মাছ। চৰকাৰ পাড়াৰ অৰবিন্দ ওস্তাদ আজিও জীয়াই আছেনে চাগৈ? বহুত বুঢ়া হৈছিল, বেহেলা বজাইছিল, মাতটোৱে ইমান মিঠাকৈ গুলাইছিল।

ঘৰৰ গাঁৱৰ কোনো চিঠিপত্ৰ অত দিন অহা নাই! মানুহবোৰ, মোৰ মাইবোপাই সকলো খাবলৈ নেপাই মৰি জহি শেষ হ'লনেকি চাগৈ?

আৰু জমীদাৰ মোহম্মদ মোদব্বিৰ হবিব কিব্‌ৰিয়া চৌধুৰী। জমীদাৰৰ ঘৰৰ ঈদ কি কম ধুমধামেৰে হয়? গোটেই প্ৰজাক খুৱায়, দুখীয়াবিলাকক কাপোৰ দিয়ে।

কিমান বছৰনো হৈছে মই গাঁও এৰি, ঘৰ এৰি অহাৰ ? এতিয়া ৪৩ চন, মই কিজানি আহিছিলোঁ ৩৬ চনত। ছ বছৰ হৈছে। নাই ছবছৰত কোনো মৰা নাই।

কিন্তু বাবা কিজানি আৰু বুঢ়া হৈছে। খেতি কৰিব পৰা হৈ আছেনে চাগৈ ? মোজম্মিল চৌধুৰী কিজানি এতিয়া বিলাত তিলাতত থাকিব পায়। মূৰটো ভাল হৈ যাব পায়। ভাল ডাক্তৰ লগালে কেলেই ভাল নহ'ব ?

আৰু মৰীয়ম—সেই যে ৰাতি ৰাতি জাফৰ আৰু মোৰ লগত পলাই আহিছিল, তাই চাগৈ এতিয়া একদম গাভৰু হ'ব পায়। তাইৰ কিজানি কাৰোবাৰ লগত বিয়া হৈ যাব পায়।

সি বাহিৰলৈ চাই দেখিলে এজাক ছোৱালী দল বান্ধি গাঁওবুঢ়াৰ ঘৰৰ পঢ়ুলিয়েদি চোতাললৈ সোমাই আহিছে। নেচাওঁ বুলিও সি সিহঁতৰ ফালে চালে। তাৰ ভিতৰৰ কেইবাজনীকো সি চিনি পালে। এজনী হৈছে মনিৰ চাচাৰ জীয়েক মইনা। তাই বেছ দেখনিয়াৰজনী হৈ পৰিছে। তাই পিন্ধি অহা শাড়ীখন আৰু চোলাটো নতুন যদিও সস্তীয়া, দামী নহয়। কিন্তু কাপোৰ কানিতকৈ তাই মানুহজনীহে শুৱনী হৈ পৰিছে। তাইৰ মুখখন বৰ মৰমলগা, কলডিলীয়া, আঁহপাহ বৰ কোমল। তাই নিয়মীয়া শকত, বেছি ওখও নহয়, বৰ চাপৰো নহয়। তাইৰ চকুকেটাই কিন্তু হাঁহি থাকে। চকুহুটা বৰ মৰমলগা, কোমল, গাঢ় ক'লা আৰু নীলা মিহলি।

বাবৰ বিচনাৰপৰা উঠি আহিল। মইনাই সহজভাৱেই তাৰ ফালে চালে। অলপ পৰ চাই থাকি বাবৰে চকু আঁতৰাই আনিলে।

ছোৱালীজাক হাঁহি মাৰি চ'ৰা ঘৰেদি গাঁওবুঢ়াৰ ভিতৰ ঘৰলৈ সোমাই গ'ল।

মইনাক মোবাৰক মাষ্টৰে বিয়া কৰোৱা হ'লে বৰ ভাল হ'লহেঁতেন —এনেয়ে বাবৰে মনতে ভাবিলে, তেওঁৰ লগত বেছ মিলিব। এইজনী ছোৱালীক জব্বাৰৰ নিচিনা ল'ৰা এটালৈ ধৰি নি দিলে বৰ বেয়া

কথা হ'ব। লাহে লাহে বাবৰ তাৰ ঘৰৰ ভিতৰৰ পৰা চোতাললৈ ওলাই আহিল।

বেলি লাইয়াইছিল। মিঠা ৰ'দজাক কোমল হৈ চাৰিওপিনে বিয়পি পৰিছিল। বতাহজাক আৰু কোমল হৈছিল। আকৌ এবাৰ মইনাক চাবৰ কাৰণে তাৰ ৰ'বৰ মন গৈছিল। কিন্তু কথাটো বৰ ভাল নহ'ব ভাবি সি এখোজ দুখোজকৈ ওলাই গৈ আলিবাটত উঠিলগৈ। ক'লৈ যাব বিশেষ নভবাকৈ সি আলিয়ে আলিয়ে যাব ধৰিলে। সি আশা কৰিছিল যে সমনীয়া কোনোৱা এটাক সি লগ পাই যাব, কিন্তু তেনে কাকো দেখা নেপালে।

সি অকলই আগ বাঢ়িল, এনেতে আগফালৰপৰা তিনিজনী ওৰণি লোৱা তিৰোতা মানুহ সি অহা দেখিলে। ওচৰ পালত সি চকু তুলি চালে। এজনী খীণ মানুহে তাৰ ফালে পোনপটীয়াকৈ চালে। মানুহজনীক সি চিনি পালে—গিৰীণ মাষ্টৰৰ ঘৈণীয়েক। বাকী দুজনীক চিনিব নোৱাৰিলে। হাতো মাষ্টৰণীয়ে প্ৰথমতে তাক চিনিব পৰা নাছিল, পাছত চিনি পাই সুধিলে, "বাবৰ নহয়নে ?

"তুমি ক'ৰপৰা আহিলা ?"

"মোবাৰক মাষ্টৰৰ ঘৰ কোনটো ?" মাষ্টৰণীয়ে সুধিলে, "তেওঁ বাৰু এতিয়া ঘৰত আছেনে ?"

"তেওঁ এতিয়া ঘৰত নাই। ব'লা আমাৰ ঘৰলৈকে যাবা জানো ?"

"নাই যদি গৈ কি হ'ব ? অজি যাওঁ ব'লা অন্য কেতিয়াবা আহি লগ ধৰিমহি।" লগৰ মানুহ এজনীয়ে ক'লে।

"এতিয়ানো তোমালোক কোনফালে যাবা ?" বাবৰে সুধিলে।

"সিখন গাঁৱত আমাৰ পিতাইহঁতৰ ঘৰ—তালৈকে যাম। আজি তাতে থাকিম।" মাষ্টৰণীয়ে ক'লে।

হঠাৎ কথা এবাৰ বাবৰৰ মনত পৰিল। বাইটিয়ে বৰ পুৰণি কাপোৰ পিন্ধি আহিছে। ভাল কাপোৰ চাগৈ নায়েই। আজি

ঈদৰ দিনা যদি বাইটিক ভাল কাপোৰ এসাজ ল'বৰ কাৰণে টকা কেইটামান দিলোহেঁতেন! লবনে চাগে? লগত যে আন দুজনী অচিনাকি মানুহ আছে বেয়া পাব কিজানি!

বাবৰ মাষ্টৰণীহঁতৰ লগে লগে উভতি আহিল।

ঘৰৰ আগ পাই সুধিলে, "ইয়াত নোসোমোৱা তেনেহ'লে?"

"মাষ্টৰ নাই, গধূলিও হৈ আহিছে। আজি নোসোমাওঁ আৰু।"—মাষ্টৰণীয়ে ক'লে।

অলপ কাষ চাপি আহি বাবৰে ফুচফুচাই সুধিলে, "ছাৰৰ কিবা খবৰ পাইছানে বাৰু বাইটি?"

"কাৰ কোনে খবৰ লয়?" মাষ্টৰণীয়ে ক'লে। তেওঁৰ মাতত কিন্তু কোনো বিৰক্তি নাছিল।

"অকণমান ৰ'বাচোন—" বাবৰে ক'লে আৰু মাষ্টৰণীহঁতৰ উত্তৰলৈ বাট নেচাই তাৰ ঘৰলৈ সোমাই গ'ল। কেই মিনিটমানৰ পাছতে সি ঘুৰি আহিল। তাৰ হাতত এটা লেফাফা।

মাষ্টৰণীলৈ লেফাফাটো আগবঢ়াই দি বাবৰে ক'লে, "এইটো লৈ যোৱা। পাছত ঘৰত খুলি চাবা।"

মাষ্টৰণীয়ে লেফাফাটো পিন্ধি অহা চোলাটোৰ বুকু ফালে সুমাই থলে। ভাবিলে গিৰীণ মাষ্টৰে কাৰোবাৰ যোগেদি পঠোৱা গোপন চিঠি চাগে। হয়তো মোবাৰক মাষ্টৰলৈ আহিছিল। তাত যে বাবৰে টকা ত্ৰিছটা সুমুৱাই দিছে মাষ্টৰণীয়ে কল্পনাও কৰিব পৰা নাছিল।

বাবৰ আকৌ আগে যোৱা ফালেই আগবাঢ়িল। মানুহকেজনীও নিজৰ বাটত গুচি গ'ল। বাবৰৰ মনটো বৰ পাতল লাগিল। মাষ্টৰণীক এনেকৈ ঘৰৰ আগতে লগ পাই যাব বুলি সি ভাবিবই পৰা নাছিল। আজি যেন তাৰ ঠিকাদাৰী কৰি টকা ঘটা আৰু ঈদ কৰা সাৰ্থক হ'ল। ঈদৰ দিনা নিজে খুছী আনন্দ কৰিলেই নহয়, আনকো আনন্দ দিব লাগে। আৰু দিবহে লাগিছিল।

পিছে মইনো কিমানৰ মানুহ। সেয়ে বহুত। সি ভাবিলে।

## পোষ্টাৰ

যুদ্ধখনে বহুতৰে বহুত দুৰ্গতি আনিলে। বহুত শান্তিৰে থকা মানুহৰ লটিঘটি হ'ল। বহুত ভৰগাঁও এৰি মানুহ উঠি যাবলগীয়া হ'ল—গাঁৱত যুদ্ধৰ বিমানঘাটী হ'ল, মিলিটাৰী কেম্প হ'ল, স্কুল কলেজৰ ঘৰবোৰ মিলিটাৰী হস্পিতাল হ'ল। নগৰৰ ধনী মানুহৰ বঙলাঘৰ মিলিটাৰী অফিছাৰৰ অফিছ আৰু বাসস্থানৰ কাৰণে লৈ লোৱা হ'ল। মুকলি ধাননি পথাৰ বন্দুৱাৰ শিবিৰ হ'ল। শান্তিত থকা মানুহৰ জীৱনলৈ অশান্তি আহিল।

মানুহবোৰৰ বহুত দুৰ্গতি হ'ল, বহুত লটিঘটি হ'ল।

দুৰ্গতিৰ লগতে মানুহৰ জীৱনলৈ আহিল প্ৰচণ্ড উন্মাদ গতি। কাৰো ক'ন্তো এটা মুহূৰ্ত ৰ'বৰ সময় নাই। দিনৰাতি একাকাৰ কৰি মানুহবোৰে উৰ্দ্ধশ্বাসে কেৱল গতিৰ পাছত লৰে। যুদ্ধৰ সময় জিৰণিৰ সময় নহয়, সময়তকৈও আগবাঢ়ি যোৱাৰ সময়।

সময়ো দৌৰে। চকুৰ আগেদি শাৰী শাৰী মিলিটাৰী ট্ৰাকৰ কন্‌ভয় দৌৰাদি সময়ো পাৰ হৈ যায়—দিনৰ পাছত দিন চকু পচাৰতে অতীতৰ বুকুত সোমাই পৰে। কোনোৱে ততকে ধৰিব নোৱাৰে।

চাওঁতে চাওঁতে যুদ্ধ লগা তিনি বছৰ উকলি গ'ল। কেনেকৈ গ'ল কোনোৱে গমকে ধৰিব নোৱাৰিলে। ইয়াৰ ভিতৰতে বহুত ধনী মানুহ দুখীয়া হ'ল, বহুত দুখীয়া মানুহ লাখপতি ধনী হ'ল। শিক্ষা সংস্কৃতি নাট ভাওনা ধৰ্ম সদাচাৰলৈ মনত ৰাখিবলৈ মানুহৰ আজৰি নোহোৱা হ'ল। যুদ্ধৰ বিৰোধিতা কৰোঁতাসকলৰ মুখৰ মাত নোহোৱা হ'ল। সৰহভাগক কাটেকত সুমুৱাই থলে। বাহুতে

আত্মৰক্ষা কৰিবৰ কাৰণে আত্মগোপন কৰিলে। যুদ্ধ পূর্ণ উদ্যমে চলি থাকিল।

পুব ফালে যুদ্ধ আহি অসমৰ দুৱাৰদলি পালেহি। জাপানী সৈন্য বৰ্মা দখল শেষ কৰি মণিপুৰ সোমালহি। কহিমা, ডিমাপুৰ মিত্ৰ শক্তিৰ সৈন্যৰ আত্মৰক্ষাৰ প্ৰধান বেহু হ'ল। নামবৰৰ অটব্য প্ৰাচীন অৰণ্য সৈন্য শিবিৰ হ'ল। আচাম-বেঙ্গল ৰেলে অসামৰিক যাত্ৰীতকৈ সৈন্য আৰু যুদ্ধৰ আহিলাপাতি কঢ়িউৱাত দিনে ৰাতি ব্যস্ত থাকিল। ডিমাপুৰ আৰু লামডিং ৰেল ষ্টেচনৰ মাজেদিয়েই হেজাৰে হেজাৰে ব্ৰহ্মদেশৰ ভগনীয়া আৰু ছিলেট, চাটগাঁও, পাবনা, মৈমনচিং, কুমিল্লা, নোৱাখালীৰ খাবলৈ নেপাই আহাৰ বিচাৰি ঘৰবাৰী এৰি অহা বংগদেশৰ ভগনীয়াৰে অসমৰ বুকু ভৰি পৰিল। পশ্চিমৰপৰাও ৰংপুৰ কোচবিহাৰ হৈ নিৰন্ন ভোকাতুৰৰ মিছিলে অসমৰ বুকত ভাত কাপোৰ বিচাৰি আহিল।

কোন ক'ৰপৰা আহিছে ভু ল'বৰ কাৰো সময় নাই। কোন ক'লৈ গৈছে, কোন ক'লৈ গ'ল তাৰো ভু লবলৈ কাৰো আজৰি নাই। যুগ যুগৰ পৰা চলি অহা ভাৰতৰ গোট-পৰিয়াল ভাগি থানবান ছেদেলি ভেদেলি হ'ল।

এটা উৰ্দ্ধশ্বাস দুৰ্নিবাৰ গতিয়ে যেন সকলোকে উৎক্ষিপ্ত উদভ্ৰান্ত উন্মত্ত কৰি তুলিলে। কাৰো কাৰো ফালে চাবৰ সময় নাই, কাৰো ক্ষন্তেকো ৰ'বৰ সময় নাই। সময় ঘোঁৰদৌৰৰ ঘোঁৰা—কেৱল দৌৰিছে। যি পাৰিছে সময়-ঘোঁৰাত উঠি বিস্বাশৰদে দৌৰিছে। যোৱাই কথা, যোৱাই নিয়ম, কিয় আৰু ক'লৈ দৌৰিছে চিন্তা কৰাৰ প্ৰয়োজন নাই। সৈনিক অসৈনিক প্ৰায় সকলো ডেকাই খাকী পেণ্ট কামিজ পিন্ধাটো এটা ফেচন হৈ পৰিল। সকলোৱেই যেন মেল্‌টৰী হৈ গৈছে। বহুত গাঁৱৰ ডেকাল'ৰাৰো ইতিমধ্যে কিছুমান মিলিটাৰী অফিছাৰ, আৰু মিলিটাৰী অফিছত কাম কৰা ছিভিলিয়ান বিষয়ৰে লগত চা-চিনাকি, আত্মীয়তা আৰু ঘনিষ্ঠতা গঢ়ি উঠিছে। অৱশ্যে এই সকলোৰে

অন্তৰালত যে যুদ্ধৰ পৰিবেশৰ সুযোগ লৈ অৰ্থকৰীভাৱে লাভৱান হোৱাৰ উদ্দেশ্য নিহিত আছে, সেই কথা কাৰো অবিদিত নহয়। যুদ্ধ এক ব্যতিক্ৰম, এক অনিয়ম—য'ত হত্যা, ধ্বংস, বীভৎসতাই বীৰত্ব আৰু দেশপ্ৰেমৰ আখ্যা পায় আৰু মানুহৰ চিৰন্তন শুভবুদ্ধি দুৰ্লভ হৈ পৰে।

এই অনিয়ম আৰু ব্যতিক্ৰমে সকলোৰে অজ্ঞাতেই সমাজ ছানি পেলায়। এক অদৃশ্য কাল-দৈত্যৰ গ্ৰাসত সোমাই পৰে।

উচিত অনুচিতৰ ব্যৱধান নোহোৱা হৈ যায়।

এনে পৰিস্থিতিত নিজক ঔচিত্য আৰু নিয়মৰ মাজত স্থিৰ ৰখাটো এখন যুদ্ধত জয়ী হোৱাতকৈও কঠিন কথা।

বাবৰে নিজকে ঠিক ৰাখিবৰ কাৰণে সচেতনভাৱে চেষ্টা কৰিছিল। ডেকা মানুহ যদিও সাধাৰণ জৈৱিক দুৰ্বলতাবোৰক প্ৰশ্ৰয় নিদিবৰ কাৰণে সি নিজৰ লগতে সংগ্ৰাম কৰি গৈছিল। এই কাৰণেই সি পৰাপক্ষত জব্বাৰহঁতৰ নিচিনা মানুহবোৰক এৰাই চলিবৰ যত্ন কৰিছিল।

কিন্তু বাবৰে দেখি আচৰিত হ'ল যুদ্ধখনে অকল জব্বাৰকে নষ্ট কৰা নাই, অন্যান্য গাঁও-চহৰৰ বহুত ল'ৰা-ছোৱালীকো নষ্ট কৰি পেলাইছে। এৰা, বহুত ছোৱালীকো।

ডিমাপুৰৰ বে'ছ হস্পিতালত কাম কৰা নানা দেশৰ ক'লা বগা নাৰ্ছবোৰ বাৰু ভাল ছোৱালী হৈ আছেনে? সিহঁতৰনো ভাল হৈ থকাৰ কি দৰকাৰ? যুদ্ধক্ষেত্ৰৰ মাজ মজিয়াত আছে। কাইলৈকে এটা জাপানী বোমা পৰি সকলো মৰি নিশ্চিহ্ন হৈ যাব পাৰে। কাইলৈকে জাপানী সৈন্য আহি টেংক মেচিনগানেৰে হস্পিতাল উৰাই দিব পাৰে। ইয়াত জীৱনৰ কি নিশ্চয়তা আছে?

তেতিয়াহ'লে নাৰ্ছ ছোৱালীবোৰে নো নিজক বচাই জীৱনটোক ভোগ নকৰি কি আশাত নিৰামুহীয়া দিন কটাব? আৰু যিমানেই শুচি সতী হৈ নেথাকক, যুদ্ধৰ পাছত ঘূৰি গ'লে সিহঁতৰ

সমাজেই জানো সিহঁতক নির্দোষ নিষ্পাপ হৈ আছে বুলি মন খুলি সাবটি ল'ব ?

আৰু গাঁৱৰ আমাৰ দেশৰ যিবোৰ ছোৱালীয়ে দেখদেখকৈ আহি বা চোৰাংকৈ আহি ৰণ-থলীৰ অচিন ৰণুৱা চিপাহীৰ লগত লেটিপেটি কৰি ধন ঘটিছে সিহঁত বেছিভাগেই দুখীয়া মানুহৰ ঘৰৰ ছোৱালী। বহুত ঘৰবাৰী নোহোৱা, উটি ওপঙি অহা ছোৱালী, সিহঁতৰ ঘৰবাৰীও নাই, সা-সমাজো নাই। এনেকৈয়ে সিহঁতে আৰু দুদিনমান বাচি থকাৰ চেষ্টা কৰিছে।

নহ'লে সিহঁতৰ জীয়াই থকাৰ আৰু অন্য কোনো উপায় নাই। লাখে লাখে মানুহ খাবলৈ নেপাই মৰিছে, সিহঁতো খাবলৈ নেপাই মৰিব।

এইবোৰ কথা খুব স্পষ্টভাৱে বুজিবলৈ বাবৰে আজৰি পোৱা নাই।

আৰু সেইবোৰ কথাৰ বিষয়ে চিন্তা কৰাটো বৰ ভাল কথা নহয় বুলিও সি মনে মনে বিশ্বাস কৰে। কিন্তু সি ইচ্ছা কৰক বা নকৰক যুদ্ধৰ কাৰ্য্যকলাপৰ লগত সি জড়িত হৈ পৰিছে। সি হৈ পৰিছে মিলিটাৰী ঠিকাদাৰ। যুদ্ধখন যিমানে বেয়া নহওক যুদ্ধখনেহে তাৰ ভাগ্যৰ পৰিবৰ্তন আনি দিছে।

যুদ্ধখন নলগা হ'লে সি কিজানি আজিও ছৰিফ গাঁওবুঢ়াৰ মাটিত হালোৱা হৈয়ে থাকিলহেঁতেন।

আজি সি যি টকাৰ মুখ দেখিছে, সেইয়া সম্ভৱ নহ'লহেঁতেন।

তাৰ নিজৰ মতে তাৰ অৱস্থাটো সি বুজি চাবৰ যত্ন কৰিলে।

পানীত নেনামিলে, জাৰত ঠক্‌ঠক্‌কৈ নকঁপিলে, কাঁইট জেং-জাবৰৰ লগত মুযুঁজিলে দ' পানীৰ মাছ ধৰিব নোৱাৰি। যুদ্ধ বেয়া হ'লেও যুদ্ধৰ ধন বেয়া নহয়।

## ষোল

ছৰিফ গাঁওবুঢ়া হঠাৎ অসুস্থ হৈ পৰিল জ্বৰ, কাহ, গাৰ বিষ।

গাঁওবুঢ়াৰ টান বেমাৰ হোৱাৰ কথা কোনোৱে ক'ব নোৱাৰে। বৰ বেছি কেতিয়াবা পানীলগা জ্বৰ হোৱাৰ বাহিৰে অন্য কোনো টান বেমাৰ গাঁওবুঢ়াৰ হোৱা নাই।

কিন্তু এইবাৰ গাঁওবুঢ়াৰ জ্বৰ, কাহ আৰু গাৰ বিষ বেছি হৈছে। কোনোদিনে অসুখ নোহোৱা মানুহৰ অসুখ হ'লে ভয় খাবৰ কথাই। গাঁওবুঢ়াৰ বয়সো যথেষ্ট নোহোৱা নহয়।

ৰোগীৰ খবৰ কৰিবলৈ ওচৰ কাষৰৰ সকলো মানুহ আহিছে। যেয়ে শুনিছে সেয়ে এপাক নেমাৰি থকা নাই। গাঁওখনত বা সেই অঞ্চলটোত ছৰিফ গাঁওবুঢ়া নোহোৱা হোৱাটো ভাবিবলৈকে টান লগা কথা। গাঁওখনৰ আজিৰ ৰূপ আৰু অৱস্থাটো গঢ়ি তোলাত ছৰিফ গাঁওবুঢ়াৰ যিখিনি বৰঙণি আছে সেই কথা কোনোৱে নজনা নহয়। ঘাট-বাট, আলি পদূলি, স্কুল-মাদ্ৰাছা, হাট-বজাৰ এই সকলোবোৰ হোৱাত ছৰিফ গাঁওবুঢ়াৰ খাটনিৰ কথা বাইজ বজাৰৰ সকলোৱে জানে। প্ৰায় নিৰক্ষৰ ধাৰ্মিক নিৰহংকাৰ কিন্তু গহীন গম্ভীৰ এই মানুহজন গাঁওখনৰ সকলো কাম-কাজতে এনেদৰে জড়িত হৈ আছে যে আজি তেওঁৰ টান অসুখে গাঁৱৰ সকলোকে চিন্তান্বিত আৰু উদ্বিগ্ন কৰি তুলিলে।

মোবাৰক মাষ্টৰৰ বিয়াখনত ছৰিফ গাঁওবুঢ়াই কেৱল ধন খৰচ কৰাই নহয়, বৰ বেছি খাটিলেও। সক ল'ৰাটো আগৰ বছৰেই ঢুকাল। তাতো গাঁওবুঢ়াই বৰ শোক পালে। চহৰৰ কাফিলজিন

পেস্কাৰৰ মাজু জীয়েকজনীৰ লগত মোবাৰকৰ বিয়া হোৱাটো এটা উল্লেখযোগ্য কথা আছিল। গাঁওবুঢ়াৰ কাৰণে বিয়াখন ডাঙৰকৈ পতাটো ইজ্জতৰ কথা আছিল। একমাত্ৰ জীৱিত পুত্ৰৰ বিয়া, কোনো প্ৰকাৰৰ কৃপণালি কৰাৰ প্ৰশ্ন নুঠে। কিন্তু নিজে নেখাটিলেও য'ত হয়, তাত বুঢ়া বয়সত তেওঁ বৰকৈ খাটিলে, কষ্ট হ'ল, তাৰ পৰাই অসুখ বেছি হ'ল। কাহৰ অসুখ আগৰে আছিল, এতিয়া জ্বৰ বিষো আৰম্ভ হ'ল। ছৰিফ গাঁওবুঢ়া আশৈশৱ কায়কষ্ট কৰা মানুহ। এনে মানুহৰ কাৰণে শ্ৰমেই স্বাস্থ্য। কিন্তু এনে মানুহ এবাৰ অসুস্থ হৈ পৰিলে, সেই অসুখ দুৰাৰোগ্য হৈ পৰে।

এই কাৰণেই ৰাইজৰ দুঃচিন্তা হৈছিল।

পাঁচ দিন হ'ল বাবৰ ঘৰত নাছিল।

ৰঙা-পাহাৰৰ ওচৰৰ হাবিৰ মাজত এটা ডাঙৰ মিলিটাৰী বেৰেক সাজিবলৈ লোৱা হৈছিল। তাত বাঁহ, কাঠ, খেৰ আদিৰ ঠিকা লৈছিল বাবৰে। ওচৰে-পাজৰে বাঁহ, কাঠ পোৱা গ'লেও খেৰ পাবলৈ নাই। এই খেৰৰ সন্ধানত বাবৰ লগত আৰু এটা মানুহ লৈ বৰ নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ মাজুলি ওলাইছিল গৈ। মাজুলীত উলু বৰতাৰ অভাৱ নাই, নৈ পাৰত সেইবোৰৰ বহুত এনেয়ে জহি পমি গৈছিল। যিবা খেৰ মানুহে কাটিছিল, সেইবোৰৰ দামো আছিল বহুত সস্তা।

আহঁতগুৰিৰ কেই মাইলমান উত্তৰত বাবৰহঁতে কেইঘৰমান মৈমনচিঙীয়া মানুহ থকাৰ গম পাই তালৈকে গ'ল। কিন্তু গৈ খবৰ পালে যে বাৰিষা পানী উঠাৰ কাৰণে মানুহ কেঘৰ আৰু উত্তৰৰ সোৱণশিৰীৰ পাৰৰ এঠাইলৈ উঠি গৈছে।

বাবৰৰ হাতত যথেষ্ট টকা আছিল। য'তে ত'তে থকাটো নিৰাপদ নহয়। খেৰৰ খবৰ লৈ লৈ আৰু কোনে কিমান যোগান দিব পাৰিব তু লৈ লৈ, বাবৰহঁত উত্তৰৰ ফালে আগুৱাই গৈ আছিল।

তিনিদিন যোৱাৰ পাছত বাবৰহঁত গৈ এখন ডাঙৰ মুছলমানে গাঁৱত ওলালগৈ। গাঁওখনত বংগদেশৰ পৰা অহা মুছলমান মানুহেই বেছি। তাৰে বহুখিনি মানুহ ২০/৩০ বছৰ আগতে অহা মানুহ। কিছু মানুহ নতুনকৈ আহি বহিছেহি। তাৰে এখিনি মানুহ মাটিবাৰী লৈ নিগাজীকৈ বহি পুৰণি হৈ পৰিছে। আন ভালেমান মানুহ এতিয়াও অস্থায়ী হৈ আছিল। লোকৰ বাৰী চুকত ভড়ালৰ আগত থাকি খেতি পথাৰত কাম কৰি দি জীৱিকা চলিয়াইছিল।

গাঁওখনৰ নাম দিয়া হৈছে দৌলতপুৰ।

বাবৰহঁত যেতিয়া দৌলতপুৰ পায়গৈ তেতিয়া সন্ধ্যা লাগি ভাগিছিল। গাওখনক ৰাতিৰ আন্ধাৰে ঘেৰি ধৰিছিল, অৰুণ্যে তিৰোতা আৰু বয়সস্থ মানুহবোৰ ভিতৰ সোমাইছিল যদিও ডেকা ল'ৰা কিছুমানে তেতিয়াও ভূম পাতি পাতি অ'ত ত'ত বহি, থিয় দি কথা পাতি আছিল।

এইখন গাঁৱৰ নাম সি শুনিছিল, আৰু ইয়াৰপৰা কিছু নিলগত ইছলামপুৰ নামে আৰু এখন ডাঙৰ মুছলমান গাঁৱৰ কথাও বাবৰে শুনিছিল। কিন্তু এইবোৰ গাঁৱৰ কোনো মানুহকে বাবৰে চিনি নেপায়।

মিলিটাৰী ঠিকাদাৰী কৰাৰ নতুন অভিজ্ঞতাৰে, আৰু লগত টকা থকাৰ কাৰণে নতুন ঠাইত, নতুন অচিনাকি মানুহৰ লগত চিনাকি হ'বলৈ তাৰ বিশেষ ভাবিবলগীয়া নহয়।

পাঁচোটা ডেকাল'ৰাই থিয় হৈ কিবা কথা পাতি আছিল। বাবৰ সিহঁতৰ কাষ চাপি আহিল আৰু বিশেষ ভূমিকা নকৰাকৈ আৰু ল'ৰাকেটাই লুঙী পিন্ধি থকা দেখি উমৈহতীয়াকৈ ক'লে, "আচ্ছালামু আলেইকুম।"

ল'ৰাকেটাই বাবৰৰ মুখলৈ চালে। মুখখন স্পষ্টকৈ নেদেখিলেও মানুহ ছটাৰ সম্পৰ্কে এটা ধাৰণা কৰিলে, তাৰ পাছত সুধিলে, "কাক বিচাৰিছা?"

"ইয়ালৈকে আহিছোঁ—" বাবৰে ক'লে।

"ক'ৰপৰা আহিছা ?"

বাবৰে ক'লে, অৱশ্যে তেতিয়াও নিজৰ চিনাকি নিদিলে।

ল'ৰাকেটাই বাবৰহঁতক ওচৰৰ আলিৰ দাঁতিৰ সৰু দোকানখনলৈ লৈ গ'ল। দোকানীয়ে ভিতৰৰপৰা লণ্ঠনটো বাহিৰ উলিয়াই আনিলে আৰু বেঞ্চখনতে বাবৰহঁতক বহিবলৈ দিলে।

ল'ৰাকেটাৰ তিনিটা গ'লগৈ।

দুটা থাকিল। সিহঁতো চাপৰ মূঢ়া দুটা বিচাৰিলৈ বাবৰহঁতৰ সন্মুখতে বহিল আৰু সিহঁতৰ ফালে ভালকৈ চালে।

বাবৰে ক'লে, "আজি ৰাতি আমি ইয়াতে থাকিব লাগিব। ক'ৰবাত পৰি থাকিব পৰা নহ'বনে ?"

"ভাতপানী কিবা খালা জানো ?

"নাই খোৱা। ক'ৰবাত কিবা ব্যৱস্থা হ'বনে বাৰু ?" বাবৰে ক'লে।

ল'ৰাকেটাই মুখ চোৱাচুই কৰিলে।

বাবৰে ক'লে, "আমি পইচা দি কিনি খাম—এনেই নেলাগে।"

দোকানী ডেকাটোৱে ক'লে, "আমাৰ গাঁৱলৈ ৰাতি আহিছা। মোছাফিৰক লঘোনে ৰাখি বদনাম ল'বনেকি ? আহমদ তই যা, ইব্ৰাহিমক ক'গৈ বুলি দুজন মানুহ আহিছে ভাত খাব, আৰু ৰাতিও থাকিব।"

আৰু দুই চাৰি কথা পতাৰ পাছত বাবৰহঁত সহজ হ'ল। দেখিলে এই মানুহখিনিক অবিশ্বাস কৰিবলগীয়া নাই। বাবৰে সিহঁত তালৈ অহাৰ উদ্দেশ্যৰ কথা চমুৱাই ক'লে।

বাবৰক মিলিটাৰী ঠিকাদাৰ বুলি জানি সিহঁতৰ চকুলৈ শ্ৰদ্ধা আৰু কৌতূহল নামি আহিল। দোকানীয়ে দুয়োকে দুপিয়লা চাহ পানী আৰু কটা বিস্কুট খাবলৈ দিলে। চাহপানীখিনি খাই বাবৰহঁতৰ ভাল লাগিল। দোকানীয়ে বিড়ি আগ বঢ়ালে, বাবৰে ল'লে,

আৰু লগে লগে বেগৰ পৰা উডবাইন নে কি মিলিটাৰীৰ ছিগাৰেট সিহঁতলৈ আগ বঢ়ালে। সিহঁতে বুজিলে অভ্যাগত ডাঙৰ ঠিকাদাৰ। সিহঁতৰ শ্ৰদ্ধা আৰু বাঢ়িল।

গাঁৱত কৃষ্ণপক্ষত গধূলিতে দুপৰ ৰাতি যেন হয়। দিনৰ দিনটো কঠোৰ শ্ৰম কৰা মানুহবোৰ, এমুঠি খাই গধূলিতে শুই পৰে।

বাবৰহঁতক ইব্ৰাহিমৰ ঘৰলৈ লৈ যোৱা হ'ল। সৰু চাপৰ এটা খেৰী ঘৰ। তাতে দীঘলীয়া এখন মেজ আৰু তাৰ দুফালে দুখন বেঞ্চ পৰা আছে। তাৰ সিফালে আছে এখন খাট।

বাবৰে বুজিবৰ চেষ্টা কৰিলে এইখন হোটেল নেকি। কিন্তু এনেকুৱা গাঁৱত হোটেল কোনে দিব? খাবই বা কোনে?

বাবৰহঁত গৈ পোৱাৰ লগে লগে ভিতৰৰ পৰা মুখত এমুখ পকা দাড়িৰে এটা মানুহ ওলাই আহিল। চালাম দি মানুহটোৱে বাবৰৰ মুখলৈ থৰ লাগি চালে, বাবৰেও চালে, মানুহটোক তাৰ ক'ৰবাত দেখা যেন লাগিল।

লগত আহা দোকানী ডেকাটোৱে বুজাই ক'লে, "এইটো ইব্ৰাহিমৰ ঘৰ। এইয়া তাৰ হোটেল। হোটেল আৰু কি, কেতিয়াবা ক'ৰবাৰ কোনোবা বাহিৰা মানুহ আহিলে ভাত চাহ ৰান্ধি খুৱায়। থাকিবলৈও বিচনা পাতিৰ যোগাৰ কৰি দিয়ে। সদায় তো মানুহ নাহে, কেতিয়াবা আহে। ইব্ৰাহিম আজি নাই নেকি জালাল চাচা?"

বাবৰে সুধিলে, "তোমাৰ নাম জালাল চাচা—মানে—?"

"তোমাৰ নাম কি বাবৰ ছেখ?"

বাবৰ বেঞ্চখনতে বহিল। কিছু চিন্তা কৰি বাবৰে সুধিলে, "দেশৰপৰা আমি একেলগে অহা নাছিলোঁনে? তোমালোক ইয়ালৈ কেতিয়া আহিলা? আজিকালি ইয়াতে আছানেকি?"

"তোমালোকক ভাত পানী দি লওঁ, বহুত কথা। লাহে লাহে ক'ম। গা-পা ধুবানেকি?"

বাবৰে দোকানী ল'ৰাটোৰ কৌতূহল নিবাৰণৰ কাৰণে ক'লে,

"আজি ছয়-সাত বছৰ হ'ল। আমি দেশৰ পৰা একেলগেই আচামলৈ আহিছিলোঁ। তোমালোকতো ৰংগীয়াত নে ক'ত নামিছিলা, নহয় ?"

জালাল বুঢ়াই ক'লে, "বহুত নামিলোঁ, বহুত উঠিলোঁ, শেষত আল্লাই এইখিনি পোৱাইছেহি। তোৰ কোনো খবৰেই পোৱা নাছিলোঁ। আজিকালি ক'ত আছ ?"

বাবৰক জালালে আগৰ সম্বোধনেৰেই তই মই কৈ মতা আৰম্ভ কৰিলে।

দোকানীয়ে ক'লে, "তোমালোকৰ চিনাকি মানুহকে লগ পালা। ভাত পানী খোৱা, কথা বতৰা পাতা, আৰাম কৰা, কাইলৈ কথা বতৰা পাতিম দেই।"

বাবৰে দোকানী ল'ৰাটোক আৰু এটা ছিগাৰেট দিলে। সি বৰ ভাল পালে, মাত লগাই সি গুচি গ'ল।

বাবৰহঁতে ভাত খালে। মাছ, ডাইল, আলুভজাৰে ভালকৈয়ে ভাত দিলে। খোৱাবোৱাৰ পাছত জালালে ক'লে, "তোক বহুত দিনৰ মূৰত দেখা পালোঁ। চিনিবই পৰা নাছিলোঁ। তইতো বে'চ শকত আৱত জোৱান হৈ গ'লি। তথাপি ক'ৰবাত দেখা দেখা যেন লাগিছিল। ইয়াতো শুই থাকিব পাৰ। পিছে ইয়াত নেলাগে থাকিব, তই আমাৰ ঘৰলৈকে ব'ল। এইয়া ওচৰতে, মই ইয়াত ইব্ৰাহিমৰ ঘৰত কামহে কৰোঁ। নিজৰ ঘৰত থাকোঁ। ব'ল, ভাত খোৱাৰ পইচা ৰাতিপুৱা দিলেও হ'ব।"

ইব্ৰাহিমৰ তামোলে-পাণে ভৰা আহল-বহল বাৰীখনৰ পৰা অলপ নিলগতে সৰু এচিটা মাটিত ছুটা জুপুৰী খেৰী ঘৰ। তাতেই জালালহঁত থাকে। জালালৰ ঘৈণীয়েক মৰিছে, এতিয়া আছে জীয়েকজনী আৰু জালাল।

"বজলু ক'লৈ গ'ল ?"

"তাৰ কথা আৰু নুলিয়াবি। বহুত আশা দি আমাক লৈ

আহিল আচামলৈ। আমিও আহিলোঁ তাৰ কথাতে নিৰ্ভৰ কৰি। পিছে সি আনি দলনিত পোনা মেলিলে। কিছুদিন আমাৰ কি যে না-জল, না-থল অৱস্থা হ'ল—। আজি অ'ত কালি ত'ত কৈ গাঁৱে গাঁৱে ঘুৰি ফুৰিলে। এনেকৈ ফুৰোঁতেই মুছলিমাৰ মাক মৰিল। লোকৰ জমীনত কবৰ দিলোঁ। জামাতে অলপ পইচা তুলি দিলে, তাৰে তিলানি-জিয়াৰত কৰিলোঁ।" একেলগে বহুত কথা ক'লে জালাল বুঢ়াই। বুঢ়াৰ মাতটো কান্দো কান্দো হৈ ওলাইছিল। শুনি বাবৰৰ বেয়া লাগিছিল।

ভিতৰত বাবৰহঁতক বহিবলৈ মাটিতে কঠ এখন পাৰি দি জালালে ভিতৰৰ ফালে চাই চিঞৰিলে, "মুছলি—অ' মুছলি, কোন আহিছে, ওলাই চা।"

প্ৰথমে কাৰো সাৰসুৰ নাই।

তাৰ পাছত ইকবাৰ বেৰখনৰ সিপাৰে কাৰোবাৰ হাতৰ খাৰুৰ জুনজুননি শুনা গ'ল। বাবৰে সেইফালে এবাৰ চালে।

জালাল বুঢ়াই তেতিয়াও কথা কৈ আছিল, "বজলু যে ক'ত আছে, ক'ত নাই, সি জানে আৰু তাৰ আল্লাই জানে। মাজে মাজে দেশলৈও যায় বোলে। মানুহ আনে। দালালি কৰে, পইচা লয়। যোৱা বছৰ যে আমাৰ দেশত আকাল হ'ল সিয়ে বোলে বহুত মানুহ নি কলিকতাত মেলি দিলেগৈ—ক'লে ভাত খাবলৈ পাবি, কাম পাবি। কিমান মানুহ যে নাখাই মৰিলে!"

এনেতে ভিতৰৰপৰা এজনী গাভৰু ওলাই আহিল। তাই এখন ভাঠ, নীলা কপাহী শাড়ী পিন্ধিছে। তাৰে আগটো অকণমান ওৰণি যেন কৰি মূৰৰ ওপৰলৈও টানি লৈছে।

বাবৰে ছোৱালীজনীলৈ চালে, তায়ো ভয়ে ভয়ে চোৰা দি চকু তুলি তাৰ মুখলৈ চালে। এইজনী ছোৱালী সেই ছোৱালীজনী নহয় যেন লাগিল তাৰ।

"চিনিব পৰা নাইনেকি? এইটো বাবৰ, সেই যে দেশৰপৰা

আহোঁতে আমি একেলগে আহিছিলোঁ। ইয়ে মাজে মাজে তোৰ টোপোলাটো আনি দিছিলে, আৰু এটি ল'ৰা আছিল নহয়, কি নাম আছিল তাৰ ?"

"জাফৰ—" বাবৰে ক'লে।

বুঢ়াই ক'লে, "বাবৰহঁতে ভাত খালেই, এতিয়া আমাৰ ইয়াতে শুই থাকিব।—ই কোন ?"

বাবৰৰ লগৰ ডেকাটোৰ কথা সুধিলে জালাল বুঢ়াই।

"ই মোখ্‌লেছ, মোৰ লগত আহিছে।"

"তহঁত আহিলি বৰ ভাল হ'ল, কিছুদিন ইয়াত থাকিবি নহয় ?"

"থাকিব নোৱাৰিম, মোৰ ৰঙাপাহাৰত মিলিটাৰী ঠিকা আছে। খেৰ বিচাৰি আহিছোঁ।"

"কি খেৰ ?"

"ঘৰ চোৱা খেৰ, উলু হয়, বৰতা হয়, ঘৰ চাব পৰা হ'লেই হ'ল।" বাবৰে ক'লে।

ছোৱালীজনীয়ে সুধিলে, "ভাত ক'ৰবাত খাই, আমাৰ ইয়াত শুই থাকিবলৈ আহিছা। অইন ঠাইত কেলেই ভাত খাই আহিলা ?"

"তোমালোকয়ে ইয়াত আছা, মইতো ক'ব নোৱাৰোঁ।"

"এতিয়া তেনেহ'লে একো নোখোৱা নেকি ? মোক তুমি বুলি নেমাতিবা।"

"কেনেকৈ খাম ? পানী এক বদ্‌না দিয়া। অজু কৰি ঈছাৰ নামাজ পঢ়ি শুই থাকিম।"

ছোৱালীজনী একো নকৰাকৈ অলপ সময় থিয় দি ৰৈ থাকিল। তাই যেন কিবা এটা চিন্তা কৰিছিল, দুটা বাহিৰা মানুহক শুবলৈ দিবলৈ সিহঁতৰ বিচনা নাই। যেনেতেনে এখন বিচনা কৰা যাব পাৰে। তাত দুটা মানুহ শুব পাৰিব জানো ? বাট ঘৰটোতে বিচনা কৰি দিলে বৰ ভাল কথা নহ'ব। কিন্তু সিফালে ৰান্ধনী চালিখনৰ বাহিৰে মাজত মুঠেই কোঠালি দুটা—সৰু সৰু। এনেয়ে

এটাত বাপেক শোৱে, আনটোত তাই শোৱে। বাপেকৰ বিচনা বুলিবলৈ চাবি এখন, গাঁক এটা আৰু পুৰণি আঠুৱাখন। তাই কাঠৰ তক্তাপোছ এখনত শোৱে। এখন পাতল তুলি, তাৰ ওপৰত এখন ফটা শাড়ী বিচনা চাদৰ কৰি পাৰি লৈ অকণমান চেপেটা, তেলচিকটি লগা গাঁৰু এটাত মূৰটো দি তাই শোৱে। দিনটো কাম কৰিব লাগে, তাতে তাইৰ টোপনি আহে।

এতিয়া এটা নহয়, ছুটা আলহী। তাই কি কৰিব ভাবি ঠিক কৰিব নোৱাৰিলে।

জালালে ক'লে, "এৰা, ৰাতি হ'ল, নামাজ পঢ়ি শুই থাক, পানী দে মুছ্‌লি—"

বিশেষ খৰখেদা নকৰি মুছলিমাই ক'লে, "একো বেছি ৰাতি হোৱা নাই। সোনকালে ভাত খালেই বহুত ৰাতি নহয়।"

কৈ তাই ভিতৰলৈ গ'ল।

অলপ পৰৰ পাছত হাতত টিপচাকি এটা লৈ মুছলিমা আকৌ আহিল আৰু ক'লে, "পিছফালে পুখুৰী আছে। আহা মই চাকি দেখুৱাই দিম। তাতে অজুও কৰিব পাৰিবা, হাতমুখো ধুব পাৰিবা।"

"বাৰু গৈছো, কাপোৰকানি সলাই লওঁ—" বাবৰে ক'লে।

মোখ্‌লেছ আৰু সি ছুয়োটাই খাকী কামিজ পেণ্ট পিন্ধি আহিছিল। মুছলিমা ভিতৰলৈ গ'ল আৰু বাপেকক পিছ চোতাললৈ মাতি নি সৰু সৰুকৈ ক'লে, "ছুটা মানুহ যে আমাৰ ঘৰত শুবলৈ মাতি আনিলি, বিচনা আছে নেকি? ক'ত শুব?"

জালাল বুঢ়াই কথাটো এতিয়াহে চিন্তা কৰি চালে। পিছে বৰ ছুশ্চিন্তাত পৰা যেন নেদেখুৱাই ক'লে, "হব কিবা এটা দে, বাবৰহে —মাটিয়ে পাটিয়ে শুব ক'ৰবাত। মোৰ বিচনা আছে, তোৰ বিচনা আছে—"

"মোৰ বিচনা, তোৰ বিচনা—সেইবোৰ বিচনা নেকি?"

এনেতে গল খেকাৰি এটা মাৰি বাবৰ আগফালৰ কোঠালিটোৰ

পৰা ভিতৰ সোমাই আহিল। কম পোহৰৰ চাকিটোৰ পোহৰত কোঠাটো এবাৰ চালে—ভিতৰত বিশেষ একো নাই। এটা পুৰণি বাকচ, আৰু কেইটামান কিবাকিবি টোপোলা।

"এই পিনে আহা—" অলপ চিয়ঁৰিয়েই মুছলিমাই ক'লে।

বাবৰ পিছ চোতাললৈ গ'ল।

"পুখুৰীটো অলপ দূৰত—আহা বাৰু, বাবা, তই মোখলেছ ভাইক কি লাগে চা—" আগে আগে হাতত চাকিটো লৈ মুছলিমা আৰু পিছে পিছে বাবৰ পুখুৰীটোৰ ফালে আগ বাঢ়িল।

এজাক পাতলীয়া বতাহ মাৰিছিল। ৰাতিটো আন্ধাৰ, টিপ চাকিটোৰ খীণ কঁপা পোহৰ, চিকুণাই বন চোৰোকা এটা ঠেক বাট।

মুছলিমাই ক'লে, "তুমি বহুত শকত ডাঙৰ হ'লা। মই চিনিবই পৰা নাছিলোঁ।"

"তয়ো বহুত ডাঙৰ হ'লি।"

"ওঁ হৈছোঁ। আজিকালি মই ডাঙৰ টোপোলাও কঢ়িয়াব পাৰোঁ।"

"তহঁত ইয়ালৈ কেতিয়া আহিলি?"

"দুবছৰমান হ'ল।"

"তহঁতে এতিয়া কি কৰি চলিছ?"

"বাবা বুঢ়া হৈছে। হালকোৰ বৰকৈ কৰিব নোৱাৰে। ইব্ৰাহিমৰ হোটেলত ভাত চাহ বনায়। বাবা আগৰে খুব ভাল ৰান্ধনি। আগে দেশত থাকোঁতে গাঁৱৰ ভোজ চিন্নি বাবায়েই বনায়তো।"

"তয়ো কিবা কৰিছ নেকি?"

"মই চব কৰোঁ। গৰু খীৰাওঁ, আমাৰ ভাত বনাওঁ, কাৰোবাৰ কাৰোবাৰ পথাৰত ৰোৱা তোলা কৰি দিওঁ, হোটেলৰ কাৰণে মচলা হালধি বাটোঁ—ওঁ, এইয়া পুখুৰী, দলংখন পুৰণি—ভালকৈ যাবা—দেখিছা—?"

বাবৰে তললৈ চালে। পানী বেছি তলত নাই। দলংখনেদি অলপ নামি গ'লেই পানী।

"তুমি আজিকালি কি কৰা ?"

"মিলিটাৰীৰ ঠিকা কৰিছোঁ।"

"ক'ত থাকা ? ঘৰ-মাটি কৰিলা ?"

"সেইবোৰ বহুত কথা। ক'ম বাৰু।"

সি দলঙতে অজু কৰিবলৈ বহিল।

"বিয়া কৰালানে নাই ?"

মুছলিমাই সুধিলে।

"নাই কৰোৱা।"

"কেলেই নাই কৰোৱা ?"

বাবৰে উত্তৰ নিদিলে। অজু কৰাত লাগিল।

নিজকে কোৱাদি মুছলিমাই ক'লে, "মিলিটাৰীৰ ঠিকা কৰিছা, বিয়া কৰোৱা নাই ? মিছা কথা।"

অজু কৰি বাবৰ দলঙেদি ওপৰলৈ উঠি আহিল। তাই গামোচাখন আগ বঢ়াই দিলে।

"তোৰ বিয়া হ'লনে নাই ?" বাবৰে সুধিলে। তুমি-তামাৰ লৌকিকতা ইতিমধ্যে নোহোৱা হৈ গৈছে।

"মোৰ আকৌ বিয়া হয়নেকি ?"

"তাৰ মানে ?"

"তাৰ মানে মোৰ নিচিনা তৃতীয়া মানুহৰ ছোৱালীৰ বিয়া নহয়—"

"তইতো বেছ ধুনীয়া গাভৰুজনী হৈছ।"

"সেই বুলি আৰু কোনোবাই বিয়া কৰাব নেকি ? বাৰু ব'লা এতিয়া।"

আকৌ মুছলিমাই চাকিৰে বাট দেখুৱাই আগে আগে গ'ল। পিছে পিছে বাবৰে আহিল।

পিছ চোতাল পোৱাৰ আগতে মুছলিমাই ক'লে, "শুনা—"

"কি ?"

"আমাৰ ঘৰত বিচনা নাই। তোমালোক দুজন। ক'ত শুবা ?"

"হ'ব দে কিবা এটা। এটা ৰাতি জানিবা মুগুলোঁৱেই, তইঁত শুই থাকিবি। আমাৰ কাৰণে ভাবিব নেলাগে।"

বাবৰে নামাজ পঢ়ি উঠাৰ পাছত জালাল বুঢ়াই ক'লে, "শুনচোন মুছলি, আমাৰ ঘৰত ইহঁত শুবলৈ দিগদাৰি পাব। ময়ে মোখ্‌লেছে ইব্ৰাহিমৰ তালৈকে যাওঁ। হোটেলতে যেনেতেনে শুই থাকিম। বাবৰ ইয়াতে থাকক। তাৰ কাৰণেই তই এখন বিচনা কৰি দে। আমি যাওঁ ব'ল মোখ্‌লেছ, নহ'লে ইব্ৰাহিমে হোটেলৰ দুৱাৰ বন্ধ কৰিব।"

মুছলিমাই সুধিলে, "বাবাও তাতে থাকিবিনে কি ?"

"ওঁ—তইঁত শুই থাক। আহ মোখলেছ—"

জালাল আৰু মোখ্‌লেছ ওলাই গ'ল।

নামাজ পঢ়া পাটিৰ পৰাই বাবৰে ক'লে, "ৰাতিখন তইঁতক আমনিহে কৰিলোঁহি—"

মুছলিমাই ক'লে, "মই বিচনা কৰিছো, তুমি শুবলৈ আহিবা। আজি আৰু অলপ কষ্ট পাবা, দুখীয়া মানুহৰ ঘৰলৈ আহিলে কষ্ট হ'বই আৰু—"

মাত্ৰ 'দেশ' এৰি আচাম দেশলৈ আহোঁতে বাটত চিনাকি হৈছিল—একেলগে খোজ কাঢ়ি আহিছিল—একেলগে ৰেলেৰে আহিছিল। তাৰ পাছত এৰাএৰি হৈছিল। তেতিয়া মুছলিমা আছিল খীণ, নিশকতীয়া, প্ৰায় ক'লা এজনী নিৰ্বিশেষ ছোৱালী। তাৰ লগত, ক'বলৈ গ'লে, কথা-বতৰাও হোৱা নাছিল। মাত্ৰ তাই বলে নোৱৰা টোপোলাটো সি কঢ়িয়াই দিছিল, সিমানেই চিনাকি।

সেইজনীয়েই যে এইজনী ছোৱালী বুজিবৰ উপায় নাই। আজি মুছলিমা এজনী চকুতলগা দেখনিয়াৰ গাভৰু, তাই আগতকৈ বহুত বেছি মুকলিমূৰীয়া হৈছে। তাইৰ ভয়-সংশয়ো প্ৰায় নোহোৱা হৈছে।

"তুমি একো নোখোৱা নহয় ? মই জেনেহ'লে ভাত এমুঠি খাওঁ,

তুমি এতিয়াই শুবা নে পাছত শুবা ?” মুছলিমাই সুধিলে।

“অ’ তই ভাত খোৱাই নাই নহয়, বহুত ৰাতি হ’ল। খা লৈ যা, মই আছোঁ।”

“খঁপাত দিম নেকি ?”

“নেলাগে। মোৰ ছিগাৰেট আছে।”

“তেনেহ’লে তাকে খোৱা।”

বিচনাখনত বহি লৈ বাবৰে ছিগাৰেট এটা জ্বলালে।

বেৰখনৰ সিপাৰে ভাত খাই থকাৰ পৰাই মুছলিমাই ক’লে, “মোৰ ভাগৰে দুটামান খাবা নেকি ? মোৰ বেছি হৈছে।”

“মোৰ হৈ তয়ে খা—” বাবৰে ক’লে।

অলপ পৰৰ পাছত মুছলিমা মাজৰ কোঠালৈ আহিল।

“চাকিত তেল সৰহ নাই। সোনকালে শুই থাকা, আক কিবা লাগিব নেকি ?”

“তই ক’ত শুবি ?”

“মই সিফালে শুম, ৰাতি হ’লে আমনি চামনি নকৰিবা।”

চাকিটোৰ পোহৰ ক্ৰমে কমি আহিছিল। বাবৰো ভাগৰ লাগিছিল।

সি ক’লে, “আজিকালি তই বৰ কথা কোৱা হ’লি। আগে মুখৰ মাতেই নাছিল।”

“তোমাক লগ পাই মোৰ সঁচাকৈয়ে বৰ ভাল লাগিছে। ইয়াৰ ডেকাল’ৰাবোৰ জানা, চব বদমাইচ, চব গুণ্ডা।”

“সঁচা ?”

“বাবৈলে ক’তো ঠাই নাই কাৰণেহে ইয়াত এনেকৈ পৰি আছোঁ। বাবা বুঢ়া হৈছে। মোক লৈ ক’তনো কিমান ঘূৰি ফুৰিব ?”

“তইনো ইয়াৰ ল’ৰা এটাৰ লগত বিয়া নহব কিয় ?”

“ইয়াৰে তাৰে লগত বিয়া হ’ব পাৰিব কি ? আক কেইটা নহয়, ল’ৰাবোৰলৈ বিয়া কৰাবলৈ নিবিচাৰে, চয়তানী কৰিবলৈ বিচাৰি ফুৰে।”

মুছলিমাৰ খোলা আৰু পোনপটীয়া কথাবোৰৰ কাৰণে বাবৰৰ তাইলৈ মৰম লাগিল।

বাবৰে বিচনাত দীঘল দিলে। বিচনাখন টান।

"এইখন কাৰ বিচনা?" সি সুধিলে।

"ইয়াতে মই শোওঁ, বৰ টান পাইছা, নহয়?"

"নহয়, সেই কাৰণে কোৱা নাই।"

"আমাৰ জিন্দেগীয়েই টান। বিচনা ক'ৰপৰা কোমল হ'ব? যেনে তেনে শোৱা। লেমটোত তেল শেষেই হৈছে কিজানি।"

তাই টিপ চাকিটো জোকাৰি চালে, তেল শেষ।

"তয়ো শো গৈ যা—" বাবৰে ক'লে। মুছলিমাই ফু মাৰি লেমটো সুমুৱালে, কিন্তু ভিতৰলৈ নগৈ বাবৰৰ বিচনাখনৰ কাষলৈ আহিল।

"টোপনি আহিছে?" তাই সুধিলে।

"আহিব—"

"তোমাক বহুত কথা ক'বৰ মন গৈছে। আমাৰ কথাবোৰ ক'বলৈ কোনো মানুহ আজিলৈকে পোৱাই নাই জানিছা—"

বাবৰে বিচনাখনতে একাষৰীয়া হৈ দিলে। মাটিৰ পৰা এফুটমান ওখ খাটখন।

"বহচোন—"

মুছলিমা তাৰ কাষতে বহিল।

কোঠাটোৰ ভিতৰত ঘন আন্ধাৰ, কাকো কোনেও দেখা নাই।

"বজলু এটা চয়তান—" তাই ক'লে।

বাবৰে নিবৰে শুনি গ'ল

"সি আমাৰ বহুত লটিঘটি কৰিলে। অ'ৰপৰা তলৈ নিলে। সি বাবাৰপৰা একলাই নি মোক এটা তিনিজনী বৈণীয়েক থকা বুঢ়া মানুহলৈ বেচিব খুজিছিল…

"তাৰ পাছত?"

"সি নিজেও এটা গুণ্ডা—"

বাবৰে নেবাতিলে, চকু মুদি যতদূৰ তেজিয়াই কেৰা চেহেৰাটো এবাৰ মনত পেলাবৰ চেষ্টা কৰিলে। এবা, তেলেঙুৱা মানুহে কিজানি মানুহৰ ডিঙি কাটিবও পাৰে। মোৰ কিন্তু সি উপকাৰেই কৰিলে!

"আমাৰ ঘৰবাৰী, মাটি ভেটি একো নাই, সেইবুলি মান ইজ্জতো নাইনে কি?"

কি ক'ব বিচাৰি নেপাই বাবৰে ক'লে, "জালাল চাচাও বহুত বুঢ়া হৈছে।"

"হৈছে। ইব্ৰাহিম বেয়া মানুহ নহয়। কাৰবাৰ কৰে, খেতি আছে, টকা পইচা আছে। ল'ৰা ছোৱালী স্কুল কলেজত পঢ়াইছে। আমাক কৈছে, তইঁত ঘৰ বুলি থাক। এনেই খাবলৈ নেপাবি। কিবাকিবি কৰিবি—যি পাৰ। কষ্ট মেহনত ময়ো কৰোঁ, তইঁতেও কৰিবি। মোৰ লগত থাকিলে তোক কোনোৱে হিংসাবি কৰিব নোৱাৰে।"

"ইয়াত তইঁত ভালেই আছ?"

"কিছু নিৰাপদে আছোঁ। কিন্তু সুখ নাই। বাৰু তুমি শোৱা, ৰাতি বহুত হ'ল।"

বাবৰে অনুভৱ কৰিলে মুছলিমাৰ বেছি বয়স হোৱা নাই যদিও, জীৱনৰ পৰা তাইৰ তিতা-কেঁহা বহুত অভিজ্ঞতা হৈছে। কিন্তু তাইৰ মনৰ বল আছে। সেইটো ডাঙৰ কথা।

বাবৰ বিচনাতে বহিল, মুছলিমাৰ গাৰ কাষতে।

"বহিলা কিয়?"

"মোৰ কথাওতো তইঁতে নেজান?"

"কি জানিব লাগে আক? ঠিকাদাৰ হৈছা, বিয়া কৰোৱা নাই, ঢেৰ টকা—"

"সেইবোৰেই চব কথানেকি? শুন—মোৰো ঘৰবাৰী নাই। হৰিক গাঁওবুঢ়া নাহে, এখন ধনী লোকৰ ঘৰত থাকোঁ, এতিয়াও নিজৰ ঘৰ হোৱা নাই। মাটি অলপ অলপমান আছেহে চাগৈ।

টকাও অলপ কৰিছোঁ, নকৰা নহয়, পিছে ছবিফ গাঁওবুঢ়াৰ ঘৰৰ পৰা মই এতিয়াও গুচি অহা নাই।"

"কি কৰা ?"

"খেতিবাতিও কৰোঁ, হাট-বজাৰো কৰোঁ, আৰু এতিয়া অলপ মিলিটাৰী ঠিকা কৰিছোঁ।" বাবৰে ক'লে।

"সদায় তাতে থাকিবা নেকি ?"

"ছবিফ গাঁওবুঢ়া বৰ ভাল মানুহ।"

অলপ পৰ মনে মনে থকাৰ পাছত মুছলিমাই ক'লে, "বাৰু শোৱা, মই তোমাৰ টোপনি খটি কৰিছোঁ।"

বাবৰো অলপ পৰ মনে মনে থাকিল। ওচৰতে বহি থকা মুছলিমাৰ কেঁচা গাটোৰ পৰা কিবা এটা যেন কোমল গোন্ধ ওলাইছিল, হয়তো সেইয়া তাইৰ চুলিৰ গোন্ধ। বাবৰৰ ভাল লাগিল।

বাবৰে অনুভৱ কৰিলে যেন তাৰ কাষৰ পৰা মুছলিমা উঠি যাব খোজা নাই। কোঠাটোৰ ভিতৰত বৰ ডাঠ আন্ধাৰ।

লেমটোত সঁচাকৈয়ে তেল নাইনে ?

বাবৰে কিবা এটা ক'ব খুজিছিল, কিন্তু মুছলিমাই কৈ উঠিল, "তুমি বেয়া পাইছানে কি ?"

"কেলেই ? কিহৰ কাৰণে বেয়া পাম ?"

"মই তোমাৰ ওচৰত বহি আছোঁ, আৰু তুমি শুব পৰা নাই ?"

বাবৰে ক'লে, "মোৰ নিজা ঘৰবাৰী থকা হ'লে, আৰু তইঁতো যাওঁ বোলা হ'লে, মই তইঁতক মোৰ তালৈকে লৈ গ'লোঁহেঁতেন—"

"আমি কেলেই যাম !"

"নেযাব জানিছোঁ, কথাটোহে কৈছোঁ—" কিছু অপ্ৰস্তুত হৈ বাবৰে ক'লে। হঠাৎ মুছলিমা আন্ধাৰতে তাৰ কাষলৈ ঘূৰিল আৰু তাৰ ছয়ো বাহুত দুখন হাত থৈ মুখটো তাৰ মুখৰ অলপ ওচৰ চপাই নি ক'লে, "তোমাৰনো মই কি হওঁ যে তোমাৰ লগত গৈ থাকিম ? তুমি এতিয়াও সৰু ল'ৰা হৈ আছা—"

"সক ল'ৰা ? মই মিলিটাৰী কন্ট্ৰেকটৰ জান ?"

"হৈছে, হৈছে। বৰ কনেষ্টেকৃটাৰ। কিমান টকা হৈছে ? এজনী ছোৱালী পুহিব পাৰিবা ?"

বাবৰে কিবা উত্তৰ দিব খুজিছিল। মুছলিমা বিচনাৰ পৰা নামিল আৰু তাৰ কাষৰ পৰা আঁতৰি আহিল।

"তোমাক বহুত আমনি কৰিলোঁ—বেয়া নেপাবা দেই। তোমাৰ টোপনি আহিছে—শুই থাকা—কৈ মুছলিমা আঁতৰি গ'ল।

"মুছলিমা—"

"মই শুইছো, এতিয়া আৰু নেমাতিবা, বাতিপুৱা সোনকালে উঠিব লাগিব নহয়—"

বাবৰ বিচনাত পৰিল, সি ক'ব খুজিছিল, 'বেয়া নেপায় যদি ইয়াতে মোৰ বিচনাতে শুই থাক। মোকহে সক ল'ৰা বুলিছ, তইনো কি বৰ ডাঙৰ ছোৱালীজনী—'

কিন্তু সি একো ক'ব নোৱাৰিলে।

সেই বুলি ক'লে হয়তো মুছলিমাই কৈ দিব, "তোমাক অলপ ভাল বুলি ভাবিছিলোঁ, কিন্তু তুমিও বদমাইছ।"

বাবৰে শুবৰ যত্ন কৰিলে।

বিচনাখন আচহুৱা নাইবা টান কাৰণেই হওক বা বাতিটো আন্ধাৰ কাৰণেই হওক, তাৰ টোপনি শেহ বাতিহে আহিল।

জালাল বুঢ়া আৰু মোখ্‌লেছ আহি দেখিলেহি মুছলিমাই উঠি চাহ-জলপান বনাইছে আৰু বাবৰ তেতিয়াও লালকাল দি শুই আছে।

বাবৰহঁতে চাহ খোৱাৰ পাছত জালালৰ ঘৰলৈকে ইব্ৰাহিমো আহিল। সেই দিনটোৰ ভিতৰতে বাবৰে একলাখ খেৰৰ ব্যৱস্থা কৰিলে। আৰু ইব্ৰাহিমকে আৱশ্যকীয় আগধন দিলে। মুছলিমাৰ কথাবতৰাই তাৰ বিশ্বাস হৈছিল যে ইব্ৰাহিম সৎ আৰু বিশ্বাসযোগ্য মানুহ।

আৰু এদিন থাকি যাবৰ কাৰণে জালালে বাবৰহঁতক কৈছিল। কিন্তু বাবৰে ক'লে, "আমাৰ ঘৰ এৰা তিনি চাৰি দিন হ'ল, বহুত লোকচান

হ'ব। আকৌ কেতিয়াবা পাৰিলে আহিম।” তাৰ পাছত মুছলিমাৰ কাণে চাই ক'লে, “মুছলিমা দলুৰী হৈছে। মোৱা বাতি মোৰ লগত বহুত কাজিয়া কৰিছে। তাইক যিমান সোনকালে পাৰা কাৰোবালৈ বিয়া দি দিয়া। হোৱা, এইকেটা টকা ৰাখা। খবৰ দিবা আৰু টকা পঠিয়াই দিম—” কৈ এখন এশটকীয়া ন'ট জালালৈ আগ বঢ়ালে।

“এই পইচা নো কেলেই দিছ। আমি যেনেতেনে চলি আছোঁ—আল্লাই চলাইছে। দিছ যদি মুছলিকে দে—”

ন'টখন হাতত লৈ মুছলিমাই ক'লে, “বাপ্‌ৰে বৰ ডাঙৰ নোট। এইখনেৰে কেইখন বিয়া পাতিব পাৰি বাবা—”

জালালৰ সাক্ষাতত বাবৰে মুছলিমাৰ লগত চুপতি নকৰাই ভাল হ'ব বুলি ভাবিলে। তথাপি ক'লে. “তোৰ নিচিনা কামী ছোৱালী দহজনীৰ বিয়া পাতিব পৰা যাব।”

মুছলিমাই গামোচা এখনেৰে বান্ধি টোপোলা এটা দিলে। বাবৰে ল'লে। সুধিলে, “কি দিছ ?”

“তোমাৰ নিচিনা দহোটা ল'ৰাৰ বিয়া পাতিব পৰা জলপান চিৰা মুড়ি, গুৰ, কেঁচা জলকীয়া—চব দিছোঁ।। বাটতে খাই শেষ কৰি নেপেলাবা, লৈ যোৱা।”

বাবৰহঁতক জালাল বুঢ়া আৰু মুছলিমাই ভালেমান দূৰলৈকে লগে লগে আহি আগ বঢ়াই দিলে। এৰাএৰি হ'বৰ সময়ত জালালে ক'লে, “মোৰ দিনকেইটা যেনেতেনে ইয়াতে কটাওঁ বুলি ভাবিছোঁ, আৰুনো কেইদিন বাচিম ? মোৰ চিন্তা হ'ল মুছলিক লৈ। তই যে আমাৰ ইমান ওচৰতে আছ নেজানিছিলোঁ। সৈখনৰ ইপাৰ সিপাৰহে, তই আহিব নোৱাৰ যদি কেতিয়াবা আমিয়েই ভলায়গৈ।”

“এৰা তোমালোকেই কেতিয়াবা যাবা, মই [illegible] আৰু মিলিটাৰী কেম্পতে থাকোঁ। মোক লগ নেপালেও ছবিৰ [illegible] সকলোৱে চিনি পায়। তেওঁৰ ঘৰলৈকে যাবা।”

তাৰ পাছত বাবৰ আৰু মোখ্লেছ গ'লগৈ।

সোতৰ

নাৰেৰে নৈ পাৰ হৈ, মাজে মাজে খোজ কাঢ়ি, আৰু এডোখৰ কোনোবা মিলিটাৰী ঠিকাদাৰ এটাৰ ট্ৰাকেৰে আহি দুদিনৰ মূৰত বাবৰহঁত ঘৰ পালেহি। গোটেই বাটছোৱা বাবৰৰ মনটো আনন্দ স্ফূৰ্তিত আছিল। বাটৰ কষ্টবোৰ তাৰ কষ্ট যেন নেলাগিল।

কিন্তু ঘৰ পাই যেতিয়া দেখিলে হবিৰ গাঁওবুঢ়াৰ টান অসুখ, মুহূৰ্ততে তাৰ মনৰ সকলো আনন্দ নোহোৱা হৈ গ'ল। বুঢ়াক লৈ সকলো ব্যস্ত আৰু চিন্তিত হৈ পৰিছে। ডাক্তৰ আহিছে, চিকিৎসাও পুৰামাত্ৰাই চলিছে—তথাপি জ্বৰটো কমা নাই। এচৰ-পাঁজৰৰ মানুহৰ কথাই নাই, আনকি টাউনৰপৰাও দুই চাৰিজন ভদ্ৰলোক আহিছে গাঁওবুঢ়াক চাবলৈ, এতিয়াহে গাঁৱৰ বাহিৰে বুজিলে গাঁওবুঢ়াৰ প্ৰভাৱ-প্ৰতিপত্তি কিমান বহল আছিল।

বাবৰ আহিলত সকলোৱে ভাল পালে, তাক আজিকালি গাঁওবুঢ়াৰ ঘৰৰ চাকৰ বা পথাৰত কাম কৰা কামলা বুলি কোনোৱে নধৰে। সি গাঁওবুঢ়াৰ ঘৰৰে এটাৰ নিচিনা। আৰু ঠিকাদাৰী কৰি টকা অৰ্জন কৰাৰ কথা জনাজানি হোৱাৰ পাছত বহুতে তাক সমীহো কৰিবলৈ লৈছে।

বাবৰ আহি পালত যেন হবিৰ গাঁওবুঢ়ায়ো ভাল পালে, আৰু দেহ-মনতো কিছু বল পালে। তাতোকৈ সকলোৱে বেছি ভাল পালে যেতিয়া বাবৰে ক'লে যে ডিমাপুৰ বেছ হস্পিতালৰ এজন ডাঙৰ ডাক্তৰৰ লগত তাৰ চিনাকি আছে আৰু গাঁওবুঢ়াক এবাৰ চাবৰ কাৰণে সি ডাক্তৰক ইয়ালৈকে লৈ আহিব।

সকলোৱে বুজিলে মিলিটাৰী কনট্ৰাক্টৰ মানে ডাঙৰ মানুহ।

গাঁওবুঢ়াৰ ঘৰত হোৱা এই অভাৱনীয় ঘটনাটোৱে গাঁওবুঢ়াৰ ঘৰখনৰ পুৰণি ধৰণ কৰণ, নীতি নিয়মলৈ সকলোৰে অলক্ষিতে কিছু পৰিৱৰ্তন আনিলে, কেইবা বছৰো থাকি ঘৰুৱা হৈ পৰা সত্বেও গাঁওবুঢ়াৰ ঘৰৰ তিৰোতামানুহ থকা কোঠালৈ বাবৰ কোনোদিনে সোমাব নোৱাৰিছিল। সেইয়া তাৰ কাৰণে আছিল নিষিদ্ধ ঠাই।

কিন্তু বুঢ়াৰ বেমাৰৰ কাৰণে বুঢ়াক মাজৰ এটা ভিতৰ কোঠাত ৰখা হ'ল। তালৈ ডাক্টৰ-কবিৰাজ, বেজ-মৌলবী যোৱাৰ উপৰিও এতিয়া বাবৰো যাব পৰা হ'ল। ফলস্বৰূপে গাঁওবুঢ়াৰ ঘৰৰ ভিতৰ-বাহিৰলৈ বাবৰৰ প্ৰায় অবাধ প্ৰৱেশৰ পথ মুকলি হ'ল, ঘৰৰ জীয়াৰী-বোৱাৰী আৰু বাবৰক দেখি নপলোৱা হ'ল। বৰং চাই যোৱা ডাক্টৰে কি ক'লে, কোনটো ঔষধ খাবলৈ কৈছে, কোনটো খাবলৈ বন্ধ কৰিছে, এইবোৰ কথাও তিৰোতা মহলে বাবৰকে সুধিব ধৰিলে। বাবৰে ঘৰখনত নিজৰ স্থান সম্পৰ্কে এটা নতুন ধাৰণা কৰাৰ সুযোগ পালে।

কথামতেই বাবৰে মিলিটাৰী ডাক্টৰ আনিলে। ডাক্টৰে ভালকৈ পৰীক্ষা কৰি চাই ক'লে, "ৰোগী বাচি থাকিব, সেইবাবে চিন্তা কৰিবলগীয়া বিশেষ নাই। কিন্তু গোটেই জীৱন ধঁপাত খোৱাৰ কাৰণে আৰু বয়সৰ কাৰণে তেওঁৰ কাহটো সহজে ভাল কৰিব পৰাটো টান হ'ব।" লগতে ডাক্টৰে ক'লে, "গাঁওবুঢ়াই আগৰদৰে পথাৰ সমাৰলৈ যোৱা কমাব লাগিব, পৰাপক্ষত গৰমপানীহে ব্যৱহাৰ কৰিব, আৰু ভালেমান দিনলৈ নিয়মমতে দৰব খাব লাগিব, আৰু কিছুমান বস্তু খোৱা একেবাৰে বাদ দিব লাগিব।... ..

কথাবোৰে ছবিৰ গাঁওবুঢ়াক অকণো সন্তুষ্ট কৰিব নোৱাৰিলে। যিজন মানুহে জন্মাৰধি ধাঁহনি বননি মুকলি পথাৰ যেনেকা মাটিৰ লগত লেটিপেটি লৈ জীৱন কটাইছে, সেই মানুহজন এই সকলোবেপৰা নিলগত দাৱাই খাই বিচনাত পৰি থাকিব লাগিব, [illegible] কেইমাহ

বা কেইবছৰমান জীয়াই থাকিবৰ কাৰণেই, সেইটোৱে গাঁওবুঢ়াক বিশেষ একো আনন্দ দিব নোৱাৰিলে।

আৰু গাঁওবুঢ়াৰ আছিল আল্লাৰ ওপৰত আৰু তকদীৰ বা ভাগ্যৰ ওপৰত একান্ত বিশ্বাস। ডাক্টৰে কি জীয়াই ৰাখিব; যদি আল্লাই নেৰাখে!

কিন্তু আপোন পৰিয়াল, গঁএগ, বাইজ আৰু শুভাকাংক্ষী সকলোৱেই গাঁওবুঢ়াক টানি পৰামৰ্শ দিলে যেন ডাক্টৰৰ পৰামৰ্শ মানি চলে, আৰু দুনীয়াদাৰীৰ কাৰণে কায়কষ্ট কম কৰি, এইকেটা দিন খোদা ৰছুলৰ নাম লৈ, এবাজত বন্দেগী কৰি কটাবৰ যত্ন কৰে।

গাঁওবুঢ়াৰো এতিয়া তাকে কৰাৰ বাহিৰে উপায় নাছিল।

কিন্তু গাঁওবুঢ়াৰ এটা ধাৰণা হৈছিল যে তেওঁ আৰু সৰহ দিন নেবাচিব। তেওঁ নিজৰ মাটি সম্পত্তিবোৰৰ এটা দিহা লগাই যাবলৈ মনস্থ কৰিলে, তাৰ কাৰণে জামাতৰ মানুহ মতাই আনি তেওঁ কাক ক'ত কি দিব লাগিব তাৰ দিহা দিলে।

তেওঁৰ ঘৰত কাম কৰা কাম্লাবোৰক প্ৰত্যেককে কিছু কিছু মাটি দিলে।

সাঁচতীয়া ধনৰ ভাগ কোনে কিমানকৈ পাব লাগিব জনালে।

আৰু জীয়েক-পুতেকহঁতৰ কাৰণেও সম্পত্তি যথাৰীতি দিলে।

কোনোৱে কোনো আপত্তি নুতুলিলে।

বাবৰক ছৰিফ গাঁওবুঢ়াই এদিন কাষ চপাই মাতি আনি ক'লে, "বাবৰ, দেশত তোৰ মাৰ বাপেৰ, আপোন পৰিয়াল কোন আছে কোন নাই, এবাৰ খবৰ কৰি আহিবি। পিছে তই আৰু দেশলৈ ঘূৰি যাব নেলাগে, আচামতে থাকিবি। মেহনত কৰিবি, আল্লাই ইয়াতে সকলো দিব। পিছে বৰকৈ লোভ নকৰিবি, কাৰো হক নেমাৰিবি, বেঈমানী নকৰিবি। যাৰ কপালত আল্লাই কিমান থৈছে, সিমানহে পায়, বেছিও নেপায়, কমও নেপায়। একো নাই'ল নেপাওঁ বুলি হায়ো বিয়ো নকৰিবি, বহুত পাওঁ বুলিও একো

নকৰাকৈ বহি নেথাকিবি। দিওঁতাৰ গৰাকী আল্লাহ, নিওঁতাৰ গৰাকীও আল্লাহ।

"তোক এটা কথা কওঁ, বেয়া নেপাবি। তই যদি পাৰ ক'ৰবাত অলপ মাটি নিজৰ ধনেৰে কিন, এবিঘা দুবিঘা যি পাৰ। তাতে সকৈকে হওক, ডাঙৰকৈ হওক, তোৰ নিজৰ মতে এটা ঘৰ সজাই ল। মই তোক অলপ মাটি দিছিলোঁ, আৰু অলপ দিম। পিছে ঘৰ তোৰ নিজে কিনা মাটিত সজাবি, আৰু মই মৰাৰ পাছত তই আৰু আমাৰ ঘৰত নেথাকিবি, নিজৰ ঘৰলৈ যাবিগৈ।

"আৰু এটা কথা।

"তই ডেকা হৈছ। খোদা ৰছুলৰ হুকুম, দুনীয়াৰো নিয়ম, তোৰ দুপইচা হৈছেও—"

তলমূৰ কৰি বাবৰে কথাবোৰ শুনি গৈছিল। সি একো মতা নাছিল। ওচৰত আন কোনো নেথাকিলেও, বেৰৰ সিপাৰে যে ঘৰৰ তিৰোতা মানুহবোৰে কাণ-সৰালি মাৰি কথাবোৰ শুনি আছে, সি বুজিব পাৰিছিল।

ছৰিফ গাঁওবুঢ়াই অলপ চিন্তা কৰি ক'লে, "মোৰ এটা কাম বাকী থাকিল, সৰু ছোৱালীজনীৰ বিয়াখন আজিও পতা নহ'ল। তাইৰ গ্ৰাহক নোহোৱা নহয়, কেইবা ঘৰেও ধৰিবৰ মন কৰিছিল, এতিয়াও কৈ আছে।

"পিছে তাইৰ বিয়াৰ কাৰণে চিন্তা কৰা যিদৰে মোৰ দৰকাৰ, তোৰ বিয়াখনৰ কাৰণে চিন্তা কৰাও দৰকাৰ। তই যদি বেয়া নেদেখ, তোৰ বিয়াখন মই তাইৰ লগতে পাতি থৈ যাম বুলি ভাবিছোঁ। আগতে কথাটো তোক কোৱা নাছিলোঁ। পিছে মোৰ গাটো বেয়া হৈ গ'ল। আৰু কেই দিন হায়াত আছে ক'ব নোৱাৰোঁ। মোৰ মনৰ ভাবটো তোক ক'লোঁ, তই ভাবি-চিন্তি চা। কোনো জোৰ জবৰদস্তি নাই। তোৰ দিলৰ বাসনাক খুলি চাবি—কি হয় মোক জনাবি।"

বাবৰ হতভম্ব হৈ তলমূৰ হৈ বহাতে বহি থাকিল।

তাৰ জীৱনত কোনোবা দিনা এনে এটা প্ৰস্তাৱ স্বয়ং ছবিক গাঁওবুঢ়াই কৰিব এই কথা সি সপোনতো কল্পনা কৰিব পৰা নাছিল।

সি গাঁওবুঢ়াৰ জোৰবো নহয়, ফেৰবো নহয়। গাঁওবুঢ়াৰ এই সক ছোৱালীজনী বাণী সুখত ডাঙৰ হৈছে।

আৰু সি এতিয়াও গাঁওবুঢ়াৰ ঘৰৰ চাকৰ হৈয়ে আছে।

সি শুনা কথাবোৰ সঁচা নে মিছা বুজিবৰ কাৰণে তাৰ যেন গাটো চিকুটি চাবৰ মন গ'ল।

বেৰৰ সিপাৰে চেপা খুকুখুকনি আৰু চুপ্ লাগ কাবোবাৰ অহা যোৱাৰ শব্দ তাৰ কাণত পৰিল।

বাবৰৰ গাটো ঘামি গ'ল, তাৰ কাণমূৰ ৰঙা পৰিল।

সি বহি থাকিবও নোৱৰা হ'ল, উঠি আহিবও নোৱৰা হ'ল। তাৰ মূৰৰপৰা ভৰিলৈকে গোটেই গাটো সিৰসিৰাব ধৰিলে।

কিছুপৰৰ মূৰত গাঁওবুঢ়াই ক'লে, "মই কথাটো ক'লোঁ। দেশত তোৰ বাপেৰ মাৰ যদি এতিয়াও আছে, চিঠিপত্ৰ লেখি তই তেওঁলোকৰো মতটো ল। ৰলী-ৰাৱিছ মানি চলিব লাগে। তেওঁলোকৰ খুছীহে আচল খুছী..."

বাবৰ কিছুপৰ নিৰৱে বহি থাকিল, তাৰ পাছত নিৰৱে তলমূৰ কৰি বুঢ়াৰ কাষৰ পৰা উঠি আহিল।

আজিৰপৰা যেন তাৰ সমগ্ৰ চিনাকিটোৱেই সলনি হৈ গ'ল। সি আৰু অখ্যাত-অজ্ঞাত বাবৰ নহয়, ছবিক গাঁওবুঢ়াৰ ঘৰে-বাহিৰে কাম কৰা চাকৰ নহয়, সি হ'ব ছবিক গাঁওবুঢ়াৰ সক জোঁৱায়েক, হেডমাষ্টৰ মোবাৰকৰ ভনী জোঁৱায়েক, মইমুনাৰ, বাণীৰ স্বামী।

অবিশ্বাস্য, অভাৱনীয়......

তাৰ ভয় লাগি গ'ল।

এই সকলোবোৰ যদি সঁচা হৈ যায়, কেনেকুৱা যে হৈ যাব তাৰ জীৱনটো!

সি তাৰ কোঠাটোলৈ সোমাই গ'ল। চাৰিওফালে কোঠাৰ ভিতৰখন চালে, হঠাৎ তাৰ চকু পৰিল তাৰ গাঁকটোৰ কাষতে পৰি আছে এখন নতুন গামোচা—সিদিনা তাতে চিৰা-গুৰ বান্ধি দিছিল দৌলতপুৰৰ জালাল চাচাৰ ছোৱালী—মুছলিমাই। বৰ সাহসী, বৰ মনবলী ছোৱালী মুছলিমা— তাক বহুত দূৰলৈকে আহি আগ বঢ়াই দিছিলহি। মৰমলগা ছোৱালীজনী, দুখীয়া যদিও, জীয়াই থাকিবলৈ ভয় নকৰে।

গামোচাখনৰ ৰঙা ফুলপাহে বাবৰৰ ফালে চাই উপহাসৰ হাঁহি হঁহা যেন লাগিল বাবৰৰ।

কিন্তু সি চায়ে থাকিল।

গামোচাখনৰপৰা চকু আঁতৰাই আনিব নোৱাৰিলে।

## ত্ৰৈশ

প্ৰচণ্ড গতিবেগেৰে যুদ্ধ অসমৰ ফালে আগুৱাই আহিছে। জাপানী সৈন্য মণিপুৰ পাৰ হৈ নগাপাহাৰ লোমাইছেহি। দিনক ৰাতি কৰি, ক্ষয় ক্ষতিৰ মুখলৈ নেচাই, মিত্ৰপক্ষই প্ৰতিৰোধৰ চেষ্টা কৰিছে। যুদ্ধৰ আয়োজনেৰে অসমৰ বুকু ভৰি পৰিছে। সাধাৰণ মানুহৰ মনত ত্ৰাস, ভয়, আশংকাৰ খিখিয়নি। কেতিয়া কি হ'ব, কোনোৱে ক'ব নোৱাৰে। অন্যান্য ঠিকাদাৰৰ দৰেই বাবযো ব্যস্ত হৈ পৰিছে। নিতৌ নতুন নতুন ঠাইত সৈনিকৰ কেম্প বহিছে, উঠি গৈছে, নতুন কেম্প বহিছে। অস্ত্ৰবাহী যানবাহনৰ সংখ্যা দিনে দিনে বৃদ্ধি পোৱাৰ দৰে নিহত আহত সৈন্য কঢ়িয়াবৰ কাৰণে এম্বুলেন্স গাড়ীৰ সংখ্যাও বাঢ়িছে। শই শই আহত সৈন্যেৰে বে'ছ হস্পিতাল ভৰি পৰিছে।

বাবৰ ব্যস্ত।

এতিয়া কাৰো এটা মুহূৰ্তও ৰ'বৰ সময় নাই। সামৰিক বে-সামৰিক সকলো লোকৰে এটা চিন্তা হৈছে—জাপানীৰ আক্ৰমণৰ পৰা ৰক্ষা পৰা।

বাবৰৰ হাতলৈ টকা আহিছে মুঠা-মুঠে। নিতৌ নতুন ঠিকা পাইছে সি।

বাবৰে মিলিটাৰী কেম্পত থাকিবলৈ লৈছে। বহুত মিলিটাৰী অফিচাৰ তাৰ চিনাকি হৈছে, কেবেনী মহৰীবোৰতো চিনাকি হৈছেই। বিল এখন পাছ কৰি দিব লাগিলে সিহঁতকতো কম বেছি দিব লাগে। তদুপৰি যিকেটা কেৰেনীয়ে তাৰ বিল বনাই দিয়ে

সিহঁতেতো শকত ভাগ পায়। বাবৰে বিল বনাব নেজানে।

বাবৰ যেতিয়া ঘৰলৈ আহে, সি—গাঁৱৰ মানুহৰ ভাষাত—বস্তাত ভৰাই 'মেলটৰী নোট' আনে আৰু গাঁওবুঢ়াৰ ওচৰত জমা ৰাখে। তাৰ বাহিৰে ধন থোৱাৰ অন্য ঠাই নাই।

গাঁওবুঢ়ায়ো দেখি আচৰিত হয়—গোটেই জীৱন কষ্ট কৰিও তেওঁ যিমান ধন আৰ্জিব নোৱাৰিলে, বাবৰে আজি দুই-তিনি বছৰতে তাৰ দহ গুণ ধন আৰ্জিছে। অৱশ্যে আজিকালি ধন আগতকৈ সস্তা হৈছে। কিন্তু ধন ধনেই। চৰকাৰৰ ধন, মিলিটাৰীৰ ধনৰ মাজত কিহৰ পাৰ্থক্য আছে ?

যুদ্ধ সদায় নেথাকে। ধনো এনেকৈ সদায় নাহে। আৰু বাবৰো সদায় ডেকা হৈ নেথাকে।

এতিয়া ব'বৰ সময় নহয়।

খটাৰ সময়।

ধন খটাৰ সময়।

যুদ্ধৰ দিনত কেনেকৈ ধন ঘটিব লাগে তাৰ এটা ধাৰণা বাবৰৰ ইতিমধ্যে হৈছে। সি ধন ঘটাৰ সেই নিয়মটোৰ মাজত সোমাই পৰিছে। বহুত কথা তাৰ ভাল লগা নাই। কিন্তু যুদ্ধ বেছিদিন নেথাকে। যুদ্ধৰ দিনৰ অনিয়মবোৰো বেছিদিন নেথাকে। সাঁচিব পাৰিলে ধন থাকিব।

ইয়াৰ মাজতে বাবৰে সোমাই নৈৰ পাৰত পাঁচ বিঘা মাটিও কিনিলে এজন লালুং মানুহৰপৰা সস্তাতে পালে। সি ঘৰ এটা এতিয়াই সজাব নে নসজায় চিন্তা কৰিলে। সজালে সি সৰুকৈ এটা ধুনীয়া আটোমটোকাৰি পকী ঘৰকে সজাব। মিলিটাৰী যিবোৰ অফিচাৰৰ লগত তাৰ খাতিৰ হৈছে, তেনেকুৱা দুই চাৰি অফিচাৰক ক'লে, তাক লোহা ছিমেণ্ট দি সহায়ো কৰিব পাৰে। তেতিয়া এনেই বজাৰত পাবলৈ নোহোৱা বস্তু সি সস্তাতে বা এনেয়ে পাই যাব পাৰে। জিংপাতহে পাবলৈ টান।

কিন্তু কাহুতে পৰামৰ্শ দিলে যে এই সময়ত তেওঁলোকে ধন অজোলাত সময় আৰু ধন খৰচ কৰাৰ দৰকাৰ নাই। যুদ্ধ শেষ হ'লে, বহুত বস্তু এনেয়ে পোৱা যাব। এতিয়া বাৰীখন ভালকৈ পতাই থলে, আৰু যি পাবে লোহা কাঠ গোটাই থলে, ঘৰ যথাসময়ত মনৰ মোখাৰে সজাব পাৰিব।

বাকৰনো তেতিয়া সময় নাছিল।

আৰু তাৰ বিয়াখনো এতিয়াই পাতি পেলাবৰ মন নাছিল। তাৰ ঠিকাদাৰ বন্ধু হৰিহৰ শৰ্মাৰ মতে এতিয়া বিয়া পাতিলে সি ৱাৰ কোৱেলিটি বিয়া হ'ব। যুদ্ধ শেষ হওক, বিয়া ধীৰে-সুস্থে পতাই ভাল হ'ব।

আনহাতে কিন্তু ছবকি গাঁওবুঢ়াৰ পক্ষৰপৰা বিয়াখন সোনকালে পাতি পেলাবৰ কাৰণে, পোনপটীয়াকৈ নহ'লেও, কিছু শকীয়নি আৰু তাগাদাও আহিব ধৰিলে। ঘৰলৈ আহিলে আৰু গাঁওবুঢ়াৰ কথাবোৰ মনলৈ আহিলে, বিয়াখন তাৰ পাতি পেলাবলৈ মন যায়, কিন্তু ঘৰ এৰি মিলিটাৰী কেম্প পালেই তাৰ সেই চিন্তা তল পৰে। সি ধন ঘটাৰ কামত ব্যস্ত হৈ পৰে।

ৰাতি শুৱৰ সময়ত বিচনাত পৰি চকু মুদি সি কল্পনা কৰে: এখন নদন-বদন বিৰাট বাৰীৰ মাজত এটা ধুনীয়া সৰু ঘৰ। ভঁৰাল, গোহালি, খেৰঘৰ, তাৰ খেতি-পথাৰত কাম কৰা চাকৰ-বাকৰ কামলাবোৰ থকা ঘৰ। ঘৰৰ মজিয়াত গাঁওবুঢ়াৰ জীয়েক ৰাণী, তাৰ ল'ৰা-ছোৱালী, হাঁহি-খিকিন্দালি, দন-কাজিয়া… …

হয়তো সি নিজাকৈ এখন ছাইকেল ল'ব, তিনিখন গৰু-ম'হৰ গাড়ী থাকিব, হয়তো সি এখন মটৰো কিনি পেলাব, ৰাণী আৰু ল'ৰা-ছোৱালীক লৈ সেই মটৰেৰে সি ফুৰিবলৈ যাব—য'লৈকে মন যায়, ত'লৈকে……

কল্পনা কৰি, সপোন দেখি, তাৰ বৰ ভাল লাগে। এইখন জগতত সোমাই পৰিলে, তাৰ যুদ্ধক্ষেত্ৰৰ হাই-উৰুমি কোলাহলবোৰৰপৰা

বহুত নিলগত থকা যেন লাগে। তাৰ মনটো তাৰ শৈশৱৰ পৃথিৱীখনলৈ ঘূৰি যায়। সি ক'বই নোৱোৰাকৈ সি কিবাকিবি গীত গুনগুনায়। নিজৰ মাতটো তাৰ নিজৰে মিঠা লাগি যায়, সি অনুভৱ কৰে যেন কেনেবাকৈ তাৰ সপোনৰ জগতখন আৰু গীতৰ জগতখন এক হৈ গৈছে আৰু সেই জগতখনৰ অন্য এক নাম হৈছে তাৰ ভৱিষ্যৎ জীৱন, ক্ৰমে তাৰ ডিঙিৰপৰা মাতটো ডাঙৰকৈ ওলায় আৰু সি প্ৰায় চিয়ঁৰিয়েই গায়—

ও মন কান্দ অকাৰণ. যাৰে তুমি আপন ভাবো
সে নয় আপন জন, মনৰে।
মনৰে, সুখেৰ দিনে যাৰা তোমাৰ
থাকে সাথে সাথে
তাদেৰ তুমি পাওনা নাগাল
তোমাৰ দুঃখেৰ ৰাতে।
সবই নকল ভালবাসা—
আশাৰ আশাই থাকিয়ে তোমাৰ
মেলে নিৰাশা, মনৰে—
মনৰে, ঘৰ ছাড়িয়া বাইৰে কেন
বান্ধ তুমি ঘৰ,
পৰেৰে আপন কৰ, আপনা কৰ পৰ,
সবই হয়ৰে তোমাৰ ভুল
আঘাতে ব্যথাতে তোমাৰ
ভাঙে জীৱন ভুল—মনৰে।
মনৰে—আগে যদি তুমি কৰি ধৰো হাল,
ডুবে যাবে ভাঙা তৰী, হবে বেসামাল।
সবই নকল জুৱাচুৰি,
মুখে মুখে মিঠা কথা, ভিতৰে চাতুৰী ( মনৰে )।

## ঊনৈশ

ট্ৰাক এখনত বেত আৰু বাঁহ ভৰাই লৈ এদিন বাবৰ অাগীবোড়ৰ ফালৰপৰা আহিছিল। গিৰীণ মাষ্টৰৰ ঘৰৰ আগত গাড়ীখন ৰাখি সি সোমাই গ'ল, আজি কিছুদিন সি এইফালে আহিলেও, মাষ্টৰণী বাইদেউৰ খবৰ কৰিব পৰা নাই।

মাষ্টৰণী ঘৰতে আছিল।

প্ৰথমে সি এগিলাছ চেঁচাপানী খুজি খালে, তাৰ পাছত 'ছাৰ'ৰ খবৰ ল'লে।

ছাৰ আছে, কিন্তু গাটো সিমান ভাল নহয়, পিত্তশূল নে কিবা হৈছে। তেওঁলোক আজিকালি পলাই ফুৰিব লগা হৈছে। চৰকাৰে জেলত থোৱা মানুহবোৰো এৰি দিছে।

যুদ্ধ শেষ হওঁ হওঁ।

"তোৰ বিয়াখন পিছে কেতিয়ালৈ পাত ?" বাইদেৱে সুধিলে।

"মোৰ বিয়াৰ কথানো কোনে ক'লে ?"

"ক'ব লাগিছেনে আৰু! বিয়াখন খাবলৈ আমিতো মুখ টপালি আছো।"

"বাৰু সময়তহে দেখিম—" হাঁহি বাবৰে ক'লে।

"অলপ বহা দেই। চাহপানী এটোপা কৰোঁ—" বাইদেৱে ক'লে।

"নহ'লেও হ'ব বাইদেউ—মই খাইছোঁ।"

হঠাৎ কথা এষাৰ মনত পৰি বাইদেৱে ক'লে "অ' বাবৰ, তোক এজন মানুহে বিচাৰিছিল।"

"কোন মানুহ ?"

"তইঁতৰ 'দেশৰ' ফালৰ মানুহ।"

"ইয়াত যে মোক বিচাৰিলে ?"

"মানুহজন এইফালেই ক'ৰবাত আছে। তই মাজে মাজে আমাৰ এইফালে আহ বুলি কোনোবাই ক'লে হেনো, আমাৰ ঘৰলৈকে বিচাৰি আহিছিল।"

"আৰু কিবা কৈছিলনেকি ?"

"তোক বোলে লগ পোৱাৰ দৰকাৰ আছে। দেশৰ গাঁৱৰ কিবা খবৰ আছে বোলে, মোক নক'লে।"

"মানুহটোৰ নাম কৈছিলনেকি ?"

"জাফৰ বুলি কৈছিল।"

"জাফৰ ? জাফৰ এইফালে আছে নেকি ?"

"চিনি পাৱ ?"

"আমি একেখন গাঁৱৰে, একেলগেই ঘৰবাৰী এৰি অসমলৈ আহিছিলোঁ, পিছে এৰাএৰি হোৱাৰ পাছত আৰু কোনোদিন লগ পোৱা নাই। আজি সাত আঠ বছৰ হ'ল।"

অলপ চিৰা দৈ আৰু গুৰেৰে বাইদেৱে বাবৰক জলপান দিলে। বৰ তৃপ্তিৰে সি জলপান খালে। তাৰ পাছত ক'লে "বাইদেউ, জাফৰ যদি আকৌ কেতিয়াবা আহে, তাক যেনেতেনে মোক লগ ধৰিবলৈ ক'বা, ক'ত থাকে জনা হ'লে ময়ে বিচাৰি গ'লোহেঁতেন।" তাৰ পাছত সি ক'লে, "ছাৰকো লগ পাব লাগিছিল, আকৌ স্কুললৈ যাব নহয় ?"

"কি কবে ক'ব নোৱাৰোঁ। গাটো দেখোন বৰ ভাল নাই।"

বাবৰে এবাৰ ভাবিলে, ছাৰ আছে যেতিয়া বাইদেউক এতিয়া ছুটামান টকা দিলে কিজানিবা বেয়া পায়, কিন্তু গিৰীণ মাষ্টৰ আছিল যদিও ঘৰখনৰ অৱস্থা যে ভালৰপৰা বেয়াৰ ফালেহে গৈছে সেইটো বুজিবলৈ বাবৰৰ অকণো টান নেলাগিল। বাবৰৰ লগত তেতিয়া যথেষ্ট টকা আছিল। সি পেন্টৰ জেপৰপৰা চাৰিখন দহটকীয়া

ন'ট উলিয়ালে, আৰু মাষ্টৰণীৰ হাতলৈ আগ বঢ়াই দি ক'লে, "ভালেমান দিন এইফালে আহিবই পৰা নাছিলোঁ।"

বাইদেৱে ন'টকেইখন ললে আৰু ক'লে,"মই তো খুজিলোৱেইহেঁতেন, আমাৰ টকা পইচাৰ বৰ নাটনি চলিছে। আৰ্জন তো নায়েই—"

ইয়াৰ উত্তৰত কি ক'ব লাগে বাবৰে ভাবি নেপালে। কোনো মতে সি ক'লে, "বিয়া চিয়া এতিয়া নেপাতোঁ বুলিহে ভাবিছোঁ।"

কি এটা বুজিব নোৱৰা কাৰণত জানো বাইদেউক বাবৰৰ বৰ আপনজন যেন লাগে। হয়তো সুখৰ দুখৰ কথাবোৰ বাইদেৱে সুলুকুৱাই কয় কাৰণেই তাৰ তেওঁক কোনো সম্পৰ্কীয়া মানুহ যেন লাগে।

বাবৰ যাবলৈ উঠিছিল, এনেতে আহি গিৰীণ মাষ্টৰ ওলালহি।

"ছাৰ?"

গিৰীণে বাবৰৰ মুখলৈ চালে।

"বাবৰনে?"

"হয় ছাৰ। এই ফালে আহিছিলোঁ, আপোনালোকৰ খবৰ কৰি যাওঁ বুলি সোমালোঁ।"

"ভাল কৰিলি, বাইদেৱেৰে তোৰ কথা সকলো কৈছে।"

"আপোনাৰ গাটো বোলে বৰ ভাল নাই?"

"একেবাৰে ভাল নাই। গেষ্ট্ৰিক হৈছে। একো খাব নোৱাৰোঁ, গাঁওবুঢ়াৰ এতিয়া কেনেকুৱা?"

"বৰ ভাল নাই। এজ্‌মা কাহ হল নহয়,—ভাল নহ'ব বুলিহে ডাক্তৰে কৈছে।"

"গাঁওবুঢ়াৰ জীয়েকক বোলে তোলৈ বিয়া দিব খুজিছে?"

বাবৰে তলমূৰ কৰিলে, একো নক'লে।

"ছোৱালীজনী বৰ ধুনীয়া হৈছে—" মাষ্টৰণীয়ে ক'লে।

"আমাৰ স্কুলতে পঢ়িছিল, সিমান চোকা নহ'লেও বেয়া নাছিল।" কৈ গিৰীণ মাষ্টৰ ৰ'ল।

"পঢ়ানো এৰুৱাই দিলে কেলেই ?" মাষ্টৰণীয়ে সুধিলে।

"এওঁলোকৰ ছোৱালীবোৰ বেছি নপঢ়ায় নহয়। লোকৰ ছোৱালীক পঢ়া এৰুৱাই দিবলৈ কৈ নিজৰ ছোৱালীক পঢ়াই থাকিলে আনে গাঁওবুঢ়াক বেয়া নেপাব জানো ?"

"ককায়েকেই দেখোন হেডমাষ্টৰ ?"

"ককায়েকেহে এৰুৱাই দিলে, ছোৱালীজনী ঘৰখনৰ ভিতৰত মুমলীয়া কাৰণেই, বয়সো বেছি হোৱা নাছিল নহয়, অলপ আলসুৱা, যিটো কৰিম বোলে কৰে, যিটো লাগে বোলে লাগে, কিছুমান ল'ৰা-ছোৱালী তেনেকুৱা থাকেই। কোনোবাই ভাবে ৰাণী অহংকাৰী পিছে গাঁওবুঢ়াৰ সৰু ঘৈণীয়েকৰ সৰু জীয়েক অলপ অভিমানী হ'বই।" গিৰীণ মাষ্টৰে ক'লে।

হাতত লৈ থকা ন'টকেখন দেখুৱাই মাষ্টৰণীয়ে ক'লে, "বাবৰে আজিও এইয়া দিছে—"

মাষ্টৰে ক'লে, "মই একো আৰ্জন কৰিবপৰা নাই, পথাৰলৈকো যাব নোৱৰা হ'লোঁ—তোৰ কাববাৰ তেন্তে ভালেই চলিছে ?"

"চলিছে ছাৰ—"

"টকা পইচা এনেই উৰাই নিদিবি। যুদ্ধখন সদায় নেথাকে। যুদ্ধ শেষ হ'লে যুদ্ধৰ ঠিকাদাৰীও শেষ হ'ব।"

"সি বোলে এতিয়া বিয়া নেপাতে—" মাষ্টৰণীয়ে ক'লে।

"বিয়া ভাবি চিন্তি লাহে ধীৰে পতাই ভাল।" মাষ্টৰ ক'লে আৰু ভিতৰলৈ সোমাই গ'ল।

বাবৰে সুধিলে, "বাইদেউ, ছাৰে যে ৰাণীৰ কথা তেনেকৈ ক'লে ?"

"এটা বয়সত ছোৱালীবোৰ অলপ অভিমানী হ'য়েই। তাতে ধনী মানুহৰ মুমলীয়া ছোৱালী, আৰু তাইকতো তই দেখিছই—"

বাবৰে একো নক'লে।

কিছুপৰৰ মূৰত বিদায় লৈ বাবৰ গ'লগৈ।

## বিশ

কলিকতা মহানগৰীৰ অলিয়ে-গলিয়ে পূব বংগৰ ভোকাতুৰ মানুহৰ অভূতপূৰ্ব ভিৰ। য'তে ত'তে খাবলৈ নেপাই মৰা মানুহৰ মৰা শ। এই মানুহবোৰক কিবা খাবলৈ দি জীয়াই ৰখাৰ সমস্যাটোতকৈ চৰকাৰৰ ডাঙৰ সমস্যা হৈছে য'ত ত'ত মৰি পৰি থকা মানুহবোৰৰ শৰোৰ ক'ৰবাত পোতাৰ বা পোৰাৰ ব্যৱস্থা কৰাটোহে। ডাঙৰ ডাঙৰ হোটেল, মিলিটাৰীৰ ছাউনিৰ বাহিৰত পেলাই দিয়া মাংসৰ হাড, মাছৰ কাঁইট, ৰুটিৰ টুকুৰাৰ কাৰণে হাড়ছাল অৱশিষ্ট মানুহ আৰু ভোকাতুৰ কুকুৰৰ টনা-আঁজোৰা। এনেদৰে অমানুহ হৈ জীয়াই থাকিবৰ যত্ন কৰা, আৰু অমানুহ হৈ মৰাৰ মাজত কোনো পাৰ্থক্য নাই। তথাপি যিকেটা মুহূৰ্ত পাৰে মানুহবোৰে জীয়াই থাকিবৰ চেষ্টা কৰিছে। আমাক এমুঠি ভাত দিয়া, একাঞ্জলি ভাতৰ ফেন, নিসনি দিয়া, আৰু দুটা দিন বাচি থাকিবলৈ দিয়া।

মানুহবোৰ নোহোৱা হৈ গৈছে—আৰু একোটা শুকাই টোটোৰাপৰা পেট আৰু একোখন শুকান মুখ অৱশিষ্ট আছে। কংকালৰ কদৰ্য্য মিছিলেৰে মহানগৰৰ ৰাজপথ অলি-গলি ভৰি পৰিছে। সাম্ৰাজ্যবাদৰ শেষ অভিশাপ যেন মহামাৰী দুৰ্ভিক্ষৰ ৰূপ লৈ নামি আহিছে স্বাধীনতাকামী, অমিত বিপ্লৱীৰ জন্মভূমি বংগদেশলৈ। কিন্তু সাম্ৰাজ্যবাদ তেতিয়া সাম্ৰাজ্য ৰক্ষাৰ যুদ্ধত ব্যস্ত, ভাৰতীয় মানুহক ৰক্ষা কৰাৰ কোনো দায়িত্ব সাম্ৰাজ্যবাদে অনুভৱ কৰাৰ প্ৰয়োজন বোধ কৰা নাই।

পৰিয়ালবোৰ খানবান হৈ গৈছে। কলিকতা মহানগৰীৰ বুকুত

জীৱন বিচাৰি অহা সৰ্বস্বান্ত কৃষকৰ পৰিয়ালবোৰ ভোক আৰু মৰকৰ বিৰুদ্ধে যুঁজি জয়ী হ'ব নোৱাৰি বাটৰ কাষত দলে দলে পৰি মৰি নিশ্চিহ্ন হৈ গৈছে। চৰকাৰ ব্যস্ত নেচনেল ৱাৰ ফ্ৰণ্ট লৈ, নেচনেল যুক্তফ্ৰণ্টৰ কথা ভাবিবৰ অৱকাশ চৰকাৰৰ হোৱা নাই।

এই পৰিস্থিতিৰ—দুৰ্বোধ্য পৰিস্থিতিৰ জীৱন্ত ৰূপ বাবৰে দেখা পালে কলিকতালৈ গৈ। বে'চ হস্পিতালৰ ডাক্তৰ কুমুদ বানাৰ্জীৰ লগত বাবৰৰ আত্মীয়তা গঢ়ি উঠিছিল। বানাৰ্জীও ঢাকাৰ মানুহ। তেওঁৰ নিজৰ পৰিয়ালৰ অৱস্থা সিমান বেয়া নহয়, যদিও তেওঁলোকৰ আপোন আৰু সম্পৰ্কীয় বহুত মানুহ গাঁৱত আছিল আৰু তেওঁলোকৰ অৱস্থা ভাল নাছিল। ডাক্তৰ বানাৰ্জী লেফ্‌টেনেণ্ট কৰ্ণেল ৰেংকৰ ডাক্তৰ—ভাল ছাৰ্জন। মিলিটাৰী হস্পিতালত—বিশেষকৈ যুদ্ধক্ষেত্ৰৰ অগ্ৰৱৰ্তী অঞ্চলত থকা বে'চ হস্পিতালত সাধাৰণ ৰোগীতকৈ যুদ্ধত হতাহত হোৱা জখমী মানুহেই বেছি, আৰু তাত ছাৰ্জনৰ কাম বৰ বেছি। ডিমাপুৰ বে'চ হস্পিতালত জমা কৰা হৈছিল ইম্ফল, কোহিমা আদি ঠাইত আহত হোৱা সৈন্যবোৰ। আহত সৈন্যৰ কাটি পেলোৱা হাত ভৰিবোৰ পেলাবলৈকো তাত এটা সুকীয়া পুখুৰী খানিব লগা হৈছিল।

ডাক্তৰ বানাৰ্জীয়ে বিয়া কৰাইছিল কলিকতাৰপৰা। পৰিবাৰে এটা স্কুলত শিক্ষকতা কৰিছিল—ভৱানীপুৰত। তেওঁৰ ল'ৰা-ছোৱালীও মাকৰ লগতে আছিল।

পূব বংগত আকাল হোৱাত ডাক্তৰৰ কিছু আত্মীয় মানুহ ঘৰবাৰী এৰি আহি ডাক্তৰৰ কলিকতাৰ ঘৰত আশ্ৰয় লৈ আছেহি হেনো। ডাক্তৰণীৰ বৰ অসুবিধা হৈছে। যেনেতেনে খাবলৈ ভাত জলপান দিছে, যদিও শুব থাকিবলৈ দিবলৈ ঠাইৰ নাটনি হৈছে। মতা মানুহবোৰ বাহিৰত শুবলগীয়া হৈছে। আৰু সিহঁতে কোনো কাম-কাজো যোগাৰ কৰিব পৰা নাই।

এইবোৰবো বুজ লবৰ কাৰণে, আৰু পৰিবাৰ, ল'ৰা-ছোৱালীবো

খবৰ কৰিবৰ কাৰণে ডাক্টৰ বানাৰ্জী বাৰ দিনৰ ছুটিত কলিকতালৈ গৈছিল।

বাবৰে বহু প্ৰৱন্ধে খবৰ কৰি নিজৰ গাঁৱৰ আৰু সম্পৰ্কীয় মানুহৰ বিষয়ে ইমানকে জানিব পাৰিছিল যে গাঁওখনৰ বহুত মানুহ ইতিমধ্যে অনাহাৰত মৰিছে, আৰু কিছু মানুহ গাঁও এৰি ক'ৰবালৈ গুচি গৈছে। কোন ক'লৈ গ'ল সঠিক কোনোৱে ক'ব নোৱাৰে। বাবৰে সিহঁতৰ গাঁৱৰ কিছু মানুহ অসমলৈ আৰু কিছু মানুহ কলিকতালৈ যোৱা বুলি শুনিছিল, কিন্তু কোন গৈ ক'ত আছেগৈ, বাচি আছেনে নাই তাৰ সঠিক সম্ভেদ দিওঁতা কোনো নোলাল।

ডাক্টৰ বানাৰ্জী কলিকতালৈ যাব বুলি জানি, বাবৰো তেওঁৰ লগতে যাবলৈ ওলাল। দৰকাৰ যেন দেখিলে, আৰু সুবিধা কৰিব পাৰিলে এবাৰ সি নিজৰ 'দেশতো' পাক মাৰি আহিবগৈ, অৱশ্যে এই বিষয়ে সি কাকো জানিবলৈ দিয়া নাই, সি কিছু কাপোৰকানি এটা টিনৰ টছুকেচত ভৰাই ললে আৰু সৰু মোনা এটাত তিনি হেজাৰ টকা ভৰাই লৈ কঁকালত বান্ধি ললে, তাৰ ওপৰত কামিজ পেন্ট। বাহিৰৰ কোনেও জানিব নোৱাৰে।

বাবৰে কলিকতাৰ বহু কাহিনী ল'ৰা কালৰেপৰা শুনি আহিছিল। এই মহানগৰখন সম্পৰ্কে তাৰ এটা স্বপ্নিল ধাৰণা আছিল। আৰু জীৱনত কেতিয়াবা এবাৰ নহয় এবাৰ কলিকতালৈ যাবই—মনে মনে এই আশা পুহি ৰাখিছিল।

ডাক্টৰ কুমুদ বানাৰ্জীৰ লগত গৈ এদিন বাবৰ কলিকতা ওলালগৈ, আৰু একো আওভাও নোপোৱা চহৰখনত অচিনাকি ক'ৰবাত গৈ বিপদত পৰাৰ ভয়ত, প্ৰথমে অন্য ক'লৈকো নগৈ ডাক্টৰ বানাৰ্জীৰ ঘৰলৈকে গ'ল।

বাবৰ অবাক হ'ল।

এইখনেই এছিয়াৰ বৃহত্তম মহানগৰ কলিকতানে? এইখনেই হাজাৰ কাহিনীৰ পৃষ্ঠভূমি কলিকতানে? এইখানেই এসময়ৰ ভাৰতৰ

ৰাজধানী আৰু এতিয়াৰ বংগদেশৰ ৰাজধানী কলিকতানে ? এইখনতে থাকেনে ফজলুল হক, নাজিমুদ্দিন, ছোহৰাৱৰ্দি, ইস্পাহানী, বিধান ৰায়, আশুতোষ মুখাৰ্জী ?

ইয়াত দেখোন কেউফালে খাবলৈ নেপাই জকা কামিহাড় ওলোৱা নৰকংকালৰ বীভৎস চীৎকাৰ—মৰা, আধামৰা পুৰুষ তিৰোতা, ল'ৰা ছোৱালীৰ ভিৰ।

এইখন কি কলিকতা···

ইয়াৰ মাজতে সি পাঁচ দিন কোনো মতে থাকিল, অসমৰ চাৰি গুণ দাম দি সস্তীয়া হোটেলত লেতেৰা চাউল, ডাইলৰ পানী আৰু লাও-কোমোৰাৰ এক অদ্ভুত আঞ্জাৰে ভাত খালে।

আৰু গাঁৱৰ, দেশৰ কোনোবা চিনাকি মানুহ, কোনোবা আত্মীয়ক মানুহৰ ভিৰৰ মাজত ক'ৰবাত দেখা পায়নে বিচাৰিলে, আৰু-তাক খবৰ কৰিলে, সিহঁতৰ গাঁৱৰ ফালৰ মানুহ কোনফালে আছে—কোনোবাই জানেনে ?

কোনোৱে খবৰ দিব নোৱাৰিলে।

বাবৰে ভাবিলে এবাৰ নিজৰ গাঁৱলৈকে যাব নেকি ? কিন্তু সময় নাই। ঠিকাদাৰ মানুহ—যুদ্ধক্ষেত্ৰৰ কাম এৰি ঘূৰি ফুৰাৰ সময় এইটো নহয়। চিনাকি কাৰোবাক পালে বৰং কিছু টকাকে পঠিয়াই দিব। আনহাতে ডাক্টৰ বানাৰ্জীও আৰু সৰহ দিন কলিকতাত নেথাকে, অসমলৈ ঘূৰি যাব। বাবৰো ডাক্টৰৰ লগতে ঘূৰি যোৱাই সুবিধাজনক কথা হ'ব।

এদিন দুপৰীয়া।

শুকুৰবাৰ।

বাবৰে না-খোদা মছজিদত নামাজ পঢ়াৰ ঠিক কৰিলে। মছজিদলৈ সি সোনকালে ওলাই গ'ল—বহুত মানুহ হয়। সোনকালে নগ'লে নামাজ পঢ়িবলৈকে ঠাই পোৱা নেযায়। বিভিন্ন দেশৰ সৈন্য

বাহিনীত থকা মুছলমান সৈন্যবোৰেও জুমা নামাজ সেইটো মছজিদতে পঢ়ে। সৈন্য বিভাগৰ বহু মুখ্য কাৰ্য্যালয় কলিকতাতে আছে। বহু মিলিটাৰী অফিছাৰো জুমা নামজ পঢ়িবলৈ না-খোদা মছজিদলৈ আহে। কিন্তু নামাজ পঢ়িবৰ কাৰণে কিছু সোনকালে হোটেলৰপৰা ওলাই গৈ সি বিপদতহে পৰিল। মছজিদৰ গেটৰ মুখত হেজাৰ বিজাৰ মগনীয়াৰ ভিৰ—মতা মাইকী ল'ৰা, ছোৱালী, অন্ধ পঙ্গু ৰুগ্ন বেছিভাগ মানুহ খীণাই কংকালসাৰ হোৱা। মানুহবোৰৰ মুখবোৰ শুকান, চকু কোটৰত সোমোৱা, হাত ভৰিবোৰ খীণ, শৰীৰ বিবৰ্ণ, সিহঁতৰ গাত চিৰলি ফটা কাপোৰকানি, বহুতৰে গা ঢাকিব পৰাৰ জোখাৰে ফটাকানিও নাই।

মানুহবোৰৰ ফালে চাবলৈ বাবৰৰ ভয় লাগিল। মানুহবোৰ হিন্দুনে মুছলমান চিনিবৰ উপায় নাই, কোনো প্ৰয়োজনো নাই, এইয়া জীৱন্ত দুৰ্ভিক্ষ, মূৰ্তিমান আকাল,—সকলো নিৰ্লজ্জ ক্ষুধাৰ গ্ৰাসত পৰা একোটা জীৱনৰ ভগ্নাংশ। সিহঁতৰ মুখত এক অবিৰাম চীৎকাৰ—দিয়া, দিয়া, দিয়া—এটা পইচা দিয়া, অকণমান ভাতৰ ফেন দিয়া, তুমি খাব নোৱৰা কটিটুকুৰা কুকুৰক নিদি, মোক দিয়া,—জীৱন দিয়া—আহাৰ দিয়া। ··

শুকুৰবাৰ।

জুমা নামাজৰ দিন। সমবেত প্ৰাৰ্থনাৰ দিন।

কিন্তু মছজিদৰ চাৰিও দিশ ঘেৰি এইয়া বুভুক্ষু নৰকংকালৰ এক ভয়ানক মিছিল। কোনোৱে আল্লাৰ নাম লোৱা নাই। সকলোৰে মুখত একমাত্ৰ মন্ত্ৰ—ভাত দিয়া, ফেন দিয়া, এটা পইচা দিয়া—আৰু দুদিন জীয়াই থাকিবলৈ দিয়া। সমবেত এই চীৎকাৰে এক কৰুণ প্ৰাৰ্থনাৰ ৰূপ লৈছে। আজি এই মানুহবোৰৰ কাৰণে এমুঠি ভাতৰ বাহিৰে অন্য কোনো উপাস্য নাই, কোনো পূজ্য নাই। ভাতৰ বাহিৰে অন্য কোনো দেৱতাক, কোনো আল্লাক বিচাৰিবৰ অৱকাশ সিহঁতৰ আজি নাই।

ভুকীয়া মানুহবোৰে মছজিদৰ বাট ভেটি ধৰিছে। মানুহবোৰ থিয় হৈ থাকিব পৰা নাই, বহুতে বহিও থাকিব পৰা নাই। সৰহভাগ মানুহ শ্ৰান্ত ক্লান্ত—বহুতেই মাটিতে দীঘল দি পৰি আছে।

নামাজ পঢ়িবলৈ অহা মানুহবোৰে মছজিদলৈ সোমোৱাৰ উপায় কৰিব নোৱাৰি পৰি থকা মানুহবোৰৰ গাৰ ওপৰেদি ডেই গৈছে। নহ'লে নামাজলৈ পলম হৈ যাব।

বাবৰ আগ বাঢ়িব পৰা নাই। মানুহবোৰ সকলো তাৰ চিনাকি যেন লাগিছে। সিহঁতৰ মুখৰ কথাবোৰ তাৰ বুজি পোৱা যেন লাগিছে, মাজে মাজে তাৰ মনত ধাৰণা হ'ল যেন চাৰিওফালে পৰি থকা এই ভুকীয়া মানুহবোৰে চিয়ঁৰা নাই। সিহে চিয়ঁৰিছে—ভাত দিয়া, ফেন দিয়া জীৱন দিয়া ··এৰা, সিহে যেন চিয়ঁৰিছে।

মছজিদৰ মিনাৰৰপৰা এটা মিঠা, শক্তিশালী ধ্বনি উটি আহিল—

আল্লাহু আকবৰ আল্লাহু আকবৰ—আজানৰ মাতটো চাৰিওফালে বিয়পি গ'ল।

হঠাৎ ভুকীয়া মানুহবোৰৰ মুখৰ চীৎকাৰ স্তব্ধ হৈ গ'ল।

"এই আজান দিছে, চুপ্ কৰ—" কোনোবাই চিয়ঁৰি ক'লে। চিয়ঁৰি থকা, বিনাই থকা, কাকুতি কৰি থকা মানুহবোৰৰ মুখৰ মাত হঠাৎ বন্ধ হৈ গ'ল। হঠাৎ যেন মানুহবোৰ মৰি গ'ল। আৰু সিহঁতে কথা ক'ব নোৱৰা হৈ গ'ল।

কেইটামান মানুহ ডেই কিছু আগবাঢ়ি বাবৰে ঘুৰি চালে।

কোনো মৰা নাই। সকলোৱে চকু মেলি আকাশৰ ফালে চাই আছে। নিশকতীয়া হাতবোৰ ওপৰলৈ তুলি ভিক্ষা পাবৰ কাৰণে বাট চাই আছে—মাত্ৰ সিহঁতে আজানৰ মাত শুনি সিহঁতৰ মুখৰ মাত বন্ধ কৰিছে।

বাবৰ থিয় দিয়াতে ৰৈ গ'ল। তাৰ সন্মুখত যেন এখন বহল কবৰস্থান। এইবোৰ যেন সকলো মৰি কাঠ হোৱা মৰা শ—মুৰ-মুখ ওপৰলৈ কৰি, মুনাজাত কৰাৰ নিচিনাকৈ হাতবোৰ ওপৰলৈ তুলি

ৰৈ আছে—নিশ্চল, নিষ্কম্প হৈ। এই প্ৰাণহীন নৰকংকালবোৰেও যেন মুনাজাত কৰিছে, প্ৰাৰ্থনা কৰিছে।

কিন্তু এইয়া মৌন প্ৰাৰ্থনা নে মৌন অভিযোগ? তাৰ মনত লাগিল যেন এই মানুহবোৰ সকলো বিবস্ত্ৰ, উলংগ। সিহঁতে যেন সকলো লাজ, সকলো ভয়, সকলো আশা পাহৰি গৈছে। সিহঁত প্ৰত্যেকটোৱেই যেন একোটা মূৰ্তিমান প্ৰাৰ্থনা।

জুমা নামাজ পঢ়িবলৈ মছজিদলৈ খৰখেদাকৈ অহা মানুহবোৰে ইফালে সিফালে নেচাই মছজিদৰ ভিতৰ সোমাইছে। নহ'লে জামাত নেপাব, খোৎবা শুনিবলৈ নেপাব।

বাবৰেও দেখিলে, এনেকৈ থিয় হৈ এই মানুহবোৰৰ ফালে চাই থাকিলে সিও জামাতত ঠাই নেপাব। সি ঘূৰিল, আৰু আনবদৰেই পথালি দি পৰি থকা মানুহবোৰ ডেই ভিতৰ সোমাবৰ চেষ্টা কৰিলে।

আজানৰ মাত শেষ হোৱাৰ লগে লগে, মানুহবোৰে আকৌ চিয়ঁৰিবলৈ আৰম্ভ কৰিলে। বাবৰে ভাবিলে, বাহিৰত এই চীৎকাৰ চলি থাকিলে মছজিদৰ ভিতৰত নামাজীবিলাকে নামাজ পঢ়িব কেনেকৈ?

সি পৰি থকা মানুহ এটাৰ গা ডেই যাব খুজিছিল। হঠাৎ তাৰ ফালে চাই মানুহটোৱে চিয়ঁৰি উঠিল—বাবা—বাবা—

সি বৈ গ'ল। মাতটো তাৰ চিনাকি যেন লাগিল। সি তললৈ চালে, গোটেই দাড়িয়ে-গোফে ঢকা এখন মুখ, কোটৰত সোমোৱা দুটা চকু। কামিহাড় জকজককৈ ওলোৱা এটা খীণ গা—তথাপি যেন মানুহটোক তাৰ চিনি পোৱা যেন লাগিল।

মানুহটোৱেও তাক চিনি পাইছেনেকি?

বাবৰৰ গাৰ কাষেদি মানুহবোৰ খৰখেদাকৈ মছজিদলৈ সোমাইছে—নামাজৰ সময় হৈ আহিছে।

পৰি থকা মানুহটোৱে বহু কষ্ট কৰি উঠি বহিল, আৰু থৰ লাগি বাবৰৰ মুখৰ ফালে চালে। তাৰ পাছত বিৰবিৰকৈ ক'লে, "মাক

কৰিবা বোপাই, আমাৰ গাঁৱৰ বাবৰ নামে ল'ৰা এটা আছিল, আজি সাত আঠ বছৰৰ আগতে সি ক'ৰবাত হেৰাই গ'ল। ল'ৰাটো দেখাত তোমাৰে নিচিনা আছিল। মাফ কৰিবা, মোৰ ভুল হৈ গৈছিল বাবু—"

এইবাৰ বাবৰবো মানুহটোক চিনি পোৱা যেন লাগিল। হুঁটামুটাকৈ বাবৰে ক'লে, "তোমাৰ ভুল হোৱা নাই, মই বাবৰেই হয়। তোমাকো মই চিনি পাইছোঁ। আমাৰ গাঁৱৰ আৰু কোনোবা আছেনেকি? নামাজৰ সময় হ'ল। মই নামাজ পঢ়ি আহোঁ তুমি ক'লৈকো নেযাবা। মই আহিছোঁ—"

কৈ, বাবৰ খৰধৰকৈ ঠেলাহেঁচা কৰি মছজিদলৈ সোমাল। মানুহটোৰ শুকান মুখখন কিছু উজ্জ্বল হৈ উঠিল। নিৰস চকু দুটা সেমেকি উঠিল। মাথোন মুখৰ ভিতৰতে বিৰবিৰালে—"ইয়া আল্লা, ইয়া আল্লা—বাবৰ বাবৰ—ইয়া আল্লা·· জানিছ, সেইটো বাবৰ ·· জহুৰৰ পুতেক বাবৰ · ইয়া আল্লা·· "

নামাজ শেষ কৰি বাবৰ যেতিয়া মছজিদৰ বাহিৰ ওলাই আহিল, সি অকণো আগুৱাব নোৱাৰিলে। বুঢ়াই ডেকাই, মতাই মাইকীয়ে দহোটামান মানুহে তাক বেঢ়ি আগচি ধৰিলে।

"মোক চিনি পাইছনে বাৰু?"

"মোক চিনিব পৰা নাই, নহয়?

"মোক বাৰু চিনিব পাৰিছনে?"

"তই যে একজন ডেকা হৈ গ'লি বাবৰ।"

তাক দেখা পাই যেন কংকালসবে, আধামৰা, কণ্ঠাগত প্ৰাণ মানুহবোৰে কিবা নতুন জীৱনীশক্তি পাই উত্তেজিত হৈ উঠিল।

অন্যান্য মানুহবোৰে বিস্ময় আৰু কৌতূহলেৰে বাবৰৰ ফালে আৰু তাক আগুৰি থকা মানুহজনৰ ফালে চাই ৰ'ল। নামাজ শেষ কৰি মছজিদৰপৰা ওলাই অহা মানুহবোৰে একোবাৰ সিহঁতৰ ওপৰেদি চাৱনি বাগৰাই নি খৰধৰকৈ আঁতৰি পৰিল। কিছুমান একেবাৰে

উঠা মেলা কৰিব নোৱৰা মানুহৰ বাহিৰে, বাকী ভুকীয়া মানুহবোৰো লাহে লাহে ইফালে সিফালে আঁতৰি যাব ধৰিলে।

বাবৰক ঘেৰি থাকিল চাৰিটা বুঢ়া মানুহ, দুটা ল'ৰা দুজনী তিৰোতা আৰু দুজনী ছোৱালী, বাবৰ কিংকৰ্তব্যবিমূঢ় হৈ সিহঁতৰ মাজতে থিয় দি থাকিল। হঠাৎ তাৰ গাঁৱৰ মানুহৰ মাজত থকা যেন লাগিল।

"তই ক'ত থাক বাবৰ?" কোনোবা এটাই সুধিলে।

"আচামত—"

"আচামত? কলিকতা আচামত নেকি?"

আন এটাই ক'লে, "অন্য কথা পাছত হ'ব। এতিয়া পাৰিলে আমাক কিবা এটা খুৱা—"

"পইচা আছে?" আন এটাই সুধিলে।

সকলোৱে তাৰ মুখলৈ চাই আছিল। সি অলপ চিন্তা কৰি ক'লে, "এখন হোটেললৈ যাওঁ ব'ল—ইয়াত একো নাই নহয়?"

মানুহখিনিৰ চকু মুখ উজ্জ্বল হৈ উঠিল।

শোভাযাত্ৰাটো আৰম্ভ হ'ল—আগে আগে বাবৰ আৰু তাৰ পাছত অন্যান্যবিলাক। বাবৰৰ পৰিস্থিতিটো বৰ অস্বাভাৱিক যেন নেলাগিল। ভোকৰ লগত তাৰো চিনাকি নথকা নহয়। কিন্তু আজি সি ভুকীয়া নহয়। তাৰ লগত কলিকতালৈ নিয়া টকাখিনি সি এটা কাপোৰৰ মোনাত ভৰাই সদায় কঁকালত বান্ধি লৈ ফুৰায়। সি মনে মনে চিন্তা কৰি চালে—এতিয়াও তাৰ হাতত যথেষ্ট টকা আছে, ইহঁতক এসাজ নেলাগে 'কেইবা সাজো' খুৱাব পাৰিব। আৰু কলিকতাত এতিয়াও চাৰি অনাত পেট ভৰাই ডাইল ভাত খাবলৈ দিয়া হোটেল আছে।

সিহঁত কিছুদূৰ অকাই পকাই গৈ মীৰ্জাপুৰ ষ্ট্ৰীটৰে এখন সৰু হোটেলৰ দুৱাৰমুখত ৰ'লগৈ। প্ৰথমে হোটেলৰ মালিকে গোটেই দলটোকে ভুকীয়া মানুহৰ দল বুলি ভাবি, অন্য ফালে মুখ ঘুৰাইছিল।

কিন্তু বাবৰ ভিতৰ সোমাই গ'ল, আৰু মেনেজাৰক গহীনাই ক'লে, "এঘাৰজন মানুহৰ খোৱা দিয়া—ময়ো লগতে খাম।"

দামী খোৱা দিবনে সস্তীয়া দিব মেনেজাৰে সুধিলে।

বাবৰে ক'লে, "এই মানুহখিনি আমাৰ গাঁৱৰপৰা আহিছে। বহুত দিন ভালকৈ খাবলৈ পোৱা নাই, সকলোকে ভাল খাববৈ দিয়া—ভাত, ডাইল, মাংস, ভাজি দিয়া—যিমান খাবলৈ বিচাৰে যিমান দিবা।"

তাৰ পাছত বাবৰে মানুহখিনিক ক'লে, "তোমালোক হাত মুখ ধুই খাবলৈ বহা, কোনো লাজ ভয় নকৰিবা। যি মন যায় সিমান মন যায় খোৱা, পইচা মই দিম।"

ভূকীয়া মানুহখিনিয়ে গোগ্ৰাসে ভাত খাব ধৰিলে। কিমান দিন যে সিহঁতে খাবলৈ পোৱা নাই। সিহঁতৰ লগতে বহি বাবৰেও খাই যাব ধৰিলে। কিন্তু সি ইহঁতৰ নিচিনাকৈ খাব নোৱাৰিলে।

হোটেলৰ মেনেজাৰজনে কিছু শ্ৰদ্ধাৰেই বাবৰৰ ফালে চালে। সি হয়তো বাবৰক পূব বংগৰ কোনো জমীদাৰীৰ জমীদাৰ আৰু ইহঁতবোৰ তাৰ প্ৰজা বুলিয়ে ভাবিছিল, আৰু এই ভূকীয়া প্ৰজাবোৰৰ লগত বহি একেলগে ভাত খোৱা দেখি সি বাবৰলৈ শ্ৰদ্ধা অনুভৱ কৰিছিল।

বাবৰৰ খোৱা শেষ হৈছিল, কিন্তু বাকীবিলাকে তেতিয়াও খায়ে আছিল। মেনেজাৰৰ নিৰ্দেশত হোটেলৰ ভাতপানী দিয়া ল'ৰাকেটাই যাক যি লাগে দি গৈছিল। কোনো এটায়ো আৰু নেলাগে বোলা নাছিল।

বাবৰ এনেয়ে বহি আছিল, উঠি অহা নাছিল।

অৱশেষত মানুহখিনিৰ খোৱা শেষ হ'ল। প্ৰত্যেকেই তিনিটামান মানুহৰ জোখাৰে ভাত খালে, সিহঁতে যেন গোটেই জীৱনৰ লঘোনৰ পাছত গোটেই জীৱনৰ কাৰণে আজি খাই ল'লে।

মানুহখিনি ঘামি গৈছিল। অভ্যাসবশতঃ জলকীয়া বেছিকৈ খোৱাৰ কাৰণেই নহয়, সৰহকৈ ভাত আঞ্জা খাই গাত উত্তাপ হোৱাৰ কাৰণেও। হোটেলৰ মেনেজাৰে হিচাপ কৰি যি পইচা ক'লে, সেইয়া বাবৰৰ বৰ বেছি যেন নেলাগিল।

কোনো কথা নকৈ বাবৰে পইচাখিনি আদায় কৰি দিলে, আৰু সমজুৱাতে ক'লে, "ব'লা, যাওঁহঁক—"

অন্য মানুহ হোটেললৈ আহিছিল। সিহঁত ওলাই আহিল।

কিন্তু হোটেলৰপৰা আলিবাটলৈ উঠিহে সিহঁত কিছু বিবুদ্ধিত পৰিল—মানুহখিনি লগ˙লাগি আছে যদিও সিহঁত থকাৰ কোনো নিৰ্দিষ্ট ঠাই নাই। দিনটো মতাকেটাই অ'ত তত কিবা কাম বিচাৰি ঘুৰে, কেতিয়াবা পায়, কেতিয়াবা নেপায়, নেপালে ভিক্ষা কৰে। শুকুৰবাৰে সিহঁত মছজিদবোৰলৈ যায়, তাত মছজিদলৈ অহা মানুহৰ ওচৰত হাত পাতে। 'আৰ্জন' কেতিয়াবা ভাল হয়, কেতিয়াবা হয় অতি সামান্য।

বাবৰে ক'লে, "এইদৰে তোমালোক ভাত-মগনীয়া হৈ কিমান দিন ঘুৰি ফুৰিবা? তোমালোক দেশলৈকে ঘুৰি নোযোৱাগৈ কেলেই?"

"দেশলৈ গৈ কি কৰিমগৈ? তাত আমাৰ আছে কি?"

"খেতিবাতি কৰিবা, ক'ৰবাত কাম্‌লা চাম্‌লা কৰিবা—"

"কিবা খাব ববলৈ থাকিলেহে কাম কৰিব পাৰি—"

হঠাৎ অতপৰে একো নমতাকৈ থকা ছোৱালী দুজনীৰ এজনীয়ে এক অস্বাভাৱিক মাতেৰে কৈ উঠিল—"তই বাৰু মোক চিনি পাইছনে? নাই পোৱা নহয়? কেনেকৈ পাবি?"

বাবৰে অতপৰে তাইৰ মুখলৈ—প্ৰকৃততে তিৰোতাকেজনীৰ মুখলৈ—পোনপটীয়াকৈ চোৱা নাছিল। এইবাৰ সি ছোৱালীজনীলৈ চালে, ছোৱালীজনী কোন সি ভাবি উলিয়াবৰ চেষ্টা কৰিলে।

এনেতে এটা ডেকাই (এতিয়াহে তাক এটা ডেকা মানুহ যেন লাগিছিল) ক'লে, "আমাৰ কাকনো তই চিনি পাবি? নেখাই

নেথাই লঘোনে থাকি থাকি, আমি চব বুঢ়া যেন হৈ গৈছোঁ। সেইজনী মৰীয়ম। মৰীয়মক জানো তই চিনি পোৱা নাছিলি ?"

মৰীয়মে তলমূৰ কৰিলে।

বাবৰে বিস্ময়ত ক'লে, "এইজনী মৰীয়ম! মইতো কোনোবা আদহীয়া মানুহ বুলি ভাবিছিলোঁ। তয়ো গুচি আহিলি ?"

মৰীয়মে তলৰপৰা মূৰ ওপৰ নকৰিলে।

"সিহঁতৰ গোটেই পৰিয়ালটো গুচি আহিছিল। মৰি-হৰ্জি সকলো শেষ হ'ল। তাইহে বাচি আছে—"

বাবৰে ক'লে, "আমি ইয়াৰপৰা যাওঁ ব'ল। ক'লৈ যাবি ?"

বুঢ়া এটাই ক'লে, "মোৰ বৰ ভাগৰ লাগিছে।"

"এনেকৈ বাটত বৈ থকা ভাল নহয়—" বাবৰে ক'লে।

"আজি দুবছৰেই হ'লনে তিনি বছৰেই হ'ল, আমিতো বাটৰ ওপৰতে আছো, ইয়াত জানো আমাৰ ঘৰবাৰী কিবা আছে ?" আন এটাই ক'লে।

"আমাৰ ঘৰৰ কিবা বা-বাতৰি ক'ব পাৰনে ?" বাবৰে সুধিলে।

"তই জানো পোৱা নাই ?"

"ওহোঁ, চিঠি পত্ৰ দিলেও কোনেও উত্তৰ নিদিয়ে। কোনোবা বাচি আছে নে নাই—তাৰো খবৰ পোৱা নাই—"

মানুহকেটাই কিছু ইতস্ততঃ কৰিলে, "মাৰ ঢুকুৱাৰ খবৰো নাই পোৱানেকি ?"

"মা ঢুকালনেকি!" কিছু সময়ৰ মূৰত বাবৰে সুধিলে, তাৰ মাতটো হঠাৎ কৰুণ হৈ পৰিল।

"তয়ো ক'ৰবাত হেৰাই গ'লি, মাৰো মৰিল। কিছুদিনৰ মূৰত বাপেৰেও কাকো একো নকৈ নেমেজি চাটগাঁও নে চান্দপুৰ ক'ৰবালৈ গুচি গ'ল। এতিয়া ঘূৰি আহিছে যদি আমি ক'ব নোৱাৰোঁ। আমাৰ লগৰে কমবোৰ মানুহ খাবলৈ নেপাই মৰিল জানো ?"

মানুহটোৰ মাতটোত বিন্দুমানো অনুভূতি নাছিল। খাবলৈ নেপাই লাখে লাখে মানুহ মৰাটো যেন সদায় ঘটি থকা এটা সহজ আৰু সাধাৰণ ঘটনা।

এইটো মুহূৰ্তত বাবৰৰো যেন আনন্দ-শোকৰ অনুভূতি একেবাৰে নোহোৱা হৈ গৈছিল। মাক মৰিল, বাপেক নিৰুদ্দেশ হ'ল, সিও নিজৰ গাঁৱৰ মানুহৰ ধাৰণাত, ক'ৰবাত হেৰাই গ'ল। এইবোৰ যেন অকণো অস্বাভাৱিক কথা হোৱা নাই।

মৰীয়মৰ ওচৰতে থকা আনজনী ছোৱালীয়ে ক'লে, "বুঢ়া জমীদাৰো মৰিল নহয়—ক'ব নোৱাৰনেকি ?"

বাবৰে ছোৱালীজনীৰ মুখলৈ চালে, এই ছোৱালীজনীও তাৰ কোনোবা চিনাকি ছোৱালীয়েই নেকি ?

মাক-বাপেকৰ খবৰ পাই তাৰ যিমান বেয়া লাগিছিল, জমীদাৰ মৰাৰ খবৰটো পাই তাৰ সিমান ভাল লাগিল। এইটো যেন তাৰ কাৰণে এটা সুসংবাদ।

"এতিয়া তেনেহ'লে আমাৰ তাৰ জমীদাৰ কোন ?"

"কোন হ'ব আৰু—পুতেক—"

মহাপ্ৰতাপী, খিতাপধাৰী জমীদাৰ মোহম্মদ মোদব্বিৰ হবিব কিব্‌ৰিয়া চৌধুৰী তেনেহ'লে মৰিছে, আৰু নতুন জমীদাৰ হৈছে পুতেক মোজাম্মিল চৌধুৰী—সেই মোজাম্মিল চৌধুৰী !

বাবৰে এবাৰ মৰীয়মৰ মুখৰ ফালে চালে। মৰীয়মেও ঠিক সেই সময়তে তাৰ ফালে চালে। মৰীয়মৰ চকুৰ চাৱনিৰ অৰ্থ বাবৰে বুজিব নোৱাৰিলে।

সিহঁতে চমুকৈ অন্যান্য কথাকে পাতিলে। বাবৰে নিজৰ বিষয়ে চমুকৈ ক'লে। তাৰ কাম-কাজ আৰু অৱস্থাৰ কথা শুনি সকলোৱে তাৰ আৰু উন্নতি হ'বৰ কাৰণে দোৱা কৰিলে, মাইকী মানুহকেজনীৰ বাহিৰে মতা মানুহ আটাইকেটাই ক'লে, "পাৰিলে আমাৰ আচামলৈকে লৈ যা। ইয়াত মাগিলেও একো পাবলৈ নোহোৱা

হৈছে। তাত লাগিলে কাৰোবাৰ ঘৰত খেতি বাতি, কাম্‌লাকে কৰি খাম। আমি ২৭টা আছিলোঁ, বাকীকেটা তো এটাকৈ ইয়াতে মৰিল। এনেকৈ আমিনো আৰু কিমান দিন জীয়াই থাকিম ?"

কিছু চিন্তা কৰি বাবৰে ক'লে, "মই মিলিটাৰী ঠিকা কৰোঁ। তইঁতে গ'লে আচামত অৱশ্যে কিবাকিবি কৰি খাব পাৰিবি। তইঁত বাৰু মোৰ লগতে যাব নেলাগে। এবাৰ দেশলৈ গৈ নাহ কিয় ? এতিয়া কিজানি তাতো কিবাকিবি ওলাইছে।"

"তাত কিটো ওলাব ? জমীদাৰ মোজম্মিল চৌধুৰীওতো আজিকালি মস্ত ঠিকাদাৰ। মিলিটাৰী এৰ'ড্রম সজাইছে। শুনিছোঁ বোলে লাখ লাখ টকাৰ ঠিকা। পিছে আমি তাত কি কাম পামগৈ " এটাই ক'লে।

বাবৰে আৰু বেছি আলোচনা নকৰিলে। ক'লে, "মোৰ অলপ কাম আছে, মই যাওঁ। মই হোটেলতে আছোঁ। তইঁতে আকৌ এবাৰ মোক লগ ধৰিবিচোন বাৰু—"

বাবৰে প্ৰত্যেককে দুটাকৈ টকা দিলে। সিহঁতে চকুৱে মুখে কৃতজ্ঞতা প্ৰকাশ কৰি ক'লে, "হৈছে বোপাই, হৈছে। আল্লাই তোক আৰু দিয়ক, বহুত দিয়ক—"

বাবৰে যেতিয়া এটকীয়া ন'ট দুখন মৰীয়মলৈ আগবঢ়ালে মৰীয়মে হাত নেপাতিলে, অন্য ফালে চালে।

"তোক নেলাগেনেকি ?" বাবৰে সুধিলে।

তাই মূৰ জোকাৰিলে নেলাগে।

"দিছে, নলব কেলেই ?" লগৰ আনজনী ছোৱালীয়ে ক'লে।

"দুটকাৰে শাড়ী-চোলা চব পামনেকি ? নেলাগে—"

এইবাৰ বাবৰে মৰীয়মৰ গালৈ চালে। তেনেই ফিচিকি ফটা, মাজে মাজে সায়া, মাজে মাজে গাঁথি দিয়া এখন মলিয়ন পুৰণি কপাহী শাড়ী মৰীয়মে পিন্ধি আছে। গাত কিবা চোলা পিন্ধিছেনে নাই সি বুজিব নোৱাৰিলে, ফটা শাড়ীখনেৰে মেৰিয়াই মেৰিয়াই তাই গাটো ঢাকি ৰাখিছে।

বয়সীয়া তিৰোতাজনীয়ে ক'লে, "এখন ভাল নতুন শাড়ীও ছটকা সাতটকা নল'বনেকি ? সিনো কিমান ধন ভাঙিব ?"

যুদ্ধৰ আগতে একোখন কপাহী শাড়ীৰ দাম পাঁচ সিকি, ডেৰ টকা আছিল, এতিয়া দাম বাঢ়িছে—চাৰি পাঁচ টকা হৈছে। কিন্তু বাবৰৰ ইহঁতৰ প্ৰত্যেককে একোসাজ কাপোৰ দিব পৰা শক্তি আছে, হয়তো দিবও। কিন্তু অন্যান্যৰ আগতে মৰীয়মক বা ছোৱালী এজনীক বেছি মৰম দেখুউৱাটো ভাল কথা নহ'ব যেন লাগিল তাৰ। তথাপি মূৰব্বীয়ানাৰ সুৰত বাবৰে ক'লে, "মোক জমীদাৰ মোজাম্মিল চৌধুৰী বুলি ভাবিছনেকি ?"

এবাৰ চকু ঘোপা কৰি মৰীয়মে বাবৰৰ মুখলৈ চালে, তাৰ পাছত একো নকৈ ভোঁ ভোঁ কৰে আঁতৰি গ'ল। বাবৰে আমোদ পালে। ইমান দুখ বেদনাৰ মাজতো মৰীয়মৰ মান-অভিমান খোৱা নাই।

বাবৰে ক'লে, "এই দহটকা ৰূপ দিছোঁ। ইহঁত কেজনীক একোখনকৈ শাড়ী কিনি দেগৈ—"

দূৰৰপৰা মৰীয়মে ক'লে, "মোক শাড়ী নেলাগে। মোক জমীদাৰ মোজাম্মিলে ঢেৰ শাড়ী দিব—তই নিদিলেও হ'ব।" চিয়ঁৰি চিয়ঁৰি কৈ তাই আৰু আঁতৰি গ'ল।

বুঢ়ী মানুহজনীয়ে ক'লে, "আমাৰ কাকো নিনিলেও তাইকে পাৰিলে তোৰ লগত আচামলৈ লৈ যা। তাই বৰ আচৰিত ছোৱালী—আমাক হায়ৰাণ কৰিছে। এৰি দিব নোৱাৰাৰ কাৰণেই লগত লৈ ফুৰাইছোঁ।"

"যাব জানো ?" বাবৰে সুধিলে, "আমি কৈ-মেলি চাওঁ, তয়ো কৈ-মেলি চা—তাইৰ নেখাই নবৈ দেহাৰ বল নোহোৱা হৈছে যদিও মনৰ ব'ল নোহোৱা হোৱা নাই। কত গাভৰু ছোৱালী কলিকতাত ক'ত শেষ হৈ গ'ল—কোনে হিচাপ ৰাখিছে। তাই পিছে বেলেগ ধাতুৰে গঢ়া ছোৱালী।"

"তহঁতবোৰ বাৰু হোটেললৈ এবাৰ আহিবি। মই সকলো কথা

আলোচনা কৰি যি হয় কৰিম—" কৈ বাবৰে সি থকা হোটেলৰ ফালে খোজ দিলে।

ডাক্টৰ বানাৰ্জী অসমলৈ কেতিয়া ঘূৰি যাব, সেই সম্পৰ্কে কথাবতৰা হৈ সন্ধিয়াৰ পাছত বাবৰ হোটেললৈ ঘূৰি আহিল। ৰাতি বাহিৰত ফুৰাটো সুবিধাজনক আৰু নিৰাপদ নহয়। ব্লেক আউট চলি আছে। ষ্ট্ৰীট লাইট নাই। বাটৰ কাষৰ ঘৰবিলাকৰ পৰাও পোহৰ বাহিৰলৈ আহে বুলি, সকলো খিৰিকী ক'লা নীলা পৰ্দাৰে ঢকা। বাবৰে দেখিলে যুদ্ধক্ষেত্ৰ ডিমাপুৰতকৈ কলিকতাতহে ব্লেক আউট বেছি। ডিমাপুৰত বোমা পৰি বেছি ক্ষতি নহয়, কিন্তু কলিকতাত পৰিলে এখন মহানগৰ শেষ হৈ যাব। লাখ লাখ মানুহ মৰিব।

হোটেল সোমাই বাবৰে দেখিলে এখন নতুন কপাহী শাড়ী পিন্ধি মৰীয়ম আৰু লগত এটা বুঢ়া মানুহ একাষে থিয় দি ৰৈ আছে। সিহঁতৰ ফালে চাই বাবৰে ক'লে, "তহঁত আহিছ? আহ ভিতৰলৈ আহ।" তাৰ পাছত হোটেলৰ বয় এটাক ক'লে, "তিনিজনৰ খানা মোৰ ৰুমলৈ পঠিয়াবি।"

"এতিয়াই?"

"এঘণ্টা পাছত।"

সৰু ঠেক চিৰিটোৰেদি বাবৰহঁত ওপৰলৈ উঠি গ'ল।

কোঠালীটো এজনীয়া, সৰু। এখন খাটত এখন বিচনা পৰা আছে। এখন সৰু মেজ, কাষত এখন চকী, মেজখনৰ ওপৰতে আছে বাবৰৰ টিনৰ ছুটকেচটো। খিৰিকী বন্ধ আছে যদিও, পৰ্দা ভালকৈ আঁৰি দিয়া আছে—পোহৰ যাতে বাহিৰলৈ যাব নোৱাৰে।

মৰীয়মহঁতক বিচনাখনতে বহিবলৈ দি বাবৰ চকীখনত সিহঁতৰ মুখামুখিকৈ বহিল।

বুঢ়া মানুহটোৱে ক'লে, "যাওঁ। ৰাতি হ'লে আন্ধাৰত মই থকা

ঠাই বিচাৰি উলিয়াব নোৱাৰিম। যাবও লাগিব ভালেমান ভোখৰ। মৰীয়ম ইয়াতে থাকক।"

বাবৰ কিছু অপ্ৰস্তুত হ'ল। অলপ চিন্তা কৰি ক'লে, "ভাত খাই যাবি। ৰাতি বেছি হোৱা নাই। হ'লেও মই বাৰু তইঁতক থৈ আহিমগৈ—"

বুঢ়াই ক'লে, "মৰীয়মক তোকে গটালোঁ. তাইক তই তোৰ লগতে আচামলৈকে লৈ যাগৈ। আমাৰবোৰৰ যি হয় হ'ব।"

মৰীয়মে বাবৰৰ মুখলৈ চালে। তাইৰ চাৱনিত মিহলি হৈ থকা প্ৰশ্নটো সি বুজি পালে।

সি ক'লে, "সেইবোৰ বাৰু পাছত হ'ব। তইঁত আটাইকেটাৰে কিবা এটা কৰিব লাগিব।"

বাবৰে জেপৰপৰা উডবাইন ছিগাৰেটৰ পেকেট এটা উলিয়ালে, নিজে এটা জ্বলাই এটা বুঢ়াকো দি জ্বলাই দিলে।

"তয়ো খাবিনেকি এটা?" সি মৰীয়মক সুধিলে।

মৰীয়মে তাৰ ফালে ঘোপাকৈ চালে, একো নেমাতিলে।

নিজেকে দোষ দিয়াৰ ধৰণে বাবৰে সৰু সৰুকৈ ক'লে, "মিলিটাৰী ঠিকাদাৰী কৰিবলৈ নোলোৱা হ'লে মই দেশলৈ গ'লোহেঁতেন। এতিয়া সময়কে নেপাওঁ একেবাৰে। আমাৰ গাঁৱৰ মানুহবোৰৰ যে কাৰ কি হ'ল ক'বই নোৱাৰোঁ।"

মৰীয়মে স্থিৰ মাতেৰে ক'লে, "কাৰো একো হোৱা নাই, মৰিছেহে।"

ছিগাৰেট হুপি হুপি কিবা চিন্তা কৰি বাবৰ বহি ৰ'ল। পৰহিলৈ সি আৰু ডাক্তৰ অসমলৈ ঘূৰি যোৱাৰ কথা, কিন্তু গাঁৱৰ এই মানুহখিনিৰ কিবা এটা কৰিব পৰা নেযাব জানো? পিছে এটা দুটা নহয়, এঘাৰ বাৰটা মানুহৰ কি কৰা যায়?

বাবৰে বুঢ়া মানুহটোৰ মুখলৈ চালে, দেখিলে বুঢ়াই বহাতে টোপনিয়াবলৈ আৰম্ভ কৰিছে।

বাবৰে ক'লে, "তই অলপ ইফালে আহ, তেওঁ শোৱক দে, টোপনি আহিছে—"

বুঢ়াই টোপনিয়ে হেঁচি ধৰা মাতেৰে ক'লে, "মোৰ টোপনি নাই অহা, ভাগৰে ধৰিছে। অথনি বহুত ভাত খালোঁ নহয়—"

বাবৰে ক'লে, "বাৰু অলপ তাতে কাতি হ। ভাত খাবৰ হ'লে মই জগাই দিম—"

"এৰা এৰা মই বাৰু অকণ কাতি হওঁ। মোৰ টোপনি নাই অহা—"

বুঢ়াই বিচনাত বাগৰ দিলে। মৰীয়ম একাষৰীয়া হৈ দিলে।

"তই মোৰ লগত যাবিনেকি?"

"তইনো ক'ত থাক?"

"আচামত।"

"কিমান দূৰ?"

"বহুত দূৰ।"

"বিয়া কৰালি?"

"ওহোঁ, নাই কৰোৱা।"

"কেলেই নাই কৰোৱা?"

"নাই কৰোৱা আৰু—কি হ'ল পিছে—"

নিৰৱতা।

"মই নেযাওঁ—"

"কেলেই নেযাৱ?"

"তাত ক'ত থাকিমগৈ?"

"মোৰ লগত—মোৰ লগত থাকিবি।"

"তোৰ লগত কেলেই থাকিম?"

"থাকিলেনো কি হ'ব?"

"আচামত বিয়া নোহোৱা ডেকা মানুহৰ লগত বিয়া নোহোৱা যোৱান ছোৱালী একেলগে থাকেনেকি?"

বাবৰ মনে মনে থাকিল—তাৰ পাছত ক'লে, "মোজাম্মিল আজিকালি জমীদাৰ হ'ল—?"

"ওঁ—"

"সি নমৰিল ?"

"জমীদাৰ মৰেনেকি ?"

"আমাৰ গাঁৱৰ মানুহবোৰ মৰিল কেলেই ?"

"অকল আমাৰ গাঁৱৰেনে ? সকলো গাঁৱৰ মানুহ মৰিল। খাবলৈ নেপালে মানুহ জীয়াই থাকেনেকি ?"

"তই পিছে কেনেকৈ জীয়াই থাকিলি ?"

"থাকিলোঁ আৰু। মই জীয়াই থকাৰ কাৰণে বেয়া পাইছে ?"

"ওঁ—বেয়া পাইছো। পৰহিলৈ মই আচামলৈ ঘুৰি যাম। তই যদি যাব ওলাবি—"

"মইচোন ক'লোঁৱেই নেযাওঁ বুলি।"

"ইয়াত এনেকৈ থাকি ভাল পাইছ যদি থাক। মইতো আৰু জোৰ কৰি নিব নোৱাৰোঁ।"

কিছু পৰ কিবা চিন্তা কৰি মৰীয়মে সুধিলে, "তাত তোৰ নিজৰ ঘৰ আছে ?"

"সজাইছোঁ—হোৱাগৈ নাই—"

"তাত কোন থাকে ?"

"এতিয়ালৈকে কোনো থকা নাই।"

"তয়ো নাই থকা ?"

"মই কেম্পত থাকোঁ। আৰু গাঁওবুঢ়াৰ ঘৰত থাকো।"

"কোন গাঁওবুঢ়া—"

"আছে। তই চিনি নেপাবি। বহুত দিনৰ পৰা আচামত আছে।"

"তোৰ কিমান টকা আছে ?"

"ঢেৰ—তোক লাগেনেকি ?"

"ভিক্ষা কৰিলে ময়ো ঢেৰ টকা পাওঁ—"

"এতিয়া নতুন শাড়ী পিন্ধিছ, এই শাড়ী পিন্ধি ভিক্ষা কৰিলে পাবি জানো ?"

"সোলোকাই থৈ যাম।"

ভাত আনিলে।

বুঢ়াৰ টোপনি আহিছিল। জগাই দিলে। তিনিও ভাত খালে।

বুঢ়াই ক'লে, "আজি কিমান দিনৰ মূৰত যে একেলগে দুসাজ ভাত খাইছোঁ—ইয়া আল্লা—" তাৰ পাছত ক'লে, "বহুত ৰাতি হলনেকি ? মই যাব পাৰিম জানো ?"

মৰীয়মে ক'লে, "তই নেলাগে যাব। ৰাতিটো ইয়াতে পৰি থাক।"

"তই ?"

"মই যাম—"

বাবৰে ভাত দিয়া ল'ৰাটোক ক'লে, "ৰুম ক'ৰবাত খালী আছেনেকি খবৰ কৰচোন। ৰাতি এওঁলোক যাব নোৱাৰিব। নহ'লে এখন তোষক হ'লেও হ'ব।"

ল'ৰাটোৱে ক'লে, "মই খবৰ কৰি আহো।"

বাবৰে ক'লে, "তইঁত ইযাতে শুৰি, মই চাওঁ অন্য কোঠালি পাওঁনেকি ?"

"নেপাৱ যদি—?" মৰীয়মে সুধিলে।

"ওলাব পাৰে। নহ'লে কিবা এখন পাৰি মজিয়াতে শুই থাকিম। তইঁতে চিন্তা কৰিব নেলাগে।"

বুঢ়াই ক'লে, "এঃ তই মজিয়াত শুব নেলাগে। মই শুম, তহত এই খাটখনতে শুই থাক।"

কৈ বুঢ়া খাটখনৰ পৰা নামি গ'ল।

"ওঁ তই তাতে শো, মই এই খাটৰ ওপৰত শোওঁ, ৰাবৰ থিয় হৈ থাকক—"

"এঃ, থিয় হৈ থাকিব নেলাগে, যেনেতেনে তাতে শুই থাক—"

বুঢ়াই হয়তো মানুহৰ বয়সৰ কথা মনত ৰাখিবলৈ পাহৰি গৈছে।

বাবৰে ক'লে, "বাৰু, তইঁত শো, মই ঈছাৰ নামাজ পঢ়ি লওঁ, তাৰ পাছত কিবা এটা দিহা কৰিম।"

নামাজ পঢ়াৰ কথা ক'লত হঠাৎ যেন মৰীয়ম সলনি হৈ গ'ল। ভয়ে ভয়ে কোৱাৰ ধৰণে তাই ক'লে, "মই যে নামাজ-ৰোজা, আল্লা-ৰছুল সকলো পাহৰিলোঁ।"

"কেলেই পাহৰিলি?"

"ভাত বিচাৰিব লাগে যে।"

"ময়ো মিলিটাৰী কেম্পত থাকোঁ। নামাজ বৰ অনিয়মীয়া হয়। আল্লাই মাফ কৰোঁতা।"

তাৰ পাছত ৱজু কৰিবৰ কাৰণে বাবৰ কাষৰ বাথৰুমটোলৈ গ'ল।

মৰীয়মে বুঢ়াক ক'লে, "চাচা, তই বিচনাতে শো। তলত বাবৰক নামাজ পঢ়িবলৈ জাগা উলিয়াই দে। মই আৰু বাবৰ তলতে শুম।"

বাধ্যৰ দৰে বুঢ়া আকৌ বিচনালৈ উঠিল। আৰু ক'লে, "টোপনিয়ে বৰ হেঁচি ধৰিছে। তইঁত তেনেহ'লে শুবি। মই অলপ কাটি হওঁ।"

বাবৰে টিঙৰ ছুটকেচটো মেলি এখন সৰু জাই-নামাজ (নামাজ পঢ়া কাপোৰ) উলিয়ালে আৰু মজিয়াত পাৰি লৈ ঈছাৰ নামাজ পঢ়িবলৈ ল'লে। মৰীয়মে তাৰ পৰা কিছু নিলগত কুচিমুচি বহি তলমূৰ কৰি বাবৰে নামাজ পঢ়ালৈ কাণ দিলে। বহুত দিনৰ মূৰত বাবৰৰ মুখত কোৰাণৰ 'আয়ত' শুনি তাইৰ মনটো এক অজানিত দুখ এক দুৰ্বোধ্য শান্তি আৰু এক নামহীন ভয়েৰে ভৰি উঠিল।

অকণো লৰচৰ নকৰাকৈ তাই বহি থাকিল।

হোটেলৰ ল'ৰাটোৱে তোষক এখন আনি দিলে—জনালে যে খালী ৰুম নাই।

"হ'ব দে। যেনেতেনে ৰাতিটো কটাব পাৰিলেই হয়। ৰাতিপুৱাত তিনিজনৰ চাহ ইয়াতে দিবি।" চালাম কৰি লৰাটো ওলাই গ'ল।

বাবৰে তোষকখন মজিয়াতে পাৰিলে আৰু ক'লে, "মোৰ লগত

আচামলৈ যাব বা নেযায় এতিয়া ইয়াতে শুই থাক। নে আৰু কিবা কাজিয়া কৰিবলগীয়া আছে মোৰ লগত ?”

“ময়ো তাকে ভাবিছোঁ, আগে তোৰ লগত কাজিয়া কৰি লওঁ নে শুই লওঁ।” মৰীয়মে ক'লে।

“যি মন যায় কৰ—”

“তই এতিয়া নোশোৱনেকি ?”

“আগেপিছে তই মোক শুৱাইহে শোৱনেকি ?”

“তেনেহ'লে তই এতিয়া নোশোৱ ? কি কৰিবি ? ধনপইচাৰ হিচাব কৰিবি নে এবাদত বন্দেগী কৰিবি ? তই যি কৰ কৰি থাক, মই শুইছোঁ—” কথাখিনি কৈ মৰীয়মে তোষকখনৰ ওপৰলৈ গ'ল, আৰু একাষে কুচিমুচি শুই পৰিল। কিছু পৰৰ মূৰত বাবৰে জাই নামাজৰ পৰা উঠি বাথৰুমলৈ গ'ল, তাৰ পাছত কোঠাটোৰ দুৱাৰ বন্ধ কৰিলে। বুঢ়া ইতিমধ্যে ঘোৰঘোৰাই শুইছে।

বাবৰে তোষকখনৰ ওপৰতে বহিল, আৰু এনেয়ে তোষকখন জাৰি জোকাৰি ল'লে আৰু নিজকে কোৱাদি ক'লে, “ঠিক আছে। মই সদায় শুই আছোঁ। আজি তহঁতেই ভালকৈ শুই ল। কত দিন চাগৈ ভালকৈ শুবলৈ পোৱা নাই।”

বাগৰ সলাই ওপৰলৈ মূ কৰি মৰীয়মে ক'লে, “দুবছৰ শোৱা নাই জানিছ। শুবলৈ ভয় লাগে। কলিকতা ডাঙৰ চহৰ হ'লে কি হ'ব—গুণ্ডাৰে ভৰা।”

“তোৰ টোপনি অহা নাই ? ইপিনে আকৌ শুবলৈ তত নাইকিয়া কৰিছিলি।”

“গুণ্ডা এটা ওচৰতে বহি থাকিলে শুব পাৰিনেকি ?”

কৈ মৰীয়মে বাবৰৰ হাতখনত ধৰিলে আৰু ক'লে, “মোৰ হাতখন কিমান টান হৈ গ'ল চাচোন।”

বাবৰে তাইৰ হাতখন তাৰ হাতৰ মাজত ল'লে আৰু তলুৱাখন চুই চাই ক'লে, “ক'ত টান হৈছে ? তোৰ হাত আগৰ নিচিনাই আছে।”

"আগৰ নিচিনাই মানে?"

"সেই যে জমীদাৰৰ ঘৰৰপৰা পলাই আহোঁতে তোৰ হাতত ধৰি আহিছিলোঁ।"

"তোৰ এতিয়াও মনত আছেনে সেইবোৰ কথা?"

"পাহৰিবলৈ কিমান দিননো হৈছে।"

অলপপৰ মনে মনে থকাৰ পাছত মৰীয়মে সুধিলে, "মোৰ হাত বাৰু অন্য ছোৱালীৰ হাতত্তকৈও কোমল নে?

"মই কেনেকৈ জানিম?"

"কিয়?"

"মই কিবা কেতিয়াবা অন্য ছোৱালীৰ হাত চুই পাইছোঁনেকি?"

"সঁচা?"

"ওঁ মোৰ নিচিনা গুণ্ডাবোৰে যাৰে তাৰে হাত নোছোৱে বুজিছ। শুই থাক—"

"হাতখন এৰি নিদিয়া কেলেই?"

খৰধৰকৈ বাবৰে মৰীয়মৰ হাতখন এৰি দিলে। আৰু ক'লে, "অ' বেয়া নেপাবি দেই—"

"মই বেয়া পাইছোঁ—" মৰীয়মে ক'লে আৰু বাবৰৰ পিঠিৰ ওপৰত হাতখন দি তাক শুৱাই দিলে তাইৰ কাষতে।

"মৰীয়ম—"

"ক—যি মন যায় ক—"

"নহয় অ'—"

"ওঁ, মই বুজিছোঁ। তোৰ ইমান ভয়নে? কলিকতাৰ হেজাৰটা গুণ্ডাই মোক একো কৰিব নোৱাৰিলে তোলৈ মই ভয় কৰিছোঁ বুলি ভাবিছনেকি?"

"এনেকুৱা বেয়া কথা ভাবিবলৈ তোৰ লাজ লাগিব লাগিছিল। তই বৰ নিলাজ হ'লি—"

"লাজ? খাব পিন্ধিবলৈ নোপোৱা, কলিকতাৰ বাটে বাটে

মিলিটাৰীৰ মাজে মাজে ঘুৰি ফুৰা ভগনীয়া ছোৱালীৰ লাজ থাকে ! আজি দুবছৰে ভাল ভাল মানুহৰ মুখত ইমান বেয়া বেয়া কথা শুনিছোঁ, যে কিহতনো লাজ পাব লাগে নজনাই হৈছোঁ—”

বাবৰ এইবাৰ মৰীয়মৰ ফালে মুখ কৰি ঘুৰিল আৰু তাইৰ বাহুৰ ওপৰত হাত থৈ লাহে লাহে ক'লে, “আমাৰ দেশৰ মানুহবোৰৰ বহুত দুখ হৈছে। পিছে তই মইনো কি কৰিব পাৰোঁ ? আমি সৰু মানুহ। আল্লা আছে। আমাৰ দুখ এদিন নোহোৱা হ'ব।”

এইবাৰ কিছু অভাৱনীয়ভাবে মৰীয়ম বাবৰৰ বুকুৰ কাষ চাপি আহিল আৰু ক'লে, “তই নিব নুখুজিলেও মই তোৰ লগত যাম। লাগিলে তোৰ ঘৰত চাকৰণী কৰি খাম। মোক ইয়াৰপৰা তই লৈ যা, নহ'লে মই কিবা হৈ যাম—মৰি যাম।”

বাবৰে ক'লে, “তইঁতক ইয়াত এনেকৈ লগ পাম বুলি মই সপোনতো ভবা নাছিলোঁ। আল্লাই লগ পোৱাই দিলে। মই তোক লৈ যাম—। ময়ো লোকৰ ঘৰত থাকোঁ, মেহনত কৰি, কাম্‌লা কৰি খাওঁ। তথাপি তোক লৈ যাম। তই আৰু চিন্তা নকৰিবি। এতিয়া শুই থাক। ৰাতি কিজানি বহুত হ'ল।”

“চাচাকো নিবি ?”

“নিম—আৰু কোনোবা যায় যদি সিহঁতকো নিম—”

অলপ পৰ মনে মনে থাকি মৰীয়মে ক'লে, “সিহঁতক নিনিবি।”

“কেলেই ?”

“কেলেই মই ক'ব নোৱাৰোঁ, সিহঁতে একো নকৰে। সিহঁতে ছোৱালী কেইজনীক ৰখি থাকে, আৰু সিহঁতৰ আৰ্জনেৰে খায়।”

“কি ?”

“ওঁ, এতিয়া শুই থাক।” এজনী ডাঙৰ বয়সস্থা মানুহে এটা সৰু ল'ৰাক কোৱাদি মৰীয়মে ক'লে।

“জানো এইবোৰ তই কি কৈছ মই একো বুজি পোৱা নাই—” বাবৰে ক'লে আৰু চকু দুটা মুদি দিলে।

## এবৈকেশ

আকাশখন নতুন।

ডাৱৰৰ চপৰাবোৰত কৰোবাৰ ঘন ক'লা চুলিৰ আউলি বাউলিৰ কোমল ছাপ। বহুত ডাৱৰ, সিহঁত ক'ৰবাৰপৰা আহি আহি থূপ খাইছেহি। মেঘবোৰৰ বুকত যেন বুজিব নোৱৰা কিছুমান কথাই গান হ'বৰ কাৰণে উখল-মাখল লগাইছে।

বতাহজাক শান্ত, কিন্তু তেনেই শীতল নহয় কিছু তপত। গছজোপাৰ ঘন পাতৰ ছাঁত বতাহজাকৰ স্পৰ্শটো আপোন যেন লাগিছে। বতাহজাক উৰি ফুৰিছে। ইয়াতে ক'ৰবাত যেন বতাহজাকৰ ঘৰ আছে, গছপাতেৰে সজা এটা সৰু, মৰমলগা ঘৰ আৰু ক'ৰবাৰপৰা ঘুৰি ঘুৰি বতাহজাক তালৈকে আহিছে। ঘৰৰ ভিতৰৰ কাৰোবাৰ লগত বতাহজাকে কাণে কাণে কথা পাতিব। কিজানি কি কথা?

অকণো পাখি লৰচৰ নকৰাকৈ শগুনবোৰ বাৰু আকাশৰ বুকুত কেনেকৈ ওপঙি থাকে? সিহঁতক বাৰু কিহে ওপঙাই ৰাখে? সিহঁতে অকণ পাখি মাৰিলেই যেন শান্ত আকাশখনৰ বুকুত শান্তি ভংগ হ'ব। শগুনবোৰ বাৰু ডাৱৰৰ ওপৰেদি উৰি যাব পাৰেনে? ইমান ওখইদি আৰু কি চৰাই উৰিব পাৰে বাৰু?

টান ৰ'দজাকক ডাৱৰে কোমলাইছে। কিন্তু ৰ'দ আছে। বেলি লহিয়াইছে। ডাৱৰৰ কোনোবা এটা ফাকেদি কিছুমান বগা ৰ'দ তললৈ নামি আহিছে। কিন্তু এইখিনিত ৰ'দ নাই, আছে ডাৱৰৰ ছাঁ, গছ-পাতৰ ছাঁ।

গছতলৰ বননিখনৰ ওপৰত আধা চকু মুদি, ওপৰলৈ মূ কৰি পৰি থাকি বাবৰৰ ভাল লাগিল। এইয়া মাটি, মই মাটিৰ ওপৰত আছোঁ। ঘাঁহৰ ওপৰত আছোঁ। এই মাটি আৰু মোৰ গাৰ মাটি একে মাটি। মোৰ পিঠিটোৱে তলৰ মাটিৰ লগত কিবা কথা পাতিছে। বনবোৰে মোৰ গাৰ সৰু সৰু নোমবোৰক কিবা কৈছে। মোৰ গাত থকা তেজৰ নিচিনা ৰঙা তেজ মাটিৰো আছেনে বাৰু? মোৰ গাৰ তলৰ মাটিখিনি ইমান কোমল, এখন তুলি পাৰি থোৱা বিচনাতকৈও কোমল। মাটি যে ইমান কোমল হয় মই ক'বই পৰা নাছিলোঁ।

ট্ৰাকখন বাঁহ বোজাই কৰিবৰ কাৰণে সিফালৰ গাঁওখনলৈ গৈছিল। ট্ৰাকত অহা বাবৰৰ কাম্‌লাকেটাই বাঁহ হিচাপ কৰি ট্ৰাকত বোজাই কৰি আনিব। সিহঁতক পঠিয়াই দি বাবৰ ইয়াতে ৰৈ গৈছিল: "মই ইয়াতে অলপ বহোঁ তহঁত যা, বাঁহ বোজাই কৰি আনগৈ।" সিহঁত ঘুৰি আহোঁতে অলপ দেৰী কৰিলেও আজি বাবৰে বেয়া নেপায়। এই হাবিডৰাৰ কাষৰ নিৰ্জন ঠাইডোখৰত অকলে গছৰ ছাঁত বহি শুই থাকি তাৰ বৰ ভাল লাগিছে।

বাবৰে এনেয়ে ভাবি চালে: আজি ভালেমান দিন—কেইবা বছৰো সি এনেকৈ অকলশৰীয়া হ'বলৈ পোৱা নাই, এনেকৈ মাটিৰ ওপৰত শুই নিজৰ লগত কথা পাতিবলৈ পোৱা নাই, মাটিৰ উমলগা কোমল পৰশ গাত সানি লবলৈ পোৱা নাই, বনৰীয়া গছ-লতাৰ মাজত নিজক হেৰুৱাই পেলাবলৈ পোৱা নাই।

আচলতে যুদ্ধ লগাৰ পৰা, আৰু সি যুদ্ধৰ কাৰণে বস্তু যোগান ধৰা ঠিকাদাৰী কৰিবলৈ আৰম্ভ কৰাৰ পৰা সি জিৰোৱাই নাই। জিৰাবলৈ পোৱাই নাই। সি মাথোন উশাহ লবলৈকো সময় নোপোৱাকৈ হুৰমূৰাই ঘুৰি ফুৰিছে। যুদ্ধখন কিয় লাগিছে সি নেজানে, ক'ত লাগিছে নেজানে, কাৰ কাৰ মাজত লাগিছে তাকো ভালকৈ নেজানে। আৰু যুদ্ধখন কেতিয়া শেষ হ'ব, সেই কথাও

সি ক'ব নোৱাৰে। এই যুদ্ধখনেই আমাৰ 'নেশ্যৰ' মানুহবোৰ মাৰিলে, গাঁওবোৰ উজাৰ কৰিলে, জীয়াই থকা মানুহবোৰক মগনীয়া, বাটৰ ভিকছু কৰিলে। ইয়াৰ মাজতে মই ডেকা হ'লোঁ, ঠিকাদাৰ হ'লোঁ, আনকি তুপইচা ঘটি অলপ ধনীও হ'লোঁ।

গোটেইবোৰ কিবা বুজিব নোৱৰা কথা।

তাতোকৈ বুজিব নোৱৰা কথা, মই নিজেই নজনাকৈ মাটিৰ লগত সম্পৰ্ক হেৰুৱাই পেলাইছোঁ, মই ট্ৰাকত উঠি ফুৰো, বাছত উঠি ফুৰোঁ, মাটিৰ ওপৰেদি খোজ কাঢ়ি ফুৰিবলৈ মোৰ আজৰি নাই, সময় নাই। এখন চিনাকি হাতৰ মৰমী নিৰ্জনতাৰ গভীৰ আহ্বানলৈ কাণ দিবলৈ অৱসৰ নাই। মাটিলৈ চাবলৈ সময় নাই, আকাশলৈ চাবলৈ সময় নাই।···

বৰ বেয়া হৈছে।

এইবোৰ বৰ বেয়া কথা হৈছে। খেতিয়কৰ ল'ৰা এনেকৈ মাটিৰ পৰা আঁতৰি অহাটো বৰ বেয়া কথা হৈছে।

বাবৰৰ যেন মাটিখিনিক সাবটি ধৰিবৰ মন গ'ল। ঘাঁহখিনিক বুকুলৈ চপাই লবৰ মন গ'ল।

সি ওপৰলৈ চালে।

মেঘবোৰ আৰু ডাঠ হৈছে, তাৰ বুকুত থকা পানীবোৰ যেন সৰি পৰিবৰ উপক্ৰম হৈছে। আৰু কিছু পৰৰ মূৰত বৰষুণ দিব কিজানি···

দিয়ক, বৰষুণ দিলে সি আজি নিতিতাকৈ থাকিবৰ যত্ন নকৰে। সি মনৰ আনন্দেৰে বৰষুণত তিতিব, বৰষুণজাকক তাক তিয়াই জুকলি জুপুৰি কৰিবলৈ এৰি দিব। ৰ'দ-বৰষুণ, বতাহ-ধুমুহা, জাৰ গৰম—এইবোৰৰ পৰা নিলগত থাকি মানুহ মানুহ হৈ থাকে নেকি?

নিৰ্জন পৰিবেশটোৱে ডেকা বাবৰক ভাৱপ্ৰৱণ কৰি তুলিলে। যুদ্ধ, ঠিকাদাৰী, ট্ৰাক, মিলিটাৰী কেম্প, টকা, ব্যস্ততা—সকলোকে তাৰ পাহৰি পেলাবৰ মন গ'ল।

ক'বই নোৱৰাকৈ ইটোৰ পাছত সিটোকৈ সি কেইবাটাও ছিগাৰেট খালে, উঠিল, বহিল, আকৌ বননিতে শুলে। এবাৰ চকু দুটা ডাঙৰকৈ মেলি আকাশখনলৈ চালে—শগুনকেটা ক'ৰবাত নোহোৱা হৈছে। কিন্তু গছপাতবোৰ যেন এজাক ডাঙৰ বৰষুণৰ প্ৰতীক্ষাত উদগ্ৰীৱ হৈ উঠিছে। মানুহৰ পিয়াহ লাগিলে বৰষুণ নিদিব পাৰে, কিন্তু গছ-গছনিৰ পিয়াহ লাগিলে আকাশে নবৰষি নেথাকে।

বাবৰে হাতৰ ঘড়িটোলৈ চালে, যুদ্ধৰ দিনত ঘড়ি পাবলৈ নাই। সি এজন মিলিটাৰী অফিছাৰৰ যোগেদি এটা 'ৰেষ্ট এণ্ড ৱাচ' ঘড়ি কিনিছে। ধুনীয়া ঘড়িটো, সময়ো ভালেই দিছে। তাৰ বৰ মৰম লাগে ঘড়িটোলৈ।

সময় ভালেমান হ'ল। ট্ৰাকখন আহি পাবৰ হৈছে।

বাবৰে মনতে ঠিক কৰিলে সি আজি আৰু মিলিটাৰী কেম্পলৈ নেযায়। বাঁহে স'তে ট্ৰাকখনকে পঠিয়াই দিব। মহৰী ল'ৰাটোৱে বাঁহ ক'ত দিবগৈ লাগে জানে, সি গাঁওবুঢ়াৰ ঘৰলৈকো নেযায়, সি তাৰ নিজৰ ঘৰলৈকে যাব। ঘৰটো সজাই শেষ হোৱা নাই। সৰু ঘৰ, তথাপি বস্তু পাবলৈ নাই, চাওঁতা চিতোঁতা নাই—কাম লাহে লাহে চলিছে।

কলিকতাৰ পৰা অহাৰ আজি এমাহৰো বেছি হ'ল। মৰীয়ম আৰু চাচা তাতেই আছে। অৱশ্যে বাবৰে লুকুৱাই ৰখা নাই। সিহঁত আহি প্ৰথমে গাঁওবুঢ়াৰ ঘৰতে চাৰিদিন আছিল, সি মৰীয়মহঁতৰ সঁচা চিনাকিয়েই গাঁওবুঢ়াক দিছিল। গাঁওবুঢ়ায়েই পৰামৰ্শ দিছিল মৰীয়মহঁতক নি তাৰ ঘৰতে ৰাখিবলৈ। সিহঁতক কলিকতাৰপৰা তেনেকৈ লৈ অহাৰ কাৰণে গাঁওবুঢ়াই বাবৰক বেয়া পোৱা নাছিল। নিজৰ ঠাইৰ বিপদত পৰা মানুহক সহায় নকৰিলে আন কোনে কৰিব।

আৰু গাঁওবুঢ়াই যেতিয়া বাবৰৰ নিজ মুখৰপৰা বংগদেশৰ

আকালৰ কাহিনীবোৰ শুনিলে তেওঁৰ মৰীয়মহঁতৰ প্ৰতি এটা বেলেগ চেনেহ উপজিল।

কিন্তু মনৰ মৰমৰ কথা মুখেৰে প্ৰকাশ নকৰি গাঁওবুঢ়াই মৰীয়মহঁতক উদ্দেশ্য কৰি ক'লে, "বাবৰে নতুন ঘৰ সজাইছে। তহঁত এতিয়া তাতে থাকগৈ। সদায় লোকৰ ওপৰত নিৰ্ভৰ কৰা বেয়া। তহঁত এনেই বহি নেথাকিবি। তইতো গাভৰু ছোৱালী, আৰু ইও বৰ বুঢ়া হোৱা নাই। একো নহ'লেও তহঁতে বাৰীঘৰ চাবি দুটামান হাঁহ-কুকুৰা পুহিবি, দুডাল শাক-পাত কৰিবি। গাত শক্তি থাকেমানে মেহনত কৰি খাব লাগে, এনেই বহি থাকিব নেপায়।"

বাবৰে অৱশ্যে এনে কোনো কথা কোৱা নাছিল। দুটা মানুহক এনেই বহুৱাই খুৱাবপৰা অৱস্থা এতিয়া তাৰ আছে, কিন্তু মৰীয়মহঁতে যদি তাৰ ঘৰতে থাকি ইটো সিটো কৰেও, সি বেয়া নেপায়।

প্ৰায় এশমান টকা খৰচ কৰি বাবৰে মৰীয়মহঁতৰ বিচনাপত্ৰ বাচন-বাটি যোগাৰ কৰি দিলে। দুয়োৰে নতুন কাপোৰ কানিও কিনি দিলে। যিজনী ছোৱালীয়ে কলিকতাৰ মিলিটাৰীৰ মাজত মান-ইজ্জত ৰক্ষা কৰি, গা বচাই চলিব পাৰে, সেইজনী ছোৱালীৰ কাৰণে ইয়াত কোনো ৰখীয়াৰ দৰকাৰ নাই। চাচাকৰ লগত মৰীয়ম অকলেই থাকিব পাৰিব। সেইবাবে বাবৰৰ চিন্তাৰ কোনো কাৰণ নাই।

কিন্তু তথাপি মৰীয়মহঁতৰ এবাৰ খবৰ কৰাৰ দৰকাৰ। অসুখ বিসুখ হ'ব পাৰে, টকা পইচাৰো দৰকাৰ হ'ব পাৰে। আৰু তাৰ ঘৰ-বাৰীবোৰ তাই ( চাচাক সাক্ষী মাত্ৰ ) কেনেকৈ ৰাখিছে, তাতো চকু ফুৰাই অহা দৰকাৰ।

আৰু আজি, কিবা এটা বুজিব নোৱৰা কাৰণত বাবৰৰ একো কৰিবৰ মন নোযোৱা যেন লাগিছে। বহুত দিনৰ মূৰত আজি সি ক'ৰবাত জিৰণি ল'ব। লাগিলে তাৰ নিজৰ ঘৰতে সি মৰীয়মৰ লগত বহি সিহঁতৰ 'দেশৰ', সিহঁতৰ গাঁৱৰ মানুহবোৰৰ কথা পাতিব। আৰু

দিন পৰি নহা পৰ্যন্ত আৰু বতৰ গোমা কৰি বৰষুণ নহা পৰ্য্যন্ত সি গধূলিলৈকে এনেকৈ বননিতে পৰি থাকিব।

ট্ৰাকখন আহি পালে, বিশেষ কথাবতৰা নকৈ বাবৰে ড্ৰাইভাৰক ক'লে, "মোৰ ঘৰত অলপ জৰুৰী কাম আছে, মই এতিয়া মোৰ ঘৰলৈ যাম, মোক ঘৰত থৈ তহঁতে বাঁহ লৈ কেম্পলৈ যাবিগৈ, মই কাইলৈ বা পৰহিলৈ যাম।"

ট্ৰাকখন আহি যেতিয়া বাবৰৰ পদুলিমূৰত ৰ'লহি, তেতিয়া বৰষুণ দিবলৈ আৰম্ভ কৰিছে। জৰজৰীয়া এজাক বৰষুণ, বৰ ডবডবীয়া নহয়।

ট্ৰাকৰ মানুহকেটাক বাবৰে ক'লে, "তহঁতে ইয়াত পলম কৰিব নেলাগে। খাব যদি চাহ একো পিয়লা খাই যা, অৱশ্যে চাহ আছেনে নাই মই ক'ব নোৱাৰোঁ।"

মৰীয়ম ভিতৰৰপৰা ওলাই আহিল।

বাবৰৰ মুখৰ শেষৰ কথাখিনি তাইৰ কাণত পৰিছিল। টিনৰ টিপচাকিটোৰে দুৱাৰমুখখন অলপ পোহৰাবৰ যত্ন কৰি মৰীয়মে ক'লে, "ৰাতি হোৱা নাই। ডাৱৰীয়া কাৰণে আন্ধাৰ হৈছে। তোমালোক বহা, মই চাহ দিওঁ—"

মৰীয়মে তেতিয়াও অসমীয়া ক'বলৈ শিকা নাই। গতিকে তাইৰ নিজৰ ভাষাৰেই ক'লে।

ট্ৰাকৰ মানুহকেটাই বিস্কুট আৰু চাহ খালে। বিস্কুট সিহঁতৰ লগতে আছিল। সিহঁত তাৰ পাছত ট্ৰাক লৈ গ'লগৈ।

গাড়ী ষ্টাৰ্ট দিলত মৰীয়মে ওচৰতে থিয় হৈ থকা বাবৰৰ মুখলৈ চালে। ঘৰঘৰণি আৰম্ভ কৰা ট্ৰাকৰ শব্দৰ মাজেদিয়ে বাবৰে ক'লে, "ৰাতিটো পৰি থাকিবৰ কাৰণে অকণমান ঠাই হ'ব জানো?"

তাৰ কথা শুনি মৰীয়মৰ মুখখন ৰঙা পৰি উঠিল, ঘোপাকৈ তাই বাবৰৰ মুখলৈ চালে আৰু ক'লে, "বাহিৰৰ বৰষুণত তিতি বাহাদুৰী দেখুৱাব নেলাগে। ভিতৰলৈ সোমাই আহ—"

মৰীয়মে দুৱাৰখন বন্ধ কৰিলে।

তাই তাৰ পিঠিত হাত দি চালে—সি তিতিছে।

"অ'—তিতি আহিছ ?"

"বাহাদুৰী মই কৰা নাই, বৰষুণে বাহাদুৰী কৰিলে, মই কি কৰিম ?"

"কিবা কাপোৰকানি আনিছ জানো ?"

"তোৰ কাৰণে ?"

আকৌ মৰীয়মে ঘোপাকৈ তালৈ চালে।

"বাৰু চোলাটো সোলোকাই থম। পেণ্টটো সলাব পাৰিলেই হয়। তোৰ শাড়ী-তাৰী নাইনে ?"

"গাঁওবুঢ়াৰ ঘৰতনো কাৰ শাড়ী পিন্ধি পেণ্ট সলাব ?" কৈ মৰীয়মে ক'লে, "চাচাৰ গাটো বৰ ভাল নাই, আজি তিনিদিন মানৰপৰা। আজি তই আহিলি বৰ ভাল হ'ল।"

"চাচা ক'ত আছে ?"

"শুই আছে। টোপনি অহা নাই চাগৈ। এনেয়ে বিচনাতে পৰি আছে।"

বৰষুণজাক ডাঙৰকৈ আহিবলৈ আৰম্ভ কৰিলে। আজি ৰাতি ঘৰত থকাৰ কথা বাবৰৰ নাছিল, গতিকে পিন্ধি থকা সাজৰ বাহিৰে অন্য কাপোৰো অনা নাছিল।

বাবৰে চাচাৰ কাষলৈ গৈ খবৰ কৰিলে। সি অহাৰ গম পাই বুঢ়াই ভাল পালে। তাৰ ভাল-বেয়াৰ খবৰ ললে। কাৰবাৰো খবৰ কৰিলে। তাৰ পাছত বাবৰৰ খোৱা-শোৱাৰ দিহা কৰিবৰ কাৰণে মৰীয়মক দিহা দিলে।

মৰীয়ম ইতিমধ্যে ৰান্ধনিশালত সোমাইছিলেগৈয়ে, অলপ চিয়ঁৰিয়ে বাবৰে ক'লে, "মোৰ বৰ ভোক লাগিছে মৰীয়ম, ভাত সোনকাল কৰ।"

মৰীয়ম অৰণ্যে বিবুদ্ধিত পৰিছিল—চাউল আছে, কিন্তু ছুটামান

ডাইল আৰু দুটামান আলুৰ বাহিৰে ঘৰৰ ভিতৰত আৰু একো নাই। ওচৰৰ কাৰোবাৰ ঘৰৰপৰা আনিবলৈকো ডবডবীয়া বৰঘুণ দি আছে। নহ'লে ইতিমধ্যে তাই ওচৰৰ যিকেইঘৰৰ লগত চিনাকি হৈছে, তাৰে কোনোবা ঘৰৰপৰা কিবা এটা খুজি আনিব পাৰিলেহেঁতেন।

"এইপিনে আহচোন—" মৰীয়মে মাতিলে।

"কি হ'ল ?"

"আমি যেনেতেনে কিবাকিবি খাই থাকোঁ। তই আহিবি বুলি জনা হ'লে কিবাকিবি আনি থব পাৰিলোহেঁতেন। এতিয়া যি আছে তাৰেই খাব লাগিব।"

"বাৰু হ'ব দে। মই আহিম বুলি জনা হ'লে তই কি কৰি থলিহেঁতেন বুজিছোঁ। পিছে এটা কথা দেই মৰীয়ম—"

"কি ?"

"তয়ে ময়ে এতিয়া যি ভাষাৰে কথা পাতিছোঁ, সেইটো ইয়াত নচলিব। এইখন আচাম দেশ, ইয়াৰ মাত কথা অচমীয়া। ইয়াৰ মানুহৰ লগত মিলিজুলি চলিব লাগিলে ইয়াৰ ভাষা শিকি ল'ব লাগিব। মই আজিকালি আমাৰ ভাষাতকৈ অচমীয়া কৈহে বেছি সুবিধা পাওঁ।"

মৰীয়মে ক'লে, "দৰকাৰ হয় যদি শিকিম, কি কথা আছে। চৰায়েও মানুহৰ ঘৰত থাকিলে মানুহৰ মাত-কথা শিকে।"

"তই হ'বলা বনৰীয়া চৰাই ?"

"চৰাই নহয়, বনৰীয়া জানোৱাৰ।" মৰীয়মে ক'লে।

"জানোৱাৰ যদি তোক ঘৰৰ ভিতৰত থাকিবলৈ দিব পৰা নহ'ব। আচামৰ জানোৱাৰবোৰ জংঘলত থাকে।"

"তোৰ ঘৰটোও জংঘলতকৈ একো ভাল নহয়, মইহে অলপ চাফ চিকুণ কৰি মানুহ থাকিব পৰা কৰিছোঁ।"

"বাৰু বহ, ভাত খাই লওঁ, তাৰ পাছত চাম তই মোৰ ঘৰটো জংঘল গুচাই কিমান ফুলনি কৰি থৈছ।" বাবৰে ক'লে।

বাবৰক খাবলৈ দিবলৈ বিশেষ একো কৰিব নোৱাৰি মনে মনে মৰীয়মে বেয়া পালে। কিন্তু একো কৰিবৰ উপায় নাছিল, ভাত ডাইল আৰু কণী আৰু আলু ভজাৰ বাহিৰে তাই আৰু একো কৰিব নোৱাৰিলে।

ভাত বাঢ়ি দি, ওচৰতে ঠাই লৈ শান্তভাৱে মৰীয়মে ক'লে, "যি পাইছ খা দেই। কাইলৈ যি হয় কৰিম। তইনো আহিম বুলি খবৰ নিদিলি কেলেই?"

"নিজৰ ঘৰলৈ আহিলে খবৰ দি অহাৰ নিয়ম এই আচাম দেশত নাই। আৰু মই সদায় ঘিউ মৌ খাই থাকোঁ বুলি ভাবিছ নেকি?"

"নহ'লেনো এই কেইবছৰতে ইমান শকত আৰত হ'লি কেনেকৈ, মই শুনিছোঁ গাঁওবুঢ়াৰ ঘৰৰ মানুহে কোনো দিন শুদা ভাত নেখায়।"

"মই জানো এতিয়া গাঁওবুঢ়াৰ ঘৰত ভাত খাইছো?"

শোৱাৰ আয়োজন কৰি মৰীয়মে সুধিলে, "তই ক'ত শুবি এতিয়া—"

"বিচনাত—"

"ওঁ সিটো কোঠাত বিচনা কৰা আছে। তই তাতে শুবি—"

"আৰু তই?"

"মই য'তে শোওঁ, তোক কেলেই?"

"ৰাতি যদি তোক কিহবাই ধৰি লৈ যায়, মই ক'ত বিচাৰিম?"

বাচন-বাটি মাজি-কুজি ঘৰ-মজিয়া সাৰি আৰু এঘণ্টামানৰ মূৰত মৰীয়ম যেতিয়া বাবৰৰ ওচৰলৈ আহিল, তাই দেখিলে, বিচনাত ওপৰলৈ মূকৈ পৰি বাবৰে ছিগাৰেট হুপি আছে, আৰু ছিগাৰেটৰ ধোঁৱাৰে কোঠাটো ভৰি পৰিছে।

মৰীয়ম আহি তাৰ কাষতে বিচনাতে বহিল।

"বৰ বৰষুণ দিছে।" এনেয়ে বাবৰে ক'লে।

"কথা এটা ক'লে শুনিবি?"

"ডাঙৰকৈ ক'বি, বৰষুণ দেখা নাইনে ডবডবাই দিছে—"

"তই যে পইচা দি গৈছিলি, তাৰে এজনী কণী পৰা কুকুৰা কিনি আনিলোঁ, পুহিছোঁ, কণীও পাৰিছে।"

"মোক তাকে খুৱালি হবলা ?"

"ওঁ। মোক এজনী বা দুজনী ছাগলী আনি দে। আৰু বাৰু খীৰতী গাই এজনী নেপাবিনে ?"

"আৰু ?"

"দিনৰ দিনটো এনেই থাকোঁ। সেইবোৰকে চাই মেলি থাকিম।"

"তই জানিবা গৰু ছাগলীকে চাই মেলি থাকিবি। পিছে তোক চাব কোনে ?"

"মোক আকৌ কি চাব লাগিছে ? চাচা আছে, ওচৰৰ কাৰ্তিক কলিতাহঁত আছে, মাজে মাজে তই আহি থাকিবি— হ'ব আৰু—" মৰীয়মে ক'লে।

"যুদ্ধ দিনে দিনে বেছিকৈহে লাগিছে। হাতীঘোঁৰা, গৰুছাগলী কিছুমান টেঁটুত লগাই ল'ব নেলাগে এতিয়া। বাৰু গাখীৰ খাবলৈ খীৰতী গাই এজনী ক'ৰবাত পাওঁনেকি খবৰ কৰিম। তই এতিয়া আমাৰ নতুন পুখুৰীৰ ভেকুলী কেটাকে ৰখি-মেলি থাক—পাৰিবি নহয় ?"

"আমাৰ নিচিনা মানুহে আৰু পুখুৰীৰ ভেকুলী ৰখাতকৈ কি ডাঙৰ কাম কৰিব পাৰিম।"

"বাৰু, এতিয়া এটা ডাঙৰ কাম কৰচোন—"

"কি ?"

"চাকিটো নুমুৱা আৰু পেকপেকাই নেথাকি মনে মনে শুই থাক—" বাবৰে ক'লে।

মৰীয়ম বিচনাৰপৰা নামি গ'ল, আৰু ফু মাৰি চাকিটো নুমুৱাই ক'লে, "ওঁ, তই শো, মই যাওঁ—"

"ক'লৈ যাবা ?"

"শুবলৈ—"

"ক'ত শুবলৈ যাব ?"

"সেইটো তোক কেলেই ?"

বাবৰে মৰীয়মৰ ফালে আন্ধাৰতে বাগৰ সলাই ক'লে, "এই বিচনাখনৰ তলত এইবোৰ সুমুৱাই থৈছে। বুকুৰে পিঠিয়ে বিন্ধিছে।"

মৰীয়ম বিচনাখনৰ কাষলৈ আহিল।

"ক'ত কিহে বিন্ধিছে ?" বাবৰৰ গাৰ ওপৰেদি কুঁজা হৈ তাই বিচনাখন চাবলৈ হেপা মেলিলে।

"এইবোৰ জানো কিহে বিন্ধিছে—"

মৰীয়ম তাৰ গাৰ কাষৰ পৰা আঁতৰি আহিল আৰু খং কৰি কোৱাদি ক'লে, "অ', গুণ্ডা হৈছ। লাজ নেলাগে মাইকী মানুহৰ গাত হাত দিবলৈ—"

"তইনো তোৰ গাটোৰে মোক হেচা মাৰি ধৰিছিলি কেলেই ? মোৰ একদম দম বন্ধ হৈ যাব খুজিছিল।"

বাবৰে মৰীয়মক গাৰ কাষতে ধৰি থাকিল। প্ৰতিবাদ নকৰি তায়ো থিয় দি থাকিল।

বৰষুণ দি আছে।

ভিতৰ-বাহিৰত আন্ধাৰ।

কেইটামান উঁই চিৰিঙাই চিয়ঁৰি আছে কিৰকিৰীয়া মাতেৰে।

কিছুপৰ মনে মনে থকাৰ পাছত মৰীয়মে ক'লে, "মই বুজিছোঁ, তোৰ বিয়া কৰাবৰ বয়স হৈছে, বিয়াৰ বন্দবস্ত হৈয়ে আছে যেতিয়া সোনকালে বিয়াখন পাতি পেলা—"

"কোনে ক'লে মোৰ বিয়াৰ বন্দবস্ত হৈ আছে বুলি ?"

"মই ইয়াত এনেই বহি আছোঁনেকি ? তই কি কৰিছ-নকৰিছ মই খবৰ নকৰাকৈ আছোঁ বুলি ভাবিছ ?"

মৰীয়মৰ কথা শুনি বাবৰৰ অলপ সময়ৰ আগৰ মনৰ ফুৰ্তিৰ ভাব নোহোৱা হৈ গ'ল। লাহে লাহে সি ক'লে, "গাঁওবুঢ়াৰ কথানো পেলাম কেনেকৈ ?"

"গাঁওবুঢ়াৰ কথা আকৌ পেলাবি কিয় ? জবানৰ ইফাল সিফাল হ'লে তোকে কোনোবাই মানুহ বুলিবনে ? মই যে সেই কেই দিন গাঁওবুঢ়াৰ ঘৰত থাকিলোঁ, মই দেখিলোঁ নহয়, ছোৱালীজনী ভাল। তোৰ লগত মিলিবও—"

বাবৰ মনে মনে থাকিল।

বৰষুণজাকৰ ছম্‌ছম্ শব্দত সি এটা বুজিব নোৱৰা ৰহস্য অনুভৱ কৰিলে। উইঁ চিৰিঙাৰ কিৰকিৰীয়া মাত, বৰষুণৰ অবিৰাম ছম্‌ছম্ শব্দই গভীৰ কৰা ৰাতিৰ আন্ধাৰ, তাৰ গাৰ কাষত থিয় হৈ থকা গাভৰু মৰীয়মৰ দেহাৰ এক দুৰ্বোধ্য উষ্ণতা, সিটো কোঠাত টোপনি যোৱা চাচাৰ নাকৰ উশাহ নিশাহৰ শব্দ—সকলো একেলগ হৈ এক বিষণ্ণ, করুণ পৰিবেশৰ সৃষ্টি কৰিছে। হঠাৎ অকাৰণতে বাবৰৰ মনটো গধুৰ হৈ গ'ল।

কথাটো যেন মৰীয়মেও বুজিব। তাই বাবৰৰ গাৰ আৰু কাষ চাপি গ'ল, আৰু তাৰ মুখখন আন্ধাৰতে বিচাৰি, এটা সৰু ল'ৰাৰ মুখত হাত ফুৰোৱাদি হাত ফুৰাই ক'লে, "মোক গৰুছাগলী দুটামান চপাই গোটাই দে। তইঁতক মই অকণো আমনি নকৰোঁ। খাবলৈ নেপায়ো নমৰিলোঁ যেতিয়া এতিয়া আৰু নমৰো। তইঁতকে জানো ঘৰুৱা বনবাৰি কৰা মানুহ এজনী নেলাগিব ?"

বাবৰৰ মৰীয়মৰ কথাবোৰ বুজি নোপোৱা যেন লাগিল।

মৰীয়মে ক'লে, "টোপনি অহা নাই ?"

"ওহোঁ।"

"আহিব, শো। মই তোৰ হাতভৰিবোৰ মোহাৰি দিওঁনে ? তই ইমান খাটনি খাট—"

বাবৰে ক'লে, "তোৰ কথা মই পাহৰা নাছিলোঁ, কিন্তু তোক যে এনেকৈ লগ পাই যাম মই ভাবিবই পৰা নাছিলোঁ।"

"মই কিন্তু মাজে মাজে ভাবিছিলোঁ যে ক'ৰবাত মই তোক কেতিয়াবা লগ পাই যাম। ৰাতি ভালেমান হ'ল, শো দেই—"

মৰীয়মক তাৰ কাষতে শুবলৈ ক'ব খুজিও সি ক'ব নোৱাৰিলে। তাইক সি শো গৈ যা, বুলিও ক'ব নোৱাৰিলে। গাঁওবুঢ়াৰ জীয়েকৰ লগত তাৰ বিয়া হ'ব বুলি তাই জানি গৈছে। এই কথা তাইৰ পৰা লুকুৱাৰৰ চেষ্টা কৰি কোনো লাভ নহয়। কিন্তু মই গাঁওবুঢ়াৰ জীয়েকক বিয়া কৰোৱাৰ পাছত মৰীয়ম ক'লৈ যাব, ক'ত থাকিব? কেনেকৈ থাকিবি?

ভালেমান পৰৰ নিৰৱতাৰ মূৰত বাবৰে ক'লে, "যুদ্ধ কিমান দিন চলে কোনেও ক'ব নোৱাৰে। এনেকুৱা দিনত বিয়াবাৰুৰ কথা ভাবিবই নোৱাৰি।"

মৰীয়মে ক'লে, "ভবা চিন্তাৰ কি দৰকাৰ। বন্দবস্ত হৈ আছে, বিয়াখন পাতি পেলা—"

বাবৰে একো ক'ব নোৱাৰিলে।

গাঁওবুঢ়াৰ সৰু জীয়েক মইমুনা, ঘৰত ৰাণী বুলি মাতে। গাঁওবুঢ়াৰ ইচ্ছা হয়তো—ৰাণীকে মই বিয়া কৰাৰ লাগিব।

কিন্তু ক'লে মৰীয়মে জানো বিশ্বাস কৰিব যে কেতিয়াবা দূৰৰপৰা দেখাৰ বাহিৰে ৰাণীৰ লগত আজিলৈকে মই এষাৰ কথাও পতা নাই। মৰীয়মে হয়তো ভাবিছে—গাঁওবুঢ়াৰ ঘৰতে থাকি, ৰাণীক ভাল পাইহে মই বিয়া কৰাবলৈ ওলাইছোঁ। কিন্তু আল্লাই জানে ৰাণী ৰাণী আৰু মই মই। ৰাণীৰ লগত ভাল পোৱা বেয়া পোৱা একো নাই। বিয়া কৰালে, ভাল নেপালে নচলিব। কিন্তু এতিয়াও ৰাণীৰ লগত মোৰ মনৰ কোনো যোগাযোগ ঘটা নাই।

আল্লাই যি কৰে!

## বাইশ

ট্ৰাকখন আকৌ পিছবেলা আহিব।

মিলিটাৰী মাল বোজাই কৰি আনি বাবৰকো লৈ যাব। আগবেলাটো বাবৰৰ হাতত আছে।

ৰাতিপুৱা শুই উঠি, চাহ তাহ খাই, বাবৰ গাঁওবুঢ়াৰ ঘৰলৈ, অৰ্থাৎ বাবৰৰ নিজৰ ঘৰলৈ গ'ল।

গাঁওবুঢ়াৰ স্বাস্থ্য আকৌ ক্ৰমে বেয়াৰ ফালে যোৱা দেখা পাই বাবৰৰ বেয়া লাগিল। গাঁওবুঢ়া নিজৰ বিষয়ে উদাসীন হৈ পৰিছে! তেওঁ হয়তো আল্লাৰ নাম লৈ লৈ মৃত্যুৰ বাবে প্ৰতীক্ষা কৰিছে।

গাঁওবুঢ়াক দেখি বাবৰৰ মনটো দমি গ'ল। সমগ্ৰ জীৱন সংগ্ৰাম কৰি এই মানুহজনে নিজক প্ৰতিষ্ঠা কৰিলে, দান-দখিণা কৰিলে, ধন মাটি সা-সম্পত্তি কৰিলে, আৰু এতিয়া সহজভাৱে এই পৃথিৱীৰ পৰা, জীৱনৰ পৰা বিদায় লবৰ কাৰণে সাজু হৈছে।

বাবৰ ওচৰতে বহিল।

মাতত সামান্য অভিযোগ ৰাখি বুঢ়াই ক'লে, "তই আজিকালি ঘৰলৈ বৰকৈ নহা হ'লি। কাজ কাৰবাৰ কেনেকুৱা চলিছে?"

"মই আহিয়ে আছোঁ দেখোন। কলিকতাৰপৰা ঘুৰি আহিও আহিছিলোঁ, তাৰ পাছতো এবাৰ আহি গৈছোঁ।"

"এৰা, আহি থাকিবি। যুদ্ধ বোলে খুব জোৰেৰে চলিছে। তইঁত সাৱধানে থাকিবি। আল্লাই নিৰাপদে ৰাখিলেই হয়। আকৌ যাবি কেতিয়া?"

"আজি পাছবেলাই ঘুৰি যাম।" বাবৰে ক'লে।

"ঘৰটোৰ কিমান কাম বাকী আছে ?"

"ৰৰকৈ চকু দিব পৰা নাই। কিছু হৈছে, কিছু কাম বাকী আছে।"

"ছোৱালীজনী হ'বলা তাতে আছে ? ভালেই চলিছেনে ?"

"আছে—" চমুকৈ বাবৰে ক'লে। বিয়াৰ কথা কিবা উলিয়াই বুলি বাবৰ বুঢ়াৰ কাষৰপৰা সোনকালে উঠি আহিল।

ভালেমান দিন সি গাঁওবুঢ়াৰ ঘৰৰ খেতিবাতিৰ খবৰ কৰিব পৰা নাই। অন্যৰ খা-খবৰ কৰিবৰ আজৰি পোৱা নাই।

যুদ্ধ পূৰাদমে চলি আছে যদিও, বস্তু-বাহানি পাবলৈ নোহোৱা হৈছে যদিও, গাঁৱৰ বিয়াবাৰু নোহোৱাকৈ থকা নাই। যাৰ যেনে শক্তি তেনেকৈয়ে বিয়া বাৰু পাতিছে। দেশত কোনো কালে নাম নুশুনা নতুন নতুন ব্যৱস্থা হৈছে। ৰেচন হৈছে, কণ্ট্ৰ'ল হৈছে, ষ্টেণ্ডাৰ্ড ক্লথ হৈছে। এই যুদ্ধখনে অন্য কিবা কৰক নকৰক দুটা কাম দেখদেখকৈ কৰিছে—চুৰীয়া বা ধুতীৰ ব্যৱহাৰ শেষ কৰা আৰু পুৰণি ধৰণৰ সমাজৰ গাঁথনি শেষ কৰা। চকুৰ আগতে এই পৰিৱৰ্তন হোৱা দেখা পাইছে। যুদ্ধখন শেষ হোৱাৰ পাছত কিজানি আমাৰ দেশৰ মানুহে আৰু দহহতীয়া কপাহী চুৰীয়া নিপিন্ধিব, সকলোৱে পেণ্টহে পিন্ধিব। আৰু মানুহবিলাকে কিজানি খেতিবাতি কৰি, নামাজ, ৰোজা, পূজা পাতল কৰি আগৰ নিচিনা শান্ত নিৰিবিলি জীৱন নকটাব। মানুহবোৰ ভালে বেয়াই সোঁৱে-বাঁৱে ধন ঘটাত লাগি যাব। ব্যৱসায়ী হ'ব, ঠিকাদাৰী কৰিব, আৰু সৎ অসৎ নানা উপায়ে কেৱল ধন ঘটাত ব্যস্ত থাকিব।

অৱশ্যে মিলিটাৰী কেম্প আৰু তাৰ গাঁৱৰ মাজত এতিয়াও দেখ দেখ পাৰ্থক্য আছে। কেম্পত আছে ব্যস্ততা, গতি, কোলাহল। গাঁৱত আছে শান্তি, পুৰণি জীৱন ধাৰাৰ শ্লথ গতি। তাত আছে অনিশ্চিত মৃত্যুৰ আশংকা, ইয়াত আছে স্বাভাৱিক মৃত্যুৰ কাৰণে নিৰৱ প্ৰতীক্ষা। কিন্তু ডেকা মানুহ হিচাপে যুদ্ধক্ষেত্ৰ বাবৰৰ বেয়া নেলাগে। তাৰ

গতিবেগ, কোলাহল, হুলস্থুলবোৰ স্বাভাৱিক যেন লাগে তাত।

ইয়ালৈ, গাঁওখনলৈ আহি বাবৰৰ মনত লাগিল যেন এখন বিয়াৰ হৈ চৈ ধুমধামৰ মাজৰপৰা সি বহুত দূৰণিত থকা গাঁৱৰ বুকৰ নিজ জুপুৰীঘৰৰ মজিয়ালৈ শেহ ৰাতি ঘুৰি আহিছে। কেউফালে সকলো নিমাত, নিতাল!

তাৰ এবাৰ নৈপাৰৰ ফালে পাক মাৰি আহিবৰ মন গ'ল। অলপ অকলে অকলে গাঁৱৰ প্ৰাচীন, চিনাকি আত্মীয়তা উপলব্ধি কৰি চাবৰ মন গ'ল। ছিগাৰেট এটা হুপি হুপি বাবৰ নৈৰ ফালে আগ বাঢ়িল।

কিন্তু য'ত সি কিছু নিৰিবিলি শান্তি পাম বুলি আশা কৰি আহিছিল তাত আকস্মিকভাৱে তাৰ ভেটাভেটি হ'ল সিখন গাঁৱৰ মাতব্বৰৰ ল'ৰা কামৰাণৰ লগত।

কামৰাণ বাবৰতকৈ বয়সত দুই এবছৰৰ ডাঙৰ হ'ব। মানুহটো ওখ, হটঙা, ক'লা, চকু দুটা ডাঙৰ ডাঙৰ আৰু দহা, সোঁ চকুটো অলপ কেঁৰা। মানুহটো চাই তাৰ মাতটো সৰু, চেঁচেয়া, আগে সি লুঙী-কামিজ পিন্ধিছিল, তাৰ পাছত পায়জামা-কামিজ পিন্ধাত ধৰিলে। আজি কিছুদিনৰপৰা পেণ্ট-কামিজ পিন্ধিবলৈ লৈছে। খাকী পেণ্ট আৰু খাকী কামিজ।

কামৰাণ অলপ দিনৰ কাৰণে মোবাৰক মাষ্টৰৰ স্কুলৰ ছাত্ৰ আছিল। কিন্তু বেছি দিন তাৰ তাত থকা নহ'ল। সি লগৰ ল'ৰা-ছোৱালী বহুতৰে লগত কাজিয়া-মাৰপিট কৰিলে। মাষ্টৰৰো মাৰ খালে, তাৰ পাছত সহজভাৱে স্কুল এৰি দিলে। এইবাবে সি বা তাৰ বাপেক মাক কোনোৱে কোনো দুখ অনুশোচনা নকৰিলে।

তাৰ বাপেকে তিনিজনী বিয়া কৰাইছিল। আটাইকেইজনী জীয়াই আছে। কামৰাণহঁতৰ ভাই ককাই মুঠতে এঘাৰটা। ঘৰখনতো পুৱা টোপনি ভগাৰপৰা ৰাতি সকলো টোপনি নোযোৱালৈকে ল'ৰা-ছোৱালীবোৰৰ মাজত হাই-কাজিয়া লাগিয়ে থাকে। বৰ্তমান তিনি চাৰিটামানে স্কুললৈ অহাযোৱা কৰি আছে। ডাঙৰ ছোৱালী তিনিজনীৰ

বিয়া হৈ গ'ল। ছোৱালী আৰু তিনিজনী আছে। ডাঙৰ ল'বা দুটাই বিয়া কৰাই বেলেগ হৈ গ'ল। কামৰাণেও ছোৱালী এজনী আনিছিল। এবছৰ নৌ হওঁতেই তালাক দিলে। হয়তো নিদিলেহেঁতেন, বাপেক মাকে দিয়ালে, কাৰণ ছোৱালীজনীৰ বাপেক মাক বৰ দুখীয়া। কামৰাণৰ বাপেক ইমৰাণৰ নিচিনা ধনী মাতব্বৰৰ লগত বিয়ৈ হোৱাৰ যোগ্য নহয়।

আজি কিছুদিনৰ পৰা কামৰাণ মাজে মাজে ছৰিফ গাঁওবুঢ়াৰ ঘৰলৈ অহা যোৱা কৰা বাবৰে দেখিছে। আৰু আৰ-তাৰ পৰা গম পাইছে যে কামৰাণৰ গাঁওবুঢ়াৰ জীয়েক ৰাণীক বিয়া কৰোৱাৰ মতলব।

বাবৰে অৱশ্যে গাঁওবুঢ়াৰ এই বিষয়ৰ মনৰ ভাব গমেই পাইছে। কিন্তু ৰাণীৰ মনৰ ভাব সি নেজানে। জনাৰ দৰকাৰো নাই, কাৰণ ছোৱালীক সুধি কোনোৱে বিয়া ঠিক নকৰে।

অৱশ্যে বাবৰৰ ৰাণীৰ প্ৰতি কোনো বিশেষ আকৰ্ষণ নাই। কাৰণ মাজে মাজে ৰাণীক দেখিছে যদিও, আৰু দেখি ভাল পাইছে যদিও, ৰাণীক বিয়া কৰাবৰ কাৰণেই সি নিজক প্ৰস্তুত কৰা নাই। খোদাৰ ইচ্ছামতে সকলো হ'ব।

সেয়ে হ'লেও কিন্তু ৰাণীৰ নিচিনা এজনী ছোৱালীক কামৰাণৰ নিচিনা ল'ৰা এটাই বিয়া কৰোৱাটোও সি পছন্দ কৰিব নোৱাৰে। তাৰ মতে কামৰাণ ৰাণীৰ যোগ্য নহয়।

বাবৰ আৰু কামৰাণ ভেটাভেটি হ'ল।

সহজভাৱেই কামৰাণে সুধিলে, "তই কেতিয়া আহিলি বাবৰ?"

"কালি গধূলি আহিলোঁ।"

"দুদিনমান থাকিবি?"

"আজি পাছবেলা গাড়ী আহিব, যামগৈ। তই ক'ৰপৰা আহিলি?"

"ইছমাইলহঁতৰ গাঁৱলৈ গৈছিলোঁ।"

বাবৰে জেপৰপৰা ছিগাৰেট উলিয়াই দিলে। কামৰাণে লৈ ছিগাৰেটটো ঘূৰাই পকাই চালে।

"এইবোৰ তইঁতক এনেয়ে দিয়েনেকি ?"

"ওহোঁ, কিনিব লাগে।"

দুয়োটাই ছিগাৰেট হুপিব ধৰিলে।

"অলপ বহোঁ আহ—" কামবাণে ক'লে আৰু বননিতে এফালে বাবৰৰ ফালে ঠাই থৈ নিজেও বহিল।

"কাৰবাৰ কেনেকুৱা চলিছে ?"

"সিমান বেয়া নহয়, চলিছে আৰু—" চমুকৈ বাবৰে ক'লে। বাবৰে অনুভৱ কৰিলে, কামবাণে তাক কিবা কথা এটা সুধিব খুজিছে। এইবোৰ তাৰেই ভূমিকা।

কিছুপৰ মনে মনে থাকি বাবৰে সুধিলে, "তই আজিকালি কি কৰি আছ ?"

"কৰিছোঁ কিবাকিবি। খেতিতো লাগি আছোঁ। চাওঁ ভাল লাগিছে, আৰু এটা ছিগাৰেট দেচোন।"

বাবৰে দিলে।

ছিগাৰেট হুপি হুপি কামবাণে সুধিলে,"বিয়াখন কেতিয়াকৈ হ'ব ?"

"কাৰ বিয়া ?"

"তোৰ—"

"একো ঠিক হোৱা নাই।"

"কিয় ?"

"মইতো কেম্পত থাকোঁ।"

"সদায় থাকিবিনে কিবা—"

"যুদ্ধখন চলি থাকেমানেতো থাকিব লাগিব।"

"যুদ্ধখন যদি দহবছৰ চলি থাকে তয়ো দহবছৰ বিয়া নকৰোৱাকৈ থাকিবিনে ?"

"যুদ্ধ সিমান দিন নচলে।"

"বুঢ়াবোতো গা বৰ ভাল নাই।"

"এবা—"

এইবোৰ কথা বাবৰৰ কামৰাণৰ লগত আলোচনা কৰাৰ ইচ্ছা নাছিল। কিন্তু এৰাই চলিবৰো উপায় নাই।

বাবৰে ক'লে, "মোৰ কেম্পলৈ আজিয়ে ঘূৰি যোৱাৰ কথা। উঠোঁ আৰু—"

"ময়ো যাওঁ ব'ল।"

দুয়ো উঠিল, আৰু খোজ ললে।

অলপ ইতস্ততঃ কৰি কামৰাণে সুধিলে, "এটা কথা শুনিছোঁ সঁচানে বাৰু ?"

"কি ? কি কথা ?"

ৰাণীয়ে বোলে বিয়া হ'ব খোজা নাই ?"

"মই নাই শুনা, খবৰো কৰা নাই—"

"যদি তাই তোৰ লগত বিয়া নহওঁ বোলে ?"

"তাইৰ কথা, মোৰ কি ?"

"নহয়, মই কৈছোঁ কি—তোৰ লগত যদি ৰাণীৰ বিয়া নহয়—মানে—"

"নহয় যদি নহব—মই তাৰে চিন্তা কৰি থকা নাই—"অলপ কঠিন মাতেৰে বাবৰে ক'লে, আৰু খোজ বেগাই দিলে।

কামৰাণে ক'লে, "তোৰ আগত মুলুকুৱাওঁ। ৰাণীক বিয়া কৰাবৰ মোৰ হেঁপাহ এটা আছে—"

বাবৰে কামৰাণৰ মুখলৈ চালে।

"হেঁপাহ আছে যদি বিয়া কৰাই পেলা। আগৰজনী ক'ত আছে ?"

"তালাক দিলোঁ নহয়, পিছে—গাঁওবুঢ়াই জানো মোলৈ দিব ?"

"মই কেনেকৈ জানিম ? তই কাবোবাৰ হতুৱা সোধাই চা—"

"তই সুধি দিব নোৱাৰ ?"

"মই নোৱাৰোঁ।" বাবৰে সহজভাৱে ক'বৰ চেষ্টা কৰিলে যদিও, তাৰ মাতটোৰ কঢ়তা লুকাই নেথাকিল।

"তেনেহ'লে ৰাণীক তোৰ বিয়া কৰাবৰ মন আছে ?"

বাবৰে একো উত্তৰ নিদিলে, খোজ খৰকৈ দিলে, আৰু কিছুদূৰ নিৰৱে আহি থাকিল।

কামৰাণো আহিল।

এটা তিনি আলি পাই বাবৰে ক'লে, "তই তেনেহ'লে যাবি কামৰাণ, মই যাওঁ, গাড়ী আহিবৰ হৈছে—"

"এতিয়া ক'লৈ যাবি ?"

"মোৰ ঘৰলৈ।"

"গাঁওবুঢ়াৰ ঘৰত সোমাই ৰাণীক এবাৰ চাই নেযাৱ ?"

"সোমাই আহিছো—" বাবৰে ক'লে। বাবৰ ঘুৰিল আৰু তিনি আলিটোৱেদি যাবলৈ খোজ আগ বঢ়ালে।

"বেয়া নেপাবি আকৌ বাবৰ। পিছে মোৰ হৈ তই যদি এবাৰ গাঁওবুঢ়াক কৱ—ৰাণীক মোলৈ দিবও পাৰে। আৰু ছিগাৰেট এট দে—আছেনে ?"

একো নকৈ বাবৰে তাক জেপৰপৰা উলিয়াই তিনিটা ছিগাৰেট থকা পেকেটটোকে দি দিলে। আৰু ক'লে, "মই সেইবোৰ কাকো একো ক'ব নোৱাৰোঁ, যা দেই—"

কামৰাণে আৰু একো ক'বলৈ সাহ নকৰিলে, নিজৰ বাটত খোজ ল'লে।

## তেইশ

মৰীয়মে বিয়াৰ কথা কয়, কামৰাণে বিয়াৰ কথা কয়, গাঁওবুঢ়াই বিয়াৰ কথা কয়, আনকি কেম্পত ঠিকাদাৰ ভূমিধৰ শৰ্মায়ো বিয়াৰ কথা কয়। বৰ্তমানত বাবৰৰ কাৰণে যেন একমাত্ৰ কৰিবলগীয়া কাম বিয়া—আৰু একো নাই। টকা পইচাও হৈছে, ঘৰবাৰীও হৈ আহিছে, সিও ডেকা হৈছে। এতিয়া আৰু বিয়া কৰোবাৰ বাহিৰে তাৰ কি কাম আছে ?

তাৰ কাৰণে ছোৱালী চাই, পছন্দ কৰি খুজি মেলি দিওঁতা কোনো নাই। গাঁওবুঢ়াই নিজেই কৈছে, এইটো তেনেই সামান্য কথা নহয়। বাপেকে কোৱা কথা জীয়েকে পেলাব নোৱাৰে। ৰাণীয়ে চাগে পাকে প্ৰকাৰে তাক বিয়া কৰাবলৈ সম্মতি জনাইছে।

গাঁওবুঢ়া আৰু কিমান দিন বাচি থাকিব কোনেও ক'ব নোৱাৰে। যদি মৰি থাকে ৰাণী মোবাৰক মাষ্টৰহঁতৰ আশ্ৰয়তো থাকিব লাগিব। তেতিয়া, মই ইয়াত নথকাৰ সুযোগ লৈ কামৰাণে যদি ৰাণীক বিয়া কৰাই পেলায় !

সেইটো ভাল কথা ন'হব।

সেইটো বেয়া কথা হ'ব।

মই বিয়া নকৰালেও কামৰাণক ৰাণীক বিয়া কৰাবলৈ এৰি দিব নোৱাৰি। তাৰ লগত ৰাণীয়ে সুখেৰে থাব নোৱাৰিব। তাইৰ দুখ হ'ব। গাঁওবুঢ়াৰ জীয়েক ৰাণীৰ প্ৰতি মোৰো এটা কৰ্তব্য আছে। গাঁওবুঢ়ায়েই মোক আশ্ৰয় দি মানুহ কৰিছে। মই অকৃতজ্ঞ হ'ব নোৱাৰো।

হয়তো ময়ো ৰাণীৰ যোগ্য নহওঁ। মোৰ ৰাণীতকৈ পঢ়াশুনা কম। আচলতে মইতো ৰাণীৰ ঘৰৰ কাম্‌লাহে। আজিও মই একেবাৰে স্বতন্ত্ৰীয়া হোৱা নাই। আৰু হ'লেও, মই যে এসময়ত গাঁওবুঢ়াৰ ঘৰতে কাম্‌লা আছিলোঁ, সেই কথা লুকুৱাবৰ উপায় নাই। মই লুকুৱাবলৈ নিবিচাৰোঁও।

এই কথা লৈ বিয়াৰ পাছত কেতিয়াবা যদি ৰাণীয়ে মোক অপমান কৰিব খোজে? কিন্তু নোৱাৰিব। বিয়াৰ পাছত ৰাণী আৰু মই দুটা হৈ নেথাকেঁ। মোৰ মান-সন্মানেই ৰাণীৰ মান-সন্মান হ'ব। মোৰ অপমানেই ৰাণীৰ অপমান হ'ব। ৰাণীয়ে নিশ্চয় মোক ঘৃণা অপমান কৰিবৰ সাহস নকৰিব। তথাপি ৰাণীৰ মনটো বুজিব পৰা হ'লে ভাল আ ি ল। ৰাণীক এবাৰ সুধিব পৰা হ'লে ভাল আছিল। মোৰতো সুধিবৰ কোনো উপায় নাই। মৰীয়মৰ হতুৱাই কিবা উপায়ে ৰাণীৰ মনৰ ভাবটো বুজিবৰ দিহা কৰিব পৰা হ'লে!

কিন্তু সেইটো বৰ ভাল কথা নহ'ব। মৰীয়মে সেই কাম কৰিবলৈ ভাল নেপাব। ৰাণীক বিয়া কৰোৱাৰ কথাটো নোলোৱা হ'লে মই কিজানি মৰীয়মকে বিয়া কৰালোহেঁতেন। তাইক মই সৰুৰেপৰা চিনো, জানো। তাইক মই বুজিও পাওঁ। মোৰ নিচিনাই তাই দুখীয়াৰ ঘৰৰ ছোৱালী। তাই জীৱনত বহুত দুখ কষ্ট পাইছে। জীৱনৰ মুখামুখী হৈছে। তাই মোকো ভালকৈ বুজি পায়।

কিন্তু ৰাণীয়ে মোক নেজানে। তথাপি যে গাঁওবুঢ়াই ৰাণীক মোৰ লগতে বিয়া দিব খুজিছে। না কৰাটো মূৰ্খামী হ'ব। বাপেকে জীয়েকক নুবুজেনে? আৰু আল্লাই যাৰ লগত যাৰ যোৰা বাঁখিছে। আমাৰ তাক বদবদল কৰিবৰ কি শক্তি আছে।

তথাপি যুদ্ধখন শেষ হোৱালৈকে বাট চাব পৰা হ'লে! বিয়া কৰাইতো মই ঘৰত থাকিবলৈ নেপাওঁ। কেম্পলৈ যাব লাগিব। মিলিটাৰী কেম্পলৈ তো ন-কইনাজনী নিব নোৱাৰি।

কি কৰিব বাবে একো ঠিক কৰিব নোৱাৰিলে। কাবোবাৰ

লগত পৰামৰ্শ কৰিবলৈকো তাৰ লাজ লাগিল। কোনে বা কি ভাৱে কোনে বা কি কয়! মৰীয়মৰ মনৰ মাজত বহুত ক্ৰোধ আছে। বহুত অভিমান আছে, দুনীয়াৰ কাৰো ওপৰত তাইৰ ওপৰত হোৱা অন্যায় অবিচাৰৰ বাবে প্ৰতিশোধ ল'ব নোৱাৰি, তাই নিজৰ ওপৰতে নিৰয়ে প্ৰতিশোধ লৈছে। মোৰ আৰু ৰাণীৰ বিয়াৰ বিষয়ে তাইৰ মনত নতুন আঘাত দিয়াৰ কোনো যুক্তি থাকিব নোৱাৰে। তাই জীৱনত যিমান দুখ পাইছে সেই সকলোবোৰৰ বাবে মই হয়তো দায়ী নহওঁ—জমীদাৰ দায়ী, জমীদাৰী দায়ী, যুদ্ধ দায়ী, আকাল মহামাৰী দায়ী। কিন্তু দায়ী বুলি দোষাৰোপ কৰিবলৈ সেইবোৰক তাই ক'ত লগ পাব? মোৰ বাহিৰে তাই কাকো লগ নেপায়।

আৰু তাই মোক দায়ী কৰিব নোখোজে। তাইৰ দুৰ্ভাগ্যৰ কাৰণে মোক জগৰীয়া কৰাৰ কথা তাই ভাবিবও নোৱাৰে।

দিনবোৰ আগবাঢ়িব ধৰিলে। খৰকৈ, দুৰমুৰকৈ উশাহ নসলোৱাকৈ। এনে অৱস্থাত ক'ৰবাত অকণ বৈ ধীৰে সুস্থে চিন্তা-ভাবনা কৰাৰ অবসৰ কাৰো নাই। কিবা সিদ্ধান্ত কৰিলেও দুৰমুৰকৈয়ে কৰিব লাগিব। বাবৰে এটা কথা ঠিক কৰিলে: বিয়া এতিয়াই হওক বা দুদিন পাছতে হওক মোৰ আধা-সজা ঘৰটো সজাই সম্পূৰ্ণ কৰাব লাগিব। বিয়া হওক বা নহওক, ঘৰটো যেনে তেনে সজাই উলিয়াবই লাগিব। নিজাকৈ ঘৰ এটা লাগেই।

বাবৰে আগতকৈ ঘনাই কেম্পৰপৰা ঘৰলৈ অহা যোৱা কৰিব ধৰিলে। যদিও যুদ্ধৰ দিন—ঘৰ সজোৱাটো সহজ কথা নহয়, বস্তু বাহানিৰ দাম কেইবাগুণে বাঢ়িছে, মিস্ত্ৰী বনুৱাৰ হাজিৰা বাঢ়িছে, তথাপি বাবৰে ঘৰটো সম্পূৰ্ণ কৰিবৰ চেষ্টা কৰিলে।

এইদৰে ঘনাই ঘৰলৈ আহি থকাৰ কাৰণে মৰীয়ম আৰু চাচায়ো ভাল পালে। আৰু সিহঁতবো বুজিবলৈ টান নেলাগিল যে এই খৰখেদা বিয়াখন পাতিবৰ কাৰণেই কৰা হৈছে।

বাবৰে এযোৰ দুপদকৈ কিছু কাপোৰ কানিও মোটালে। এজনী

ছোৱালীক লৈ ঘৰ কৰা, তাতে গাঁওবুঢ়াৰ জীয়েক ৰাণীক লৈ সংসাৰ কৰা, তাৰ আয়োজন মিলিটাৰী ঠিকাদাৰ বাবৰে যথাযথভাবে কৰিব নোৱাৰিলে কাললৈ বদনাম বৈ যাব।

. তাতে যুদ্ধৰ দিনত মানুহে ভাল বেয়াৰ বিচাৰ কৰিব নজনা হৈছে। পাপক পাপ বুলি গণ্য নকৰে, ব্যভিচাৰক ব্যভিচাৰ বুলি নেভাবে, আগেয়ে কোনো কালে দেশত নোহোৱা, সমাজত নোহোৱা কাৰ্য্যবোৰ যেন সদায় চলি থকা সাধাৰণ ঘটনাহে। এইবোৰ দেখি শুনি বাবৰৰ নিজৰ বিষয়েই দুশ্চিন্তা হয়, কেতিয়াবা পৰম্পৰাগত নৈতিকতা ৰক্ষা কৰি চলিব পাৰিবৰ কাৰণে সি নামাজ পঢ়ি আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰে। কোনো অসৎ প্ৰলোভনে যেন তাক পথভ্ৰষ্ট নকৰক।

এইদৰেই সি মনোবল গোটাবৰ যত্ন কৰে। সি ভাবে যে বিয়াখন কৰাই পেলালে যি সকলো অন্যায়, অপৰাধ কুকৰ্মৰ পৰা ৰক্ষা পৰিব।

বিয়াখনেই হ'ব তাৰ ৰক্ষাকৱচ।

আৰু যিমানেই টকা পইচা ন'হওক কিয়, বিয়া নকৰোৱা মানুহক সমাজে লেখত নধৰে। সমাজৰ এজন লেখৰ মানুহ হিচাপে স্বীকৃতি পাবৰ কাৰণেও সি বিয়াখন কৰাই পেলোৱা দৰকাৰ।

খোদাৰ হুকুম হ'লে ৰাণীক বিয়া কৰাই সি সুখী হ'ব। ভাগ্যই তাক অচিন অজান ঠাইলৈ আনিলে, ভাগ্যই তাক অচিন অজানৰ লগত চিনাকি কৰালে, এতিয়া ভাগ্যয়েই তাক ভৱিষ্যত জীৱনৰ পথত আগুৱাই নিব। মৌলবী চাহেবে কোৱা কথা তাৰ মনত আছে— আমাৰ ভাগ্যত যি লিখা আছে তাৰ খণ্ডন নহয়। মানুহৰ কাম কৰাৰ শক্তি আৰু অধিকাৰ আছে। তকদীৰত, ভাগ্যত যি আছে, তাকো লাভ কৰিবলৈ আমি মেহনত কৰিব লাগে, কাম কৰিব লাগে। বাবৰে কাম কৰিছে, তকদীৰে মদত কৰিলেই হয়। সেইদেখি কেতিয়াবা সি নামাজ পঢ়ি মুনাজাত কৰে: "হে আল্লাহ, মই অজান

মই মূৰ্খ, মই একো নেজানো। তোমাৰ ওচৰত কি বিচাৰিব লাগে, তাকো নেজানো। মোৰ দোষৰ কাৰণে, ভুলৰ কাৰণে গুণাহৰ কাৰণে মোক তুমি মাফ কৰিবা।

এনেকৈ প্ৰাৰ্থনা কৰি মনটো তাৰ পাতল লাগে, মনত বহুত বল পোৱা যেন লাগে।

তেতিয়া তাৰ মিলিটাৰী কেম্পত অকলে থাকিও অকলশৰীয়া যেন নেলাগে।

এদিন সি ঘৰলৈ আহিছিল। সৰহ টকাৰ এখন বিলৰ টকা লগতে লৈ আহিছিল। চাচাৰ কাৰণে এখন নতুন লুঙী আৰু মৰীয়মৰ কাৰণে এখন শাড়ীও লৈ আহিছিল।

সি এবাৰ ভাবিছিল ৰাণীৰ কাৰণেও এখন শাড়ী কিনিব, কিন্তু বহুত ভাবি সি নিকিনিলে। তাৰ সলনি সি গাঁওবুঢ়াৰ কাৰণে এটা কিছু দামী কুৰ্তা কিনিলে।

কিন্তু ঘৰ পোৱাৰ লগে লগে তাৰ মনৰ সকলো আনন্দ-উদ্যম দমি গ'ল।

মৰীয়মে তাক ছুটা বেয়া খবৰ দিলে—গাঁওবুঢ়াৰ অসুখ বেছি হৈছে—অৱস্থা বেয়া, আৰু কেইদিন জীয়াই থাকিব কোনেও সঠিক ক'ব নোৱাৰে। গাঁৱৰ মানুহে দিনে-ৰাতিয়ে পৰ দিছে।

আনটো খবৰো ভাল নহয়।

উত্তৰ পাৰৰ মুছলিমা নামৰ ছোৱালীজনীক ওচৰতে এখন গাঁৱৰ এটা মানুহে জোৰ কৰি ধৰি আনিছিল। বাটতে পুলিচে পালে। ছোৱালীজনীয়ে বাবৰক চিনি পাওঁ বুলি কৈছে, আৰু তাৰ হাৱালাত থাকিম বুলি পুলিছক কৈছে। পুলিচে বাবৰক বিচাৰি আহিছিল। কৈ থৈ গৈছে যদি বাবৰে অভিভাৱক হিচাপে ছোৱালীজনীৰ দায়িত্ব লৈ নিজৰ ঘৰত আশ্ৰয় দি ৰাখোঁ বোলে পুলিচে ছোৱালীজনী এৰি দিব।

মানুহটোক নেৰে।

তাৰ বিচাৰ হ'ব।

বাবৰ বিব্ৰত হ'ল।

মুছলিমা যদি সেই মুছলিমাই হয়—নহ'লে তাৰ কথা ক'ব কিয় ? তেন্তে তাইক ৰক্ষা কৰাটো নিশ্চয় তাৰ কৰ্তব্য হ'ব। মুছলিমা তাৰ দুখৰ দিনৰ চিনাকি, তাই তাক পাহৰা নাই, তাই তাক নিজৰ আপোন বুলি ভাবে।

কিন্তু তাইক ধৰি অনা মানুহটো কোন ?

মুছলিমাৰ বাপেক ক'লৈ গ'ল ?

আৰু সিহঁতৰ আশ্ৰয়দাতাজন ?

ইব্ৰাহিম ?

বাবৰে মৰীয়মৰ আগত মুছলিমা আৰু সিহঁতৰ পৰিয়ালটোৰ কথাবোৰ ক'লে। আৰু এনে পৰিস্থিতিত কি. কৰা উচিত হ'ব সেই বিষয়ে আলোচনা কৰিলে।

মৰীয়মে ক'লে যে প্ৰথমে সি এবাৰ গাঁওবুঢ়াৰ খবৰ কৰি আহক তাৰ পাছত মুছলিমাৰ খবৰ কৰিবলৈ যাব। ছোৱালীজনীয়ে ক'লে বুলিয়েই বাবৰ জঁপিয়াই পৰাটো ঠিক কথা নহ'ব। এনেবোৰ কাম ভাবিচিন্তিহে কৰা ভাল।

"গাঁওবুঢ়াৰ কাৰণে চোলাটো যে আনিছিলোঁ নিম নে নিনিম ?" বাবৰে সুধিলে।

"আনিলি যেতিয়া নে। পিছে বুঢ়াই যে সেই চোলা পিন্ধিবলৈ গা টঙাব—আশা কম।" মৰীয়মে ক'লে।

বাবৰ যেন কিছু বিব্ৰত হ'ল। বুঢ়া বেছিকৈ অসুস্থ, জানোচা বাবৰ গৈ পালে ৰাণীক বিয়া কৰোৱাৰ বিষয়টো উত্থাপন কৰে, জানোচা বিয়াখন সোনকালে, এতিয়াই পাতি পেলাবলৈ কয়। সি কি কৰিব ?

বাবৰে একো থিৰাং কৰিব নোৱাৰিলে।

মৰীয়মে ক'লে, "ইমান ভয় খাব নেলাগে। গাঁওবুঢ়াৰ ঘৰলৈ

গ'লেই ৰাণীক তোৰ গলত বান্ধি ওলোমাই নপঠিয়ায়। নহ'লে তই থানালৈ যা, মই গাঁওবুঢ়াৰ ঘৰলৈ গৈ তেওঁ কেনেকুৱা আছে খবৰ এটা কৰি আহোঁ।"

"মুছলিমাক যদি আমাৰ ঘৰলৈ লৈ আহিবলগীয়া হয় ?"

"ভালকৈ খবৰ কৰি ল'বি। কোনো লেঠাপিঠা নাই যদি লৈ আহিবি, তইতো তাইক চিনি পাৱ, নেপাৱ জানো ?"

"পাওঁ। কিন্তু ঘটনাটো বা কি হৈছে ?"

"খবৰ কৰিলেই বুজিব পাৰিবি নহয়। তই তালৈকে যা তেনেহ'লে।"

বাবৰ নিজৰ বাৰীলৈ গ'ল। চাচা আৰু মৰীয়মহঁতে নানা শাকপাত লাও বেঙেনা জলকীয়া কৰিছে—শস্যবোৰ লহপহীয়া হৈছে—দেখি বাবৰৰ ভাল লাগিল। পুখুৰীটোৰ পানীবোৰ জলজলীয়া ফটফটীয়া হৈছে। সৰু সৰু দনিকণা, চেলেকণা মাছবোৰ জঁপিয়াই ছটফটাই আছে। সি দলঙতে ৰহিল আৰু পুখুৰীটোৰ মাছবোৰৰ ফালে চাই থাকিল।

এজাক শান্ত, কোমল বতাহ ৰলিছিল। আকাশখন মিঠা ৰ'দেৰে ভৰি পৰিছিল। বাৰীৰ ঢাপৰ তামোল-নাৰিকল গছবোৰৰ পাতবোৰ জিৰজিৰকৈ কঁপিছিল।

অলপ সময়ৰ কাৰণে বাবৰে অন্য কথাবোৰ পাহৰি গ'ল। এই নিৰিবিলিখিনি, এই নিৰৱতাখিনি, এই শান্তিখিনি তাৰ সমগ্ৰ হৃদয় দি, সমগ্ৰ দেহ আৰু মন দি নিজৰ কৰি ল'বৰ মন গ'ল। এইটো শান্ত পৰিবেশৰ মাজত তাৰ পাহৰি যাবৰ মন গ'ল পৃথিৱী জুৰি চলি থকা যুদ্ধখনৰ কথা, ছবিফ গাঁওবুঢ়াৰ যোৰাথোৰা বেমাৰৰ কথা, পুলিছৰ হাতত বন্দী হৈ থকা মুছলিমাৰ কথা।

সি বহুত পৰ দলঙতে বহি থাকিল। তাৰ পাছত লাহে লাহে উঠি আহিল।

## চৌবিশ

মাত্ৰ দুদিনৰ অসুখ—গ্ৰহণী, তেজ গ্ৰহণী, তাতেই জালাল বুঢ়া ঢুকাই থাকিল। বিশেষ চিকিৎসা কৰোৱাৰ সময়েই নহ'ল। প্ৰথম দিনা মুছলিমাই ঠেকেৰা পানী আৰু কিবাকিবি খাবলৈ দিছিল। দ্বিতীয় দিনা ইব্ৰাহিমে ডাক্তৰ মতাইছিল। কিন্তু জালাল বুঢ়া নেবাচিল। বয়স হৈছিল, তথাপি কায়কষ্ট কৰি খাইছিল। গ্ৰহণী আছিল নিশ্চিত মৃত্যু হিচাপে, শেহৰাতি অসুখ টান হ'ল। নিশ্চলভাবে কাষত বহি মুছলিমাই বাপেকৰ মুখত অকণমান মৌ দিলে, অকণমান পানী দিলে। ইব্ৰাহিমে কলিমা দিলে। শান্তভাবে জালাল বুঢ়াই চকু মুদিলে।

কিছুপৰলৈ মুছলিমা নিৰৱে স্থিৰ হৈ থাকিল। তাৰ পাছত হঠাৎ হিয়া ঢাকুৰি চিৎকাৰ কৰি কান্দি উঠিল। জালাল বুঢ়া ঢুকোৱাৰ পাছত তাইৰ আজি আৰু পৃথিৱীত কোনো নাই। তাই সম্পূৰ্ণ অকলশৰীয়া আৰু অসহায়। এই বিষয়ে এতিয়াহে যেন চেতনা আহিল।

ওচৰ-পাঁজৰৰ কিছু তিৰোতা মানুহ আহি তাইক সান্ত্বনা দিবৰ চেষ্টা কৰিলে। কিন্তু কি বুলি সান্ত্বনা দিব সেই বিষয়ে সেই মানুহবোৰেও ভাবি বোৱা নাছিল। মাত্ৰ অসহায় ভাৱে তাইক কৈছিল—"মেকান্দিবি, নেকান্দিবি আই। দুনীয়াত কোনো সদায় নেথাকে।"

জালাল বুঢ়াৰ তিনিদিনীয়া দহদিনীয়া ইব্ৰাহিমেই খৰচ পাতি কৰি কৰিলে। বাইজে পৰামৰ্শ দিলে: মুছলিমা গাভৰু ছোৱালী, তাই

অকলে থকাটো ভাল কথা নহ'ব। তাই ইব্ৰাহিমৰ ঘৰলৈকে যাওক গৈ, তাতে থাকক। যিমান সোনকালে পৰা যায়, তাইক কাৰবাৰে বিয়া দি দিব লাগে।

বাপেক ঢুকাই মুছলিমা ৰাইজৰ বাজহুৱা সম্পত্তি হৈ পৰিল। তাই হৈ পৰিল ৰাইজৰ অনুগ্ৰহ আৰু ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল। অৱশ্যে সকলোৱে জানে মুছলিমা মনোবল থকা ছোৱালী। বাপেক জীয়াই থাকোঁতেও তাই অকলে থকাদিয়ে আছিল। তথাপি আজিলৈকে তাইৰ কোনো অপকাৰ কেৱে কৰিব পৰা নাই। অৱশ্যে ইব্ৰাহিমৰ আশ্ৰয়ত থকাৰ কাৰণে মানুহে কিছু ভয়ো নকৰা নহয়। ইব্ৰাহিম প্ৰতিপত্তি থকা ধনী মানুহ।

জালাল 'বুঢ়া' ঢুকোৱাৰ খবৰ কেনেবাকৈ ৰজলুৱে পালে, আৰু এমাহ মানৰ মূৰত সি গৈ ইব্ৰাহিমৰ ঘৰ ওলালগৈ, জালাল ঢুকোৱাৰ কাৰণে সি দুখ প্ৰকাশ কৰিলে আৰু মুছলিমাক লৈ এতিয়া কি কৰা হ'ব এই বিষয়ে চিন্তিত হোৱা যেন দেখুৱাই সেই বিষয়ে ইব্ৰাহিমৰ লগত আলোচনাও কৰিলে।

ইব্ৰাহিমে ক'লে, "মুছলিমাক মই মোৰ ঘৰতে ৰাখি খুৱাব-পিন্ধাব পাৰিম, কিন্তু তাই বিয়াৰ বয়স পোৱা এজনী গাভৰু ছোৱালী, তাইক ৰাখি থোৱা ভাল কথা নহ'ব। ভাল মানুহ এটা পালে আৰু তায়ো মান্তি হ'লে, তাইকময়ে বিয়া পাতি উলিয়াই দিম। কিন্তু তাইৰ অমতত মই একো নকৰোঁ, বিশেষকৈ এতিয়া যেতিয়া তাইৰ বাপেক নাই, আৰু তাই সম্পূৰ্ণ মোৰ আশ্ৰয়ত আছে।"

ৰজলু চালাক মানুহ, এই বিষয়ত সি কিছু চিন্তিত হোৱা যেন দেখুউৱাৰ বাহিৰে অন্য একো নকৰিলে। সি ক'লে "জালাল বুঢ়াৰ পৰিয়ালটোৰ লগত মোৰ এতিয়া চিনাকি নহয়, মুছলিমাৰ প্ৰতি মোৰ এটা দায়িত্বও নথকা নহয়। কিন্তু মোতকৈ আপুনি বেছি ভাল বুজে, মই যদি কিবা সহায় কৰি দিব লাগে খবৰ দিব। মইতো অহাযোৱা কৰিয়ে থাকোঁ।"

মুছলিমাক বজলুৱে ক'লে, "তই চিন্তা নকৰিবি, তোৰ বিয়াখন যিমান সোনকালে পাৰোঁ পাতিবৰ চেষ্টা কৰিম, মোৰ হাতত মানুহৰ আকাল নাই। আৰু তোৰ নিচিনা ছোৱালী এজনীনো কোনে বিয়া নকৰাব ?"

মুছলিমাই কিবা টান উত্তৰ এটা দিব খুজিছিল, কিন্তু বৰ্তমানৰ পৰিস্থিতিটোৰ কথা মনত ৰাখি তাই নিজকে সংযত কৰিলে, একো নক'লে। তাই জানে তাইৰ অমতে বজলু বা ইব্ৰাহিমে একো কৰিব নোৱাৰে, নকৰে। আৰু কোনোবাই কিবা কৰিব খুজিলেও, তাই নিজে কি কৰিব তাই জানে। ল'ৰাকালৰে পৰা তাই অৱস্থাৰ লগত যুঁজি জীয়াই আছে। এতিয়াও তাই যুঁজিব। আৰু তাই আনৰ অনুগ্ৰহপ্ৰাৰ্থী হৈ ইব্ৰাহিমৰ ঘৰতো সদায় থাকিবলৈ প্ৰস্তুত নহয়।

যুদ্ধৰ দিন, নিকপকপীয়া পুৰণি ৰীতিনীতিক খামুচি ধৰি থকা এখন সমাজ, তাই এজনী অকলশৰীয়া অসহায় গাভৰু ছোৱালী। কোনো বিদ্ৰোহ তাই কৰিব নেজানে, কৰিব নোৱাৰে। কিন্তু জীৱনত পোৱা নানা দুখেই তাইক কিছু গোঁৱাৰ কৰিছে, অকলে থাকিব পৰাৰ সমান দুঃসাহসীও কৰিছে। তাই কঠিন হ'বলৈ শিকিছে। হয়তো কাৰোবাৰ অন্তৰভৰা অকৃত্ৰিম মৰমে তাইক কোমল কৰিলহেঁতেন, তেনে মৰম তাই কেতিয়াবা কাৰোবাৰ পৰা পাইছে বুলি ক'ব নোৱাৰে। তাই অশিক্ষিতা, কোনো লিখাপঢ়া তাই নেজানে। যি শিকিছে তাই জীৱনৰপৰাই শিকিছে।

মুছলিমা বাহিতে উদ্ধত নহয়, অভদ্ৰ নহয়, তাই অন্য দুখীয়া গাঁৱলীয়া ছোৱালীৰ নিচিনাই শান্ত, নিৰ্জু। কিন্তু প্ৰয়োজন হ'লে তাই কঠোৰ হ'ব পাৰে। সেই কথা আনে নেজানিলেও গাঁৱৰ উদ্ধত ডেকা আৰু ছোৱালী লুভীয়া মতা মানুহবোৰে জানে।

ইব্ৰাহিমেও জানে। সেয়ে বাপেক জালাল বুঢ়া মৰাৰ পাছত তাইক নিজৰ ঘৰত আশ্ৰয় দিবলৈ ইব্ৰাহিমে অকণো ভয় কৰা নাই।

ইতিমধ্যে ইটো সিটো অজুহাত দেখুৱাই বজলু তিনিবাৰ তালৈ

আহিল। অন্য সকামত অহা যেন দেখুৱাই ইব্ৰাহিমৰ লগত মুছলিমাই বিষয়েই আলচ কৰিলে। কিহৰ বিষয়ে আলচ হৈছে মুছলিমাৰ সুবুদ্ধি নেথাকিল, তাই একো নজনাৰ ভাও ধৰি থাকিল।

বাহিৰত দেখুৱাই তাই ৰজলুৰ প্ৰতি কোনো বেয়া ব্যৱহাৰ নকৰিলে, কিন্তু ৰজলুৰ অহাযোৱা যিমানে ঘন হ'ব ধৰিলে, সিমানে মুছলিমা ক্ষিপ্ত হৈ উঠিল। যদিও মুখ খুলি কাকো একো নক'লে। মনে মনে তাই কঠোৰ হোৱাৰ সংকল্প ল'লে। তাই ঠিক কৰিলে বজলুক তাই এশিকনি দিব। সি.বহুতৰে জীৱন নষ্ট কৰিছে, তাই তাৰ প্ৰতিশোধ ল'ব। অৱশ্যে কেনেকৈ ল'স তাৰ কোনো স্পষ্ট ধাৰণা তাইৰ নাছিল। তাই মাথোন নিজকে প্ৰস্তুত কৰিবৰ চেষ্টা কৰিলে।

আশ্ৰয়দাতা ইব্ৰাহিমৰ ওপৰতো তাই কিছু অসন্তুষ্ট হ'ল। তাৰ ঘৰত সহজ আশ্ৰয় দিয়াৰ কাৰণে তাই তাৰ ওচৰত কৃতজ্ঞ। কিন্তু তাইৰ সম্পৰ্কে বজলুৰ নিচিনা এটা মানুহৰ লগত আলোচনা পৰামৰ্শ কৰাটো মনে মনে তাই ভাল নেপালে। তাইৰ কাৰণে কিবা কৰিব লাগিলে ইব্ৰাহিমে নিজেই কৰিব পাৰে দেখোন। বজলু কাৰ কি হয়, যে তাৰ লগত তাইৰ বিষয়ে আলোচনা কৰিব লাগে!

কিন্তু তাইৰ মনৰ ক্ষোভ আৰু অশান্তিৰ কথা তাই কাকো জানিবলৈ নিদিলে। তাই নিৰৱে চকু-কাণ সজাগ ৰাখি নিজক এক অনিশ্চিত পৰিস্থিতিৰ সম্মুখীন কৰিবলৈ সাজু হ'ল।

কেইটামান মাহ পাৰ হৈ গ'ল।

বজলু আকৌ আহিছিল। লগত এটা আদবয়সী মানুহ, দেখাই মেলাই, খোজে কাটলে এটা কঠোৰ পৰিশ্ৰমী খেতিয়ক মানুহ। কুৰ্তা, লুঙী, টুপী, দাড়িৰে দেখাত মানুহটোক সবল যেন লাগে। কাপোৰ-কানিৰ পৰা কিছু ৰসপম থকা অৱস্থাপন্ন মানুহ যেনো ধাৰণা হয়।

মানুহটোৰ আগত মুছলিমা নোলাল। কিন্তু ইব্ৰাহিমৰ ঘৰৰ

এটা কোঠাৰ পৰা বেৰৰ ফুটাইদি তাই মানুহটোক চালে—দেখিলে। দেখিয়েই মানুহটোৰ প্ৰতি বিতুষ্ট হ'বৰ কাৰণ মুছলিমাই বিচাৰি নেপালে। হয়তো মানুহটো বেয়া মানুহ নহয়। বজলুৰ নিচিনা এটা বেয়া মানুহৰ লগত নহা হ'লে হয়তো মুছলিমাই তাক খাতিৰ সম্মান কৰিবলৈ বেয়া নেপালেহেঁতেন।

ইব্ৰাহিমৰ ঘৈণীয়েকৰপৰা মানুহটোৰ বিষয়ে মুছলিমাই এইখিনি কথা জানিব পাৰিলে ঃ

মানুহটোৰ নাম গোলাম ৰছুল। ঘৰ দক্ষিণপাৰৰ ৰূপহী গাঁৱত। মাটি আছে। খেতিৰ শস্য ফচল বেচি যথেষ্ট টকা পায়। দুজনী বিয়া কৰাইছিল। ডাঙৰজনী বেমাৰী আছিল—বিয়াৰ চাৰি বছৰৰ পাছত মৰিল। আনজনীৰ ছবছৰতো ল'ৰা-ছোৱালী নোহোৱা কাৰণে তালাক দিলে। তালাক দিয়া আজি দহ মাহ হৈছে। এতিয়া মানুহটোৰ ঘৰত চাকৰ কাম্‌লা আছে যদিও, তিৰোতা মানুহ নাই। বয়স—দেখাত বয়স হোৱা যেন দেখা গ'লেও, বয়স তেত্ৰিছ বছৰহে হৈছে। মানুহটো কঠোৰ পৰিশ্ৰমী, স্বাস্থ্যৱান খেতিয়ক।

বজলুৱে কোৱাৰ কাৰণে মুছলিমাক চাবলৈ আহিছে। মুছলিমা যদি মান্তি হয়, ইব্ৰাহিমে গোলাম ৰছুলৰ লগত মুছলিমাৰ বিয়া দিয়াৰ দিহা কৰিব।

এতিয়া সকলো নিৰ্ভৰ কৰিছে মুছলিমাৰ মতৰ ওপৰত। তাইৰ অমতে ইব্ৰাহিমে একো নকৰে। মান্তি হ'লে কাজীক মতাই নিকাহৰ ব্যৱস্থা কৰিব।

মুছলিমাই সকলো কথা নিৰৱে শুনিলে। লগে লগে একো নক'লে।

তাই মনতে চিন্তা কৰিলে এই বিষয়ে তাই কাৰ পৰামৰ্শ লব পাৰে, কাৰ লগত আলোচনা কৰিব পাৰে। তাইৰ মনত পৰিল বাবৰৰ কথা।

বাবৰ তাইৰ একো নহয়। নিজৰ দেশৰ পৰা, নিজৰ গাঁৱৰ

পৰা গাঁৱৰ অন্যান্য মানুহৰ লগত চিৰকালৰ কাৰণে গুচি আহোঁতে এটা ১৪/১৫ বছৰীয়া ল'ৰাও সিহঁতৰ লগত আহিছিল। একেলগে আহিছিল, কিন্তু কথা-বতৰা বিশেষ হোৱা নাছিল।

সেই ল'ৰাটোৱেই বাবৰ। কিছুদিনৰ আগতে ইয়ালৈ আহি এৰাতি আলহী থাকি যোৱা-সেই মিলিটাৰী কনদেকটাৰ ডেকাটো। এৰাতি তাইৰ বিচনাতে শুইযোৱা ডেকাটো।

এৰা, আজি সিয়েই মোৰ একমাত্ৰ আত্মীয়। কিন্তু সি ক'ৰবাত মিলিটাৰী কেম্পত থাকে, তাক কেনেকৈ লগ পাব পৰা যাব পাৰে, তাই নেজানে। অৱশ্যে তাই বাবৰৰ গাঁৱৰ নাম জানে—ৰূপাবৰি। ৰূপহী গাঁৱৰ পৰা বেছি দূৰত নহয় বুলিও জানে। আৰু গোলাম ৰছুলৰ ঘৰো ৰূপহী গাঁৱতে বুলি কৈছে। বাবৰক এবাৰ লগ পোৱাৰ একমাত্ৰ উপায় হৈছে গোলাম ৰছুলৰ লগতে ৰূপহীলৈ যোৱা। আৰু তাৰপৰা.বাবৰৰ বা ছবিফ গাঁওবুঢ়াৰ ঘৰ বিচাৰি উলিউৱা।

কিন্তু তাইৰ নিচিনা এজনী গাভৰু ছোৱালীয়ে এইবোৰ কৰাটো অকলে সম্ভৱ নহ'ব। আনহাতে বজলুৰ ওপৰত পোটক তোলাৰ ইচ্ছা এটাও তাইৰ আছে। গোলাম ৰছুলে তাৰ ফুচুলনিত হয়তো তাইক বিয়া কৰাবলৈ আহিছে। তাৰ গাত দোষ নাই। ঘৰত তিৰোতা মানুহ নাই, এজনী তিৰোতা ঘৰ চপাবলৈ হেঁপাহ কৰাটো একো বেয়া পাবলগীয়া কথা নহয়। মাটি ভেটি আছে, ধন পইচা আছে, সি মানুহটোও ডেকা হৈয়ে আছে। আৰু মুছলিমাৰ নিচিনা এজনী জা-জঞ্জাল নথকা ছোৱালীক পালে তাৰ সংসাৰখন ভালেই চলিব।

মুছলিমাৰ কাৰণে এনেকুৱা এটা মানুহ বিচাৰি আনি দিয়াৰ কাৰণে মুছলিমাৰ বেয়া পাবলগীয়া নাছিল, কিন্তু আনিলে বজলুৱে। তাক তাই চকুপাৰি দেখিব নোৱাৰে। তাৰ নাম শুনিলেও তাইৰ গা জিকাৰ খাই উঠে। কিন্তু ইব্ৰাহিমেও যে তাইক কাবোবাৰ হাতত গটাই দায়িত্বৰপৰা মুক্ত হ'বলৈ বিচাৰিছে, সেইটো মুছলিমাই বুজিব পাৰিছে। তায়ো ইব্ৰাহিমৰ চিন্তাৰ কাৰণ হৈ থাকিবলৈ

নিৰিচাৰে। গোলাম ৰছুলক ইব্ৰাহিমৰ ঘৰতে থৈ বজলু ক'ৰবালৈ গ'ল। দুদিন সি থাকিল। এই দুদিনত মুছলিমাই 'সময় সুবিধা বুজি গোলাম ৰছুলৰ গতিবিধি কিছু আৰু ভালকৈ লক্ষ্য কৰিলে। মানুহটোক তাইৰ কিছু অসহায় যেন লাগিল, যেন সি ভিখাৰী হিচাপে আহি মুছলিমাৰ দুৱাৰমুখত ৰৈছেহি। আৰু তাইৰ অনুগ্ৰহৰ কাৰণে অপেক্ষা কৰিছে।

অৱশেষত মুছলিমাই এটা সিদ্ধান্ত কৰিলে। তাই বজলুৰ লগত ৰূপহী গাঁৱলৈকে যাব। কিন্তু গোলাম ৰছুলৰ লগত নিকাহ নাই হোৱা কাৰণে তাৰ লগত নেযায়। তাই গৈ বাবৰক লগ ধৰিব, আৰু বাবৰৰ লগত পৰামৰ্শ কৰিহে তাইৰ সিদ্ধান্তৰ কথা জানিবলৈ দিব। ব্যৱস্থটোত প্ৰায় সকলোৱেই সন্মতি জনালে। বজলুৱে ভাল পালে, সি গোলাম ৰছুলৰপৰা লোৱা টকাখিনি হজম কৰাৰ এটা যুক্তি ওলাল। কিন্তু ইয়াৰপৰা লৈ যাব পাৰিলেই সি তাইক ক'ৰবাত গোলাম ৰছুলৰ লগত এৰি আঁতৰি পৰিব পাৰিব। আৰু কিছু টকাও হাত কৰিব পাৰিব। গোলাম ৰছুলৰো আশা হ'ল যে সি ইয়ালৈ অহাৰ উদ্দেশ্য সফল হ'বৰ উপক্ৰম হৈছে। মুছলিমা ছোৱালীজনীক সি দূৰৰপৰা দেখিছে। ছোৱালীজনী পছন্দ হৈছে।

ইব্ৰাহিমেও দেখিলে এনে এটা ব্যৱস্থাই কাৰো অপকাৰ নকৰাকৈ অন্ততঃ মুছলিমাৰ ভৱিষ্যতৰ এটা ৰেহা লগাব।

মুছলিমাৰ চিন্তা হ'ল এবাৰ বাবৰক যেনেতেনে লগ পোৱা। কিবা কাৰণত মনে মনে তাই ঠিক কৰিলে, তাইৰ অভিভাবক যদি কোনোবা হ'ব লাগে, তেন্তে বাবৰেহে হ'ব, ইব্ৰাহিম নহয়। ইব্ৰাহিম মাত্ৰ তাইৰ আশ্ৰয়দাতাহে।

বিশেষ কোনো আড়ম্বৰ আয়োজন নহ'ল। এদিন খুব সোনকালে, ৰাতিপুৱাতে বজলুৰ লগত মুছলিমা ওলাই আহিল। তাই একপ্ৰকাৰ উদাসীন আৰু নিৰ্বিকাৰ। দুমাইল খোজ কাঢ়ি গৈ বাছত উঠিব। তাৰ পাছত বাছেৰে গৈ, নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ,

খোজ কাঢ়ি বাছেৰে গৈ গৈ ৰূপহী গাঁৱত ওলাবগৈ। হয়তো ছুদিন লাগিব, বেছিও লাগিব পাৰে। মুছলিমাই ক'লে, "মই খোজ কাঢ়িব পাৰিম, মোৰ কাৰণে চিন্তা কৰিব নেলাগে।"

আগদিনা ৰাতি গৈ গোলাম ৰছুল বাটৰে এখন দোকানত থাকিল। ৰাতিপুৱা বজলুহঁতেৰে একেলগে বাছত উঠিল।

পাছদিনা আবেলি সিহঁত ৰূপহীগাঁও ওলালহি। বাটত ৰাতিটো সিহঁতে এখন গাঁৱত বজলুৰ এঘৰ চিনাকি মানুহৰ ঘৰত কটালে।

ৰূপহী গাওঁ-থানাই বজলুক জানে। তাৰ বিৰুদ্ধে বিভিন্ন অভিযোগ আছে। কিন্তু থানাৰ দাৰোগা আৰু ছুটা কনষ্টেবলক সি নিয়মমতে ঘোচ দি থাকে, আৰু বহুতবাৰ বিভিন্ন অভিযোগত তাক এৰেষ্ট কৰা হৈছে যদিও, সি শাস্তি নোভোগাকৈ সাৰি গৈছে।

এতিয়া যুদ্ধৰ দিনত পুলিছৰ মইমতালি আৰু বাঢ়িছে। আৰু ঘোচঘাচলিৰে ডাঙৰ অপৰাধত অপৰাধীও ধৰা নপৰাকৈ চলি গৈছে।

সন্ধিয়া পৰত বজলু, গোলাম ৰছুল আৰু মুছলিমা আহি যেতিয়া ৰূপহীগাঁও থানাৰ আগ পালেহি, "মই অকণমান আহিছোঁ, তহঁত ইয়াতে অলপ ৰ'চোন" বুলি কৈ বজলু কোনোবা ফালে অদৃশ্য হ'ল। ইয়াৰপৰা বাবৰৰ ঘৰলৈ বা ছবিফ গাঁওবুঢ়াৰ ঘৰলৈ কেনি কোনফালে যাব লাগে গোলাম ৰছুল আৰু মুছলিমা কোনোটোৱে নেজানে। ইফালে সিফালে চাই সিহঁতে থিয়াথি কৰিব ধৰিলে।

সিহঁতক সন্ধিয়া পৰত এটা সন্দেহজনক অৱস্থাত থকা দেখা পাই, থানাৰ পুলিছ এটাই ছুয়োটাকে থানালৈ মাতি নিলে।

অফিছাৰজনে কঠোৰ মাতেৰে সিহঁত ক'ৰপৰা আহিছে, ক'লৈ যাব, কিয় আহিছে সুধিলে। গোলাম ৰছুল ভয়তে একো ক'ব নোৱাৰিলে। কিন্তু মুছলিমাই ভয় খাইছিল যদিও, মনৰ মাজৰ সাহস গোটাই ক'লে, "বজলুৱে মোক পলুৱাই আনিছে।"

"কোন বজলুৱে ক'ৰপৰা পলুৱাই আনিছে? ই কোন? বজলু ক'ত?"

মুছলিমাই নিজৰ বিষয়ে চমুকৈ ক'লে, কিন্তু গোলাম বছুলৰ গাত কোনো দোষ নিদিবৰ চেষ্টা কৰি ক'লে, "বাবৰ ঠিকাদাৰ মোৰ আপোন হয়, এওঁবো চিনাকি মানুহ। এওঁৰ ঘৰ ইয়াতে। মই বাবৰ ঠিকাদাৰৰ ঘৰলৈ যাম।"

অফিছাৰজনে টান মাতেৰে সুধিলে, "যাম বুলিলেই যাব নোৱাৰ। তই কাৰ লগত কেলেই আহিছ ঠিক ঠিককৈ ক—"

মুছলিমাই আগতকৈও দৃঢ়তাৰে ক'লে, "বজলুৱে মোক জোৰ কৰি পলুৱাই আনিছে। এইখিনি পাই সি কেনিবা গৈছে। আপোনালোকে বাবৰ ঠিকাদাৰলৈ খবৰ দিয়ক। নহ'লে তালৈ কেনি যাব লাগে আমাক কৈ দিয়ক। এওঁক লগত লৈয়ে মই যাব পাৰিম।"

অফিছাৰে ক'লে, "তহঁতক এনেকৈ যাবলৈ দিব নোৱাৰোঁ। আমি বাক বাবৰ ঠিকাদাৰলৈ খবৰ দিয়াম, কিন্তু সি নাহেমানে তহঁত থানাতে থাকিব লাগিব। তহঁতে ক'ত কি কৰি আহিছ কোনো ঠিক নাই।"

"মোক বজলুৱেহে আনিছে—" মুছলিমাই ক'লে।

"বজলুৱে আনিছে যদি বজলু ক'ত? ইতো গোলাম বছুলহে।"

আৰু বিশেষ কথাবতৰা নহ'ল।

বজলু কিয় তেনেকৈ সিহঁতক এৰি অন্তৰ্ধান হ'ল, লুকাই পৰিল, তাৰ কোনো কাৰণ সিহঁতে বুজিব নোৱাৰিলে।

গোলাম বছুলে সিহঁতক পুলিছ হাজোতত নেৰাখি তাৰ ঘৰলৈ যাবলৈ দিবলৈ অনুনয় বিনয় কৰিলে। কিন্তু অফিছাৰজন মান্তি নহ'ল। বজলু মানেই গণ্ডগোল। হাত এৰি হেতালি খেলিবলৈ অভিজ্ঞ পুলিছ অফিছাৰ প্ৰস্তুত নাছিল। দুয়োকো দুঠাইত পুলিছ হাজোতত ৰাখিবলৈ নিৰ্দেশ দি অফিছাৰজন নিজৰ বাসস্থানলৈ গ'ল। অতপৰে তাৰ লগত একাষাৰো কথা নপতা মুছলিমাই গোলাম বছুলক ক'লে, "ভয় নকৰিবা, বজলু সাৰিব নোৱাৰে।"

## পাঁচিশ

কথাটো স্পষ্ট হৈ পৰিল, আৰু এই বিষয়ে কাৰো সন্দেহ নেথাকিল যে ছৰিফ গাঁওবুঢ়া আৰু সৰহ দিন নিজীয়ে। বাবৰেও এই কথা বুজিব পাৰিলে। প্ৰায় সকলোৱে বাবৰক পৰামৰ্শ দিলে যে গাঁওবুঢ়াৰ জীৱনৰ শেষ ইচ্ছাটো পূৰণ কৰাটো তাৰ কৰ্তব্য। গাঁওবুঢ়াই তাক আশ্ৰয় দিছিল, তাক মানুহ কৰিছিল। সেই গাঁওবুঢ়াই নিজৰ মুমলীয়া জীয়েকক তাৰ হাতত গটাই দি যাবলৈ ওলাইছে। ইয়াক বাবৰে পৰম সৌভাগ্য বুলিহে ধৰিব লাগে। বাবৰেও সেই কথা নিৰ্বিবাদে মানিছিল। কিন্তু যুদ্ধখন চলি থকা অৱস্থাত বিয়া কৰোৱাটো তাৰ কাৰণেযে কিমান অসুবিধাৰ কথা হ'ব, সেই কথা ভাবি চোৱাৰ দৰকাৰ। এনে সময়ত বিয়াখনৰ কাৰণে সি ঠিকাদাৰী এৰি দিব নোৱাৰে।

এই সম্পৰ্কত সকলোৱে ক'লে যে সি বিয়া কৰালে বুলিয়েই ঠিকাদাৰী এৰিব নেলাগে। লাগিলে বাণী বাপেকৰ ঘৰতে থাকিব। সি সময় সুবিধা কৰিব পাৰিলে আহিব। মাত্ৰ মৰাৰ আগতে গাঁওবুঢ়াৰ মনৰ ইচ্ছা পূৰণ কৰা হওক।

দ্বিতীয় কথাটো সকলোকে মুকলিকৈ ক'ব পৰা বিধৰ নহয়। তথাপি বাবৰে কথাটো দুজনমানৰ আগত উলিয়ালে, বাণীক কামৰাপে বিয়া কৰাব খোজে। ভালেমান দিনৰপৰা সি ইয়াৰ বাবে লাগি আছে। কামৰাপ দেৱানীৰ ল'ৰা, ধনীৰ ঘৰৰ ল'ৰা। বাণীৰ লগত ল'ৰাকালৰে চিনাজনাও, সি ইয়াৰ বাবে আশা পালিও আছে। এই কথা কিজানি গাঁওবুঢ়ায়ো জানে, মোবাৰকেও জানে, আৰু

গাঁৱৰ অন্য কোনো কোনো ডেকাবুঢ়ায়ো জানে। গতিকে ৰাণীক কামৰাণৰ লগত বিয়া দিয়া নিদিয়া সম্পৰ্কে ছবিফ গাঁওবুঢ়াৰ লগত এটা শেষ আলোচনা কৰা দৰকাৰ। এই বিষয়ে, যদি সম্ভৱ, ৰাণীৰ মত অভিমতো লোৱা দৰকাৰ। যদিও সিহঁতৰ সমাজত এই বিষয়ত ছোৱালীৰ মত লোৱাৰ নিয়ম নাই, তথাপি বাবৰে ভাবে যে ৰাণীৰ অমতে তাইক বিয়া কৰোৱাটো তাৰ কাৰণে সম্মানজনক নহ'বও পাৰে। আগতে যদিও সি বিয়া কৰোৱা নাই, তথাপি আন বহুতৰে ক্ষেত্ৰত সি দেখিছে জোৰ কৰি কাৰোবাৰ লগত কাৰোবাৰ বিয়া দিলে, সেই বিয়া প্ৰায়ে সুখৰ নহয়। হাই কাজিয়া হয়, এৰাএৰি হয়, আনকি কেতিয়াবা মাৰপিট, কটামৰাও হয়।

বাবৰৰ কথাৰ যুক্তি আছিল। দুজনমানে এই সম্পৰ্কে গাঁওবুঢ়াৰ লগত মুকলিকৈ আলোচনা কৰাৰ আশ্বাস দিলে। কোনোবা এটাই গাঁওবুঢ়াৰ ভাওৰ জীয়েকৰ হতুৱা ৰাণীকো সোধামেলা কৰোৱা হ'ব বুলি নিৰ্ভয় দিলে।

সকলোৱে একেমুখে ক'লে যে সকলো নিৰ্ভৰ কৰিছে বাবৰৰ সিদ্ধান্তৰ ওপৰত। সি মন ডাঠ কৰিলে অন্য কথাবোৰ মূল্যহীন হৈ পৰিব। আৰু কামৰাণৰ বিষয়ে চিন্তা কৰিবলগীয়া নাই, কাৰণ তাৰ স্বভাৱ চৰিত্ৰৰ বিষয়ে সকলোৱে জানে। দেৱানীৰ ল'ৰা হ'লেও, গাঁওবুঢ়াই তালৈ ৰাণীক কেতিয়াও নিদিয়ে।

এইকেইটাৰ উপৰিও বাবৰৰ আৰু অসুবিধা নথকা নহয়। সেইবোৰ তাৰ ব্যক্তিগত অসুবিধা, আনৰ আগত মুখ খুলি ক'ব নোৱৰা অসুবিধা।

মৰীয়ম সম্পৰ্কে বাবৰ একপ্ৰকাৰ নিশ্চিত। মনত তাইৰ খিয়েই সেথাকক, তাই তাক সকলো প্ৰকাৰে সুখী কৰিবলৈ চেষ্টা কৰিব। তাৰ সুখৰ বাটত কোনো প্ৰকাৰৰ বিধিপথালি নিদিয়ে। তাই ত্যাগ কৰিবলৈ শিকিছে। হাঁহি হাঁহি ত্যাগ কৰি যাব।

কিন্তু হঠাৎ, অভাৱনীয়ভাৱে আহি পৰিল মুছলিমা। থানাৰ

পৰা বাবৰে মুছলিমাক মুকলি কৰি আনিলে। গোলাম ৰছুল নিজ ঘৰলৈ গ'ল। মুছলিমাক বাবৰে নিজৰ ঘৰলৈ লৈ আহিল। তাই গোলাম ৰছুলৰ লগত যাবলৈ অমান্তি হ'ল। আৰু কোনো ঠাই নাই তাইৰ যাবৰ কাৰণে। বাবৰ তাইৰ কোনো সম্পৰ্কীয় নহয়। তথাপি আজি বাবৰেই তাইৰ একমাত্ৰ আশ্ৰয়ৰ স্থল।

বজলুৰ বিৰুদ্ধে মুছলিমাই পলুৱাই অনাৰ অভিযোগ দিয়া সত্বেও, পুলিছে বজলুক একো নকৰিলে। সিহঁতক থানাৰ মুখত থৈ পলোৱাৰ কাৰণো বিচাৰ নকৰিলে। 'চাহ খাবৰ কাৰণে' পুলিছ অফিছাৰক পঞ্চাছটা টকা দি সি মুছলিমাহঁতক থানাৰ পৰা লৈ আহিল। গোলাম ৰছুলৰ লগত বাবৰৰ চিনাকি নাছিল যদিও চিনাকি হ'ল, আৰু মুছলিমাই যেতিয়া ক'লে যে তাই গোলাম ৰছুলক ভাল মানুহ বুলিয়ে ভাবে, বাবৰে বিশ্বাস কৰিলে।

মুছলিমাৰ লগে লগে বাবৰৰ জীৱনলৈ এটা নতুন সমস্যা আহিল: তাইৰ কি কৰা যায়?

বিশেষ ভূমিকা নকৰি, কেইদিনমান যোৱাৰ পাছত বাবৰে যেতিয়া মুছলিমাক সুধিলে, "তাইৰ গোলাম ৰছুলৰ লগত বিয়া হ'বলৈ আপত্তি আছেনেকি, তাই স্পষ্টভাবে ক'লে, "সি ভাল মানুহ। তাৰ লগত বিয়া হ'বলৈ মই আপত্তি নকৰিলোহেঁতেন। যদিহে সি নিজে গ'লহেঁতেন। তাক বজলুৱে লৈ গৈছিল। বজলুৰ মতলব কি আছিল মই আজিও ক'ব নোৱাৰোঁ। আৰু মোক আনি দিম বুলি তাৰপৰা বজলুৱে ভালেমান টকাও খালে। বজলুৱে মোক বেচিব খুজিছিল, আৰু ই কিনিব খুজিছিল। তুমিও যদি মোক বেচিব খোজা, বেচা। এতিয়া তো আৰু তোমাৰ বাহিৰে মোৰ অন্য কোনো নাই।"

বাবৰ চুপ হৈ গ'ল।

বাবৰে মুছলিমাৰ কথাটো মৰীয়মৰ লগতো আলোচনা কৰিলে। মৰীয়মে ক'লে, "ছোৱালীৰ জীৱন লৈ ধেমালি নকৰিবি।

মুছলিমা কেনেকুৱা ছোৱালী মই আজিও বুজিব পৰা নাই। তাইৰ মনটো মজবুত যেন লাগিছে। খৰখেদা কৰিব নেলাগে। দুদিনমান থাকক। তাই বহি শুই খোৱা বিধৰ ছোৱালী নহয়। ইয়াত থাকক। তোকো তো ঘৰে-পথাৰে মানুহ লাগে। ঢেকী দিয়া, পানী অনা, পথাৰলৈ যোৱা এইবোৰ কাম তাই কৰিব পাৰিব। তই তাইক বেছি নেদেখিবি। খোদাৰ হুকুম নহ'লে কাৰো ওচৰত আহি কোনোৱে হাত নেপাতেহি। তাইৰ কথা তই চিন্তা কৰিব নেলাগে, মই কৰিম।"

"এৰা, তয়ে তাইৰ চোৱাচিঁতা কৰিবি, তায়ো আমাৰ 'দেশৰে' ছোৱালী—তাকতো কৈছোঁৱেই।"

মৰীয়মে ক'লে, "তোক বৰ তিৰোতাৰহীয়া যেন পাইছোঁ। য'লৈকে যাব তাতে ছোৱালীকে পাব, য'লৈকে যাব তাৰেপৰা ছোৱালী ওলমি আহে। মন কৰিলে গাঁৱৰ অন্য মা-মাতব্বৰে কৰা দি একেবাৰতে চাৰিজনীমান চপাই ল'ব পাৰ- -"

বাবৰে ক'লে, "অচমীয়াত কথা এটা আছে জান?"

"কচোন—"

"কেনটোৰ কেনজনী
ফপৰীয়াটোৰ তিনিজনী,
ভালটোৰ এজনীও নাই।"

"ফপৰীয়া মানে কি?"

"ময়ো ভালকৈ নেজানো। মোৰ নিচিনা বিলাককে ফপৰীয়া বোলে হ'বলা—"

ফপৰীয়াটোৰ তেনেহ'লে তিনিজনী? মই পিছে হিচাপত দুজনীহে পাইছো—" মৰীয়মে ক'লে।

বাবৰে মুছলিমাকো তাৰ বিয়াৰ কথা ক'লে।

মুছলিমাই ক'লে, "মোৰ কাৰণে তোমাৰ বিয়াত যদি কিবা অসুবিধা হয়, মই আজিয়ে ইয়াৰপৰা যাম। লাগিলে বজলুৰ

ঘৰলৈকে যামগৈ। মোৰ কথা শুনা—সেই যে এদিন ফটাকানিৰ টোপোলা কান্ধলতিত লৈ গাঁও এৰি অচিনাকি বাটত ভৰি দিলোঁ, সেই দিনাৰপৰাই মুছাফিৰ হ'লোঁ। বাট থাকক বা নেথাকক, মই গৈয়ে থাকিম—গৈয়ে থাকিম। ব'বৰ কাৰণে মই অহা নাই, গৈ থাকিবৰ কাৰণে আহিছোঁ। আজিলৈকে কিমান ঠাইত যে থাকিলো, কিমান ঠাইয়ে এৰি আহিলো, মই মনত পেলাবও নোৱাৰোঁ।"

বাবৰে ক'লে, "ময়তো তোৰে নিচিনা মুছাফিৰ। মৰীয়মো। ইয়াত আহি সকলো লগ লাগিছোঁহি। খোদাৰে হুকুম। আমি কাৰো ওপৰত অভিযোগ ৰাখিব নেপায়। আল্লাহ নাৰাজ হ'ব। তই যে অন্য ক'লৈকো নগৈ মোৰ ইয়ালৈকে আহিলি সেইবাবে মই ভাল পাইছোঁ।"

মুছলিমাই ক'লে, "মোৰ কেতিয়াবা কাৰোবাক খুব বেয়া পাবৰ মন যায়। পিছে কোনোবা থাকিলেহে। কাকনো বেয়া পাম? সেইদেখি কেতিয়াবা নিজকে বেয়া পাওঁ—নিজৰ ওপৰতে খং কৰোঁ। এতিয়া তুমি আছা, তোমাক যদি কেতিয়াবা বেয়া পাওঁ, খং কৰো, তুমি আকৌ বেয়া নেপাবা দেই?"

হাঁহি বাবৰে ক'লে, "তোৰ আক সদায় কাৰোবাক বেয়া পাবহেই মন যায়নে? কাৰোবাক ভাল পাবৰ মন নেযায় হ'বলা?"

"বেয়া যাকে তাকে পাব পাৰি, যাকে তাকে ভাল পাব পাৰি নেকি?"

"যাক বেয়া পাব পাৰি, তাক হ'বলা ভাল পাব নোৱাৰি?"

মুছলিমাই বাবৰৰ চকুলৈ চকু তুলি চালে। তাৰ পাছত ক'লে, "ঠিকাদাৰ কন্‌দেকটাৰবোৰে ধনহে চিনি পায়, মন চিনি পায়নে কিবা? ধনে মাতে, মনে মাতিব নেজানে। সেই দেখি মানুহে মানুহৰ মন বুজিব নোৱাৰে।"

"বাক, বাক বুজিছোঁ দে, তোৰ মনটো বুজি পাবৰ কাৰণে আক মুন্সী মৌলৱী নহ'লেও চলিব।"

মুছলিমাই ক'লে, "তুমি চিন্তা নকৰিবা, তোমাৰ বিয়াত মবীয়ম বাইৰ দৰেই ময়ো লাগি ভাগি দিম। ইয়াৰপৰাই বিয়া পতাৰ দিহা কৰা, মই যে বহুত দিন আপোন মানুহৰ বিয়াচিয়া খাবলৈকে পোৱা নাই। কইনাজনী আনি ঘৰ স্থমুৱালেহিনো আদৰি আনিব কোনে?"

বাবৰে ক'লে, "এৰা অ', ময়ো একো নেজানো। বিয়াখন তেনেহলে পতা যাওক, কি কয়?"

"ক'বলৈ আৰু কিটো আছে? গাঁওবুঢ়া জীয়াই থাকোঁতেই বিয়াখন সোনকালে পাতি পেলোৱা, নহ'লে গৈ ঘৰজোঁৱাই হ'বগৈ লাগিব—"

"ঘৰ জোঁৱাই হ'বলৈ যাম কিয়?"

"অকল ৰাণীক ৰাখিলেই হ'বনে? ৰাণীৰ মাক-মাহীয়েক য'ত যি আছে গোঁটেইখনৰে ৰখীয়া হ'বগৈ লাগিব।"

বিয়া সম্পৰ্কে আলোচনা কৰাত দুজনমান মিলিটাৰী অফিছাৰেও একে পৰামৰ্শকে দিলে: ৰেগুলাৰ মিলিটাৰীত চাকৰি কৰা মানুহেও বিয়া কৰাইছে। তুমিতো ছিভিলিয়ান কণ্ট্ৰেক্টৰ। তোমাৰ বিয়া নকৰাবলৈ কি হৈছে? সোনকালে কৰাই পেলোৱা, আমি যি পাৰোঁ সহায় কৰি দিম।"

অৱশেষত বাবৰে বিয়াখন কৰাই পেলোৱাৰ সিদ্ধান্ত কৰিলে। কিন্তু তাৰ আগতে এবাৰ গিৰীন মাষ্টৰ আৰু বাইদেউৰ লগতো কথাটো আলোচনা কৰা দৰকাৰ যেন ভাবিলে। সি এদিন গৈ বাইদেউক কথাটো ক'লে। শুনি মাষ্টৰণীয়ে অকপট উদগনি দিলে। আৰু ক'লে যে ৰাণীৰ বিষয়ে তাৰ অকণো চিন্তা কৰাৰ দৰকাৰ নাই। তাইৰ লগত সি সুখী হ'ব পাৰিব।

গিৰীন মাষ্টৰৰ ঘৰৰপৰা ঘুৰি আহোঁতে সি বাটতে কিছু অভাৱনীয় ভাবে কামৰাণক লগ পালে, সি উঠি অহা বাছখনতে ক'ৰবাৰপৰা কামৰাণো আহিছিল। বাছৰ ভিতৰত বিশেষ কথাবতৰা নহ'ল, কিন্তু বাছৰপৰা নামি দুয়ো কিছুদুৰ একেলগেই খোজ কাঢ়ি আহিল।

অন্তান্ত দুই এটা কথাৰ পাছত কামৰাণে ক'লে; "তই যেখোন গাঁওবুঢ়াৰ জীয়েকক বিয়া কৰোৱাৰ আগতে অন্তান্ত গাভৰু ছোৱালীবোৰ আনি ঘৰ চপাইছহি। তোৰ কাৰবাৰবোৰ বাইজে বুজিব পৰা নাই। সেইবোৰ মিলিটাৰী অফিচাৰক ছাপ্লাই দিবৰ কাৰণে গোটাইছনেকি ?"

কামৰাণৰ কথা শুনি বাবৰৰ কান-মূৰ ৰঙা পৰিল। কামৰাণৰ ওপৰত তাৰ খং উঠি আহিল, সি কিছু নিজকে সংযত কৰি ক'লে, "কথাবোৰ ভাবিচিন্তি ক'বি কামৰাণ। মই অইনৰ নিচিনা নহয়—"

"অইনৰ নিচিনা হোৱা হ'লে মানুহে ঘূৰিও নেচালেহেঁতেন। পিছে সকলোৱে তোক ভাল মানুহ বুলি ভাবিছিল। এতিয়াহে বুজিছে—"

"এতিয়া কি বুজিছে! মই কি বেয়া কাম কৰিলোঁ ?" খঙেৰে বাবৰে ক'লে।

"তই ডেকা মানুহ। টকা পইচাও কৰিছ। দুজনী বজকৰা ছোৱালী গোটাই লৈ ফুৰ্তি তামাছা কৰিলে আমাৰ নিচিনা ডেকা মানুহে বেয়া নেদেখো। কিন্তু গাঁৱৰ মানুহবোৰতো আৰু সকলো আমাৰ নিচিনা নহয়। তাতে বাণীক বিয়া কৰাবলৈ ওলাইছ। মানুহে তোৰ চাল চলনৰ ওপৰত নজৰ নেৰাখি থাকিবনে ?"

"তোৰ লেতেৰা মনটোৱে যিবোৰ লেতেৰা কথা ভাব, গাঁৱৰ মানুহে সেইবোৰ নেভাবে। এইবোৰ তোৰ কথা, অইনৰ মুখত দি লোকৰ বেইজ্জতি নকৰিবি।"

কামৰাণে ক'লে, "মই দেখিছো, তই পাছত অনা ছোৱালীজনীও বেচ ভাল ছোৱালী। সেইজনী বোলে ৰূপহীগাঁৱৰ গোলাম ৰছুলে নিজৰ কাৰণে আনিছিল, তই বোলে পুলিচক ধন খুৱাই বাটতে তোলৈ ৰাখি থলি—"

"এইবোৰ কথা তোক কোনে ক'লে ?"

"বজলুৰ মুখত শুনিলোঁ। মোক বেয়া নেপাবি। তই যি কম

নকৰ তাতে মোৰ কি ?  মোৰ মুঠেই এটা কথা—তই যদি হুই এজনী অন্য ছোৱালী ৰাখিছই, ৰাণীক কেৱল সম্পত্তিৰ লোভত বিয়া নকৰাবি। তোৰ আগত মুলুকুৱাওঁ। তই ৰাণীক বিয়া নকৰাওঁ বুলিলে তাইক মোলৈ দিব। মৰাৰ আগতে গাঁওবুঢ়াই তাইৰ বিয়া দি যাবই।"

বাবৰৰ কামৰাণৰ ওপৰত খং বেছিকৈ উঠিছিল। কিন্তু আলিবাটৰ ওপৰত কাজিয়া নকৰিবৰ যত্ন কৰিলে সি।

ৰাবৰে নিজক সংযত কৰি ক'লে, "চা কামৰাণ, মই গাৰ বলেৰে কাৰো পৰা কাকো কাঢ়ি আনিবলৈ ওলোৱা নাই। এতিয়াও ৰাণীৰ লগত মোৰ বিয়াৰ বন্দৱস্ত হোৱা নাই। দিয়ে যদি তয়ে বিয়া কৰাগৈ, মোৰ একো ক্ষতি নহয়—"

"তই এবাৰ গাঁওবুঢ়াক কবিনে বাৰু ?"

"মোৰ গৰজ নাই। তই যি মন যায় কৰিব পাৰ—মই যাওঁ—"

"যা বাৰু। ছোৱালীজনীলৈ মোৰ হেপাহ এটা। থাকিল বুজিছ ? মনৰ কথা লুকুৱাই ৰাখিব নেপায়; নহ'লে তোক নক'লোহেঁতেন।"

একো নকৈ বাবৰ খৰখুজীয়াকে ঘৰমুৱা হ'ল

ঘৰ পোৱাৰ আগতে সি গাঁওবুঢ়াৰ ঘৰৰ ফালে ঘুৰিল, আৰু বিশেষ ভূমিকা নকৰি মোবাৰকক লগ ধৰিলে।

"ক'ৰপৰা আহিলি বাবৰ ?" মোবাৰকে সুধিলে।

"গিৰীন চাৰৰ ঘৰলৈ গৈছিলো, চাৰক ঘৰত নেপালোঁ।"

"তালৈনো কেলেই গৈছিলি ?"

"বাইদেৱে বিয়া পাতিবলৈ কৈছে—"

প্ৰথমে মোবাৰকে বাবৰৰ কথাবাৰৰ তাৎপৰ্য্য বুজা যেন পালে। তাৰ পাছত বাবৰৰ ফালে চালে। ৰাবৰে তলমূৰ কৰি বহি আছে।

হঠাৎ মোবাৰক উৎফুল্ল হৈ উঠিল।

"তেনেহ'লে কথাটো বাৰাক কওঁগৈ ব'ল, বাবাই সদায় একেটা চিন্তাকে কৰি আছে।"

বাবৰে ক'লে, "অলপ কাম আছে, মই এতিয়া ঘৰলৈ যাওঁ—"

"যাক যি ক'ব মেলিব লাগে মই ক'ম, তই বাবাক এবাৰ এনেয়ে চাই নেযাৱ জানো ?"

বাবৰেও অনুভৱ কৰিলে ইয়ালৈ আহি এবাৰ গাঁওবুঢ়াৰ খবৰ কৰি নগ'লে বেয়া কৰা হ'ব।

সি গাঁওবুঢ়াৰ ওচৰলৈ গ'ল।

ছৰিফ গাঁওবুঢ়া বিচনাত শুই আছে, দাড়ি চুলি সকলো পকি বগা হোৱা এখন শান্ত, পৰিশ্ৰান্ত মুখ। চকু মুদি পৰি আছে। কাষৰ মেজখনৰ ওপৰত দুটামান ঔষধৰ বটল, গিলাচ, পিয়লা আৰু দুটামান বেদানা, সুমথিৰা আদি ফল।

বাবৰৰ মাতিবলৈ বেয়া লাগিল। এটা সংগ্ৰামী জীৱন ক্লান্ত হৈ পৰিছে। কৰ্মঠ দুখন ব্যস্ত হাত—বুকুৰ কাষত অলসভাৱে পৰি আছে জিৰণি বিচাৰি, উশাহ-নিশাহৰ লগত এতিয়া সংসাৰী কথাৰ ধ্বনি প্ৰতিধ্বনি যেন শেষ হৈ আহিছে, তাৰ পৰিবৰ্তে উশাহ-নিশাহ যেন কোনো শাশ্বত, সনাতন মৌন বাণীৰে পূৰ্ণ হৈ উঠিছে। ছৰিফ বুঢ়াৰ মুখৰ ফালে চাই থাকি বাবৰৰ মনটো কিছু বিষণ্ন আৰু গধুৰ হৈ পৰিল।

বিচনাখনৰ ওপৰত যেন এজন অক্লান্ত মেহনতী খেতিয়ক শুই থকা নাই, শুই আছে এটা নাম-নোহোৱা অখ্যাত ইতিহাস। এই ইতিহাসৰ শেষ অধ্যায়ত যেন শেষ-কথাষাৰ সিয়েই যোগ দিব লাগিব।

ছৰিফ বুঢ়াৰ জীৱনৰ শেষ নিশ্বাসকেটাই যেন তাৰেই অপেক্ষা কৰিছে।

লাহে লাহে বাবৰে মাতিলে, "বাবা—"

গাওঁবুঢ়াই লাহে লাহে চকু মেলিলে। বাহিৰত পোহৰ হৈ আছিল যদিও ভিতৰত আন্ধাৰ হৈ আহিছিল, কোনোবা এটাই এটা লণ্ঠন জ্বলাই মেজখনৰ ওপৰত থৈ গ'লহি।

"মই, বাবৰ—"

বুঢ়াৰ মুখৰ ওচৰলৈ মুখখন নি বাবৰে ক'লে।

বুঢ়াৰ মুখখন প্ৰসন্ন হৈ উঠিল।

নিশকতীয়া হৈছে যদিও, বুঢ়াৰ মাতটো টনটনীয়া হৈ আছিল। বুঢ়াই ক'লে ঃ

"তই কেতিয়া আহিলি ?"

বাবৰে ক'লে আৰু বুঢ়াৰ গা কেনে আছে সুধিলে।

"ভালে আছোঁ। হাত-ভৰিবোৰৰহে বল নোহোৱা যেন হৈছে। তই ভালে আছ ?"

"আছোঁ—"

"ঘৰটো হ'লগৈ—"

"হৈছেগৈ—"

কিছুপৰৰ নিৰৱতা।

তাৰ পাছত বুঢ়াই ক'লে, "মোৰ আৰু উঠাৰ আশা নাই। আগে কোনো দিন ইমান কমজোৰ হোৱা নাছিলোঁ। মোৰ কোনো দুখ নাই। মোৰ একোৱেই নাছিল, আল্লাই হাত দুখন দিছিল। হাত দুখনক মই বহুৱাই থোৱা নাছিলো, ধন সম্পত্তি যত যি ঘটিলোঁ, এই হাত দুখনৰ বলতে, এতিয়া হাত দুখনো কমজোৰ হৈ পৰিছে। এতিয়া আল্লাৰ ওচৰত দোৱা মাগিবলৈও হাত দুখন দাঙিব নোৱৰা হৈছোঁ।"

বাবৰে ক'লে, "আপোনাক আল্লাই ভাল কৰিব। মই যাওঁ। ককাইতিক মই কৈছোঁ—"

কৈ সি যাবলৈ ওলাল।

"মোবাৰকক কি ক'লি ?"

কিন্তু তাৰ উত্তৰ বাবৰে নিদিলে।

মাত লগাই সি ওলাই গ'ল।

অলপ পাছতে মোবাৰক সোমাই আহিল।

মোবাৰকে ক'লে, "বাবৰে বিয়া পতাত সন্মতি দিছে। আমাৰ

ব'বৰ দৰকাৰ নাই। অহা সপ্তাহতে ৰাণীৰ বিয়াখন পাতি পেলাবৰ দিহা কৰোঁ।"

বুঢ়াই নিশকতীয়া হাত দুখন দাঙি আল্লাৰ ওচৰত মোনাজাত কৰিলে ঃ

"ইয়া আল্লাহ, তুমি মোৰ আৰজ কবুল কৰিলা। ইয়া আল্লাহ্, তোমাৰ ছুক্‌ৰিয়া আদায় কৰিছোঁ হে আল্লাহ্।"

মুমলীয়া জীয়েকৰ বিয়াখন পাতিবৰ কাৰণে যেন ছৰিফ গাঁওবুঢ়াই গাত নতুন বল পালে। সকলোৱে মানা কৰাৰ কাৰণে বুঢ়া বিচনাৰপৰা নুঠিল।

কিন্তু বিয়াৰ সকলো দিহা-পৰামৰ্শ বুঢ়ায়েই দিলে।

সাতদিনৰ মূৰত ধুমধামেৰে বাবৰৰ লগত ৰাণীৰ বিয়া হৈ গ'ল। সৰু জীয়েক বুলি বুঢ়াই সাঁচতীয়া ধনো কিছু ৰাণীক দিলে। বুঢ়াৰ জীৱনৰ শেষ আশা পূৰণ হোৱাত গাঁৱৰ ৰাইজেও আনন্দ পালে।

ইয়াৰ পাছত যেন গাঁওবুঢ়াৰ আৰু এই পৃথিৱীত কৰিবলগীয়া একো নাছিল।

ৰাণীৰ বিয়াৰ ছদিনৰ পাছত ছৰিফ গাঁওবুঢ়া ঢুকাল।

## ছাব্বিবশ

বহুতে ভাবিছিল—নহ'ব, বহুতে আশা কৰিছিল—নহওক, আৰু সৰ্বসাধাৰণে কামনা কৰিছিল—যিমান সোনকালে হয়—হওক। ।

হ'ল। কিছু অপ্ৰত্যাশিতভাবেই যুদ্ধখন বিশ্বজোৰা দ্বিতীয় মহাসমৰখন এদিন শেষ হৈ গ'ল। কিয়, কেনেকৈ, ক'ত যুদ্ধখন শেষ হ'ল, প্ৰথমে বহুতেই বুজিব নোৱাৰিলে। পৃথিৱীজোৰা যুদ্ধ—পৃথিৱীৰ এঠাইত লাগিলে সকলো ঠাইতে লাগে, বন্ধ হ'লে সকলো ঠাইতে বন্ধ হৈ যায়। কিয়, কেনেকৈ সাধাৰণ মানুহৰ বাবে বুজি পোৱাটো সহজ কথা নহয়।

বনজুইৰ দৰে বাতৰিটো বিয়পি পৰিল। জাপানৰ হিৰোশিমাত আমেৰিকাই এটম বোমা দিলে। সেই দেখি যুদ্ধখন হঠাৎ, অকস্মাৎ শেষ হৈ গ'ল।

কিবা এটা ব্যাখ্যা কৰিব নোৱৰা কাৰণত সকলো মানুহৰ গা মনবোৰ পাতল লাগি গ'ল। সকলোকে কম্প কৰি তোলা এটা মহামাৰী যেন হঠাৎ নোহোৱা হৈ গ'ল আৰু মানুহবোৰ ৰোগমুক্ত হ'ল। যুদ্ধৰ অবিৰাম কোলাহলেৰে ভাৰাক্ৰান্ত হোৱা বতাহজাক আকৌ আগৰ নিচিনা পাতল হৈ পৰিল, শান্ত হৈ পৰিল।

পৃথিৱীৰ নানা দেশৰ নানা ঠাইৰপৰা অহা সৈন্যবোৰ নিজ নিজ দেশলৈ ঘূৰি যাব ধৰিলে। যিবোৰৰ যুদ্ধক্ষেত্ৰত মৃত্যু হ'ল সিহঁতৰ শৰীৰৰ অৱশিষ্ট অস্তিত্ব পৰি ৰৈ গ'ল—কোনোবা অৰণ্যত, কোনোবা জনহীন প্ৰান্তৰত, কোনোবা জনপূৰ্ণ খাননি-পথাৰত। সিহঁত মহাজাতৃ বসুন্ধৰাৰ ধূলিৰ লগত মিহলি হৈ গ'ল। সিহঁতৰ কোনোৱেই আৰু

জীৱনৰ মাজলৈ ঘূৰি নাহে, নিজ নিজ ঘৰৰ পত্নী আৰু মজিয়ালৈ ঘূৰি নেযায়। নিজৰ পৰিয়ালৰ জীয়াই থকাবোৰৰ কাৰণে সিহঁত হ'ল একোটা বেজাৰলগা, শেষ নোহোৱা সাধুকথা।

অচল হৈ পৰা যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰবোৰ য'তে আছিল ত'তে পৰি ৰ'ল। সেইবোৰ কাৰ সম্পত্তি কোনোৱে ক'ব নোৱাৰে। সিহঁত পৰি থাকিব। সিহঁতক মামৰে খাব। সিহঁত জহি-পমি যাব। মৃত সৈনিকৰ হাড়ৰ লগত সিহঁতৰ হাড় মিলি পৰিব। সিহঁত মাটি হৈ যাব। ট্ৰাক, টেংক, বন্দুক, মেখিনগান!

যুদ্ধখন লাগিল আৰু ভাগিল। কোনে কিয় যুদ্ধখন লগালে, কোনে কিয় যুদ্ধখন ভাঙিলে বহুতে বুজিব নোৱাৰিলে। হিলদ'ল ভাঙি এজাক ধুমুহা আহিছিল, পাৰ হৈ গ'ল।

ডিমাপুৰৰ পৰা বাবৰ ঘৰলৈ গুচি আহিল। যুদ্ধৰ আগৰ শান্তি গাঁৱতো নোহোৱা হৈছে, তথাপি গাঁওবোৰ যুদ্ধক্ষেত্ৰতকৈ শান্ত। আগতকৈ ব্যস্ততা বাঢ়িল, তথাপি যুদ্ধক্ষেত্ৰৰ ৰুদ্ধশ্বাস ব্যস্ততা নাই। পৰীক্ষাৰ সময়ত গোটেই ৰাতি উজাগৰে থাকি পঢ়াশুনা কৰা ছাত্ৰ-ছাত্ৰীয়ে যিদৰে পৰীক্ষা শেষ হৈ গ'লেই, দিনে-ৰাতিয়ে শুই থাকিম বুলি মনতে পাঙে, তেনেকৈ বাবৰেও মনতে ভাবিছিল যে যুদ্ধৰ শেষত সিও কিছুদিন বাৰুকৈ জিৰণি ল'ব। আৰু এইকেইটা বছৰত সি কি কৰিলে কি নকৰিলে তাৰ এটা হিচাপ উলিয়াব। দেহাৰ ভাগৰ পলুৱাবলৈ বেছি দিন নেলাগিব, কিন্তু তাৰ মনৰ ভাগৰ পলুৱাবলৈ নিশ্চয় বহুত দিন লাগিব।

কিন্তু বাবৰে ঘৰলৈ ঘূৰি আহি দেখিলে জিৰণি লোৱাৰ অকণো অৱকাশ নাই। তাৰ বহুত কিবাকিবি কৰিবলগা আছে, যিবোৰৰ বিষয়ে সি অতদিনে ভবাই নাছিল।

গাঁওবুঢ়াই দিয়া আৰু নিজৰ বৰীয়াকৈ কিনা মাটিবোৰ মণ্ডলৰ হতুৱা জোখাই, সীমা চমজি লৈ সি সেইবোৰত ভালকৈ খেতি কৰাৰ ব্যৱস্থা কৰিব লাগিব। পাৰিলে হাতত থকা টকাৰে আৰু কিছু

মাটি কিনিব লাগিব। এতিয়া যুদ্ধ নাই। সি খেতিয়ক মানুহ, খেতি কৰাত ধৰিব লাগিব।

হয়তো পি, ডব্লিউ, ডি-ৰ বা লোকেল ব'ৰ্ডৰ সক সক ঠিকা কৰিব পাৰিব, কিন্তু সেইবোৰ মিস্ত্ৰিটাৰী ঠিকাৰ নিচিনা নিশ্চয় নহয়। শিকিব বুজিব লাগিব।

এবাৰ সি নিজৰ দেশলৈকো গৈ আহিব লাগিব। তাৰ পৰিয়ালৰ, তাৰ গাঁৱৰ কোন কোন আছে, কোন কোন নাই, কাৰ কি হৈছে নহৈছে এবাৰ খবৰ কৰি আহিব লাগিব। নিজে নগ'লে নহ'ব।

মৰীয়মজনীক এনেকৈ আৰু ৰাখিব নোৱাৰি। ইয়াতে হওক, দেশতে হওক ভাল ল'ৰা এটা চাই তাইক বিয়া দি দিব লাগিব।

গাঁওবুঢ়া ঢুকোৱাৰ পাছত এতিয়া যদিও মোবাৰক মাষ্টৰে ঘৰবাৰী সা-সম্পত্তি চলোৱাৰ দায়িত্ব লৈছে, তথাপি তেওঁক সহায় কৰি দিব লাগিব। নহ'লে এখন হাইস্কুল চলোৱা আৰু খেতি পথাৰ চলোৱা দুয়োটা কাম সমানে তেওঁ চলাব নোৱাৰিব।

এতিয়া সি আৰু আগৰ অকলশৰীয়া, ডঙুৰা মানুহটো নহয়, সি বিয়া কৰালে যেতিয়া সি এতিয়া সমাজৰ এটা লেখৰ মানুহ হ'ল। সমাজত সি আবুৰ ইজ্জত ৰাখি চলিব লাগিব।

কোনটো কাম কেনেকৈ কৰিব সেই বিষয়ে গুণাগঁথা কৰি থকাৰ মাজতে বাবৰে নভবাকৈয়ে ইচ্ছা নকৰাকৈয়ে এটা নতুন পৰিস্থিতিৰ মাজত সোমাই পৰিল।

ডাঙৰ যুদ্ধখন শেষ হ'ল। আৰম্ভহৈছে অন্য এখন যুদ্ধৰ পাতনি। এইখন যুদ্ধৰ অস্ত্ৰশস্ত্ৰৰ যুদ্ধ নহয়, কথা, যুক্তিতৰ্ক, চিয়ঁৰ-বাখৰ, সভা-শোভাযাত্ৰা ধ্বনি-প্ৰতিধ্বনিৰ যুদ্ধ।

নিৰ্বাচন যুদ্ধ।

নিৰ্বাচন যুদ্ধ আগেও হয়। কিন্তু যুদ্ধৰ পাছৰ এই নিৰ্বাচনৰ গোটেই আকাৰ প্ৰকাৰ, কথাকাণ্ড বেলেগ। এই যুদ্ধৰ লক্ষ্য উপলক্ষ্যও সুকীয়া।

প্ৰথম প্ৰথমে বাবৰৰ বুজিবলৈ টান লাগিল—এইখন যুদ্ধ কেনেকুৱা হ'ব। সিখন যুদ্ধত কেইটামান শব্দ সকলোৰে মুখে মুখে হৈছিল—জাপান-জাৰ্মানি, ৰুছিয়া আমেৰিকা, মিত্ৰশক্তি অক্ষশক্তি।

কিন্তু এতিয়া হ'ব ধৰা যুদ্ধখনৰ মূল ধ্বনি এটা—এটা শব্দ—পাকিস্তান—অখণ্ড ভাৰতবৰ্ষ।

শব্দটো বাবৰৰ ভাল লাগিল, পাকিস্তান—পাক ঠাই। কিন্তু আল্লাই সৃষ্টি কৰা কোন ঠাইনো না-পাক—অপবিত্ৰ? আৰু ক'ৰবাত তেনেকুৱা পাক ঠাই, পবিত্ৰ ঠাই থাকিলেও, তাত আছুতীয়াকৈ অকল মুছলমানহে থাকিব, আন মানুহ নেথাকিব—এইটো কেনেকুৱা কথা হ'ব?

কথাটো বাবৰে আক-তাক সুধিলে, মোবাৰকক সুধিলে, মোখলেছক সুধিলে, গিৰীন ছাৰকো সুধিলে।

কিন্তু তেওঁলোকেও কথাটোৰ তাৎপৰ্য্য ভালকৈ বুজা নাই।

ভাৰতবৰ্ষ এখন দেশ—বৰ ডাঙৰ, মোবাৰক মাষ্টৰে আলিগড়, দিল্লীলৈকে দেখিছে—তাৰ সিপাৰে দেখা নাই। বাবৰে নিজে ঢাকা-কলিকতালৈকে দেখিছে, তাৰ সিপাৰে দেখা নাই। মোখলেছে নোৱাখালী ছিলেট ত্ৰিপুৰালৈকে দেখিছে, তাৰ সিপাৰে দেখা নাই, আৰু গিৰীন ছাৰে গুৱাহাটী, বৰপেটা, ধুবুৰীলৈকে দেখিছে—আৰু দেখা নাই। সকলো ঠাইতে মানুহ আছে, হিন্দু-মুছলান-খ্ৰিষ্টীয়ান আছে। মিহলি হৈ আছে। ক'ৰবাত হিন্দু বেছি, মুছলমান কম। ক'ৰবাত মুছলমান বেছি, হিন্দু কম। অকল এটা ধৰ্মৰ মানুহ থকা ঠাই ক'তো নাই।

ইয়াৰ মাজত অকল মুছলমানৰ কাৰণে এখন পাকিস্তান কেনেকৈ ক'ত হ'ব, বাবৰে বুজিব নোৱাৰিলে। আৰু তেনেকুৱা এখন স্বকীয়া দেশ কিয় হ'ব লাগে সেই কথাও সি বুজিব নোৱাৰিলে।

কিন্তু বাবৰে বুজিব নোৱাৰিলেও এই বিষয়ে আলচ-বিলচ, কথা

বক্তৃতা ক্রমে বাঢ়ি আহিব ধৰিলে। ইয়াকে লৈ ক'ৰবাত কোনো কোনো ঠাইত সকমুৰা তৰ্ক-কাজিয়াও হ'ল।

বাবৰে ভালকৈ একো বুজিব নোৱাৰিলে, গিৰীন মাষ্টৰৰ লগত সি বিষয়টো আলোচনা কৰিলে:

ষোৱা যুদ্ধখনত সহায় কৰিব নেলাগে বুলি কৈছিল—বহুতে সহায় কৰিলে। যুদ্ধ চলিল, শেষো হ'ল, বৃটিছ নেহাৰিল, জিকিলহে। সকলোৱে এইকালে জাপানহে জিকিব বুলি ভাবিছিল। যুদ্ধ নকৰিবা, যুদ্ধত সহায় নকৰিবা বোলা ভাৰতৰ মানুহবোৰে মিছাতে দুখ কষ্ট ভুগিলে, জেললৈ গ'ল, গুলি খাই মৰিল, কাঁচী হ'ল। এতিয়াও বৃটিছ ভাৰতৰপৰা যাব বুলি কৈছে। ক'ত যাব চাগৈ? কিয় যাব? ইমান যুঁজি মেলি ভাৰতবৰ্ষক ৰাখিলে, এতিয়া এনেয়ে এৰি থৈ যাবনে?

ভাৰত স্বাধীন হ'ব জানো?

অসমো স্বাধীন হ'বনে?

পাকিস্তান হ'বনে? ক'ত হ'ব? পাকিস্তানখন ইংৰাজে কাক দিব? ৰজা মহাৰাজা, জমীদাৰ, নৱাবৰ পৰা ইংৰাজে ভাৰতখন লৈছিল। এতিয়াও, যায় যদি সিহঁতকে গটাই দি থৈ যাব চাগৈ।

তেতিয়াহ'লে স্বাধীন হ'লেনো, পাকিস্তান-হিন্দুস্তান হ'লেনো আমাৰ কি লাভ হ'ব। বংগদেশ আৰু অসমক লৈ যদি এই কালৰ পাকিস্তানখন হয় তেতিয়াওচোন একো বেলেগ নহয়। বংগদেশৰ প্ৰধানমন্ত্ৰী দেখোন ফজলুল হক, নাজিমুদ্দিনৰ নিচিনা মুছলমান হৈয়েই আছে। অসমৰো প্ৰধানমন্ত্ৰী ছাৰ চৈয়দ মহম্মদ চাদুল্লা। বেলেগ দেশনো হ'ব লাগে কেলেই?

এইবোৰ কথাৰ আলোচনা ভোজে মেলেও হয়, বিয়াই বাৰুৱেও হয় আৰু কেতিয়াবা মছজিদতো হয়। কোনো মীমাংসা নহয় কোনো সিদ্ধান্ত নহয়। যিয়ে য'তে যি শুনি আছে, তাকে কয়হি, তাৰ ভিত্তিতে আলোচনা হয়। অনগম্য জ্ঞানবিদ্যা যাৰে যিমান নেথাকক,

ধন পইচা থকা মাটিবাৰী থকা দেৱানী, মাতব্বৰ আৰু বেপাৰী মহাজনকেটাৰ কথাতে সকলোৱে সমৰ্থন জনায়।

এইবাবেই বাবৰৰ কথাত আজিকালি সকলোৱে গুৰুত্ব দিয়ে, কাৰণ বাবৰ গাঁওখনৰ ভিতৰৰ নতুন ডেকা ধনী মানুহ। ধনে কথা ক'লে বজে, মুখে কথা ক'লে বতাহত উৰি যায়।

সমাজত বাবৰে গুৰুত্ব পোৱাৰ আৰু কাৰণ আছিল। বাবৰ ছৰিফ গাঁওবুঢ়াৰ নিচিনা মাতব্বৰৰ জোঁৱায়েক ৰাণীৰ নিচিনা ধুনীয়া লিখা পঢ়া জনা ছোৱালীৰ গিৰিয়েক মোবাৰক হেড মাষ্টৰৰ ভনী-জোঁৱায়েক। বাবৰ আজি আৰু লোকৰ পথাৰত হাল বাই খেতিকৰা হালোৱা নহয়, নিজেই কেইবা পুৰাও মাটিৰ মালিক। তাৰ মাটিত এতিয়া লোকে খেতি কৰিছে। বাবৰ এতিয়া এটা লেখৰ মানুহ।

বাবৰৰ লগে লগে ঘৈণীয়েক ৰাণীয়েও গুৰুত্ব আৰু মৰ্য্যাদা লাভ কৰিলে। আগৰেপৰা ৰাণী সুখত উঠা ছোৱালী, ছৰিফ দেৱানীৰ ছোৱালী। সৰুতে বাপেকৰ লগত খেতিৰ পথাৰ চাবলৈ যোৱাৰ বাহিৰে তাই কোনোদিন পথাৰত নামি নিজে খেতি কৰিবলৈ যোৱা নাই। তাই কিতাপপত্ৰ পঢ়া ছোৱালী। বাবৰে নজনা বহুত কথা তাই জানে। ৰাণীয়ে ঘৰৰ কামবনো নকৰিলে চলে। চাচা আছে, মৰীয়ম আছে, আৰু বাবৰৰ খেতি কৰা দুটা ল'ৰাকো বাবৰে নিজৰ বাৰীৰ চুকতে ঘৰ সাজি দি ৰাখিছে। বাবৰে নিজে কাম নকৰিলেও চলে, চকু দিলেই হয়, হুকুম দিলেই হয়। কিন্তু বাবৰে কাম নকৰাকৈ নেথাকে।

বাবৰ গিৰীন মাষ্টৰৰ ঘৰলৈ গৈছিল, তেওঁলোক খবৰ কৰিবৰ কাৰণে আৰু সেইফালেই কোনোবাই বেচিবলৈ লোৱা মাটি পাঁচ পুৰাৰ দৰদামৰ খবৰ কৰিবৰ কাৰণে।

গিৰীন মাষ্টৰ খীণাইছে। দুয়ো পাৰীৰে কেইবাটাও দাঁত সৰিছে। চুলিবোৰো প্ৰায় সকলো পকিছে। এই কেই বছৰতে তেওঁৰ স্বাস্থ্য এনেদৰে পৰি যোৱা দেখি বাবৰৰ বেয়া লাগিল।

বাবৰে সুধিলে, "চাৰ, গাটো আপোনাৰ ভাল নহয়নে কি? বৰ খীণাইছে দেখোন—"

গিৰীন মাষ্টৰৰ গেষ্ট্ৰিক হৈছে। ভাত পানী বৰকৈ খাব' নোৱাৰে। খালেও হজম নহয়। দাঁত সৰি পেটৰ অসুখ আৰু বেছি হৈছে। সেই হিচাপে বাইদেউ কিছু ভালেই আছে। বয়সৰ ছাপ অৱশ্যে গালে মুখে নপৰাকৈ থকা নাই।

মাষ্টৰৰ ঘৰত কেইবাজনো মানুহ গোট খালে। কথাটো তেওঁলোকেই উলিয়ালে: দেশ বাৰু সঁচাকৈয়ে স্বাধীন হ'বনে মাষ্টৰ? ইংৰাজে বাৰু সঁচাকৈয়ে আমাৰ দেশখন এৰি থৈ যাবনে?

মুছলমানক পাকিস্তান লাগে। দিবনে বাৰু?

মুছলমানক নহয় মুছলিম লীগক, লীগত সকলো মুছলমান নাই। কংগ্ৰেছতো তো বহুত মুছলমান আছে। কংগ্ৰেছে পাকিস্তান নেলাগে বুলিছে।

ইংৰাজেহে স্বাধীনতা দিব, আমাৰ লাগে নেলাগে কৰি কি লাভ হ'ব? পিছে—অহা ইলেকচনত এতিয়া কি কৰিব লাগিব? ইলেকচন হ'ব বুলিছে নহয়?

গিৰীন মাষ্টৰে ক'লে, "আমি কংগ্ৰেছী মানুহ। নিৰ্বাচনত জিয়ে যি নকৰক, আমাৰ দেশ স্বাধীন হ'ব লাগে। অন্য কথা নাই। স্বাধীন হোৱাৰ পাছত পাকিস্তান হয়, হিন্দুস্তান হয়, যি হয় হৈ থাকক, যাক যি লাগে ল'ব, নিজৰ দেশ যি যেকৈ ভাঙে-পাতে ভাঙিব পাতিব, এতিয়া সেইবোৰ চিন্তা কৰাৰ সময় নহয়। নিৰ্বাচনত আমি সকলোৱে স্বাধীনতাৰ কাৰণে ভোট দিব লাগে।"

বাবৰে বহি কথাবোৰ শুনি থাকিল। এইবোৰ কথা সি ভালকৈ বুজিব নোৱাৰে। মাষ্টৰে যেতিয়া সুধিলে, "তই কি ভাবিছ বাবৰ—" বাবৰে ক'লে, "মইনো কি ভাবিম বাৰু? এইবোৰ কথা মই বুজিয়েই নেপাওঁ। ঘৰ-মাটি কৰি আমি অসমত আছোঁ। অসমেই আমাৰ ঘৰ, অসমেই আমাৰ দেশ। এতিয়া যেনেকৈ অসমত আছোঁ,

দেশ স্বাধীন হ'লেও ইয়াতে থাকিম। হিন্দুস্তান হ'লেও মই ইয়াতে থাকিম। নামটো সলনি কৰিলেই দেশখন সলনি হ'বনে কিবা ?"

"মুছলমান বিলাকে পাকিস্তান নামে এখন সুকীয়া দেশ বিচাৰিছে।"

"মুছলমান বিলাকে নহয় হে, মুছলিম লীগে—" গিৰীন মাষ্টৰে শুধৰাই দিলে।

বাবৰে ক'লে, "চাৰ, এটা কথা মই বুজা নাই, পাকিস্তান হলে আমাৰ ব্ৰহ্মপুত্ৰখন ব্ৰহ্মপুত্ৰ নহ'ব নেকি ? আমাৰ গাঁওখন আমাৰ গাঁও নহ'ব নেকি ? আমি যেতিয়া সদায় ইয়াতে থাকিম, দেশখনৰ নাম বেলেগ এটা হ'লেই সকলো বেলেগ হৈ যাবনেকি ?"

"পাকিস্তান হোৱা মানে দেশখনৰ নাম বেলেগ হোৱা নহয়, এখন সুকীয়া দেশ হোৱা। আমাৰ দেশখন মাটি দুভাগ হোৱা। সেইটো ভাল কথা নহয়, সেইটো আমি কেতিয়াও নিবিচাৰোঁ। আমাৰ দেশখন সদায় এখন হৈ থাকিব লাগিব।"

"এখন ঘৰ ফাটি দুখন ঘৰ হয়, এটা মছজিদ ফাটি দুটা হয়, কিন্তু এখন দেশ ফাটি দুখন কেনেকৈ হ'ব মই বুজিব পৰা নাই, চাৰ—" বাবৰে ক'লে।

"দুখন দেশ হ'ব পাৰে। হয়। দুখন দেশ লগ লাগি যেনেকৈ এখন হ'ব পাৰে, তেনেকৈ এখন দেশ ফাটিও দুখন হ'ব পাৰে। এটা চৰকাৰৰ ঠাইত দুখন দেশত দুটা চৰকাৰ হ'ব পাৰে, সেই দুটা চৰকাৰ মিলিজুলিও থাকিব পাৰে, দুয়োটাই কাজিয়াও কৰিব পাৰে। দুখন দেশে কাজিয়া কৰিলে তাকে যুদ্ধ বোলে।"

"ভাৰতৰ মানুহে ভাৰতৰ মানুহৰ লগত কেলেই যুদ্ধ কৰিব ?"

"তেতিয়া আৰু সকলো মানুহ একেখন ভাৰতৰ মানুহ হৈ নেথাকে। পিছে সেইবোৰ হ'বলৈকে দিব নেলাগে। ভাৰতীয় মানুহে পাকিস্তান নিবিচাৰে, তই জানো বিচাৰ বাবৰ ?"

"মই চাৰ, সেইবোৰ একো নুবুজোঁও, নিবিচাৰোঁও। মই যেতিয়ক

মানুহ, মোক খেতিৰ মাটি লাগে। য'তে খেতিৰ মাটি আছে সেয়ে মোৰ দেশ, সেয়ে মোৰ পাকিস্তান, সেয়ে মোৰ হিন্দুস্থান।"

"তই খেতিৰ মাটি অলপ ল'লি নহয়।"

"অলপ গাঁওবুঢ়াই দিছিল, অলপ মই কিনি-কুটি লৈছোঁ। আৰু চাব, এই পিনে বোলে নীলকান্ত চক্রবর্তীয়ে মাটি বেচিব খুজিছে, হয়নেকি?"

তাত বহি থকা এজনে ক'লে, "বেচিব, পিছে যাকে তাকে নেবেচে।"

"কিয়?"

"সেইফালৰ মাটিবোৰতো মৈমনচিঙীয়াই লৈ শেষ কৰিলে। চক্রবর্তীৰ মাটি মৈমনচিঙীয়াক নেবেচে—"

"পিছে চক্রবর্তীৰ মাটিত দেখোন মৈমনচিঙীয়ায়েই খেতি কৰে?"

"হালোৱা কামলা কৰাটোও এক কথা, মাটি বেচি দিয়াটোও এক কথা। মৈমনচিঙীয়াক আমাৰ মাটি বেচাটোময়ো ভাল নেপাওঁ।" মানুহটোৱে ক'লে।

"এসময় মৈমনচিঙীয়া আছিলোঁ বুলি অতদিন অসমত থকাৰ পাছতো যদি আমাক অসমীয়া নহয়, মৈমনচিঙীয়া বুলিয়ে ধৰি থাকে, সেইটো ঠিক হ'ব জানো?" বাবৰে ক'লে।

"ঠিক হয়নে নহয়, সেইটো আমাৰ কথা। এই মৈমনচিঙীয়া বোৰেই অসমখনক পাকিস্তান কৰিবলৈ লৈছে।"

বাবৰে আৰু তৰ্ক নকৰিলে। সি যাবৰ কাৰণে উঠিল। ভিতৰৰ পৰা মাষ্টৰণী ওলাই আহিল আৰু ক'লে, "বাবৰ তই ভিতৰলৈ আহ। তোৰ লগত ভাল বেয়া কথা এষাৰো পাতিবলৈ আজৰি পোৱা নাই। কিবা এটা খা-হি আহ।"

বাবৰক এনেকৈ মাষ্টৰণীয়ে ভিতৰলৈ মাতি নিয়াৰ কাৰণে মানুহকেটাই বৰ ভাল নেপালে। আৰু আগে তুমি বোলা বাবৰক এতিয়া মাষ্টৰণীয়ে সহজে তই বুলি মতা দেখি গিৰীন মাষ্টৰো কিছু

বিস্মিত হ'ল যদিও, বাবৰ অকণো অসন্তুষ্ট নহ'ল। তাক তুমিতেমা নকৰিবৰ কাৰণে কওঁ বুলি সি ভালেমান দিনৰপৰা ভাবিয়ে আছিল। আজি তাক 'তই' বুলি মতাৰ কাৰণে বাইদেউক তাৰ নিজৰ আপোন বায়েক যেন লাগি গ'ল। 'তুমি' বুলি মাতিলে বাবৰে ভাল নেপায়। আৰু বাইদেৱে তাক কেতিয়া তই বোলে, কেতিয়া তুমি বোলে তাৰো কোনো স্থিৰতা নাই। বিয়াবাৰু কৰালে যদিও মাষ্টৰণীৰ কাৰণে বাবৰ আগৰ ল'ৰাটোৱেই হৈ আছে।

ভিতৰত চাহ জলপান দি মাষ্টৰণীয়ে ক'লে, "যাৰে তাৰে লগত সেইবোৰ যি সি কথা কেলেই পাত। সেইটো ভন্ন দত্ত মাটি বেচা দালাল বুলি নেজান হ'বলা? কেইটকা মান পালে নেবেচোঁ বোলা মাটি তোকে বেচিব। এতিয়া মতিলাল আগৰৱালাক মাটিডোখৰ বেচাবলৈ লাগি আছে। টকা খাইছে। সেইবোৰ তই নেজান, তোৰ চাৰেও বুজি নেপায়।"

"মই সঁচাকৈয়ে বেয়া পাইছোঁ বাইদেউ। মোক যদি মাটি বেচিব নোখোজে নেবেচিব। মইতো জোৰ কৰি নলওঁ। পিছে মই মৈমনচিঙীয়া বুলি নেবেচিব কিয়? মতিলাল আগৰৱালা মোতকৈ বেছি অসমীয়া নেকি?"

"এইবোৰ মানুহৰ কথাত নধৰিবি। চক্রবৰ্তীয়ে নেবেচে নল'বি। অন্য মাটিৰ আকাল পৰা নাই। ছব্ ডেপুটিৰ অফিছত অলপ খবৰ কৰিবি, এনেই পৰি থকা চৰ চাপৰি পিতনি মেটেকানি খুব সস্তাতে পাবি। ইয়াত সকলো মানুহে মাটি কিনিছে লৈছেনে? পিছে ৰাণী কেনে আছে? ভাল নহয়?" মাষ্টণীয়ে সুধিলে।

"ভালেই আছে। মই তেনেকৈ মাটিচাটি ল'ব খোজা নাই। যি আছে তাতে খেতি বাতি কৰাব পাৰিলেই বহুত। পিছে ৰাণীহে লাগি আছে বোলে—হাতত টকা পইচা থাকোঁতেই মাটি কিনি থব লাগে। মাটিহে স্থায়ী সম্পত্তি, টকাৰ কোনো স্থায়িত্ব নাই।"

"ৰাণীয়ে ঠিকেই কৈছে।"

"আমাৰ ফালে এবাৰ যাবাচোন বাইদেউ, বহুত দিন সেইফালে যোৱাই নাই।" বাবৰে ক'লে।

"মাষ্টৰৰ গা অসুখ হোৱাৰ কাৰণে কেনিও আঁতৰি যাব নোৱাৰো, খোৱা-বোৱাবোৰ মই ঠিক কৰি নিদিলে নহয়। তোৰ মজিয়াতে বাৰু কেঁচুৱাই কান্দক, তেতিয়া যাম।"

লাজত বাবৰৰ কাণ-মূৰ ৰঙা পৰিল। ইমান পোনপটীয়াকৈ তাক এই কথাষাৰ কোনেও কোৱা নাই।

"তোমালোকৰ বাৰু বাইদেউ চলামেলাৰ কিবা অসুবিধা হৈছে নেকি আজিকালি?"

"আজিকালি বুলি নহয়। সদায়েই অসুবিধা। হাঁহ পাৰ বেচি যেনে তেনে চলিছো আৰু—"

"চাবে যদি বেয়া নেপায়, মই কৈছো, চাবে গুৱাহাটীলৈ গৈ কোনোবা ভাল ডাক্তৰক দেখুৱাই চিকিৎসা কৰাওক। খৰচ পাতি যি লাগে ময়ে দিম।"

"তই বাৰু কৈ চাবিচোন। মই ক'লে ক'ত শুনিব চাগৈ—"

বাবৰ যাবলৈ উঠিল।

সি জেপৰপৰা বেগটো উলিয়াই দুখন দহটকীয়া ন'ট মাষ্টৰণীৰ ফালে আগ বঢ়াই ক'লে, "চাবে নিজৰ গাটোৰ ফালে চকু দিব লাগে। এইবাৰ তো মই চাবক আৰু দুৰ্বল যেন দেখিলোঁ।"

মাষ্টৰণীয়ে ক'লে, "তই যদি মাটি কিনিব খুজিছ মই খবৰ কৰাম। ক'ৰবাত ভাল মাটিকে পাই যাব পাৰ—আমাৰেই অলপমান মাটি এনেই পৰি আছে। লাগিলে তাকে তোক বেচি দিম—"

"নহয়, নহয় বাইদেউ—তোমালোকৰ মাটি কেতিয়াও নেবেচিবা। তোমালোকৰ মাটি মই কেতিয়াও নলওঁ—"

"বেচি শেষেই কৰিলোঁ। নহ'লেনো চলিছোঁ কেনেকৈ?" মাষ্টৰণীয়ে ক'লে। কথাষাৰত বাবৰে দুখ পালে। মাত লগাই সি গধুৰ মনেৰে গুলাই গ'ল।

# সাতাইশ

বিধানসভাৰ সাধাৰণ নিৰ্বাচনৰ দিন ওচৰ চাপি আহিল। দেশ জুৰি উখল মাখল হুলস্থূল বাঢ়ি আহিল। কলেজ স্কুলৰ ল'ৰা ছোৱালীৰ পৰা আৰম্ভ কৰি সকলোৰে মুখত কেৱল নিৰ্বাচনৰ কথা, ভোটৰ কথা. কংগ্ৰেছৰ কথা, মুছলিম লীগৰ কথা। নিতৌ নতুন নতুন আলোচনা, নতুন নতুন কাহিনী। বিভিন্ন দলৰ বিভিন্ন প্ৰাৰ্থী সাজু হৈছে ইলেকচনৰ কাৰণে। পাকিস্তান হ'লে কি হ'ব, কি নহ'ব তাৰ আলোচনা চলিল। সংখ্যালঘু মুছলমানৰ ওপৰত সংখ্যাগুৰু হিন্দুৱে কৰা অবিচাৰ অত্যাচাৰৰ সত্য অৰ্ধসত্য অসত্য অতিৰঞ্জিত কল্পিত নানা কাহিনী প্ৰচাৰ হ'ল।

এইবোৰ আলোচনা মুকলিকৈয়ে হয়। লুকঢুক নাই। নগৰৰ পৰা ৰাজনৈতিক নেতা, পালিনেতা আহে, ৰাইজক, বিশেষকৈ ডেকা ল'ৰাবোৰক নানা কথা বুজাই, নানা দিহা পৰামৰ্শ দি থৈ যায়। বাতৰি কাকততো কথাবোৰ ওলায়, কিন্তু গাঁৱলৈ এখননে দুখনহে বাতৰি কাকত আহে। সকলোৱে পঢ়িবলৈ নেপায়, বহুতে পঢ়িব নেজানেও। কলিকতাৰপৰা 'আজাদ' দৈনিক পত্ৰিকা আহে, বাংলা ভাষাৰ বাতৰি কাকত, মৈমনচিঙীয়া গাঁওবোৰলৈকে নহয়, অন্যান্য ঠাইলৈও যায়। অসমীয়া মুছলমানেও 'আজাদ' পঢ়ে। 'আজাদে' পাকিস্তান গঠন কৰাৰ যুক্তিযুক্ততা নানাভাৱে প্ৰতিপন্ন কৰি মানুহৰ মনত তাৰ প্ৰতি সমৰ্থনৰ ভাব জগাই তোলে। মানুহ উত্তেজিত হয়।

নগৰৰপৰা তিনিজন মুছলীম লীগৰ নেতা আহিছিল। তেওঁলোকে

মোবাৰক মাষ্টৰৰ ঘৰতে স্থানীয় মানুহ গোট খাবলৈ কৈছিল। মানুহ গোট খাইছিল, বিশেষকৈ অঞ্চলটোৰ ডেকাবোৰ আহিছিল।

অন্যান্য কথা বুজোৱাৰ পাছত তেওঁলোকে ক'লে যে এই অঞ্চলৰ পৰা এজন মুছলীম লীগৰ প্ৰাৰ্থী থিয় কৰাব লাগে, কাক থিয় কৰাব সেইটো ইয়াৰ বাইজে ঠিক কৰক। অৱশ্যে প্ৰাদেশিক লীগে শেষ সিদ্ধান্ত ল'ব। কথা শুনি সকলো আচৰিত হ'ল। গাঁৱৰ মানুহ আকৌ কেনেকৈ মেম্বৰ হয়। গাঁৱৰ মানুহ মেম্বৰ হৈ কি কৰিবগৈ?

কিন্তু নগৰৰ নেতা কেজনে ক'লে যে, সদায় নগৰৰ মানুহ মেম্বৰ হয়, এইবাৰ গাঁৱৰ মানুহ পঠিয়াব লাগে। গাঁৱৰ মানুহেহে গাঁৱৰ মানুহৰ সমস্যা বুজি পায়। নগৰৰ মানুহ গাঁৱৰ মানুহৰ ভোট বিচাৰি হৈ আহে, কাম একো নকৰে, নিজেহে মন্ত্ৰী মেম্বৰ হয়।

"—আমাৰ গাঁৱতনো তেনেকুৱা মানুহ কোন আছে?" এজনে সুধিলে।

"কিয়, মোবাৰক মাষ্টৰ আছে, কাবিল আলি জোতদাৰ আছে, আৰু বাবৰ আলিওঁতো আছে।" নেতা এজনে ক'লে।

সকলো হতবাক হ'ল।

মোবাৰক আলি, কাবিল জোতদাৰ, বাবৰ—এনেকুৱা মানুহ মেম্বৰ হয় নেকি? খান বাহাদুৰ, খান চাহেব, নগৰৰ উকীল চুকীলহে মেম্বৰ হয়।

বাবৰে ক'লে, "গিৰীন চাৰক তুলিলে বেয়া হ'বনে?"

"কোন গিৰীন চাৰ?"

মোবাৰকে গিৰীনৰ বিষয়ে চমুকৈ ক'লে।

নেতাজনে ক'লে, "তুমি কথাটো বুজা নাই। মুছলীম লীগে মুছলমানকহে প্ৰাৰ্থী দিব। আনক কেনেকৈ দিব?"

মোবাৰক বহি থকা সত্বেও বাবৰে ক'লে, "পাকিস্তান কৰিবলৈ হ'লে অলপ জনাশুনা মানুহ হ'লেহে ভাল হ'ব। আমাৰ নিচিনা হালোৱা চহাবোৰ গৈ কি কৰিবগৈ?"

"জনাশুনা মানুহো যাব নহয়, সেইসকল মন্ত্রীচন্ত্রী হ'ব। পিছে গাঁৱে গাঁৱে তোমালোক ইমানবোৰ মানুহ আছ, এছেম্বলীত তোমালোকৰ মেম্বৰ থাকিলেহে তোমালোকৰ হৈ মাত মাতিব। অতদিনে তোমালোকে যিমানবোৰক মেম্বৰ কৰিলা, তাৰ কোনোবাই জানো তোমালোকক মাটি ভেটি দিছে? ভোটটি লোৱাৰ পাছত সিহঁত তোমালোকৰ ফালে ঘূৰিয়ে নেচায়।"

উপস্থিত বুঢ়া এজনে মাত লগালে, "এৰা, যি আমাক খেতিৰ মাটি দিব, তেনেকুৱা মানুহকহে মেম্বৰ কৰিব লাগে। হাবি জংঘল পিতনি বননি ভাঙি আমি খেতিৰ মাটি উলিয়াই লৈছোঁ, পিছে আমাক পট্টা নিদিয়ে, মণ্ডলক ভাৰে ভাৰে ঘোচ-ভেটি দিব লাগে। আমাৰে কোনোবা মেম্বৰ হ'লেহে কিজানি আমি মাটিৰ পট্টা পাম। যিয়ে আমাক মাটি দিব, তাকে আমি ভোট দিম, মেম্বৰ কৰিম।"

"পিছে ভোটাৰৰ লিষ্টত তোমালোকৰ নামবোৰ উঠিছনে নাই চোৱাগৈ। তোমালোক সৰহ ভাগৰে ভোটেই নাই—" নেতাই ক'লে।

"এইবোৰ কথা মোবাৰক মাষ্টৰ্কতে চাব লাগে। আমি লেখাপঢ়া নজনা মানুহ—"

আন এজনে ক'লে, "ভোটাৰৰ নামবোৰো মণ্ডলেহে ভৰায়, মণ্ডলক ঘোচ দিলেহে হ'ব। কিমানকৈ বা লয়?"

নেতাজনে বক্তৃতাৰ সুৰত ক'লে, "সেই কাৰণেহে আমি কওঁ, তোমালোকে ল'ৰা ছোৱালীবোৰক পঢ়োৱা, তোমালোকৰ ল'ৰা হাকিম মণ্ডল হ'লেহে তোমালোকে মাটিৰ পট্টা পাবা, ভোটাৰৰ তালিকাত তোমলোকৰ নাম উঠিব, তোমালোকৰ নিজৰ মানুহ মেম্বৰ মিনিষ্টাৰ হ'ব পাৰিব।"

মানুহবোৰ প্ৰত্যয় গ'ল।

প্ৰায় একমত হৈ সিদ্ধান্ত কৰিলে এইবাৰ নিজৰ মানুহক মেম্বৰ কৰিব—মোবাৰকেই হওক, কাবিলেই হওক, বাবৰেই হওক।

নেতাকেজন যোৱাৰ পাছত উপস্থিত মানুহখিনিয়ে আলোচনা কৰিলে।

কাক প্ৰাৰ্থী কৰা যায়।

"বাবৰ তয়ে.উঠ—" ডেকা এটাই ক'লে।

"ঠাট্টা নকৰিবি অ', মোক কোনে চিনি পায়? মই বাইজৰ কি কাম কৰিছোঁ? মোক কোনে ভোট দিব? আৰু এছেম্বলীৰ মই কিটো জানো?"

"তেতিয়াহ'লে মোবাৰক মাষ্টৰেই উঠক—" আন এটা ডেকাই ক'লে।

"মই সেইবোৰ কৰা মানুহ নহয়। সেইবোৰত লাগিলে মোৰ স্কুলটো নষ্ট হ'ব। আৰু মোৰ-সেইবোৰলৈ হেঁপাহো নাই।" মোবাৰক মাষ্টৰে ক'লে।

এজন বুঢ়াই ক'লে, "এ—নগৰৰ পৰা কোনোবা আহি কিবা এটা কৈ গ'লেই তপত ভাত গিলাদি নিগিলিবিচোন। কথাবোৰ ধীৰে শাঁতে আলোচনা কৰি চাব লাগে। মই হ'লে কওঁ, মুছলমানৰ এখন স্বকীয়া দেশ হ'লে বেয়া নহয়—"

"তাত যদি এতিয়াৰ নিচিনাকৈ নৱাব জমীদাৰ, খানছাহেব, খান বাহাদুৰবোৰেই ৰজা মন্ত্ৰী হয়?" এটা ডেকাই ক'লে।

বাবৰে ক'লে, "ময়ো তাকো ভাবিছোঁ। নৱাব জমীদাৰবোৰ যদি থাকি যায় পাকিস্তান হ'লেও আমাৰ একো লাভ নহয়।"

"নৱাব জমীদাৰে যুগে যুগে দেশ চলাই আহিছে। সিংহাসনত বহুৱাই দিলেই তই মই দেশ চলাব পাৰিমনেকি?" এজন বুঢ়াই মন্তব্য কৰিলে।

বাবৰে ক'লে, "কংগ্ৰেছতো মুছলমান আছে। কংগ্ৰেছী হ'লেও সেইবিলাক মুছলমান—"

"কংগ্ৰেছী মুছলমানেও পাকিস্তান নেমানে—"

উত্তেজিত ডেকা ল'ৰা এটাই ক'লে, "আমাৰ পাকিস্তানৰ দাবী

যি নেমানে সি কাফিৰ। তাৰ লগত আমাৰ হোকাপানী বন্ধ হ'ব লাগে —।"

আন এটাই ক'লে, "আমাৰ ইয়াত কোনো কংগ্ৰেছী নাই, সকলো লীগ।"

কোনোবা এটাই ওপৰলৈ হাত তুলি ধ্বনি দিলে "পাকিস্তান জিন্দাবাদ!" আৰু দুটামান ডেকাই তাত যোগ দিলে।

ঘৰলৈ আহি বাবৰে কথাটো ৰাণীৰ লগত আলোচনা কৰিলে।

ৰাণী 'আজাদ' পঢ়া ছোৱালী, অসমীয়া বাতৰি কাকত আলোচনীও পঢ়ে। স্কুললৈ অহা বাতৰি কাকত মোবাৰকে ঘৰলৈ আনে। তাৰ পৰা ৰাণীয়ে অনাই পঢ়ি ঘুৰাই দিয়ে।

ৰাণীয়ে জোৰ দি ক'লে, "পাকিস্তান হ'বই। কোনোবাই নিদিওঁ বুলিলেই নহ'বনেকি? আৰু ইংৰাজেই দিওঁ বুলিছে, নহ'লে ভাৰতক স্বাধীনতাকে নিদিয়ে।"

"অসমো পাকিস্তান হ'ব জানো?"

"হ'ব বুলিতো কৈছে। নহয় যদিও আমাৰ কি? পাকিস্তান হ'লেও আমি ইয়াতে থাকিম, হিন্দুস্তান হ'লেও ইয়াতে থাকিম।"

"মই কিন্তু পাকিস্তান হ'লে আমাৰ দেশলৈ এবাৰ যাম বুলি ভাবিছোঁ।"

"মই নেযাওঁ—মই ইয়াৰপৰা ক'লৈকো নেযাওঁ। দেশত এতিয়া আমাৰ কোনোৱেই নাই।" ৰাণীয়ে দৃঢ়ভাৱে ক'লে।

"ময়ো তাতে থাকিবলৈ নেযাওঁ নহয়। মই এটা কথা চাবলৈ যাম—পাকিস্তান হ'লে যেতিয়া মোজাম্মিল চৌধুৰীহঁতক জমীদাৰ ভাঙিব, তেতিয়া মোজাম্মিলহঁতে কি কৰে।"

"আন কোন ক'ত কি হয় চাই ফুৰিলে আমাৰ কি লাভ হ'ব? পাৰা যদি তুমি মেম্বৰ মুঠা কেলেই?"

"হেৰ, মোক কোনে ভোট দিব? আৰু মই কংগ্ৰেছো নহয়, মুছলীম লীগো নহয়। মই খেতি কৰা মানুহ, খেতি কৰি খাম।

যি যিহৰ কাৰণে উপযুক্ত সি তাতকৈ ওপৰলৈ হাত মেলিব নেপায়।
বাবৰে ক'লে। তাৰ পাছত ক'লে, "পাৰ যদি তয়ে মেম্বৰ উঠি—উঠিবি ?"

ভোৰভোৰাই ৰাণীয়ে ক'লে, "মাইকী মানুহ মিনিষ্টাৰো হৈছে। জুবেদা আতাউৰ্ ৰহমান এছেম্বলীৰ সভাপতি নে কি হৈছে। মেভিচ দান্ মন্ত্রী হৈছে—"

"নাম মুখস্থ কৰি থৈছ !"

"মুখস্থ কৰিব নেলাগে, সকলোৱে জানে। আমাৰ ছোৱালীবোৰক নপঢ়াব নেমেলিব, আঠ বছৰীয়াতে পৰ্দা কৰিব, আমাৰ ক'ৰপৰা হ'ব ?"

"তোকতো কোনোৱে পৰ্দা কৰা নাছিল, আৰু নপঢ়িলি কেলেই ?"

"আৰু পঢ়া হ'লে তোমাৰ লগত বিয়া নহয়। নগৰৰ কোনোবা উকীল হাকিমৰ লগত বিয়া হ'লহেঁতেন।"

"মোৰ গাত কিন্তু দায় নাই। বাবাৰেহে মোৰ লগত বিয়া দিলে। নহ'লে—"

"মৰীয়মতো আছিলেই—" ৰাণীয়ে ক'লে।

বাবৰৰ মনে মনে খং উঠিল। আগতেও ৰাণীয়েও কেতিয়াবা মৰীয়মৰ কথা উলিয়ায়। বাবৰে ক'লে, "মৰীয়মো বেয়া ছোৱালী নহয়—"

"বেয়া ছোৱালী হোৱা হ'লে আৰু এনেই কলিকতাৰ ৰাস্তাৰ পৰা বুটলি আনানে ? মোক আৰু নতুনকৈ বুজাব নেলাগে, হৈছে।"

বাবৰে আৰু একো নক'লে। ৰাণীৰ লগত তৰ্ক কৰি লাভ নাই। সকলো কথাতে ৰাণীয়ে ওপৰহাত হৈ থাকিবলৈ বিচাৰে। তাই ছৰিক গাঁওবুঢ়াৰ ছোৱালী, তাই সুখত আৰামত উঠা ছোৱালী, তাই লেখাপঢ়া জনা ছোৱালী, 'বাবৰে মাথোন খেতি কৰিব জানে, আৰু টকা ঘটিব জানে।

কিন্তু ৰাণীয়ে ক'লেই বা ইচ্ছা কৰিলেই বাবৰ মেম্বৰ হ'ব

নোৱাৰে। আৰু ৰাণীয়ে কিবা ভাবিলেও বা কিবা ক'লেও বাবৰে মৰীয়মক ক'ৰবালৈ খেদাই পঠিয়াব নোৱাৰে। মৰীয়ম বেলেগ ধাতুৰে গঢ়া ছোৱালী, মৰীয়ম দুখ চিনি পোৱা ছোৱালী। ইয়াত থাকি তাই দুখৰপৰা মুক্তি পাইছে, তাইক আকৌ দুখৰ মাজলৈ ঠেলি দিব নোৱাৰি।

মাইকী মানুহৰ কথাত বৰকৈ লাগিব নেলাগে। তিৰোতাৰ বুধিৰে চলিলে বিপদ হ'বলৈ আছে। মই লাগিলে দহ পুৰা মাটিকে কিনিম, মেম্বৰ হ'বলৈ নৰ্জপিয়াওঁ।

বাবৰে সংযতভাৱে ক'লে, "মাষ্টৰ ককাইতিকে মেম্বৰ উঠাব লাগে, আমি খাটিলুটি দিম, টকাপইচাও যি পাৰোঁ দিম। তেওঁ লেখা পঢ়া জনা শিক্ষিত মানুহ। তেওঁ মেম্বৰ হ'লে ভাল হ'ব। আমাৰ পৰিয়ালৰ এজন বদি এছেম্বলীৰ মেম্বাৰ হয়, কম ভাল কথা হ'বনে ?"

"ককাইতি জানো লীগ হ'ব ?"

"এৰা, তেওঁতো লীগ নহয়, ময়ো লীগ নহয়।"

"লীগ হ'লে পাকিস্তান হ'ব কেনেকৈ ?" ৰাণীয়ে সুধিলে।

"এৰা—।" বাবৰৰ ৰাজনীতিৰ এই কথাবোৰ দুবুজা যেন লাগিল। কিছুমান মুছলমান লীগ হৈছে. কিছুমান হোৱা নাই। লীগ হোৱা বোৰে পাকিস্তান হ'ব লাগে বুলি দাবী কৰিছে, আনবোৰে হ'ব নেলাগে বুলি কৈছে। কোনো হিন্দু লীগত নাই, কংগ্ৰেছত আছে। তেওঁলোকেও পাকিস্তান নেলাগে বুলিছে। পিছে ইংৰাজ চৰকাৰে যদি দিয়ে হ'ব, নিদিলে নহয়। আমি দেশৰ মানুহবোৰে এনেয়েহে চিয়ঁৰ-বাখৰ কৰিছোঁ কিজানি।"

বাবৰে মনে মনে নিজকে ক'লে : আমাৰ নিচিনা মানুহে এইবোৰ কথা লৈ মূৰ নঘমোৱাই ভাল। চৰকাৰ মিনিষ্টাৰ এম এল এ মেম্বাৰে যি কৰে কৰি থাকক। তেওঁলোকেহে সেইবোৰ কথা বুজে। আমি খেতি কৰা মানুহ, খেতি কৰিম।

বাবৰ মনে মনে থকা দেখি ৰাণীয়ে ক'লে, "কাবিল জোতদাৰ মেম্বৰ

হোৱাতকৈ ককাইতি হোৱাই ভাল। কাক ক'ব লাগে কৈ চাবাচোন—"

"আগে ককাইতিক মান্তি কৰাব লাগিব। মুছলমানৰ ভোট পাব লাগিলে আগে লীগ হ'ব লাগিব। নহ'লে মুছলমানে ভোট নিদিয়ে হেনো।"

অলপ বৈ বাবৰে ক'লে, "এতিয়া মাষ্টৰ ককাইতি এম এল এ হৈ লওক, তাৰ পাছত ভাগিনীয়েক হ'ব।"

ৰাণীয়ে মৃদু প্ৰতিবাদ কৰিলে: "সেইদৰে ক'ব পায়নেকি? আল্লাইহে জানে ল'ৰাই হ'বনে ছোৱালীয়েই হয়—"

"ল'ৰা হ'ব। ৰাণীৰ পুতেক ৰজা হ'ব—" বাবৰে জোৰ দিয়ে ক'লে আৰু ৰাণীৰ গাৰ ফালে চালে। ৰাণীৰ গাত মাতৃত্বৰ চিন জিলিকিছে। অলপ শেঁতা পৰিছে যদিও ৰাণী দেখিবলৈ বৰ ধুনীয়াজনী হৈছে। গালমুখবোৰ পুৰঠ হৈছে, গাটো পুৰুঠ হৈছে, বুকুখন ধুনীয়া হৈছে।

বাবৰে সেইদৰে চাই থকা দেখি ৰাণীৰ লাজ লাগিল।

ৰাণীয়ে ক'লে, "ৰাণীৰ পুতেক ৰজা নহয়, খেতিয়কৰ পুতেক খেতিয়ক হ'ব।"

"হওক, খেতিয়ক ৰজাতকৈ বহুত ভাল।" বাবৰে ক'লে আৰু ৰাণীক গাৰ ফালে টানি ল'লে।

## আঠাইশ

বতৰ বৰ ভাল আছিল। খেতি বৰ ভাল হৈছিল। বাবৰে নতুনকৈ সজোৱা ভঁৰালটো গুটি আৰু গছি ধানেৰে উপচি পৰিছিল। অতদিনে তাৰ ধান গাঁওবুঢ়াৰ ভঁৰালতে থৈছিল। ঠিকাদাৰীত লাগি থকাৰ কাৰণে সি খেতিত বৰকৈ লাগিবও নোৱাৰিছিল। এই এই বছৰহে একাণপতীয়াকৈ খেতিত লাগিব পাৰিছে। খেতি ভাল হৈছে। নিজৰ খেতি কৰিবলৈ লগোৱা মানুহকেটাৰ উপৰিও, চাচা আৰু মৰীয়মেও দেহে-কেহে খেতিত লাগি দিছে। ভালকৈ খাবলৈ ববলৈ পাই চাচাও টনকিয়াল হৈ পৰিছে। বেছ কাম কৰিব পাৰে।

মৰীয়মক বাবৰে ভালকৈ বুজিব নোৱাৰে। ৰাণীৰ লগত তাৰ বিয়া হৈ যোৱাৰ পাছত মৰীয়ম তাৰপৰা কিছু নিলগে নিলগে থাকিলেও কোনো মান-অভিমান তাই প্ৰকাশ কৰা নাই। বাবৰে তাইক আশ্ৰয় দিছে, বাবৰে তাইক ভাত কাপোৰ দিছে, বাবৰে তাইক মৰম-চেনেহ মান-সম্মানো নকৰা নহয়। এইবোৰ কাৰণতে হুয়তো মৰীয়ম বাবৰৰ ওচৰত কৃতজ্ঞ। বাবৰেহে মাজে মাজে কিবা কাৰণত নিজক অপৰাধী যেন অনুভৱ কৰে। যেন সি তাইৰ কিবা এটা অন্যায় কৰিলে, কিবা এটাৰপৰা তাইৰ বঞ্চিত কৰিলে। বাবৰৰ পৰা পোৱা মৰম-চেনেহে যেন তাইক সম্পূৰ্ণ সন্তুষ্ট কৰিব কৰিবপৰা নাই— সুখী কৰিব পৰা নাই। বাহিৰত যিমানেই হাঁহি মাতি নেদেখুৱাওক মৰীয়মৰ মনত যেন কেনিবাদি এটা গভীৰ দুখ বৈ গৈছে। আৰু এই দুখ আঁতৰাবৰ কোনো উপায় বাবৰৰ হাতত এতিয়া নাই।

ৰাণীয়েও মৰীয়মক মৰম কৰে। বয়সত মৰীয়মতকৈ ৰাণী দুই

এবছৰৰ সক হ'ব হয়তো, তথাপি ৰাণী গৃহিণী, আৰু মৰীয়ম্ এজনী বাৰীঘৰৰ কামকৰা ছোৱালী। মৰীয়মে জীৱনত নানা দুখ-বেদনা পোৱাৰ কথা ৰাণীয়ে জানে। সেই কাৰণেই তাইৰ প্ৰতি এটা সমবেদনা অনুভৱ কৰে, আৰু তাইক মৰম কৰে।

কিন্তু ইমানখিনি উদাৰতা সত্বেও ৰাণীয়ে মৰীয়মক বৰ আপোন-ভাৱে বাবৰে মৰম কৰাটো সহজভাৱে লবলৈ টান পায়। এই কথা তাই বাবৰক নকয়, তাই জানে বাবৰ বৰ শক্তিশালী মনৰ মানুহ, আৰু ৰাণীক বাবৰে সমগ্ৰ অন্তৰ দি ভাল পায় আৰু মৰম কৰে। আৰু মৰীয়মৰ নিচিনা এজনী সৰ্বহাৰা ছোৱালীক বাটৰপৰা বুটলি আনি জীয়াই থকাৰ পথত থিয় কৰোৱাত বাবৰৰ মহত্বই প্ৰকাশ পাইছে।

আনহাতে মৰীয়মেও কোনো দিন ৰাণীৰ সমকক্ষ হ'বৰ যত্ন কৰা নাই, বা বাবৰৰ পৰা ৰাণীৰ ভাগৰ মৰম কাঢ়ি লবৰো যত্ন কৰা নাই। মৰীয়মে তকদীৰ বা ভাগ্যক সম্পূৰ্ণ মানি লৈছে বুলিও ক'ব নোৱাৰে। কাৰণ তাইৰ দুৰ্ভাগ্যৰ কাৰণে তাই মানুহকহে জাগৰীয়া কৰে, যদিও সেই মানুহবোৰ কোন তাই সঠিক নেজানে।

মৰীয়ম দেখাই মেলাই ভাল, ল'নী, ওখপাখ, আটিল গাৰ, স্বাস্থ্যৱতী। বগা নহয়, মিঠা বৰণীয়া, হ'লেও ক'লাতকৈ বগাৰ ফালেই বেছি হাল খোৱা। মুখখন কলডিলীয়া, নাকটো জোঙা, আৰু দাঁত তুপাৰী সমান আৰু বৰ বগা। পাবলগীয়া যত্ন নোপোৱা সত্বেও তাইৰ চুলিবোৰ কিচ্ কিচ্ কৰে ক'লা আৰু দীঘল। মৰীয়মৰ গাৰ আঁহপাহবোৰ বৰ কোমল নহয়, খেতিয়কৰ ছোৱালীৰ গাঁৱলীয়া ছোৱালীৰ এটা স্বাভাৱিক কঠিনতা আছে। কিন্তু এই কঠোৰতা তাই মানুহজনীৰ লগত খাপ নোখোৱা বিধৰ নহয়।

তাই শাৰী পিন্ধে। এনেই ওৰণা মূৰে থাকিলেও, মতা মানুহ দেখিলে মুখ ঢাকি মূৰত ওৰণি লয়। যদিও তাই কয়, মই কলিকতাৰ মুকলি ময়দানত, ফুটপাথত থাকি অহা ছোৱালী। সিমানতে বাবৰক

লগ নোপোৱা হ'লে তাৰ পাছত কিজানি গা ঢাকিবলৈকো কাপোৰ নেথাকিলহেঁতেন। ইয়াত সমাজ আছে, সেয়ে মুখচুখ ঢাকিছোঁ। নহ'লে কোনো দৰকাৰ নাছিল।

মৰীয়মৰ বিষয়ে কোনোবাই কিবা ক'লেহেঁতেন যদিও বাবৰৰ ঘৰত তাই থকাৰ কাৰণে কোনোৱে মুকলিকৈ একো নকয়। দুই এটা আদহীয়া (দুই এজনী ঘৈণীয়েক থকা) মানুহে, আৰু দুই চাৰিটো ডঙ্‌ৱা ডেকাই মৰীয়মক বিয়া কৰাবো চিন্তা নকৰা নহয়। কিন্তু কোনোৱে মুখ খুলি ক'বলৈ সাহস কৰা নাই। আৰু বাবৰে সন্মতি নজনালে মৰীয়মক কোনোৱে পাব নোৱাৰে, এই কথা সকলোৱে জানে।

ৰাণী খেতি পথাৰলৈ নোলায়। দৰকাৰ নাই, পথাৰ সমাৰৰ কাম তাই বিশেষ নেজানেও। বাবৰৰ বাৰীঘৰ চাৰিওপিনে ওখ চকোৱা দি বেৰা। তাৰ ভিতৰতে ৰাণী থাকে। বাৰীত কৰা শাকপাত লাও বেঙেনাবোৰ চায় মেলে। পুখুৰীত বৰশী বায়, চোতালত বহি ৰ'দ লয়, জোনাক ৰাতি আগফালে চোতালত পাটি পাৰি বহি খেতিবাতিৰ কথা, আৰু কেতিয়াবা দেশৰ ৰাজনীতিৰ কথাত পাতে। কেতিয়াবা মন ভাল লাগি থাকিলে, মৰণাৰ খেৰৰ ওপৰত শুই নাইবা বননিত কঠ পাটি পাৰি ওপৰলৈ মুকৈ শুই, নাইবা কেতিয়াবা জৰজৰীয়া বৰষুণ দি থকা ৰাতি, ঘৰৰ ভিতৰত সোমাই থাকি বাবৰে আপোনমনে বাউল, ভাটিয়ালী, মুৰ্শিদা গায়। তাৰ মাতটো এতিয়াও বৰ মিঠা। অলপ গভীৰ হৈছে, ককণ হৈছে, কোমলতা কমা নাই।

এনেকৈ আপোনমনে, অকলশৰে গীত গাই থাকিলে কেতিয়াবা ৰাণী আহি ওচৰতে মনে মনে বহি থাকে। গৰম হ'লে বিচি দিয়ে, কেতিয়াবা চাহপানী আনি দিয়ে, কেতিয়াবা লিৰিকি বিদাৰি চায় ক'ৰবাত চুলি দুই এডাগ পাকিছেনেকি। নাই পকা। তাইৰ ভাল লাগে। নিজৰ মতে গান গায়।

আৰু এটা গাবলৈ ক'লে সি কেতিয়াবা নোগোৱা হয়। সেই দেখি তাই একো নকয়। বাবৰে আপোনমনে যি গায় গাওক, যিমান গায় গাওক। গাই ভাগৰ লাগিলে নিজেই নোগোৱা হ'ব। তাইৰ ক'বৰ দৰকাৰ নাই।

একাষে বহি মৰীয়মেও তাৰ গীত শুনি থাকে। তাই কিন্তু মাজে কয়, "সেইটো গাচোন, সেইটো—মোৰ যে ইমান ভাল লাগে। সদায় শুনি থাকিলেও শুনি থাকিবৰ মন যায়—গাচোন—"

তাৰ পাছত তাইৰ ভাল লগা মুৰ্শিদা, বাউল বা অন্য গীতৰ নাম কয়।

তাইৰ কথা মুশুনাৰ ধৰণে অন্য কিবা এটা গাই তাৰ পাছত মৰীয়মে কোৱা গীতটো সি গায়। দৰদ দি গায়। বাণীবো ভাল লাগি যায়। বাবৰে ইমান ভাল গান গাব পৰাৰ কাৰণে মনে মনে তাইৰ গৰ্বও হয়। বাবৰ উকীল হাকিম নহ'ল কি হ'ল, সি ইমান ভাল গীত গাব পাৰে। নগৰৰ কেইটা উকীল হাকিমে এনেকুৱা গীত গাব পাৰে?

বাবৰে দুখৰ গান গায়, কিবা নোপোৱাৰ, কিবা হেৰুউৱাৰ, কিবা অকাৰণ দুৰ্ভাগ্যৰ গীত গায়। তেতিয়া যেন সি আৰু তাৰ গান এক হৈ যায়। গানৰ মাজত প্ৰকাশ পোৱা দুখ যেন তাৰ নিজৰেই দুখ নহয়, তাৰ নিচিনা সকলোৰে দুখ, পুৰুষৰপৰা পুৰুষলৈ, জীৱনৰ পৰা জীৱনলৈ এই দুখ বাগৰি আহিছে। কোনোবা কাহানি ক'ৰবাত কৰোবাৰ পুঞ্জীভূত অন্তৰ্বেদনাই গীতৰ ৰূপ লৈছিল, সুৰৰ ৰূপ লৈছিল। সেই সুৰ নামি আহিছে, কণ্ঠৰপৰা কণ্ঠলৈ,, সুৰৰপৰা সুৰলৈ, এখন ঠাইৰপৰা অন্য এখন ঠাইলৈ, একেটা সুৰ, কত গায়কৰ কত কণ্ঠত সি ৰূপ লৈছে। এইবোৰ গীতৰ সুৰে অতীতক লৈ আহে বৰ্তমানৰ বুকলৈ, বৰ্তমানক লৈ যায় অতীতৰ বুকলৈ, 'সময়' নোহোৱা হয়, থাকে কেৱল গীতৰ শাশ্বত সুৰ।

এনেকৈ যেতিয়া বাবৰে গীত গায়, তেতিয়া বাণীৰ তালৈ আৰু

মৰম লাগে। যাৰ মাতত ইমান দৰদ আছে, তাতকৈ সৌভাগ্যৱান আৰু কোন আছে—তাই ভাবে।

আৰু তেতিয়া মৰীয়মে ভাবে যেন বাবৰে সকলো গীত তাইকে উদ্দেশ্য কৰি গায়, এইয়া তাৰ নিজৰ দুখৰ কথা নহয়, বাবৰৰ নিজৰ কোনো দুখ নাই, এইয়া মৰীয়মৰ দুখৰ কথা। মৰীয়মৰ খানবান হোৱা ভগা জীৱনৰ কথা, নহ'লে বাবৰে কিয় গালেহেঁতেন—

দিনে দিনে হল আমাৰ
দিন আখেৰি।
আমি ছিলাম কোথায়, এলাম কোথা
আবাৰ যাব কোথায়
সদায় ভেবে মৰি।
বাল্যকাল খেলায় গেল,
যৌবন কাল কলংক হল
আবাৰ বৃদ্ধ কাল সামনে এল,
মহাকালে কৰলে অধিকাৰী।
যে আশায় ভবে আসা,
তাতে হল ভগ্ন দশা,
লালন বলে হায় কি দশা,
আমাৰ উজাইতে ভেটেন
গেল তৰী।
দিনে দিনে বন্ধুৰে আমাৰ
হল দিন আখেৰি।

## ঊনত্ৰিংশ

ভঁড়ালত, চোতালত, ভঁড়ালৰ আগত দ'ম কৰি থোৱা ধানৰ ডাঙৰীবোৰ দেখি বাবৰৰ মনটো ফুলি উঠিছিল। আৰু কেইপুৰামান মাটি যদি লব পাৰে, আৰু ধান হ'ব। আৰু এটা ভঁড়াল সাজিব লাগিব। এনেকৈ ধান আলাই-আথানি হ'বলৈ দিয়াটো বেয়া কথা। কুকুৰা হাঁহে খাইছে, মাজে মাজে গৰু ছাগলীয়েও খাইছে। কিন্তু সকলোবোৰ ডাঙৰী এতিয়াই মাৰি গুটি ধান কৰি পেলালেও বৰ ভাল কথা নহ'ব। তেতিয়া ধানৰ ৰস আৰু সোৱাদ কমি যায়। গোহালি ঘৰটোৰ ওচৰতে বহলকৈ মাজত ঢাপ লগা ঘৰ এটা সজালে বৰষুণৰ বতৰত তাতে মৰণা মাৰিব পৰা হ'ব। গতিকে কিছুমান ডাঙৰী গছিকৈয়ে ভঁড়ালত সুমুৱাই থোৱা ভাল হ'ব। আৰু যিখিনি ভঁড়ালত নধৰে সেইখিনি মৰণা মৰাই অলপ দাম উঠিলে বেচি দিব লাগে। আৰু সেই টকাৰে—

তাৰেই আলোচনা কৰিছিল বাবৰে ৰাণীৰ লগত।

আগে মাটি কিনিব নে আগে এহাল বা দুহাল গৰু কিনিব।

ৰাণীয়ে পৰামৰ্শ দিলে যে হাতত টকা থাকিলে গৰু যেতিয়াই তেতিয়াই কিনিব পাৰিব। কিন্তু সুবিধা পালে মাটিহে কিনিব লাগে। ভাল খেতিৰ মাটি হ'লে লাগিলে দুপইচা বেছি দাম দিও কিনিব লাগে। তাৰ কাৰণে ধান বেচা পইচাই যদি নোজোৰে সাঁচতীয়া পইচাও খৰচ কৰিব লাগে।

"পিছে কিনিবলৈ ভাল খেতিৰ মাটিহে সুবিধাজনক ঠাইত

পাবলৈ টান। তাতে কোনো কোনোৱে হেনোৱে হেনো আমাক খেতিৰ মাটি নেবেচোঁ বুলিছে—"

"আমাক নেবেচোঁ বুলিছে—কেলেই?" ৰাণীয়ে বিস্ময় প্ৰকাশ কৰিলে।

"আমি হেনো মৈমনচিঙীয়া মুছলমান, আমাক নেবেচে—"

"আমি মুছলমান হয়, সেইবুলি আমি এতিয়াও মৈমনচিঙীয়া হৈ আছোঁনেকি? আমি দেখোন কোনোবা কাহানিয়েই অসমীয়া হ'লো?" ৰাণীয়ে ক'লে।

"কোনোবা কোনোবাই আমাক এতিয়াও অসমীয়া নহয় বুলি ভাবে—" চিন্তিতভাৱে বাবৰে ক'লে।

ৰাণীয়ে ক'লে, "এইবোৰ বেয়া কথা। মাটি নেবেচক, কোনো কথা নাই, কিন্তু আমাক অসমীয়া নহয় বুলি কোৱাটো একদম বেয়া কথা। ককাইতিয়ে দেখোন অসমীয়া হাইস্কুলৰে মাষ্টৰী কৰিছে। আমাৰ গাঁওখনৰ সকলো ল'ৰা-ছোৱালীয়ে অসমীয়া পঢ়িছে।"

"কোনে কি পঢ়িছে, কি নপঢ়িছে কোনে খবৰ ৰাখিছে! ইয়াৰ কিছুমান মানুহ আছে, নিজেও আমাৰ নিচিনাকৈ কষ্ট কৰি খেতি-বাতি নকৰে আমাক জংগল পিতনি ভাঙি খেতি কৰা দেখিলেও সহিব নোৱাৰে। আমি ইয়াতে ঘৰবাৰী কৰিছোঁ, ইয়াতে খেতি-খোলা কৰিছোঁ, ইয়াতে আৰ্জিছোঁ, ইয়াতে খৰচ কৰিছোঁ। আমি জানো ইয়াত অৰ্জন কৰা টকা পইচা ক'ৰবালৈ নিছোঁ। তেও কোনোবাই আমাক থলুৱা বুলি নেভাবে ।"

"এৰা, পাকিস্তান হ'লেহে ঠিক হ'ব। তেতিয়া আমাক আৰু কোনোৱে মৈমনচিঙীয়া বুলি মাটি নেবেচাকৈ নেথাকে।" ৰাণীয়ে ক'লে।

পাকিস্তান হ'লে কি হ'ব বা কি নহ'ব—বাবৰে এতিয়াও ভালকৈ বুজিব পৰা নাই। পাকিস্তান লাগে বুলিছে কেলেই, নেলাগে বুলিছে কেলেই তাৰো তাৎপৰ্য্য বাবৰে ধৰিব পৰা নাই। তাৰ মাত্ৰ এটাই

চিন্তা, পাকিস্তান হ'লে যদি মোদব্বিৰ চৌধুৰী মোজাম্মিল চৌধুৰীৰ নিচিনা অত্যাচাৰী জমীদাৰবোৰ নোহোৱা হৈ যায় তেন্তে পাকিস্তান হোৱা ভাল। আমি য'ৰ মানুহ খেতিবাতি কৰি তাতে থাকিম। দেশখন পাকিস্তান হ'ব, বেয়া নহ'ব।

কিন্তু এইবোৰতকৈ বাবৰহঁতৰ কাৰণে ডাঙৰ সমস্যা ৰাণীৰ গৰ্ভৰ সন্তানটো। অহা মাঘৰ শেষতে বা ফাগুনৰ প্ৰথম সপ্তাহতে ৰাণী মাতৃ হোৱাৰ কথা। মনে মনে ৰাণীয়ে কিছু ভয় নোখোৱা নহয়। অৱশ্যে ৰাণীৰ গা ভালেই আছে। পুৱাবেলা গা অলপ বেয়া লাগে। পিছলৈ ভাল লাগি আছে। নামাজ পঢ়িবলৈ তাইৰ কষ্ট হয়, কিন্তু আনৰ আগত প্ৰকাশ কৰি নক'লেও, নিৰ্বিঘ্নে আৰু সুকলমে যাতে গৰ্ভস্থ সন্তানটোৰ জন্ম হয় তাৰ কাৰণে নফল নামাজ পঢ়ি হাত তুলি আল্লাৰ ওচৰত মুনাজাত কৰে। মিলিটাৰী কেম্পত থাকোঁতে কিছু অনিয়মীয়া হৈছিল যদিও, বাবৰেও আজিকালি নিয়মমতে পঢ়ে আৰু মনে মনে আল্লাক খাটে যাতে সন্তানটো জন্ম দিবৰ সময়ত ৰাণীৰ কোনো কষ্ট নহয়, আৰু জন্ম লোৱা সন্তানটো যাতে এটা ল'ৰা হয় আৰু জন্ম লওঁতে তাৰো যাতে কোনো কষ্ট নহয়।

যথা সময়ত মৃত সকলৰ কবৰত জিয়াৰত কৰোৱা, মছজিদত চিৰ্ণি দিয়া, মৌলবী চাহেবক দাওৱাত কৰি কোৰাণ পঢ়োৱা আৰু দোৱা কৰোৱা—স্থানীয় পাঁচজনী বিধৱাক মাতি ভাত খুউৱা আৰু যত যি ৰীতি-নীতি পালন কৰিবলগীয়া আছে সকলো বাবৰ আৰু ৰাণীয়ে যথাৰীতি কৰিছে। তদুপৰি ৰাণীৰ বায়েকহঁতে আৰু সম্পৰ্কীয় মাহী-পেহীহঁতেও ঘনাই খবৰ কৰি আছে। মোবাৰক মাষ্টৰেও মাজে মাজে আহি খবৰ কৰি যায়।

কিন্তু এই সকলোৰে উপৰি ৰাণীৰ লগত দিনে ৰাতিয়ে লাগি থাকে মৰীয়ম। বহুত এজনী বয়সস্থ অভিজ্ঞ তিৰোতাৰ দৰে ৰাণীয়ে কি কৰিব লাগে কি কৰিব নেলাগে কি খাব লাগে, কি খাব নেলাগে, কেনেকৈ খোজ কাঢ়িব লাগে, কেনেকৈ শুব লাগে

এইবোৰৰ নিৰ্দেশ উপদেশ দিয়ে আৰু কিবা এটা ইফাল সিফাল হ'লে ৰাণীক আৰু বাবৰক টান কথা শুনাই দিয়ে। ৰাণীয়েও অপৰাধীৰ দৰে তাইৰ সকলো কথা মানি চলে।

ৰাণীৰ কথামতেই আৰু বাবৰেও কোৱাৰ কাৰণে ৰাণীৰ কাষৰ কোঠাটোতে মৰীয়ম আজিকালি শোৱে। তাই ভাতপানীও ৰান্ধে, দৰকাৰ মতে দুই চাৰিটা কাপোৰ কানিও ধুই দিয়ে। ঘৰখনৰ তায়েই যেন প্ৰকৃত গৃহস্থনী, আৰু বাবৰহঁতৰ যেন তাইৰ কথামতে নচলিলেই নহয়। মৰীয়মৰ এই পৰিচৰ্য্যাত বাবৰ সঁচাকৈয়ে সন্তুষ্ট হ'ল। মৰীয়ম নোহোৱা হ'লে বাবৰ ঘৰৰপৰাই বাহিৰ ওলাব নোৱাৰিলেহেঁতেন।

বাবৰ এতিয়া ঠিকাদাৰ নহয়, খেতিয়ক। শালিখেতিৰ পাছত বামখেতিৰ কাৰণে পথাৰলৈ নগ'লে নচলে। অৱশ্যে ইতিমধ্যে সৰিয়হ পৰা হৈ গৈছে। আলু, পিঁয়াজ, কবি, মূলা কৰৰ দিহা কৰিব লাগে। এটা দিনৰ পলমো বহুত পলম। পুহ মানে আঘোণ নহয়, মাঘ মানে পুহ নহয়। পুলিটো এদিন পলমকৈ ৰুলে, গুটিটো এদিন পলমকৈ লাগিব। এই বিষয়ত মানুহ আৰু শস্যৰ মাজত একো পাৰ্থক্য নাই। কাৰোবাক জন্ম হ'বলৈ লাগে দহ মাহ দহ দিন, কাৰোবাক লাগে চল্লিশ দিন, পঞ্চল্লিশ দিন। গছ-গছনিয়েও নিজৰ নিয়ম নেমানি নোৱাৰে।

প্ৰথমে ৰাণীয়ে লাজ কৰিছিল। আজি কালি নকৰা হৈছে। তাইৰ গাটোৰ ফালে চাই যেয়ে সোধে দিন কেতিয়ালৈ পৰিছে, ৰাণীয়ে সককৈ সম্ভাব্য দিনটোৰ কথা কয়। নহ'লে মৰীয়ম তাত উপস্থিত থাকিলে মৰীয়মেই কৈ দিয়ে।

ৰাণীয়ে আঙুলি মূৰত লেখ কৰে, মৰীয়মেও লেখ কৰে, বাবৰে মনে মনে মুগুনাৰ ভাও ধৰি সিহঁতৰ কথা শুনে। সি অসহায় অনুভৱ কৰে, তাৰ ক'ব লগীয়া একো নাই। সি মাথোন মনে মনে প্ৰাৰ্থনা কৰিব পাৰে, ঘৰৰ ভিতৰতে হওক, খেতিৰ পথাৰতে হওক। বাহিৰত তাৰ আল্লাৰ বেছি কামত থকা যেন লাগে।

## ত্ৰিংশ

চাৰিওপিনে নিৰ্বাচনৰ উখল-মাখল আৰম্ভ হৈছে। বিভিন্ন দলৰ হৈ আৰু বিভিন্ন প্ৰাৰ্থীৰ হৈ জোৰ উত্তপ্ত প্ৰচাৰকাৰ্য্য চলোৱা হৈছে। গাঁও-নগৰ দল আৰু প্ৰাৰ্থীৰ গুণগৰিমা আৰু আশ্বাস প্ৰতিশ্ৰুতিৰ ধ্বনি-প্ৰতিধ্বনিৰে গৰম হৈ উঠিছে।

কিন্তু বাবৰহঁত হঠাৎ শান্ত হৈ পৰিল। সিহঁতৰ সমষ্টিৰ কাৰণে মুছলীম লীগে মোবাৰক, কাবিল আলি, বাবৰ বা স্থানীয় অন্য কাকো মনোনয়ন নিদিলে। দিলে নগৰৰ উকীল আবদুল জলীল চৌধুৰীক। এওঁনো কোন সৰহভাগ মানুহে চিনি নেপায়। লীগৰ প্ৰচাৰকহঁতৰ মতে এওঁৰ গোটেই জীৱন কওমৰ খেদমত কৰোতেই গৈছে। অতি সৎ মানুহ, সাহসী মানুহ, দেশ আৰু জাতিৰ কাৰণে নিজৰ সৰ্বস্ব ত্যাগ কৰিব পৰা মানুহ। কেইবা বছৰো ধৰি তেওঁ লোকেলবৰ্ডৰ চেয়াৰমেন হৈ আছে। আৰু গাঁৱৰ বাইজৰ কাৰণে বহুত কাম কৰিছে। তেওঁ মেম্বৰ হ'লে পাকিস্তান কৰিবই, তাৰ কাৰণে যাৰে লগত যুঁজিব লাগে যুঁজিব, আনকি ইংৰাজ চৰকাৰৰ লগতো দৰকাৰ হ'লে যুঁজিব।

বাবৰে আবদুল জলীল চৌধুৰীক চিনি পায়। অৱশ্যে তেওঁ দেশৰ কাৰণে বা কওমৰ কাৰণে কি কৰিছে বাবৰে নেজানে। কিন্তু সিহঁতৰ গাঁৱৰ মাজেদি কছাৰী গাঁৱৰ কালে যোৱা বাটটোৰ নানা আবেদন-নিবেদন সত্বেও আজিও ব'ৰ্ডে অকণো উন্নতি নকৰিলে। গাঁৱৰ বাইজ লাগিহে আলিটো বান্ধিছে।

অৱশ্যে এই সম্পৰ্কে বাবৰে একো নক'লে। জলীল চৌধুৰীৰ

বাপেকো পূৰ্বৰ নোৱাখালীৰ ফালৰে মানুহ আছিল। গাঁৱত মাটিবাৰী খেতিবাতি আছে। পঢ়ি শুনি জলীল উকীল হৈছে। নগৰত মাটি কিনি পকী ঘৰ সাজিছে। নগৰৰ এজন লেখৰ মানুহ। তেওঁক যেতিয়া লীগে প্ৰাৰ্থী দিছে, জানি শুনি, ভাবি চিন্তিহে দিছে। আমি সমৰ্থন নকৰাটো ঠিক নহ'ব। আৰু তেওঁৰ বিৰুদ্ধে কংগ্ৰেছে দিছে আজহাৰ আলিক। পুৰণি কংগ্ৰেছী মানুহ। মানুহজন ভাল, কিন্তু তেওঁ পাকিস্তান সমৰ্থন নকৰে। গতিকে আনে তেওঁক ভোট দিলেও ইয়াৰ গাঁৱৰ মুছলমানে দিয়াৰ আশা নাই, কাৰণ দুজনমানৰ বাহিৰে বাকী সকলোৱে লীগৰ প্ৰাৰ্থীক সমৰ্থন জনাবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰিছে।

তিনিটা কাৰণত বাবৰে এই নিৰ্বাচনৰ প্ৰতি বিশেষ আগ্ৰহ আৰু স্পৃহা হেৰুৱাই পেলাইছে। গাঁৱৰে মাষ্টৰ বা আন কোনোবা এজনক লীগে মনোনয়ন নিদিয়াৰ কাৰণে, বাম খেতিত লাগিবলগীয়া হোৱাৰ কাৰণে, ৰাণীৰ বৰ্তমান শৰীৰৰ অৱস্থাৰ কাৰণে। সি নিৰ্বাচনৰ গণ্ডগোল এৰাই চলিবাৰ যত্ন কৰিলে। অৱশ্যে যিয়ে তাৰ ঘৰলৈ ভোটৰ কথা ক'বলৈ আহে, তাকে হাঁহি মুখে চাহ জলপান খুৱাই পঠিয়ালে। কাকো পোনপটীয়াকৈ না নকৰিলে। কাক ভোট দিয়া ঠিক কৰিছে কোনোবাই জোৰ দি সুধিলে, গাঁৱৰ ৰাইজে পৰামৰ্শ কৰি আমাক যি কৰিবলৈ কয় আমি তাকে কৰিম বুলি কৈ পঠিয়ালে।

কিন্তু এই ৰকমে বেছি দিন থাকিব নোৱাৰিলে। এদিন আবদুল জলীল চৌধুৰী গাড়ী লৈ নিজে আহিল আৰু মাষ্টৰ আৰু আন দুই এঘৰত সোমোৱাৰ পাছত সদলবলে আহি বাবৰৰ ঘৰ ওলালহি। বাবৰ তেতিয়া পথাৰত আছিল। খবৰ পাই দৌৰি আহিল। মুছলীম লীগে কি কৰিব, পাকিস্তান হ'লে কি হ'ব, জিকাৰ পাছত চৌধুৰীয়ে কি কৰিব—তাৰ বিষয়ে এটা বিশ্বাসযোগ্য বক্তৃতা দি চৌধুৰীয়ে বাবৰক স্থানীয় নিৰ্বাচনী কমিটিৰ সম্পাদক পাতি থৈ গ'ল। বাবৰে না কৰিব নোৱাৰিলে। খৰচ কৰিবৰ কাৰণে বাবৰৰ

হাতত তিনি শ টকাও দি গ'ল, আৰু কৈ থৈ গ'ল, "টকাৰ কাৰণে নভাবিবা। যিমান লাগে খৰচ কৰিবা, হিচাপটো ভালকৈ ৰাখিবা। মোৰ কাৰণে বাট চাই নেথাকিবা, ধৰি লোৱা তুমি নিজেই কেণ্ডিডেট। মই সকলো টকা আদায় কৰি দিম, ভয় নকৰিবা। আমি জিকিমেই।"

বাবৰে ৰাজনীতি নুবুজে। নিৰ্বাচনী ৰাজনীতিৰ একো আওভাও নেজানে। তথাপি দায়িত্ব যেতিয়া ললেই সি কিছু ডেকা বুঢ়া গোটাই লৈ নিৰ্বাচনী অভিযানত নামিল। প্ৰথমে কিছু শংকা সন্দেহেৰে মানুহৰ ঘৰে ঘৰে গৈ লীগক কিয় ভোট দিব লাগে বুজাই কৈ ফুৰিলে। তাৰ পাছত কওঁতে কওঁতে তাৰ সাহস বাঢ়িল। একেখিনি কথাকে সকলো ঘৰতে সকলোকে কৈ ফুৰি কথাখিনি প্ৰায় মুখস্থ হৈ পৰিল। আনকি দুই এখন মিটিং পাতিও সি গাঁৱৰ ৰাইজক জলীল চৌধুৰীক কিয় ভোট দিব লাগে বুজাই ক'ব পৰা হ'ল।

বাবৰে টকা খৰচ কৰিবলগীয়া হ'ল। নিৰ্বাচনৰ কাৰণে কাম কৰা মানুহবোৰক চাহ-ভাত খুৱাবলগীয়া হ'ল। অহাযোৱাৰ বাটখৰচ হাতখৰচ দিবলগীয়া হ'ল। চৌধুৰীয়ে দি থৈ যোৱা টকা কাহানিবাই শেষ হ'ল। বাবৰে নিজৰ সাঁচতীয়া টকা খৰচ কৰি নিৰ্বাচনী অভিযান চলাই গ'ল।

বিশেষ বাধা নাছিল। স্থানীয় সকলো মুছলমানে লীগক ভোট দিব এইটো একপ্ৰকাৰ নিশ্চিত হৈছে। এতিয়া এই অঞ্চলৰ অমুছলমান মানুহখিনিৰ ভোটখিনি পালেই হয়।

এই বিষয়ত বাবৰ যথেষ্ট অসুবিধাৰ সন্মুখীন হ'ল। হিন্দু মানুহ প্ৰায় সকলো হয় কংগ্ৰেছী, নহ'লে কমিউনিষ্ট। তেওঁলোক সকলো লীগৰ আৰু পাকিস্তানৰ বিৰোধী। কংগ্ৰেছত আৰু কমিউনিষ্ট পাৰ্টিত ভালেমান মুছলমান আছে, কিন্তু লীগত কোনো অমুছলমান নাই। আৰু লীগৰ বিৰোধিতা কৰোঁতাৰ ভিতৰত ভালেমান মুছলমানো আছে। ইয়াৰ সৰহভাগেই কংগ্ৰেছী।

বাবৰৰ লীগৰ বিৰুদ্ধে জোৰ প্ৰচাৰ চলাইছে কামৰাণে। কামৰাণৰ

লগত ভালেমান ডেকা আছে—হিন্দুও, মুছলমানো। সিহঁতে প্ৰচাৰ কৰিছে যে দেশ স্বাধীন হোৱাটোহে আগকথা, তাৰ পাছত দেশৰ হিন্দু মুছলমান লগ লাগি যেনেকৈ মন যায় দেশখন চলাব। আগে স্বাধীনতা, তাৰ পাছত অন্য কথা।

লগতে ছল বুজি কামৰাণে প্ৰচাৰ কৰিলে যে বাবৰে জলীল চৌধুৰীৰপৰা হাজাৰে হাজাৰে টকা খাইছে আৰু ৰাইজক তাৰ ভাগ দিয়া নাই। আৰু সুযোগ বুজি জনালে যে বাবৰৰ নিচিনা গাঁওবুঢ়াৰ পথাৰত কাম কৰা কামলা এটাৰ কথাত ৰাইজ পতিয়ন যাব নেলাগে। বাবৰে ছৰিফ গাঁওবুঢ়াক ফুচুলাই শেষত সম্পত্তিও হাত কৰিলে, আৰু জীয়েক ৰাণীকো হাত কৰিলে। বাবৰৰ কথা বিশ্বাস কৰিলে শেষত ৰাইজ বিপদত পৰিব।· ·· ·

নিৰ্বাচনী অভিযানৰ ব্যস্ততাৰ মাজত বাবৰে এইবোৰ কথাৰ বিশেষ ভু নেপালে। কিন্তু গাঁৱৰ আৰু অঞ্চলটোৰ মাজত বাবৰৰ বিৰুদ্ধে কামৰাণ আৰু তাৰ সঙ্গীদলে যথেষ্ট অপপ্ৰচাৰ চলালে। আনকি গাঁৱৰ যিবোৰ মানুহে বাবৰক সৎ আৰু চৰিত্ৰবান আৰু কামৰাণক উদ্ধত গণ্ডগোলীয়া আৰু চৰিত্ৰহীন বুলি জানে, সেইবোৰ মানুহেও, দিনে ৰাতিয়ে শুনি শুনি বাবৰ সম্পৰ্কে ধাৰণা সলনি কৰাত দোষ নাই বুলি ভাবিবলৈ আৰম্ভ কৰিলে।

অৱশ্যে সৰহভাগ মুছলমান মানুহেই লীগক সমৰ্থন জনাবলৈকে মনে মনে থিৰাং কৰিলে। মুখেৰে শলাগিলেও কামৰাণৰ ফুচুলনিত পতিয়ন নেযাবলৈ সংকল্প কৰিলে। কিছুমান মানুহে আগে দুই এবাৰ ভোট দিছে, কিছুমানে কোনো দিন দিয়া নাই। নিৰ্বাচনী প্ৰচাৰৰ চিয়ঁৰ-বাখৰ যিমানে বাঢ়িল, সিমানে উত্তেজনাও বাঢ়িল। গাঁওখন, অঞ্চলটো যেন দুটা ভাগ হৈ গ'ল—লীগ আৰু কংগ্ৰেছ, কংগ্ৰেছ আৰু লীগ। বাবৰ আৰু কামৰাণ, কামৰাণ আৰু বাবৰ। বিপক্ষই প্ৰচাৰ যিমানে শক্তিশালী কৰিব ধৰিলে, সন্মান আৰু মৰ্য্যাদাৰ বিষয় বুলি বাবৰেও লীগৰ প্ৰচাৰ সিমানেই অধিক শক্তিশালী

কৰি যাব ধৰিলে। যেন নিৰ্বাচন হোৱা নাই। যুদ্ধ হৈছে। ডেকা ল'ৰাবোৰ উত্তেজিত হৈ পৰিছে। নগৰৰপৰা অহা কিছুমান ছোৱালী আৰু ভদ্ৰ মহিলাই গাঁৱৰ তিৰোতা আৰু ছোৱালীবোৰকো উত্তেজিত কৰি তুলিলে। প্ৰাৰ্থীৰ দেখাদেখি নাই, টকা পইচাও নাই। মাজে মাজে মাথোন কোনো একোটা আহি কিছু সৰু ডাঙৰ ছপা কাগজ দি থৈ যায়হি। যুদ্ধখন চলিছে লীগ আৰু কংগ্ৰেছৰ, বাবৰ আৰু কামৰাণৰ।

বাবৰ যেন উন্মত্ত হৈ পৰিছে। ঘৰৰ খবৰ নাই, খেতিবাতিৰ খবৰ নাই, আনকি সন্তানসন্ততিৰ বাণীৰ ভু ল'বলৈও সময় নাই। সেইবোৰৰ দায়িত্ব মৰীয়মে নিজে নিজেই লৈছে।

কোনোবা দিনা বহুত ৰাতি বাবৰ আহি সদলবলে ঘৰ ওলায়হি। কেইবাদিনৰো মূৰত গা ধোৱে, দীঘলকৈ গজা দাড়িবোৰ খুৰায় আৰু যিহেৰে যেনেকৈ পায় ভাত দুটামান খাই শুই থাকে। লগৰখিনিকো খুৱায় শুৱায়, তাৰ পাছত পিছদিনা কাউৰীয়ে কা কৰোঁতেই ওলাই যায়।

ৰাণীয়ে আপত্তি নকৰে। বাবৰক ৰাণীৰ এটা ডাঙৰ মানুহ যেন লাগে, এটা পলিটিচিয়ান যেন লাগে, এনেদৰে ঘৰবাৰী, খোৱা বোৱা এৰি ঘুৰি ফুৰাৰ কাৰণে সামান্য অভিযোগ ভৰা মাতেৰে চিয়ঁৰে যদিও ৰাণীয়ে মনে মনে গৰ্ব অনুভৱ কৰে। আজি গাঁওখনত কিয় অঞ্চলটোতে বাবৰ এটা লেখৰ মানুহ। ইয়াত লীগ মানেই বাবৰ, আৰু বাবৰ মানেই লীগ।

কামৰাণে জোৰেৰে লীগৰ বিৰুদ্ধে আৰু কংগ্ৰেছৰ সপক্ষে প্ৰচাৰ চলাই গ'ল।

## একত্রিংশ

ৰ'দজাকত জাৰ মিহলি হৈ আছিল, কিন্তু হেলনীয়াকৈ আহি গাত পৰা ৰ'দজাক মিঠা লাগিছিল। ফাগুণৰ আগজাননী দি বতাহজাক ভিৰ ভিৰ কৰি ব'বলৈ আৰম্ভ কৰিছিল।

ধান দোৱা শেষ হৈছিল। কিন্তু বাবৰৰ চোতালত ধানৰ ডাঙৰী তেতিয়াও দ'ম হৈ আছিল। বহল চোতালখনৰ এটা ফালত ডাঙৰী আৰু আন এটা ফালত মৰণাৰ খেৰৰ দ'ম আছিল। মাজতে চোতালখন খালী কৰি থোৱা আছিল, মৰণা মাৰিবৰ কাৰণে আৰু মৰণাৰ ধান শুকোৱাবৰ কাৰণে।

আকাশখনৰ বুকত কিছু মেঘ জমা হৈছে। মাঘৰ শেষত দুদিনমান বৰষুণ দিব, বতৰ সেমেকা আৰু গোমা হ'ব। ফেৰফেৰীয়া বতাহ মাৰিব, তাৰ পাছত দুদিনমান কনকনীয়া জাৰে হাড়লৈকে কঁপাব। তাৰ পাছত যেতিয়া ফটফটীয়া ৰ'দ ওলাবলৈ ল'ব, তেতিয়া সেই ৰ'দত থাকিব জাৰ শেষ হোৱাৰ আৰু ফাগুন অহাৰ মিঠা খবৰ।

বাবৰ ধান খেৰৰ ওপৰতে বহি আছিল। তাৰ গাত পৰা হেলনীয়া ৰ'দজাক বৰ মিঠা লাগিছিল। কিছু আঁতৰত মৰণাৰ খেৰ কিছু তলত দি, তাৰ ওপৰত এখন কঠ পৰি লৈ ৰাণী বহি আছিল—পিঠিত ৰ'দ পেলাই।

ৰাণী খীণোৱা নাই কিন্তু তাইৰ মুখখন কিছু শেঁতা পৰিছে। তাইৰ মুখখনত এটা দুৰ্যোগ অতিক্ৰম কৰাৰ শংকাহীন তৃপ্তি।

বাবৰ আৰু ৰাণী একেখন চোতালতে অলপ আঁতৰা-আঁতৰিকৈ বহি আছিল। সিহঁতৰ মূৰৰ ওপৰত আছিল শেষ মাঘৰ এখন মুকলি

আকাশ। বতাহ জাকত আছিল নতুন ধান আৰু মৰণাৰ ধানখৰৰ গোন্ধ। আৰেলিটোৱে কিবা সৰু সৰু কথা কৈছিল। সিহঁত দুটাই কথা কোৱা নাছিল, কথা কোৱাৰ প্ৰয়োজন নাছিল।

বাবৰ আৰু ৰাণী দুয়ো দুখন মুঁজৰ পাছত যেন ক্লান্ত শ্ৰান্ত হৈ পৰিছিল।

নিৰ্বাচনত বাবৰৰ প্ৰাৰ্থীৰ জয় নহ'ল। লীগ হাৰিল, কংগ্ৰেচ জিকিল। আজহাৰ জিকিল, জলীল হাৰিল।

লীগ কিয় হাৰিল বাবৰে বুজিব নোৱাৰিলে। মানুহবোৰে তাৰ প্ৰাৰ্থীক নহ'লেও, লীগকতো ভোট দিছিল। লীগৰ কাৰণে বহুতেই খাটিছিলো। টকা পইচাও বহুত খৰচ কৰা হ'ল, তথাপি কিয় যে হাৰিল—।

নিৰ্বাচনৰ ফলাফল ওলোৱাৰ পাছৰপৰা বাবৰৰ মনটো ভাল নাই। তাৰ সকলো শ্ৰম চেষ্টা অথলে গ'ল। তাৰ টকাপইচাও বহুত খৰচ হ'ল। 'ভোটত' হাৰি জলীল চৌধুৰীয়ে পোনপটীয়াকৈ নহ'লেও পৰোক্ষে তাকেহে দোষী কৰিবৰ যত্ন কৰিলে। বাবৰে ভালকৈ খটা হ'লে আৰু ভোট নিশ্চয় আহিলহেঁতেন। বাবৰে নিজৰপৰা খৰচ কৰা টকা ঘূৰাই দিয়াৰ প্ৰশ্নই নাই (পৰাজিত প্ৰাৰ্থীৰপৰা টকা ঘূৰাই বিচাৰিবৰ সত নেযায়, আৰু ঘূৰাই পোৱাৰো আশা নাই)। এতিয়া কোনো কোনোৱে ভিতৰুৱা মেলত কোৱা মেলা কৰিছে বোলে চৌধুৰীয়ে বাবৰক বহুত হেজাৰ টকা দিছিল। বাবৰে সকলো খৰচ নকৰিলে, নহ'লে চৌধুৰী নোহাৰিলহেঁতেন।

এইবোৰ কথাই বাবৰক আঘাত দিছে, অসন্তুষ্ট কৰিছে। জনাই-নজনাই যিমান পাৰে সি দেহেকেহে খাটিলে, নিজৰ সাঁচতীয়া ধন খৰচ কৰিলে, প্ৰাৰ্থীৰ হৈ নেখাটিবলগীয়াকো খাটনি ধৰিলে। কিন্তু প্ৰাৰ্থীকজনক জিকাব নোৱৰাৰ কাৰণে এতিয়া দোষৰ ভাগী হ'বলগীয়া হৈছে সি। ৰাজনীতি বাবৰে নুবুজে, ৰাজনীতিৰ লগৰ এই কথাবোৰো বাবৰে নুবুজে।

বদনাম সবহকৈ উলিয়াইছে কামবাণে। সি তাব প্ৰাৰ্থীক জিকালে। কিন্তু বাবৰে জিকাব নোবাবিলে। বাবৰৰ বদনাম আৰু অপযশ গোৱাব এটা ভাওৰ সুযোগ ওলাল কামবাণৰ।

সেইবোব কথা আহি বাবৰৰ কাণতো পবিলহি। বাবৰৰ প্ৰতিবাদ কবিবৰ উপায় নাছিল। বাবৰে নিজকে কিবা দোষত দোষী বুলি ধৰি লোৱাৰ প্ৰয়াস পালে।

মাত্ৰ এটা কথা বহুত বুজিবৰ চেষ্টা কৰিও বাবৰে বুজিব নোৱাবিলে। —হৈ যোৱা নিৰ্বাচোনটোৰ লগত তাৰ কি সম্পৰ্ক আছিল? সি কিয় এজন প্ৰাৰ্থীবিশেষৰ কাৰণে বা এটা দল বিশেষৰ কাৰণে ইমান খাটিলে? সি কিয় লোকৰ কাৰণে নিজৰ কষ্টৰে অৰ্জা ধন খৰচ কৰিলে? এইবোৰৰ কোনটোৰপৰা তাৰ কি লাভ হ'ল? এইবোৰত নলগা হ'লে তাৰ কি হানি হলহেঁতেন?

মই জানো ৰাজনীতিৰ মানুহ? মই জানো ৰাজনীতি বুজি পাওঁ? নিৰ্বাচনহে হ'ল, পাকিস্তান ক'ত হ'ল? পাকিস্তান হ'ব জানো? ইয়াত পাকিস্তান বিচৰা দলটোৰ প্ৰাৰ্থীজনেই দেখোন হাৰি গ'ল? অসম জানো পাকিস্তান হ'ব? যদি নহয় কি হ'ব?

মৰণাৰ খেৰৰ ওপৰত শুই, গায়ে-পিঠিয়ে ৰ'দ লগাই বাবৰে এইবোৰ কথাৰে চিন্তা কৰিছিল। এইবোৰ কথা সি আজিলৈকে কাৰো লগত আলোচনা কৰা নাই। আলোচনা কৰিবলৈ ল'লেই কিজানি কোনে কি কৈ দিয়ে।

বাণীয়ে তেতিয়া অন্য কথা ভাবিছিল।

বাণীয়ে তাইৰ প্ৰথম সন্তানটো এটা ল'ৰা হ'ব বুলি আশা কৰিছিল। নামাজ পঢ়ি হাত তুলি মুনাজাতো কৰিছিল যাতে এটা ল'ৰা হয়।

এটা লোদোৰপোদোৰ ধুনীয়া ল'ৰা।

নহ'ল।

হ'ল এজনী ছোৱালী। ছোৱালীজনী সিমান শকত-আৱত

নহয়, বৰ বীণো নহয়। প্ৰথম সন্তান এনেকুৱাই হয়—বহুতে কৈছে। ৰাণীয়ে ভাবে এইয়া গঁচা কথা নহয়। সান্ত্বনাহে। কৃষকৰ পৰিয়ালত ছোৱালীতকৈ ল'ৰাৰ প্ৰয়োজন বেছি। পুত্ৰ সন্তানৰ মাক হ'ব পৰাটো গৰ্বৰ কথা।

তথাপি ছোৱালীজনী ওপজাৰ আগতে ৰাণীৰ মনত যি দুশ্চিন্তা আৰু দুৰ্ভাৱনা আছিল, সেই দুৰ্ভাবনাবপৰা মুক্তি পাই ৰাণীয়ে আশ্বস্ত বোধ কৰিছে। হওক ছোৱালী—ছোৱালীও মানুহ। আল্লাই যি দিয়ে তাতে সন্তুষ্ট হ'ব লাগে। নহ'লে খোদা নাৰাজ হয়।

কোলাত ছোৱালীজনী লৈ, কেঁচুৱাজনীৰ সৰু, ধুনীয়া মুখখনলৈ চাই থাকি ৰাণীয়ে যেতিয়া মাতৃ হোৱাৰ তৃপ্তি আৰু আনন্দ লাভ কৰিবলৈ বিচাৰে, তেতিয়া গাঁৱৰ ওচৰ-পাঁজৰৰ কোনোবা একোজনী আহি যেতিয়া পোনপটীয়াকৈ কৈ দিয়ে, "এ, ছোৱালীহে হ'ল, আমি ল'ৰা হ'ব বুলিহে ভাবিছিলোঁ—" তেতিয়া ৰাণীৰ বেয়া লাগি যায়। কিছু অসহায়ৰ দৰে তাই কয়, "এইজনী বাৰু কেনেকুৱা হ'ব? বৰ অগঢ়ী হ'ব নহয়?"

তেতিয়া কিন্তু চাবলৈ আহোঁতাই সমানেই পোনপটীয়াকৈ কৈ উঠে, "কেলেই অগঢ়ী হ'ব অ'? তয়েই অগঢ়ী নে বাপেকই অগঢ়ী? নাকে মুখে এইজনী বৰ ধুনীয়াজনী হ'ব চাবি—"

কোনোবাই তাতোকৈ এখোজ আগ বাঢ়ি কয়, "ডাঙৰ হ'লে চাবি, এই গাঁৱৰ ডেকাল'ৰাবোৰ জ্বলাই মাৰিব। চকুহাল দেখিছ?"

এনেকুৱা কথা শুনিলে ৰাণীৰ মনটো ভাল লাগে। তেতিয়া ল'ৰা নহৈ ছোৱালী হোৱাৰ কাৰণে অনুভৱ কৰা মনৰ বিমৰ্ষতা বহুখিনি পাতলে।

কেঁচুৱাজনী মৰীয়মে কোলাত লৈ পুখুৰী পাৰৰ ফালে কিবাকিবি এনেই গুণগুণাই পায়চাৰি কৰি আছিল। গাত ব'দ লগাই ৰাণী এনেই বহি আছিল। গাঁৱৰে কজিবণে কৈ যোৱা কথা এবাৰ বাৰে বাৰে তাইৰ মনত পৰিছিল, "যোবো প্ৰথমে একে জেখাবীয়ে

চাৰিজনী ছোৱালী হৈছিল। তাৰ পাছত এবে লেখাৰীয়ে সাতোটা ল'ৰা হৈছিল। আটাইকেটা নেবাচিল শুণেহে। প্ৰথমতে ছোৱালী হ'লে ভাল জানিছ, লখিমী হয়। তইঁতহালেই ডেকা যোৱান। অহা বছৰলৈ এনেকুৱা দিনত ল'ৰা কোলাত ল'বি, চিন্তা নকৰিবি।"

কিন্তু ছোৱালী হ'লে লখিমী হয় বোলা কথাষাৰ সঁচা জানো? তেনেহ'লে আমাৰ ছোৱালীজনী হোৱাৰ সোতৰ দিনৰ পাছতে হোৱা নিৰ্বাচনত বাপেকৰ পাৰ্টি হাৰিল কেলেই? আমাৰ ইমানবোৰ সাঁচতীয়া টকা অথলে গ'ল কেলেই? আমাৰ ইহাত পাকিস্তান হ'ব বুলি কৈছিল নহল কেলেই? ছোৱালীজনী ক'ত লখিমী হ'ব চাগৈ?

অহা বছৰলৈ ল'ৰা হ'ব? নহয়, নহয়। অহা বছৰলৈ, ইমান সোনকালে মোৰ ল'ৰা ছোৱালী একো নেলাগে। এই ডাঙৰ হওক কথা কোৱা হওক খোজ কঢ়া হওক—তাৰ পাছত যি হয় হ'ব। আগলৈবা এই কি হয়গৈ—

মৰীয়মে পুখুৰী পাৰৰ পৰা মাজে মাজে বাবৰহঁতৰ ফালে একোবাৰ চাইছিল। সিহঁত দুটাই কোনো কথা বতৰা পতা নাই। দুয়োটা মনে মনে আছে। সিহঁতহালে কিবা কথাবতৰা পাতে যদি পাতক বুলিয়ে কেঁচুৱাজনী লৈ মৰীয়ম কিছু দূৰলৈ আঁতৰি গৈছে।

কিন্তু বাবৰ আৰু ৰাণী মনে মনে আছে।

ছোৱালীজনী হোৱাৰ কাৰণে বাবৰৰ কেনেকুৱা লাগিছে, নিৰ্বাচনত হৰাৰ কাৰণে ৰাণীৰ মনৰ ভাব কেনেকুৱা হৈছে, এই বিষয়ে সিহঁত হালে কোনোদিন কথা পতা মৰীয়মে শুনা নাই। মৰীয়মৰ বৰ জানিবৰ মন যায়। দুয়োটা কথাই যেন বাবৰ আৰু ৰাণী দুয়োটাকে বৰ দমাই দিছে। এই কাৰণে মৰীয়মৰ ভাল লগা নাই। কিনো বৰ ডাঙৰ কথাটো হ'ল? কতৰ ল'ৰা ছোৱালীয়েই নাই। আৰু নিৰ্বাচনত আৰু আটাইবোৰ জিকেনে? আৰু এবাৰ হাৰিল বুলি সদায় হাৰিবনে? এইবাৰ ছোৱালী হ'ল বুলি আৰু আগলৈ ল'ৰা নহ'বনে?

বেলি লহিয়াইছিল। গৰখীয়া ল'ৰাকেটাই গৰু গাইবোৰ পথাৰৰ পৰা ঘৰলৈ ঘুৰাই আনিছিল। এতিয়াও গৰু গাই উদং দিব পৰা হোৱা নাই। পথাৰৰ ধান দোৱা শেষ হৈছে যদিও, খেতিয়কৰ চোতালে চোতালে ধানৰ ডাঙৰি আছে। এতিয়াও গৰু ৰখিব লাগে।

বাবৰ উঠিল। এবাৰ ৰাণীৰ ফালে চালে। গালেমুখে ৰ'দ পৰি ৰাণীজনী দেখিবলৈ ৰাঙলীজনী হৈ পৰিছে। মাক হোৱাৰ পাছৰপৰা তাইৰ গাটোও আগতকৈ অন্য ৰকম হৈ পৰিছে। তাইৰ বুকুখন শকত আৰু পুৰঠ হৈছে। তাৰবাবে তাই গোটেই মানুহজনীকে গহীন গহীন যেন লাগে।

ৰাণীৰ অলপ ওচৰলৈ আহি বাবৰে ক'লে, "কি ভাবি আছ ?"

"ক'তা, একো ভবা নাই—" ৰাণীয়ে ক'লে।

"ছোৱালীজনীক গাখীৰ দিছ ?"

ৰাণীয়ে বুজিলে বাবৰে তাইৰ—গাৰ ফালে চাই কথাষাৰ কৈছে। তাইৰ মুখখন অলপ ৰঙা পৰিল। গাত নলগা ধৰণে তাই ক'লে, "পিয়াহ লাগিলে কেঁচুৱাই আপুনি কান্দিব। তাৰ কাৰণে ডাঙৰে ধৰফৰাব নেলাগে—"

বাবৰে ক'লে "মোৰ হ'লে পিয়াহ লাগিছে।"

কথাষাৰৰ ইংগিতটো বুজিও নুবুজাৰ ধৰণে ৰাণীয়ে ক'লে, মৰীয়মক মাতো, চাহ বনাওক। মোৰো পিয়াহ লাগিছে।" কৈয়ে ৰাণীয়ে চিয়ঁৰিলে, "মৰীয়ম তাইক লৈ আহ, আমাৰ চাহ খাবৰ হোৱা নাই জানো ?"

"গৈছোঁ—" মৰীয়মে চিয়ঁৰিলে।

মৰণা মৰাৰ আয়োজন আৰম্ভ হ'ল। বাবৰৰ বৰ্তমান বলধ দুহাল। ম'হ এটাও আছে। কিন্তু মৰণাত ডাঙৰি সৰহকৈ দিলে খুচৰিবলৈ সৰহ মানুহ লাগে। বাবৰ নিজেও লাগে। তথাপি ভালকৈ মৰণা পাতি খুচৰি উধনিয়াই গুটি ধানখিনি উলিয়াবলৈ দেহাৰ খাঁটনি যথেষ্ট পৰে। এতিয়া বাবৰৰ ধান চপোৱা, মৰণা

মৰাত লাগি দিব পৰা কাম্‌লা তিনিটা আছে। চাচা বৰকৈ নেলাগে, ঘৰবাৰীৰ অন্য কাম কৰে। মাজে মাজে মৰীয়মেও মৰণাৰ গৰু খেদায়, মৰণাৰ কাষ সাৰি মেলি দিয়ে।

দৈনিক একোটাকৈ, কেতিয়াবা আনকি পুৱা এটা আবেলি এটাকৈ মৰণা পেলোৱা হৈছে। নহ'লে চোতালৰ আগত বহুত ডাঙৰি জমা হৈছে। বৰষুণ আহিলে ডাঙৰিবোৰ তিতিব।

চকুৰ আগত দাই আনি থোৱা ডাঙৰিবোৰ দেখি বাবৰ আৰু ৰাণী দুয়োটোৰে মন আনন্দেৰে ভৰি পৰে। সেইফালে চাই থাকি, নাইবা কেতিয়াবা মৰণাৰ গুটিধান ভঁড়ালত থবৰ কাৰণে পাচিত ধান ভৰাই দি ভাগৰ লাগিলেও মনৰ আনন্দতে ৰাণীয়ে কয়, "কি হ'ব পাকিস্তান হিন্দুস্তান। এনেকৈ খেতিবাতি কৰিব লাগে, ভঁড়ালত গুটি ধান খুন্দ খুৱাই থ'ব লাগে। মন গ'লে বেচিলা, মন গ'লে খালা বিলালা—ইয়াতকৈ ভাল কথা আৰু একো নাই।"

এইয়া বাবৰৰো মনৰ কথা। বাবৰে মনে মনে হাঁহে। যেতিয়া মানুহে ৰাজনীতি-ফাজনীতি একো কৰিব নেজানিছিল, একো কৰা নাছিল, তেতিয়া মানুহে খেতি কৰিছিল। এনেকৈয়ে পথাৰৰ শস্য গোটাই ভঁড়ালত সাঁচি থৈছিল, খেতি যুগমীয়া। খেতিৰ সমান কি হ'ব? খেতি নিজৰ আপোন, খেতি নিজা বস্তু, খেতি জীৱন।

মৰীয়মে কেঁচুৱাজনীক মাকৰ কোলাত দি চাহ তপতালে। বাবৰে ক'লে, "ল'ৰাকেটাকে আগে চাহ জলপান দে। সিহঁতে পথাৰৰ পৰা আহিয়ে মৰণাত ধৰিছেহি। ভোকে পিয়াহে আহিৰ পায়। মই মগৰীবৰ নামাজ পঢ়ি লৈহে চাহ খাম।"

মৰীয়মে ক'লে, "শুদা চাহপানী এপিয়লাকে খাই লবিনেকি?"

"দিয় যদি দে তেনেহ'লে—" বাবৰে ক'লে।

গাঁওখনত প্ৰায় সকলোৰে ঘৰত টিনৰ টিপচাকিহে জ্বলে। যাৰ চোতালত মৰণা মাৰে তাৰ চোতালৰ এমূৰেও এটা বা দুটা টিপচাকি

জলে। তাৰ পোহৰতে মৰণাৰ গৰু ঘূৰে, ধান উথনিয়ায়, জোকাৰে, গুটি ধান সবায়।

মিলিটাৰীবপৰা অহাৰ পাছৰপৰা বাবৰে এটা নতুন অভ্যাস কৰিছে। সি আগৰ দৰে উদ্‌বাইন ছিগাৰেট নেপায়। আজিকালি সি হোকাত মলাধঁপাত খাবলৈ ধৰিছে। গাঁৱৰ মুৰব্বী মাতব্বৰ সকলোৱেই হোকা খায়। গাঁৱত একপ্ৰকাৰ আভিজাত্যৰ পৰিচায়ক। বিড়ি ছিগাৰেট চেঙেলীয়া আৰু ডেকা ল'ৰাইহে খায়। হোঁকা চিলিমত লুকুৱা-লুকুৱি নকৰিলেও চলে, কিন্তু ছিগাৰেট সকলোৱে সকলোৰে আগত নেখায়।

মগৰীবৰ নামাজ পঢ়ি উঠি, চাহ জলপান খাই বাবৰে হোকাত ধঁপাত খাবলৈ বহিছিল। ভিতৰৰ জুইকুৰাৰ কাষতে ৰাণীৰ বিচনাখন —তাত নবহি বাবৰ চোতালৰ একাষে ধৰি দিয়া ভগভগীয়া জুইকুৰাৰ কাষতে মূঢ়া এটা চপাই লৈ বহিল। জুইকুৰাৰ তাপটো তাৰ মিঠা লাগিল।

পদুলিমূৰত কোনোবাই মাতিলে, "ইয়ালৈকে আহিবলৈ ক—" মৰণা মাৰি থকা ল'ৰা এটিক বাবৰে ক'লে, আৰু মূঢ়া দুটামান আনিবলৈ ক'লে, বাবৰ বহাতে বহি থাকিল।

সিখন গাঁৱৰ ৰমজান, খিলাফত আৰু কামেশ্বৰ।

তিনটা মূঢ়াত তিনিও জুইৰ কাষ চাপ বহিল।

"মৰণা মাৰি হোৱাগৈ নাই।"

"আৰু কেইদিনমান লাগিব, সেইয়া, আছেগৈ"। বাবৰে ক'লে আৰু মৰীয়মক চিঞঁৰিলে।

"কৈঁচুৱা, কৈঁচুৱাৰ মাক কেনে আছে?"

"ভালেই।"

"আমি আৰু খবৰ কৰিবলৈকে আহিব পৰা নাই।"

ৰমজানহঁত বাবৰৰ লগতে নিৰ্বাচনৰ কামত ঘূৰিছিল। কামেশ্বৰ অৱশ্যে সিহঁতৰ লগত নাছিল, সি নিৰ্বাচনৰ সময়ত এই গাঁৱতে নাছিল।

মৰণাৰ গৰু খেদি থকা ল'ৰা এটাৰ ভিতৰলৈ মাতি মৰীয়মে তামোল দি পঠিয়ালে। নিজে বাহিৰ ওলাই নাহিল।

ৰমজানে ক'লে, "ভোটৰ যি হ'ল হ'ল, এতিয়া পিছে কি কৰ ?"

"কি কৰিম আৰু। অতদিনে যি কৰি আহিছিলোঁ— খেতি-বাতি।"

খিলাফতে ক'লে, "সেইবোৰ কোৱা নাই। ভোটত হাৰিলো হাৰিলো, পিছে এই কামৰাণৰ পৰা গাঁওখনত থকাটো টান হৈছে আৰু—"

"কেলেই ? সি কিবা এনেলে হৈছেনে ?"

"নহয় সি গোটেইখনে আমাৰ বদনাম গাই ফুৰিছে। আমি লীগৰ কাৰণে লাগিছিলো কাৰণে সি হেনো আমাৰ মাটিয়ে ভেটিয়ে খানিব—"

"এ—থ থ, কামৰাণক কোনে নেজানে নিচিনে ? সিতো ভোটত জিকা নাই। তাৰ ফুটনি কৰিবলৈ কি আছে ?"

"এ—গাঁওখনত এতিয়া সিয়েই, এনেলে তাৰ মেম্বৰক কৈ সি হেনো গাঁওখনত বহুত কিবাকিবি কৰি দিব। জিকিলে আমি যিবোৰ কৰিম বুলিছিলোঁ এতিয়া সি কৈ ফুৰিছে বাবৰহঁতে এতিয়া তহঁতৰ কি কৰি দিব নোসোধ কেলেই ?"

"আমি আকৌ কি কৰি দিম ? আমি জিকিছোঁনে কিবা ?"

"নিজিকিলোঁ কি হ'ল ? গাঁৱৰ মুছলমান মানুহ আমাকহে ভোট দিছিল। কামৰাণে কৈ ফুৰিছে—যি লীগক ভোট দিছিল, তাৰ কিবা কৰিবলগীয়া থাকিলে লীগে কৰক আমি নকৰো। আমাক যি ভোট দিছিল, আমি তাৰ কাৰণেহে কাম কৰিম—"

অলপ চিন্তিতভাৱে বাবৰে ক'লে, "সেইটো হ'বলৈ হ'লেতো বৰ বেয়া কথা হ'ব। পিছে কামৰাণৰ কথাই কথানেকি ? আগে বাৰু কি কৰে চাওঁচোন, তাৰ পাছত আমিও যি লাগে কৰিম। ৰবৰ্ষুণ দিলে এজোপা গছত পানী নপৰে, সৰু বৰ সকলোতে পৰে।

আমাক নো নিজাকৈ কিটো লাগিছে? গাঁৱৰ বাইজে কিবা পালেই আমাৰ হ'ব।"

"এৰা আমাৰ পিছে অন্য হওক নহওক আমাৰ মছজিদৰ আগৰ আলিবাটটো যে কামেশ্বৰহঁতৰ গাঁৱৰ মাজেদি গৈছেগৈ, সেইটো ওখ আৰু বহল কৰি দিলেই হ'ল।"

"আৰু আমাৰ মাইনৰ স্কুলৰ ঘৰটোও তেনেই জহিখহি গৈছে। সেইটোও ভাল কৰি দিলেই হয়।" খিলাফতে ক'লে।

"আমাৰ গাঁৱৰ মাজৰ যে লোকেলব'ৰ্ডে খনোৱা চৰকাৰী পুখুৰীটো আছে, সেইটো বহুত দিন সিঁচোৱা নাই। পানীবোৰ বৰ বেয়া হৈছে। সেইটো বাৰু খনাই-মেলি ভাল কৰাই দিবনে?" কামেশ্বৰে ক'লে।

বাবৰে ক'লে, "ভোট যিয়ে যাকে দিলে সেইটো বৰ ডাঙৰ কথা নহয়। কামৰাণৰ মেম্বৰজন যদি মিনিষ্টাৰ হয় তেতিয়া বেলেগ কথা। নহ'লে আমাৰ ভয় কৰিবৰ একো নাই। আমি চৰকাৰক ধৰিম। ৰাইজৰ কাম চৰকাৰে কৰি দিব। চৰকাৰ কোনো পাৰ্টি নহয়।"

বাবৰৰ কথা শুনি সিহঁতে ভাল পালে। বাবৰে সিহঁতকৈ বেছি পলিটিক্স জানে। আৰু এইবাৰহে সিহঁতে মানুহ ঘৰে ঘৰে গৈ ভোট বিচাৰিছে, আগেতো সেইবোৰ কাম দেৱানী, মাতব্বৰে কৰে। মছজিদত মানুহ গোটায়, কাক ভোট দিব লাগিব নেলাগিব জামাতক বুজাই কয়, সেইমতে ৰাইজে ভোট দিয়ে। এইবাৰহে ইমান ঘুৰাঘুৰি, চিয়ঁৰবাখৰ হৈছিল।

খিলাফতে আৰু এটা খবৰ দিলে: "তোৰ নাটিৰ গাতে যে ভদীয়া কোচৰ মাটিচিটা আছে, সেইচিটা বোলে কামৰাণে কিনিবৰ যত্ন কৰিছে। তই কিনি পেলা। তাৰ সেইডোখৰ মাটি লবলৈ দিলে পাছত সীমা-চীমা ঠেলি তোকহে আমনি কৰিব।"

"মাটি কিনিবলৈ সি টকা ক'ত পাব?" বাবৰে সুধিলে।

"মেম্বৰে দিছে বোলে।"

"মেম্বৰে দিছে নে, মেম্বৰে ভোটৰ কাৰণে দিয়া টকা সি জেপত ভৰাই বহি আছে ?"

"কেনেকৈ জানিবি। পিছে তাক সেই মাটিডোখৰ কিনিবলৈ এৰি নিদিবি। তয়ে যেনেতেনে কিন—"

"দাম বা কিমান কৰিছে ?"

"সোধাপোছা কৰিলেহে গম পোৱা যাব। বৰ বেছি নহ'ব কিজানি। মাটিচিটা পিছে ভাল।"

বাবৰে ক'লে, "ভোটৰ কাৰণে মোৰ নিজৰ টকা ভালেমান খৰচ হ'ল। আমাৰ পাৰ্টি হাৰিল, মোৰ টকা আৰু ক'ত ঘুৰাই দিব ? আজি ঘুৰাই বিচাৰিনো কোন মুখে—"

"তই নল'লে কামৰাণে নল'লেও—অন্যে ল'ব। তই নেৰিবি। যেনেতেনে আৰু টকা এহেজাৰমান নোলাবনে ? এটা খেতিৰ কাম, একে বছৰে মূল উঠিব।

বাবৰে প্ৰস্তাৱটো বেয়া নেপালে। কিন্তু তাৰ হাতত আৰু যি সাঁচতীয়া টকা আছে, তাৰে সি এখন দোকান দিয়াৰ কথাহে ভাবিছিল। অৱশ্যে দোকান স্থাৱৰ সম্পত্তি নহয়, মাটিহে স্থাবৰ সম্পত্তি।

কথাটো সি ক'লে, "মোৰ হাতত টকা সৰহ নাই। দোকান এখন দিয়াৰ কথাহে পাঙিছিলোঁ, পিছে ভাল মাটি পালে পাৰিলে কিনিম।"

"নহ'লে কামৰাণৰ তাপত আমাৰ তিষ্ঠাই টান হ'ব—" ৰমজানে ক'লে।

চাহ জলপান উলিয়াই মৰীয়মে সিহঁতক ভিতৰলৈ মতালে, সিহঁত উঠি ভিতৰলৈ গ'ল। ভিতৰৰপৰাই সিহঁতৰ কথাবোৰ ৰাণী আৰু মৰীয়মে শুনি আছিল। ৰাণী সিহঁতৰ আগত পৰ্দা নহয়, ওলায়। ৰাণীয়ে ভিতৰৰপৰা ওলাই আহি সুধিলে, "মাটিৰ দাম কিমান কৈছে ?"

"ক'ব নোৱাৰে এখোন, পিছে মাটিভোখৰ এৰিব নেলাগে, ল'বহে লাগে।"

বাণীয়ে ক'লে, "ভদীয়া কোচক মাতি পঠিয়ালে নাহিবনে?"

"কেলেই নাহিব?"

"তেনেহ'লে তাকে মতাই পঠিয়াব লাগে, মাটি আমি ল'ম।"

ৰমজানে ক'লে, "তেনেহ'লে বাবৰ, পলম নকৰিবি।"

"মই বাৰু ভদীয়াক মাতি পঠিয়াম।" কামেশ্বৰে ক'লে।

চাহ-জলপান আৰু ধঁপাত-তামোল খাই ৰমজানহঁত গ'লগৈ।

বাবৰে ক'লে, "মাটি ল'বলৈ টকা আছে? কিমান আছে?"

"নাই যদি গহনা বেচিম। কামবাণক সেই মাটি ল'বলৈ নিদিওঁ।" বাণীয়ে দৃঢ়ভাৱে ক'লে।

বাবৰে ভাল পালে।

## বত্ৰিশ

নিৰ্বাচনৰ ফলাফল ওলোৱাৰ পাছত বহুত কিবাকিবি হ'ল। বাতৰি কাকতত সেইবোৰ বাতৰি ওলাল। গাঁৱৰ মানুহেও পঢ়িলে, পঢ়াই শুনিলে, বিশেষ একো বুজিব নোৱাৰিলে। গান্ধী জিন্না আলোচনা, ক্ৰীপছ মিশ্যন, নেহৰু পেটেল মাউণ্টবেটেন আলোচনা, কংগ্ৰেছ লীগ আলোচনা নানা বুজিব পৰা নোৱাৰা বাতৰি।

অৱশেষত সকলো বাতৰি তল পেলাই বাতৰিৰ বাতৰিটো ওলাল—ভাৰতক ইংৰাজে স্বাধীনতা দিব, কিন্তু ভাৰত এখন হৈ নেথাকে, দুখন হ'ব। এখন হ'ব ভাৰত আনখন হ'ব পাকিস্তান।

গাঁৱে-নগৰে এইবোৰ কথাৰ পুৰা-গধূলি আলচ চলিল। জনাবোৰে জনাভাগে, নজনাবোৰে নজনাভাগেই নিজ নিজ মত অভিমত প্ৰকাশ কৰিলে।

কোনোৱে ক'লে—খবৰৰ কাগজৰ কথা বিশ্বাস নকৰিবা, ইংৰাজে আমাৰ দেশ কেতিয়াও এৰি নেযায়।

কোনোবাই ক'লে, আমাৰ দেশ স্বাধীন হ'বই, বৃটিছ যাবই।

কোনোবাই ক'লে, দুখন পাকিস্তান আৰু এখন ভাৰত হ'ব।

কোনোবাই ক'লে, পাকিস্তান কেতিয়াও নহয়।

তৰ্ক-আলোচনা, বাক-বিতণ্ডাৰ শেষ নাই। গাঁও নগৰ দেশৰ চিন্তাত উত্তপ্ত।

অৱশেষত এদিন সকলো আলোচনাৰ অন্ত পৰিল। বৃটিছ চৰকাৰে ভাৰতক স্বাধীনতা দিয়াৰ কথা ঘোষণা কৰিলে। পাকিস্তানো হ'ব—দুখন হ'ব। পিছে অসম পাকিস্তান নহয়!

বাবৰকে ধৰি যিবিলাকে মুছলিম লীগৰ হৈ নির্বাচনত কাম কৰিছিল, চিয়ঁৰবাখৰ কৰিছিল সিহঁত হতাশ আৰু ক্ষুণ্ণ হ'ল। সিহঁতে মুছলমান নেতাবিলাকক দোষ দিলে, ইংৰাজক দোষ দিলে, গাঁৱৰ যিবোৰ মানুহে লীগৰ প্রার্থীক ভোট নিদিলে সিহঁতকো দোষ দিলে। আনহাতে কামৰাণহঁত উল্লসিত হ'ল। সিহঁতে প্রকাশ্যেই বাবৰহঁতক উপলুঙা কৰিব ধৰিলে। লীগৰ কাৰণে কাম কৰা কোনোবা ল'ৰাক দেখা পালেই সিহঁতে ক'ব ধৰিলে, "হৈছে নহয় তহঁতৰ পাকিস্তান, যাগৈ এতিয়া, তালৈ খাগৈ মৌ ঘিউ কোপ্তা কোর্মা, ইয়াত কি কৰিবলৈ আছ ?"

এনে কথাৰ উত্তৰ সিহঁতে দিব নোৱাৰিলে। কোনোবাটোৱে মাথোন গাৰ বলেৰে ক'লে "পাকিস্তান নহ'লনে কিবা, অসম নহ'ল কি হ'ল, পাকিস্তানতো হ'ল।" কিন্তু কওঁতাইঁতেও বুজিলে, এইয়া মাথোন সান্ত্বনা। পৰাজয় স্বীকাৰ নকৰাৰ উপায়।

বাবৰে ক'লে, "আমি খেতিয়ক মানুহ, আমাৰনো কি ৰাজনীতি আছে। পাকিস্তানৰ কাৰণে কলিকতা নোৱাখালী, দিল্লী পাঞ্জাৱত বহুত কটাকটি মৰামৰি হ'ল—সেইবোৰ ভাল কথানেকি ? মানুহৰ কাৰণেহে দেশ লাগে, মানুহৰ কাৰণেহে স্বাধীনতা লাগে, মানুহকেই যদি কাটিমাৰি শেষ কৰে, স্বাধীনতানো কোনে ভোগ কৰিব ? মই চাৰি পাঁচ বছৰ যুদ্ধ দেখিলোঁ—ইয়াতকৈ বেয়া কথা আৰু নাই। মানুহে মানুহক যেনেকৈ মাৰে, কোনো জানোৱাৰেও অন্য জানোৱাৰক তেনেকৈ নেমাৰে।"

পাকিস্তান হোৱাৰ পাছত অসমত থকা পূববংগৰ বহুত মুছলমান মানুহ তালৈ গ'ল। নগৰত যিবোৰ মানুহে জোতাৰ দোকান, কাপৰৰ দোকান, গেলামালৰ দোকান দি আছিল, সিহঁতৰ বহুত মানুহ ঢাকা, চট্টগ্রাম আদি ঠাইৰ মানুহ আছিল। বহুতে দোকান পোহাৰ বেচি গুচি গ'ল। বহুতে নিজৰ-সম্পত্তি পাকিস্তানৰপৰা অসমলৈ গুচি অহা হিন্দুৰ লগত সলালে। গোৰহাটৰ, নগাঁৱৰ, ডিব্রুগড়ৰ,

লক্ষীমপুৰৰ, গুৱাহাটীৰ, তেজপুৰৰ বহুত মুছলমান মানুহ নতুনকৈ হোৱা পাকিস্তানলৈ গুচি গ'ল, মুছলমানৰ এখন নিজা ৰাষ্ট্ৰ হৈছে— তালৈ যাব লাগে। সকলোৰে মনৰ মাজত এটা অবৰ্ণনীয় কৌতূহল, পাকিস্তান সম্পৰ্কে এটা ধুনীয়া স্বপ্ন।

আনহাতে ভগনীয়া শৰণাৰ্থী হিন্দুৰ সোঁত বলিল ভাৰতলৈ, পশ্চিমবংগলৈ, অসমলৈ—হেজাৰেৰে, লাখেৰে। নিজৰ 'দেশত' যত যি আছিল সকলো স্থাৱৰ সম্পত্তি এৰি থৈ। তেতিয়াও, যদিও ভাৰত আৰু পাকিস্তান দুখন সুকীয়া স্বতন্ত্ৰ ৰাষ্ট্ৰ হ'ল, কোনো পাচপ'ৰ্ট ব্যৱস্থা প্ৰৱৰ্তন কৰা হোৱা নাছিল। অহাযোৱাত কোনো বিশেষ বাধা-নিষেধ নাছিল। আগে যিদৰে বহুদেশৰপৰা অসমলৈ বা অসমৰ পৰা বংগদেশলৈ মানুহ অবাধে অহাযোৱা কৰি আহিছিল, এতিয়াও সেইদৰেই অহাযোৱা চলি থাকিল। বহুতৰ কাৰণে এই প্ৰব্ৰজন উৎসৱ যেন উপলব্ধি হ'ল, বহুতৰ কাৰণে ই হ'ল এক জ্বালাময় জীৱন-মৰণ সমস্যাৰ যন্ত্ৰণাময় অভিজ্ঞতা। ভগনীয়াৰ পুনৰ্বাসনৰ সমস্যা চৰকাৰ আৰু সংশ্লিষ্ট লোকৰ নিজস্ব সমস্যা বুলি ধৰি লৈ অন্য মানুহ নিজৰ নিজৰ ব্যক্তিগত জীৱন সংগ্ৰামত লাগি ৰ'ল।

এদিন মৰীয়মে বাবৰক ক'লে, "আমাৰ দেশ পাকিস্তান হৈছে। মোৰ এবাৰ নিজৰ 'দেশ'লৈ যাবৰ মন গৈছে। আমাৰ আপোন পৰিয়াল কোনোৱা বাচি আছেনে নাই, একো ক'ব নোৱাৰোঁ, তেও বুলি পথাৰ পুখুৰী নদী জংঘলবোৰ থাকিব পায়, এবাৰ যাৱনে. ব'ল। চাই-মেলি গুচি আহিম।"

বাবৰে ক'লে, "মোৰো এবাৰ গৈ চাই আহিবৰ মন গৈছে। আমাৰ আপোন পৰিয়ালৰ দুই চাৰিটাতো বাচি আছে। সিহঁতকে এবাৰ চাই মেলি আহোগৈ, সিহঁতৰ কাকো কিজানি মই চিনিয়েই নেপাম, সিহঁতৰো কোনোবাই যে মোক চিনি পাব ভাবিবই নোৱাৰোঁ। দহ এঘাৰ বছৰ হ'ল, দুনীয়াখনত কম ওলট-পালটবোৰ হৈ গ'লনে? মাতো মৰিলেই, বাবা বা ক'ত আছে—"

পিছে গুণাগঁথা কৰি বাবৰে ক'লে যে, এতিয়াও খেতি শেষ হোৱা নাই। মাটিখিনি আহিনতহে কব পৰা যাব। গতিকে ইমান খৰখেদা নকৰি ৰোৱাতোলা সামৰি কাতি মাহত এবাৰ দেশলৈ যাব। ইয়াত ভদীয়া বান কেনেকুৱা হয়, এতিয়াও ক'ব' নোৱাৰি, ইয়াত বৰ বান হ'লে 'দেশতো' বৰ বান নহৈ নেথাকে। অসমৰ মাজেদি বোৱা লুইতখনেই পুববংগৰ—মানে এতিয়া হোৱা পাকিস্তানৰ মাজেদিয়ে বৈ গৈছে। অসমীয়া পাকিস্তানী একেখন বৰনৈৰ পাৰৰে মানুহ। ইয়াত বান হ'লে, তাতো বান হ'ব।

"মুছলিমাকো লৈ যাবি নেকি ?" মৰীয়মে সুধিলে।

"জানো, তাই বৰ একাচেকা ছোৱালী। দেখা নাইনে মোৰ বিযাখনত ইমান খাটি মেলি দিলে। পিছে তাৰ সাতদিন পাছতে কথা নাই, কাণ্ড নাই, তাই জালুকনীৰ গফুৰহঁতৰ ঘৰলৈ গুচি গ'ল। গফুৰ হেনো তাইৰ দূৰ সম্পৰ্কীয় মোমায়ক হয়, হ'বও পাৰে। আমাৰ দেশৰ ক'ৰ মানুহ আহি ক'ত পৰি আছেহি কোনে জানে? মই দুই তিনিবাৰ গৈ তাইক লৈ আহিব খুজিলোঁ তাই নাহিল। তাই ক'লে 'মোৰ যেতিয়া মন যায় তুমি নেমাতিলেও যাম। চিন্তা নকৰিবা, মোমাইক অলপ খেতিবাতিত লাগি মেলি দিওঁ।' তাই জানো দেশলৈ যাব ?"

"নিজৰ গাঁবলৈ নিজৰ ওপজা ঠাইলৈ যাবলৈ কাৰনো মন নেযায়? যিমানেই দুখীয়া নিছলা নহওক নিজৰ ঠাইখন তথাপি ভাল। তাইৰনো যাবৰ মন নেযাবনে ?"

"ভাল হ'লে কি হ'ব? যিখন দেশে খুৱাব পিন্ধাব নোৱাৰে সেইখন দেশ ভাল হ'লেও, আমি তাত থাকি জীয়াই থাকিব নোৱাৰোঁ। আমাৰ মৈমনচিং নোৱাখালীৰ খেতিৰ মাটিবোৰ জমীদাৰৰ নহৈ খেতিয়ক প্ৰজাৰ হোৱা হ'লে, সেই মাটি এৰি থৈ কোন নো দেশ বিদেশলৈ গ'লহেঁতেন।"

"পাকিস্তান হৈছে, কিজানি খেতিয়ক প্ৰজাই খেতিৰ মাটি পায়েই।"

"পালে ভালেই, পিছে পালেও মই আৰু অসমৰপৰা নেযাওঁ। ইয়াত আন যিয়েই নহওক জমীদাৰ যে নাই সেইটোৱেই আটাইতকৈ ডাঙৰ কথা, তোৰ বাৰু মোজাম্মিলৰ কথা মনত আছেনে ?"

"নেথাকিব কেলেই, ইমান ভাল মানুহ।" কৈ মৰীয়মে বাবৰলৈ চালে।

"এৰা, তইতো জমীদাৰৰ ৰাজবাৰীৰ পিছদুৱাৰ পাইছিলিগৈয়ে। মইহে টানি-আঁজুৰি আঁতৰাই আনিলোঁ।"

"সেই কাৰণেই তোৰ ওপৰত উঠা খংটো মোৰ আজিও মাৰ যোৱা নাই।"

"মোৰ লগত পাকিস্তানলৈ ওলা। ক'ত কাৰ ওচৰত চমজাই দিব লাগে ক'বি, থৈ আহিমগৈ।"

"ইয়াত দেখি দেখি হ'ব পায় দেখিবৰ মন নোযোৱা হৈছে, যাম দে। তই নিব নেলাগে, মই নিজেই যাব পাৰিম।"

"মৰীয়ম—"

"কৈ পেলা—"

"মোৰ ওপৰত তোৰ খং ন'হলেও কিবা এটা অভিমান যে আছে, মই বুজোঁ।"

"এইবোৰ কথা ক'বলৈ কেতিয়াৰপৰা শিকিলি ? মই অভিমান চভিমান বুজি নেপাওঁ। আমাৰ নিচিনা মানুহে সেইবোৰ নুবুজে। আৰু সঁচা কৈছোঁ মোৰ খং অভিমান কোনো মানুহৰ ওপৰত নাই। আছে আল্লাৰ ওপৰত। গুণাহ হ'ব বুলি ভয় লাগে কাৰণেহে !"

"এৰা অ'—আল্লাৰ কিছুমান কথাকামৰ অৰ্থ ময়ো বুজিব নোৱাৰোঁ। পিছে আমি লেখাপঢ়া নজনা মূৰ্খ মানুহ। আল্লাৰ কামৰ অৰ্থ পণ্ডিত আলিমেও বুজিব নোৱাৰে। মই পিছে ভাবোঁ খোদা ৰছুলৰ হুকুম মানি চলিব লাগে। আৰু মানুহৰ অপকাৰ কৰিব নেলাগে। মানুহৰ দায়-জগৰ ধৰিব নেলাগে। আনৰ দায় ধৰিবলৈ আমি কোন ? নহয় জানো ?"

"সকলো মানুহ তোৰ নিচিনা হ'বলৈ হ'লে, বেয়া মানুহৰ বেয়া কাম-কাজ দেখিও একো নকবাকৈ থাকিলে, আমাৰ দুনীয়াখন বেয়া মানুহেৰে, জন্তু-জানোৱাৰেৰে ভৰি পৰিব।"

"যাৰ ওপৰত মানুহক ভাল কৰাৰ দায়িত্ব পৰিছে, যি তাৰ উপযুক্ত সি কৰক। মই সাধাৰণ হজুৱা মানুহ। নিজৰে দোষ-অপৰাধৰ সীমা-সংখ্যা নাই। নিজক বচাই ৰাখিব পাৰিলেও আল্লাৰ হাজাৰ চুকুৰ।"

মৰীয়ম, ৰাণী, চাচা মোবাৰক আদিৰ লগত আলোচনা কৰি বাবৰে ঠিক কৰিলে যে সি এতিয়া দেশলৈ অৰ্থাৎ পূব পাকিস্তানলৈ নেযায়। খেতিবাতি সামৰি কাতি মাহত যাব, আৰু এসপ্তাহ দহদিন থাকি গাওঁভূঁই চাই, আছে যদি আত্মীয় সম্পৰ্কীয় মানুহখিনিৰ লগত দেখাশুনা কৰি ঘূৰি আহিব। তাৰ দেশলৈ যোৱাৰ উদ্দেশ্য দুটা—পাকিস্তান হোৱাৰ পাছত তাত কি কি সাল-সলনি বা উন্নতি হৈছে তাক নিজ চকুৰে এবাৰ চাই আহিব। দ্বিতীয়তে তাৰ নিজৰ গাঁওখন এবাৰ চাই অহাৰ লগত জমিদাৰ মোজাম্মিল হক আৰু জমিদাৰ পৰিয়াকৰ অন্যান্যবিলাকে কেনেকৈ কি কৰি আছে তাকো চাই বুজি আহিব। কিন্তু তাৰ অসম এৰি যোৱাৰ বা পাকিস্তানত বৈ যোৱাৰ কোনো অভিপ্ৰায় নাই।

সি খোলাখুলিকৈয়ে ক'লে যে তাৰ জন্ম আজিৰ পূব পাকিস্তানত হৈছিল সঁচা, কিন্তু তাৰ জীৱন আৰম্ভ হৈছে, তাৰ জীৱনে জন্ম লৈছে ইয়াত, অসমত—অসমৰ এই নৈপৰীয়া ৰূপাবৰি গাঁওখনত। আজি তাৰ সম্পৰ্ক ইয়াৰ মাটিৰ লগত, ইয়াৰ পানীৰ লগত, ইয়াৰ বায়ুৰ লগত, ইয়াৰ মানুহৰ লগত, ইয়াৰ গছ বন লতা পাতৰ লগত। আজি সি অসমৰ হৈ পৰিছে, অসমীয়া হৈ পৰিছে। আজি সি অকণো খোকোজা নলগাকৈ, হুলহুলীয়াকৈ অসমীয়া ক'ব পাৰে, অসমীয়া কিতাপ পঢ়িব পাৰে। অসম এৰি সি ক'লৈকো নেযায়, কেতিয়াও নেযায়।

## তেত্ৰিশ

কথাটো মুখে মুখে যথেষ্ট প্ৰচাৰ হৈছে। প্ৰচাৰ চলোৱাও হৈছে। কাৰণ প্ৰচাৰৰ দৰকাৰ আছে।

গাঁৱলৈ বিখ্যাত মৌলানা, কাৰী, পীৰ আছগৰ আলি চাহেব আহিব। মৌলানা চাহেবক অমাৰ ব্যৱস্থা কৰিছে কামৰাণৰ বাপেক ইমৰাণ আলি দেৱানীয়ে। ইমৰাণ আলি দেৱানীয়ে মৌলানা চাহেবক আনি নিজৰ ঘৰত ৰাখিবহি বুলি বহুতে ভাল পোৱা নাই। কাৰণ অঞ্চলটোৰ ভিতৰত ইমৰাণ দেৱানীৰ নানা কুখ্যাতি আছে। ডেকা থাকোঁতে বহুতৰ লগত মাৰধৰ, কটামৰা কৰিছিল। বহু বাৰ পুলিছে এৰেষ্ট কৰিছিল। কিন্তু নানা ঘোচ-থাচলি দি পুলিছক হাতত ৰখাৰ কাৰণে, প্ৰত্যেক বাৰতে ফাটেক নোখোৱাকৈ সাৰি গৈছে। মানুহটো নিৰক্ষৰ, অশিক্ষিত, নামাজ পঢ়িবৰ কাৰণে কেইটামান কোৰাণৰ চুৰা মুখস্থ কৰি ৰাখিছে, আৰু ধাৰ্মিক বোলাবৰ কাৰণে বুকুলৈকে পৰা দাড়ি, মুখঢকা গোঁফ ৰাখিছে। গলধনত পৰা 'ঘেচু' চুলিও ৰাখিছে।

গাঁৱৰ ৰাইজৰ হিচাপত ইমৰাণৰ বয়স ৫৬/৫৭ বছৰমান হৈছে। তাৰ দাড়ি চুলি কিছু পকিবলৈ আৰম্ভ কৰিছে। মানুহটো হাড় শকত মটহা হটঙা। মাতটোও হুঁটা, নাকটো থঁৰা, কাণ দুখন ডাঙৰ ডাঙৰ। তলৰ পাৰীৰ বাঁও ফালৰ তিনটা দাঁত সৰিছে। সেইফালে গালখন অলপ বহি গৈছে। মুখখন এফলীয়া যেন দেখি। কিন্তু ঘন, দীঘল দাড়িয়ে ঢাকি ৰখাৰ কাৰণে, আৰু এনেয়ে মুখখন ঘুৰণীয়া হোৱাৰ কাৰণে মুখখনৰ অভঁজা হোৱাটো বৰকৈ চকুত নপৰে।

ইমৰাণ ৰোজা নামাজ খটি নকৰে। গাঁৱৰ মছজিদটো সাজিবৰ

কাৰণে টকাও পাঁচশ দিছিল। কিন্তু ইমৰাণৰ জাল জুৱাচুৰি, হাই কাজিয়াৰ কথা সকলোৱে জানে। এনে এটা মাহ নাই, য'ত কিবা নহয় কিবা এটিৰ কাৰণে কিবা এখন মোকৰ্দমা নলগোৱাকৈ আছে। অলপ নিশকতীয়া মানুহৰ মাটিবাৰী গাৰ বলেৰে কাঢ়ি লোৱা, কাৰোবাক ধন ধাৰলৈ দি ঘূৰাই দিম বোলা দিনত নিদিয়াৰ কাৰণে গৰু ছাগলী কাটি অনা, আৰু আনৰ ঘৰৰ জীয়াৰী বোৱাৰীক ধৰাই আনি, পলুৱাই আনি নিকাহ কৰা আদিৰ কাৰণে ইমৰাণক কেৱল ওচৰ-পাঁজাৰৰ হিন্দু মুছলমান গাঁৱৰ মানুহেই নহয় নগৰৰ উকীল, হাকিম, কেৰেণী, পুলিছ সকলোৱে চিনি পায়।

ইমৰাণৰ ঘৰলৈ আহি মৌলানা আছগৰ আলিৰ নিচিনা এজন থাকিবহি, মৈলুদ কৰিব, ৱাজ কৰিব, গাঁৱৰ মানুহক মুৰীদ কৰিব— এইয়া এলাপেচা কথা নহয়। এটা লেখৰ কথা। আছগৰ আলিৰ নিচিনা এজন ডাঙৰ, কামিল পীৰ গাঁৱৰ ৰাইজৰ মাজলৈ আহিব বুলি জানি ৰাইজে আনন্দ পাইছে। তেনে কামিল আলিম আহিলে গাঁওখনৰ কল্যাণ হ'ব। গাঁৱৰ কিছু মানুহ মুৰীদ হ'বও পাৰিব। তেওঁৰ ওচৰত ধৰ্ম দীক্ষা লৈ নেকী হাচিল কৰিব পাৰিব। কিন্তু পীৰ চাহেব আহি যে ইমৰাণৰ নিচিনা এটা মানুহৰ ঘৰত থাকিবহি, সেইটোহে ৰাইজৰ মনঃপূত হোৱা নাই।

কিন্তু ইমৰাণৰ নিচিনাকৈ, গাঁৱৰ অন্য মানুহৰ পীৰ চাহেবক আনি নিজৰ ঘৰত ৰখাৰ যোত্ৰ আৰু সাহসো নাই আৰু কোনো কোনোৱে মত প্ৰকাশ কৰিলে যে মানুহ সদায় একেদৰে নেথাকে। ইমৰাণৰ এতিয়া বয়স হৈছে। আগৰ যিবোৰ বদ অভ্যাস আছে, সেইবোৰ সি লাহে লাহে এৰিবলৈ লৈছে। গতিকে তাৰ ভাল কামত সন্দেহ কৰিব নেলাগে।

কিন্তু যিবোৰ মানুহৰ লগত তাৰ এতিয়াও মোক মোকৰ্দমা চলি আছে, যাৰ মাটি ভেটি ইমৰাণে গাৰ বলেৰে দখল কৰি এৰি দিয়া নাই, যাৰ ঘৰৰ জীয়ৰী বোৱাৰীক সি নানা উপায়ে নি নিজৰ তিৰোতা

কৰিছিল গৈ (তেনে তিৰোতাৰ সংখ্যা ১১ জনী, তাৰে সাতজনীক সি তালাক দি এৰি দিছে) সেইবোৰ মানুহে ইমৰাণে যে পীৰ চাহেবক আনিছে বুলিয়ে কিবা সলনি হৈছে, সেই কথা মানি ল'বলৈ প্ৰস্তুত নাছিল। পীৰ চাহেবক অনাটোও ইমৰাণৰ এটা বাহানা—সেইবোৰ মানুহে ক'লে।

মছজিদৰ কাষৰ ডাঙৰ মুকলি চাপৰিটোত ডাঙৰ ৰাজহুৱা ভোজ আৰু দুদিনীয়াকৈ মিলাদ মহফিলৰ আয়োজন কৰা হ'ল। তাৰ কাৰণে গাঁৱৰ ৰাইজৰপৰা চান্দা তোলা হ'ল, চাউল পাত শাক পাচলি তোলা হ'ল। আগ কৰি থোৱা হাঁহ কুকুৰা ছাগলীৰ উপৰিও, কিছু কিনিবৰো দিহা কৰা হ'ল। বিৰাট ৰভা দিয়া হ'ল। আৰু যিবিলাকে মুৰীদ হ'ব খোজে সেইবিলাকৰ পৰা মানুহমৰী দহ টকাকৈ ধাৰ্য্য কৰা হ'ল। আৰু ব্যৱস্থা হ'ল যে সেই টকা ইমৰাণৰ হাতত নতুবা কামৰাণৰ হাতত‌ে দিব লাগিব। আৰু সিহঁতেই পীৰ চাহেবক দিব।

যথা সময়ত মৌলানা আছগৰ আলি চাহেবক টেক্সী ভাড়া, কৰি অনা হ'ল, কোনো কোনোৱে কৈছিল মৌলানা চাহেবক মছজিদত ৰাখিলেই ভাল হ'ব। ইমৰাণ মান্তি নহ'ল, মই মাতি আনিছোঁ। মৌলানা চাহেবৰ কিবা অসুবিধা হ'লে, মোকহে বেয়া পাব, মোকহে শাও দিব।

বাবৰে ৰাণীৰ লগত কথাটো আলচ কৰিলে। তাক নাম ধৰি মতা নাই যদিও, অন্যৰ লগতে ৰাজহুৱা দাৱাত সিও পাইছে। আৰু এনেকুৱা এটা নেক কামত যোগ নিদিয়াটো বেয়া দেখাব। কামৰাণহঁত ভাল মানুহ নহ'ব পাৰে, কিন্তু গাঁৱলৈ এগৰাকী পীৰ আনি নিশ্চয় ভাল কাম কৰিছে।

বাবৰে ঠিক কৰিলে, সিও আনৰ লগতে মিলাদ মহফিলৰ কাৰণে ৰাজহুৱা ভোজৰ কাৰণে আৰু পীৰ চাহেবৰ মাননী হিচাপে সকলো মিলাই কুৰি টকা দিব।

সি 'কিমান দিলে সেইটোৰ খবৰ বহুতেই ৰাখিব। গাঁওবুঢ়াৰ

জোৱায়েক মিলিটাৰী কণ্ট্ৰেক্টৰ বাবৰে আনতকৈ অলপ সৰহ নিদিলে তাৰ মৰ্য্যাদা ৰক্ষা নপৰিব।

আৰু সৰহ টকা দিয়া মানে সৰহ চাৱাবৰ—পুণ্যৰ ভাগী হোৱা। এই সুযোগ বাবৰে এনেই যাবলৈ নিদিয়ে।

বৰ ধুমধামেৰে ৱাজ বক্তৃতা হৈ গ'ল। মিলাদ'মহফিলো হৈ গ'ল। মৌলানা আছগৰ আলি যে এজন বিদগ্ধ.পণ্ডিত, এজন ওজস্বী বক্তা, এজন পুণ্যাত্মা, এজন সাধক, সেই বিষয়ে কাৰো সন্দেহ নেথাকিল। মানুহজন স্বাস্থ্যৱান, সুদৰ্শন, গহীন গম্ভীৰ। মাতটো গলগলীয়া। তেওঁৰ বক্তৃতাক অধিক মনোগ্ৰাহী আকৰ্ষণীয় কৰিবৰ কাৰণে তেওঁ কোৰাণ হদীচৰ উদ্ধৃতি, হাফিজ, জালালুদ্দিনৰ ছেইৰ সুৰ ধৰি গোৱা শুনি শ্ৰোতাসকল মুগ্ধ হ'ল। যদিও সেইবোৰৰ অৰ্থ বহুতেই ভালকৈ একো বুজিব নোৱাৰিলে। আগবেলাৰ পৰা আৰম্ভ হোৱা মিলাদ মহফিলৰ যথা সময়ত সামৰণি পৰিল। সভা হোৱা ঠাইৰ আশেপাশে থকা ঘৰবোৰৰ ভিতৰত বহি ৱাজ শুনি থকা গাঁৱৰ মাইকী মানুহবোৰো ঘৰাঘৰি যাবলৈ উঠিল। এঘৰত বহি ৰাণী আৰু মৰীয়মেও ৱাজ শুনি আছিল, সিহঁতো অভিভূত হৈছিল। সিহঁতো যাবলৈ উঠিল।

এতিয়া মৌলানা আছগৰ আলি চাহেবে আচৰৰ নামাজ পঢ়ি অলপ আৰাম কৰিব জিৰণি ল'ব, আৰু ৰাইজে ভোজ খাব।

বাবৰে এবাৰ ঘৰৰপৰা অহাৰ চিন্তা কৰিলে। মৌলানা চাহেবৰ বক্তৃতাই তাক বাৰুকৈয়ে প্ৰভাৱিত কৰি তুলিছিল। এই দুনীয়া অস্থায়ী, আমি সকলো গুণাহগাৰ, পাপী, আমি এই দুনীয়াৰ চিন্তা নকৰি আখেৰৰ, অৰ্থাৎ পৰকালৰ চিন্তাহে কৰিব লাগে—আগেও এইবোৰ কথা বাবৰে শুনিছে। কিন্তু কথাবোৰ আছগৰ আলি পীৰ চাহেবৰ মুখত শুনি বাৰৰৰ কথাৰোৰৰ গুৰুত্ব নতুনকৈ উপলব্ধি কৰা যেন লাগিল, মৌলানাই কোৱা কথাবোৰ ভাবি ভাবিয়ে বাবৰে ঘৰ পালেগৈ। কিন্তু ঘৰ পাই.বাবৰ হতবাক হৈ গ'ল। মুখ ওফোন্দাই, ক্ৰুদ্ধভাৱে ৰাণী বহি আছে—মাতবোল নাই।

মিলাদৰপৰা ৰাণী কেতিয়া ঘৰলৈ আহিল বাবৰে সুধিলে।

ৰাণীয়ে নেমাতিলে।

পীৰচাহেবৰ ৰাজ কেনেকুৱা লাগিল ?

ৰাণী নিৰুত্তৰ।

গাটো বেয়া লাগিছেনেকি ?

প্ৰশ্নটো যেন ৰাণীয়ে শুনাই নাই।

কিনো হ'ল ? নমতা নোবোলা বোবা চামোন হ'লিয়ে, যি কৰ কৰি থাক—মই ভোজলৈ যাওঁ—" বাবৰে ক'লে।

কৰ্কশ মাতেৰে ৰাণীয়ে ক'লে, "ক'লৈ যোৱা ?"

"ক'লৈ যাম আৰু, ভোজলৈ—"

"তুমি নেলাগে যাব—"

"কি কৈছ ? ভোজলৈ আকৌ নেযাম কেলেই ?

"নেযাবা—"

"হৈছে কি ? তোক কথাকাণ্ড মই একো বুজা নাই।"

"তোমাক ভোজ খাবলৈ নিদিয়ে।"

"মোক ভোজ খাবলৈ নিদিয়ে! কোনে অ' ?"

বাবৰে বিড়ি এটা জ্বলালে, আৰু মূঢ়াটোতে বহি ৰাণীৰ মুখৰ ফালে চালে।

কিছু ইতস্ততঃ কৰি ৰাণীয়ে ক'লে, "কামৰাণহঁতে হেনো তোমাৰ ওপৰত গোচৰ দিব—"

"মোৰ ওপৰত আকৌ কিহৰ গোচৰ দিব ? মই কাৰ কি অগৰ লগালোঁ ?"

"তুমি হেনো ছৰিয়তৰ খিলাফ কাম কৰিছা—"

"ছৰিয়তৰ কিবা খিলাপ কৰিছোঁ যদি আল্লাই দেখিছে। বাইজক গোচৰ দিবলৈ বাইজৰ কাৰ কি ক'বৰ আছে ?"

"তুমি হেনো—তুমি হেনো—"

"কি ? কৈ পেলা—"

বাবৰ কিছু অধৈৰ্য্য হৈছিল।

"তুমি হেনো নিকাহ নকৰাকৈ মৰীয়মক ৰাখিছা, মুছলিমাক ৰাখিছা, আৰু হেনো—"

"আৰু—"

"আৰু হেনো মাষ্টৰণী বাইদেউৰ লগতো তোমাৰ বোলে কিবা কথা আছে—"

অলপ সময় বাবৰে থৰ লাগি ৰাণীৰ মুখৰ ফালে চাই ৰ'ল। তাৰ কপালৰ সিৰবোৰ টনটনীয়া হৈ পৰিল। এটা হিংস্র খঙত তাৰ মুখখন কঠিন হৈ পৰিল।

এবাৰ ৰাণীয়ে তাৰ মুখৰফালে চাই ভয়ত উচপ খাই উঠিল, এনেকুৱা খং উঠিলে বাবৰে ক'ত কি কৰি পেলায় ঠিক নাই।

হঠাৎ বাবৰে চিয়ঁৰি উঠিল—"কোনে কৈছে এইবোৰ কথা? কোনে উলিয়াইছে? তোৰ আগত কোনে ক'লে?"

"মিলাদ শুনিবলৈ অহা মাইকী মানুহবোৰে। মোক পোনপটীয়াকৈ কোৱা নাই। মই শুনাকৈ কোৱা-মেলা কৰিছিল। এইবোৰ কথা হেনো ভোজ খোৱাৰ আগে আগে উলিয়াব। আৰু বিচাৰ কৰিহে ৰাইজে তোমাৰ লগত বহি খাবলৈ দিব বা নিদিব।"

বাবৰ বহাৰপৰা ঘপহকৰে উঠিল।

"অ'—ইয়াৰ কাৰণেই তেনেহলে কামৰাণে ভোজ মিলাদৰ আয়োজন কৰিছিল? কথাবোৰ শুনি মনে মনে তই গুচি আহিলি। যি এইবোৰ কথা কৈছিল চৰিয়াই সিহঁতৰ দাঁত ওফৰাই দিব নোৱাৰিলি?"

এনেতে হাঁহি উল্লসিতভাৱে বাহিৰৰ পৰা চিয়ঁৰি চিয়ঁৰি মৰীয়ম সোমাই আহিল।

"বৌ, ঐ ৰাণী বৌ, ইমাম ভাল ৰাজ কোনোদিন শুনা নাই পায়—আৰু তই ঘৰতে সোমাই আছনেকি, ভোজলৈ যোৱা নাই?"

হঠাৎ ভিতৰত বাবৰক দেখি মৰীয়মে সুধিলে, আৰু কিছু কৌতূহলেৰে দুয়োটাৰে মুখলৈ চালে।

তাইৰ মনৰ উল্লাস কমি যোৱা নাছিল। প্ৰায় একেই সুৰত তাই ক'লে, "তইঁত হালৰ কিবা লাগিছে হ'ব পায় ? আজিৰ নিচিনা দিনত মন বেয়া কৰিব পায়নে বাৰু ?"

টান মাতেৰে ধমকি দিয়াৰ ধৰণে বাবৰে চিয়ঁৰি উঠিল, "চুপ কৰ। আমাৰ যি লাগক নেলাগক তাত তোৰ কি ? ওলাই যা—"

মৰীয়মে এবাৰ বাবৰৰ আৰু এবাৰ ৰাণীৰ মুখলৈ চালে, তাৰ পাছত একো নকৈ খৰখুজীয়াকৈ ঘৰৰ ভিতৰৰপৰা ওলাই গ'ল।

ৰাণীয়ে এবাৰ ক্ষীণ মাতেৰে চিয়ঁৰিলে "মৰীয়ম—"

কিন্তু তাইৰ মাতটো ডিঙিৰপৰা বাহিৰ নোলাল।

অলপ সময় বাবৰ একেদৰেই বৈ থাকিল। তাৰ পাছত একো নমতা-নোবোলাকৈ ঘৰৰপৰা ওলাই গ'ল ভোজৰ বভাৰ ফালে।

ৰাণীৰ ভয় লাগিল। তাতবা গৈ বাবৰে কি কৰি পেলায়গৈ। তাই দুৱাৰমুখলৈ ওলাই আহিল আৰু চাৰিওফালে চালে। সকলো মানুহ ভোজ খাবলৈ গৈছে। আজি ইয়াত ভোজ হোৱাৰ গম পাই ওচৰৰ কছাৰী গাঁৱৰ মানুহবোৰো এইপিনে অহা নাই। ছোৱালী-জনীকো কামলা মানুহ এটাই মানুহ দেখুৱাবলৈ লৈ গৈছে।

ঘৰৰ দুৱাৰখন জপাই ৰাণী লাহে লাহে ভোজ হোৱা ঠাইৰ ফালেই ওলাই গ'ল।

কথাবোৰ মইনো কিয় কৈ দিলোঁ ?

কিজানি সেইবোৰ কথা আজি মুলিয়ায়েই।

আৰু উলিয়ালেইতো কাজিয়া লাগিব। মাৰপিটো লাগি যাব পাৰে। তেতিয়াতো কাৰো আৰু ভোজ খোৱা নহ'ব।

বাবৰে মোক ইমান মৰম কৰে! মৰীয়মক কেলেই বেয়া চকুৰে চাব। মোক বিয়া কৰাবলৈ নেপাই কামৰাণে বাবৰৰ এইবোৰ বদনাম উলিয়াবলৈ বিচাৰিছে।

জামাতৰ আগত মিছা কথা ক'লে কামৰাণৰ মুখত পোক লাগিব।

কথাবোৰ ভাবি ভাবি তাই ঘৰৰপৰা কিছু দূৰ আঁতৰি গ'ল।

ভোজৰ ৰভাতলত মানুহ ঠাহ খাই পৰিছে। এনেয়ে এটা উকমিৰ সৃষ্টি হৈছে। বেলিটো গাঁৱৰ পশ্চিমৰ বাঁহনিডৰাৰ আঁৰত লুকাই পৰিবৰ কাৰণে আগবাঢ়িছে। কিছু পৰৰ পাছতে পোহৰ কমি আহিব। মগৰিবৰ নামাজৰ আগে আগে ভোজ খাই মানুহ ঘৰাঘৰি যাব পাৰিলেই ভাল। অৱশ্যে লণ্ঠন, পেট্ৰমাক্স লাইট আৰু জোঁৰবো যোগাৰ ৰখা হৈছে।

ৰাণীয়ে কাণ দিলে—ডাঙৰ চিয়ঁৰ-বাখৰ বা দন কাজিয়া লগাৰ গণ্ডগোল শুনেনেকি। সাধাৰণ গণ্ডগোল হৈছে, কিন্তু ডাঙৰ চিয়ঁৰ বাখৰ লগা যেন নাই লগা। কামৰাণ জঘন্য মানুহ। তাৰ লগত বাবৰৰ কাজিয়া নেলাগিলেই হয়।

বাবৰ ঘৰৰপৰা পোনে পোনে মছজিদলৈ গ'ল। আছগৰ আলি মৌলানা চাহেব মছজিদৰ চৰাঘৰত পাটি পাৰি বহি আছিল: বয়সস্থ কেইজনমান মানুহৰ লগত কিবা কথা আলোচনা কৰি।

বাবৰ গৈ ওচৰত থিয় হ'ল আৰু পীৰ চাহেবক চালান দিলে, আৰু কুঁজা হৈ ভৰি ছুই তছলিম কৰিলে। পীৰ চাহেবে বাবৰৰ পৰিচয় বিচাৰিলে। আৰু ওচৰতে বহিবলৈ ক'লে।

শান্ত গহীন পীৰ চাহেবৰ কাৰত বহি বাবৰৰ মনৰ খং বহুখিনি নোহোৱা হৈ যোৱা যেন অনুভৱ কৰিলে।

পীৰ চাহেবে বাবৰক ক'লে, "মগৰীবৰ সময় হৈ আহিছে। তোমালোক যোৱা। সোনকালে মানুহখিনিক খুৱাই বুৱাই পঠিয়াই দিয়াগৈ।"

বহি থকা মানুহখিনি পীৰ চাহেবক চালম দি খৰখেদাকৈ উঠিল। তেওঁলোক পীৰ চাহেবক অকলে এৰি থৈ যাব নোৱাৰিহে কোনোমতে বহি আছিল। বাবৰক বহিবলৈ কৈ তেওঁলোক ভোজৰ ৰভাতললৈ গ'ল।

বাবৰে পীৰ চাহেবক অকলশৰীয়াকৈ পাই ভাল পালে। তাৰ

মুখৰ কালে চাই পীৰ চাহেবে ক'লে, "তই ডেকা মানুহ। এতিয়া মুৰীদ হ'ব নেলাগে। দুনীয়াদাৰী ভালকৈ কৰাও নেকীৰ কাম। ঘৰ-সংসাৰ কৰা, ল'ৰা-ছোৱালীক মানুহ কৰা, ওচৰ চুবুৰীয়াৰ বিপদ-আপদৰ খবৰ ৰখা এইবোৰো বন্দেগী। মানুহ খুছী হলেই আল্লা খুছী হয়।"

কিছু সাহস গোটাই বাবৰে সুধিলে, "আপোনাৰ ওচৰত মুৰীদ হ'বলৈ প্ৰত্যেকজন মানুহে কিমানকৈ টকা দিব লাগে জোনাব ?"

"মুৰীদ হ'লে টকা দিব লাগে বুলি কোনে ক'লে ? আমি এনেয়ে গুণাহগাৰ, আকৌ মানুহক হেদায়কত কৰি টকা পইচা ললে ভাল কথা হ'ব নেকি ? কোনোবাই যদি নিজৰ মনৰ খুছীৰে কিবা দিয়ে, সেইটো আল্লাৰ ৰাস্তে কোনো পীৰে ল'ব পাৰে, কিন্তু কাৰোবাক ছৰিয়ত তৰীকত হকীকত, মাৰিফতৰ কিবা কথা শিকাই দিয়াৰ কাৰণে কোনে কি ল'ব ? মানুহক যি শিকোৱা যায়. তাক মানি যদি সেইমতে চলে সেইয়াই হ'ব তাৰ দাম।"

বাবৰে কিছু ইতস্ততঃ কৰি ক'লে, "কামৰাণে আপোনাক মাতি আনিছে। আপুনি অহাৰ উপলক্ষ্যে ভোজ পাতিছে। ভোজৰ কাৰণে বাইজে চান্দা দিছে। কিন্তু আপোনাক দিব লাগিব বুলি, মুৰীদ হ'ব খোজাবিলাকৰপৰা গাইপতি দহ টকাকৈ তুলিছে। কৈছে, টকা নেপালে হেনো আপুনি মুৰীদ নকৰে।"

"তৌবা তৌবা, এইবোৰতো বৰ বেয়া কথা। এনেকুৱা কাম কৰা মানুহ মই নহয়। ৰছুলোল্লাই আল্লাৰ কালাম মানুহক দিছিল। তাৰ বাবে কাৰোবাৰপৰা কিবা লৈছিল নেকি ? কামৰাণে তেনেকুৱা কাম কৰাটো ঠিক হোৱা নাই। যদি কোনোবাই তেনেকৈ তাৰ হাতত টকা দিছে, সেই টকা ঘুৰাই দিবলৈ ক'ব লাগিব।"

"মই জনাত আপোনাক দিব লাগিব বুলি সি বাৰশমান টকা তুলিছে।".

"এইটো বেয়া কথা হৈছে। এইটো কৰিলে বাইজক ঠগা হ'ব।

টকা দি মুৰীদ হ'ব খুজিলে মই কাকো মুৰীদ নকৰোঁ। মই গুণাহগাৰ হ'ব লাগিব।"

এনেতে ভোজৰ ৰভাতলৰপৰা চুটা ডেকাল'ৰা খৰখুজীয়াকৈ আহি পীৰ চাহেবক চালাম জনাই থিয় হ'ল আৰু ক'লে "ৰাইজে বাবৰক বিচাৰিছে, আৰু হুজুৰকো জামাতৰ মাজলৈ যাবলৈ কৈছে। জামাত আপোনালোকৰ কাৰণে ৰৈ আছে।"

"আমি গৈছোঁ—তইঁত ব'ল—" পীৰচাহেবে ক'লে।

"বাবৰ—" ল'ৰা এটাই ক'লে।

বাবৰে ল'ৰাটোৰ মুখলৈ চালে।

"মোৰ লগত কি কথা? পীৰ চাহেবক লৈ যা—"

"তুমি নোযোৱা নেকি?"

"বাবৰ কেলেই নেযাব? আহ বাবৰ।"

একো নেমাতি বাবৰেও পীৰচাহেবৰ পিছে পিছে খোজ ল'লে।

নিজ নিজ ঘৰৰপৰা লগত লৈ অহা ঢাৰি-পাটি কঠ পাৰি ল'ৰা বুঢ়া সকলো শাৰী শাৰীকৈ বহিছে। কিন্তু তেতিয়াও কাৰো আগত পাত দিয়া হোৱা নাই। মৌলানা চাহেবে অলপ দোৱা কৰিব—যাৰ যি নিয়ত আছে, উদ্দেশ্য আছে আল্লাই যেন পূৰা কৰে, তাৰ কাৰণে দুহাত তুলি আল্লাক প্ৰাৰ্থনা জনাব। তাৰ পাছত ভোজৰ চিৰিনি ভগাই দিয়া হ'ব। মানুহে মৌলানা চাহেব আহি পাবলৈ বাট চাই ৰৈ আছে।

আগে আগে মৌলানা আছগৰ আলি আৰু পিছে পিছে বাবৰ। কিছু মানুহৰ চকু থিৰ হ'ল। কাৰণ বাবৰৰ বিৰুদ্ধে বিচাৰ দিয়া হ'ব বুলি সেইখিনি মানুহে জানিছিল। ইপিনে আগত ভোজৰ সামগ্ৰী, আনপিনে মগৰীবৰ সময়, ক্ৰমে বেলিৰ পোহৰো কমি আহিছে।

এজন বয়সস্থ মানুহে মাত লগালে, "মৌলানা চাহেব আহি

পাইছে। কাবোবাৰ কিবা ক'বলগীয়া থাকিলে সোনকালে জনাব লাগে, ইপিনে মগৰীবৰ নামাজৰ সময়ো হৈ আহিল।"

সকলো নিমাত, ইটোৱে সিটোৰ মুখলৈ চোৰাচুই কৰিছে।

হঠাৎ বাবৰে কৈ উঠিল—"আপোনালোকে ক'বলৈ বেয়া পাইছে, ময়ে কওঁ। মই ভোজ খাবৰ কাৰণে অহা নাই। কামৰাণে মোৰ বিষয়ে যি বিচাৰ দিব খুজিছে, সেই বিচাৰ ময়ে আপোনালোকক দিছো। আল্লাহ আছে আপোনালোক চুন্নত জামাত আছে, হজৰত পীৰ চাহেব আছে, মছজিদ আছে, মছজিদৰ কাষত আমাৰ কবৰস্থান আছে, তাত আমাৰ মোৰ্দাসকলৰ ৰুহ আছে—কামৰাণে মোৰ যি বদনামৰ বিষয়ে ৰাইজক গোচৰ দিব খুজিছে, সেই কথাৰ প্ৰমাণ যদি কিবা আছে আপোনালোকে দিয়ক। মই শাস্তি মূৰ পাতি ল'ম। কিন্তু মিছা কলংক উলিয়ালে তাৰ যি গুণাহ হয় সেই গুণাহ, সেই পাপ মূৰ পাতি ল'ম বুলি কামৰাণে ৰাইজৰ সাক্ষাতত, মৌলানা চাহাবৰ সাক্ষাতত কওক।"

পাটিৰ ওপৰত এখন কাপোৰ পাৰি দিছিল। মৌলানা চাহেব তাতে বহিছিল। বাবৰ থিয় দি আছিল, তাৰ মাতৰ দৃঢ়তাত ৰভাতলৰ সকলো মানুহ বিস্মিত হৈ পৰিছিল।

বেলিটো ক্ৰমে আৰু ঢলি পৰিছিল।

হঠাৎ এজন বুঢ়াই কৈ উঠিল, "এতিয়া আমি কাৰো গোচৰ আপত্তি নুশুনো, আমি কোনো বিচাৰো নলওঁ। জামাত ভোজ খাবলৈ আহিছে, ভোজ খাই ঘৰাঘৰি যাব, কিবা বিচাৰ-গোচৰ থাকিলে মছজিদত জুমাৰ দিনা উলিয়াব লাগে—ইয়াত নহ'ব—"

বহুতে ক'লে, "হয় হয়।"

আন এজন বুঢ়াই ক'লে, "কাইলৈ পীৰ চাহেব যাবগৈ। যি বিলাকে বইমাত হ'ব খোজে, আজি ঈছাৰ নামাজৰ বাদে মকবৰ ঘৰলৈ আহিব—আৰু যি আদায় দিয়া নাই, লগত লৈ আহিব। এতিয়া মৌলানা চাহেবে দোৱা কৰিব লাগে।"

মৌলানা চাহেৱ খিয় হ'ল। তাৰ পাছত গহীন মাতেৰে শান্তভাৱে ক'লে, "আমাতৰ ৰাইজক মই এটা কথা কওঁ—মুৰীদ হোৱাৰ বাবদ বা বইমাত হোৱাৰ বাবদ কোনোৱে মোক একো দিব নেলাগে। দিলেও মই নলওঁ, কোনোবাই যদি সেই বাবে মোৰ নামত কিবা পইচা পাই তুলিছে ঘুৰাই দিব লাগে।"

কামৰাণৰ মুখ ক'লা পৰিল। ভোজৰ বাবে তোলা চান্দাৰ বেছি মাৰিবৰ উপায় নাই, ৰাইজক হিচাপ দিব লাগিব। সি ভাবিছিল মৌলানা চাহেবক এশমান টকা দি বাকীটো সি নিজলৈ ৰাখিব। কাৰণ মৌলানা চাহেবক কিমান টকা দিয়া হ'ল বা নহ'ল, তাৰ হিচাপ কোনোৱে নেপায়।

মৌলানা চাহেবে কথা শেষ কৰি মোনাজাত কৰিলে, তাৰ পাছত সকলো মানুহ ভোজ খোৱাত ব্যস্ত হৈ পৰিল। ডেকাহঁতে পাতে পাতে দি গ'ল, চৰ্দাৰ গাঁওবুঢ়াকেজনে চৰ্দাৰী কৰিলে। খাবলৈ বহাখিনিয়ে খোৱাত ধৰিলে।

বাবৰ অঞ্চলটোৰ এটা লেখৰ মানুহ। সি গাঁওবুঢ়াৰ জোঁৱায়েক, মাষ্টৰৰ ভনী জোঁৱায়েক। তাৰ যে বদনাম উলিয়াব লগীয়া কিবা আছিল কোনোৱে ভবাই নাছিল। কামৰাণে যি দুই চাৰিটা মানুহক বাবৰৰ বিৰুদ্ধে গোচৰ দিবৰ কাৰণে শিকাই বুজাই থৈছিল, সিহঁতেও সাহ নকৰিলে। বিশেষকৈ মৌলানা চাহেবে কোৱা' কথাখিনিৰ পাছত। কামৰাণেইতো মৌলানা চাহেবক দিব লাগিব বুলি বহুতৰে পৰা টকা তুলিছে। কামৰাণে তেন্তে মিছা কথা কৈ টকা তুলিছে।

ভোজ খাবলৈ বাবৰ নৰ'ল। সি ঘৰলৈকো ঘূৰি নগ'ল, বিশেষ চিন্তা নকৰাকৈ সি নৈখনৰ ফালে আগবাঢ়িল, তাৰ অস্বস্তি লাগিছে, তাৰ গৰম লাগিছে। তাৰ জয় হ'লনে পৰাজয় হ'ল সি বুজিব নোৱৰা যেন পালে।

মুনিচুনি বেলি পাৰ হ'ল। আকাশত জোন আছিল, পোহৰ

অস্পষ্ট—ক্ষীণ। এজাক কোমল বতাহ বলিছে। পঁচা নৰাৰপৰা এটা গোন্ধ ওপঙি আহিছে।

ভোজৰ থলীৰ উৰমি ক্ৰমে ক্ষীণৰপৰা ক্ষীণতৰ হৈ আহিছে। তাৰ ঘৰ আৰু নৈপৰীয়া গাঁওখনৰ মাজত কোনো ভাল আলিবাট নাই। পথাৰৰ মাজেদি মানুহ অহাযোৱা কৰোঁতে হোৱা নৰা-বন মৰি হোৱা বাটটোৱে দিয়ে সি গৈ আছে।

কিছু দূৰত সি দেখিলে সিফালৰ পৰা কোনোবা এটা আহিছে।

ওচৰ পাই বাবৰে মাত লগালে, "কোন অ' ?"

"মই—"

"মৰীয়ম ! এইফালে ক'লৈ গৈছিলি ? ক'ৰপৰা আহিলি ?"

"তই কলৈ যাৱ ? ভোজ খালি ?"

"নেখালোঁ। এনেই ওলাই আহিছোঁ।"

"তেনেহ'লে ওভত। ঘৰলৈ যাওঁ ব'ল।"

"মৰীয়ম—"

"কি ?"

"অথনি মোৰ বৰ খং উঠি আছিল—"

"তোৰ খঙলৈ মই ভয় কৰোঁনেকি ? ইয়াত পথাৰৰ মাজত বৈ এই ৰাতিখন মোৰ লগত মেল মাৰি খং মাৰ নিয়াৰ নেলাগে। ব'ল, ঘৰলৈ যাওঁ—" মৰীয়মে ক'লে।

"তই অকলে যাব পাৰিবি নহয়, তই যা। মই এতিয়া ঘৰলৈ নেযাওঁ।"

"কেলেই নেযাৱ ?"

"কোনোবাই ভোজ খাবলৈ বিচাৰি আহিব পাৰে—"

"তোৰ এজনী ছোৱালীৰ সমানো বুদ্ধি নাই। ৰাজহুৱা ভোজ। তই চান্দা দিছ। নেখাই উচাট মাৰি গুচি আহিলে তোৰ হানি হ'বনে, আইনৰ হানি হ'ব ? আহ ঘৰলৈ যাওঁ। প্ৰকোপ কাৰ ওপৰত পাতিছ, মোৰ ওপৰত ?"

"নহয় অ'—কামবাণে—"

"বাটৰ কুকুৰে ভুকিলে বুলি তই মছজিদলৈ নেযাবিনে? আৰু আহ, চিন্তা কৰিব নেলাগে। মই আজি বন্দবস্ত কৰি থৈ আহিলোঁ।"

"কি কৰি থৈ আহিলি?"

"আমাৰ দেশৰ যে ফৰিদপুৰ গাঁৱৰ আকবৰ আলিহঁত, সিহঁতো দেশলৈ যাব। নিজৰ দেশ পাকিস্তান হৈছে নেযাব কেলেই, ময়ো সিহঁতৰ লগতে দেশলৈ যোৱাৰ ঠিক কৰি থৈ আহিলোঁ, এতিয়া তাৰপৰাহে আহিছোঁ।"

মৰীয়মৰ লগে লগে বাবৰে উভতি খোজ ল'লে ঘৰমুৱা হৈ।

আজি দিনটোৱেই তাৰ কাৰণে বৰ বেয়া দিন নেকি? কিযে নভবা-নিচিন্তা ঘটনাবোৰ ঘটিছে আজি।

"তই ধেমালি কৰিছ নেকি মৰীয়ম?"

"ধেমালি কৰিবলৈ আৰু ঠাই নাই নেকি? পথাৰৰ মাজত বৈ ৰাতিখন তোৰ লগত ধেমালি কৰিবলৈ আহিছে! আহ, আহ, ভোজ খাই ঘুৰি অহা মানুহে আমাৰ দুটাক এনেকৈ লগ পালে ভাবিব বুলিব কামবাণে কোৱা কথাই সঁচা।"

"সঁচা হোৱা হ'লেই ভাল আছিল। এতিয়া যে মিছাতে বদনামৰ ভাগী হ'বলগীয়া হৈছে।"

সমানে খোজ দি দুয়োটা আগবাঢ়িল।

মৰীয়মে ক'লে, "এক হ'ল তোৰ সাহ নাই। দুই হ'ল, তোৰ মনৰ বল নাই। তিনি হ'ল, মোলৈ তোৰ মৰম চেনেহ নাই। চাৰিতে হ'ল—"

"আৰু কি? আৰু কি নাই? কৈ পেলা।"

"নকওঁ দে।"

"কেলেই নকৱ?"

"চাৰিতে, তই বৰ আঁকৰা, তই এটা বেঙা—"

"মই এটা বেঙা? তই কি?"

"অত দিনে সুধিব নোৱাৰিলি। আজি সুধিছ। শুনিবি? শুনিব পাৰিবি?"

"তোৰনো কি কথা মই নেজানো? সুধিবলগীয়ানো কি কথা আছে?"

"সেই কাৰণেহে কৈছোঁ তই এটা অঁকৰা। অ'—সেইয়া কোনোবা এটা অহা নাইনে? আমি সউ হাবিখনৰ কাষে যাওঁ ব'ল।"

দুয়োটা খৰখুজীয়াকৈ বাঁও কাষে থকা হাবিখনৰ কাষে আগ বাঢ়িল আৰু সিফালৰ পৰা অহা মানুহটোৱে নেদেখিবৰ কাৰণে হাবিখনৰ কিছু ভিতৰলৈকে সোমাই গ'ল।

মৰীয়মে ফিচ্ ফিচাই ক'লে, "কথা নক'বি। অকণমান বহিবিনে? মোৰ বৰ ভাগৰ লাগিছে। বহিবৰ মন গৈছে।"

দুয়ো মাটিতে বহিল। গছপাতৰ মাজেদি অলপ অলপ জোনাক আহি সিহঁতৰ গাত পৰিছেহি। দুয়োৰো দুয়োকে অচিনাকি যেন লাগিছে।

মানুহ এটা নহয়, তিনিটা। কথা পাতি পাতি সিহঁত পাৰ হৈ গ'ল।

"যাওঁ ব'ল।" বাবৰে ক'লে।

"মোৰ ওচৰত এনেকৈ বহি থাকি ভাল লগা নাই?"

"লাগিছে। পিছে—"

"ওঁ বাক হ'ব। কথাটো কওঁ শুন। কোনোদিন কাকো কোৱা নাই। নক'ম বুলিয়ে আছিলোঁ। দুনীয়াৰ অন্য কাকো ক'ব নোৱাৰোঁ, ক'লে, তোকেই ক'ব পাৰোঁ। শুনিবি তেনেহ'লে?"

অলপ উচপিচ কৰি লাহে লাহে, গুন-গুন মাতেৰে মৰীয়মে কৈ গ'ল:

"অন্তৰ লগতে ময়ো কলিকতা পালোঁহি। ভাবিছিলোঁ ভাত খাবলৈ পাম। তেতিয়া আমি মতাই মাইকীয়ে পোন্ধৰটা মানুহ, ছটামান বুঢ়া, দুজনীমান বুঢ়ী। আমিবোৰে খাবলৈ নেপাই বুঢ়াঁ

নিচিনা হৈ গৈছিলোঁ। যিমানে খাবলৈ নোহোৱা হয়, সিমানে ভোক বেছি হয়। অন্যকেটা মানুহৰ পৰিয়াল আছিল। বুঢ়া বুঢ়ী বাপেক জীয়েক, দদায়েক ভতিজাক—এনেকুৱা—মইহে অকল—লগত কোনো আপোন মানুহ নাই। ময়ো কাৰো সম্পৰ্কীয় নহওঁ। ভিক্ষা কৰোঁ। যি পাওঁ ভাগ কৰি খাওঁ, পেট নভৰে। বুঢ়া-বুঢ়ীহঁতক আমাতকৈ বেছি খাবলৈ লাগে। এবাৰ একেৰাহে দুদিন খাবলৈ পোৱা নাই। বুঢ়া-বুঢ়ীহঁত উঠিব নোৱৰাৰ নিচিনা হৈছে। মোৰ গাত কিন্তু তেতিয়াও বল আছে, তই শুনিছনে নাই—?"

"ওঁ কৈ যা, শুনি আছোঁ।"

"আৰু শুনিবি ?"

মৰীয়মে বাবৰৰ হাতখন নিজৰ হাতৰ মাজত ল'লে আৰু ক'লে, "গধূলিলৈকে ঘুৰিও সেইদিনা কেইটুকুৰামান কটিৰ বাহিৰে আৰু একো নেপালোঁ, আমি থকা ঠাইলৈ ঘুৰিছিলোঁ, আমি—বুঢ়া এটা আৰু আদহীয়া মানুহ দুজনী। আমাৰ কাষেদি এটা মানুহ পাৰ হৈ গৈছিল। সি মোৰ গাতে খুন্দিউৱা যেন কৰিলে।

"মই ক'লোঁ, 'বাবু দুদিন একো খোৱা নাই। আমাক এটা টকা দিবা ?'

"মানুহটোৱে মোৰ মুখলৈ চালে। তাৰ পাছত এটা অদ্ভুত হাঁহি মাৰি ক'লে, 'ক'ত থাক ?'

'যতে ত'তে। কোনো ঠিকনা নাই।'

'ইহঁতক যাবলৈ দে। তই মোৰ লগত আহ।'

"মই কলোঁ, 'কলৈই যাব লাগিব ?'

'মই য'লৈ যাওঁ—'

"লগৰ কেটাক মই আগবাঢ়িবলৈ ক'লোঁ আৰু মানুহটোৰ লগত ।ই খোজ ল'লোঁ।

"এটা গলিয়েদি অলপ দূৰ গৈ আমি এটা সৰু হোটেল পালোঁ। হোটেলৱালাটোৱে মোলৈ চালে, একো নেমাতিলে।"

"বাবুটোৱে মোক ভাত খাবলৈ দিবলৈ ক'লে। মই পেট ভৰাই খালোঁ। তাৰ পাছত বাবুটোৱে মোক চিৰিয়েদি ওপৰলৈ উঠাই লৈ গ'ল। আৰু এটা কোঠালিলৈ সুমুৱাই লৈ গ'ল, আৰু দুৱাৰখন বন্ধ কৰি দিলে।

"বাবুটোৱে ক'লে, "মোলৈ ভয় কৰিছ নেকি ?"

"নাই কৰা ?"

"কেলেই নাই কৰা ?"

মই নেমাতিলোঁ।

"মোৰ আগতে মানুহটোৱে পিন্ধি থকা পেণ্টটো খুলি পেলালে, আৰু পেণ্টটোৰ জেপৰপৰা দুখন দহটকীয়া ন'ট উলিয়ালে।

"তাৰে 'এখন মোৰ বুকুৰ মাজত গুজি দি ক'লে, 'এই দহটকা মোক লাগিব। ওঁ, মই ইয়াত বেছি পৰ থাকিব নোৱাৰোঁ। ভালেমান দূৰ যাব লাগিব।'

"কৈ সি মোৰ শাড়ীখন খুলি পেলালে। তাৰ পাছত চোলাটো, তাৰ পাছত... .."

কি কৰিছে ক'ব নোৱৰকৈ বাবৰে মৰীয়মক বুকুৰ মাজত জোৰেৰে সাবটি ধৰিলে। আৰু তাৰ গালখনেৰে মৰীয়মৰ গালখনত হেঁচি ধৰি ক'লে, "আৰু নেলাগে ক'ব মৰীয়ম, আৰু নকবি—"

মৰীয়মেও বাবৰৰ ডিঙিত সাবটি ধৰিলে আৰু ক'লে, "সেইদিনা ৰাতি সেই বিশটা টকা নঘটা হ'লে আমাৰ লগৰকেটা খাবলৈ নেপাই মৰিলহেঁতেন।"

ভালেমান পৰ সিহঁত দুটাই ইটোৱে সিটোক সাবটি ধৰি তেনেকৈয়ে পৰি থাকিল। বাবৰৰ চকুৰ পৰা ধাৰেৰে পানী বৈ আহিল। সি চেপা মাতেৰে বাৰে বাৰে ক'লে, "এইবোৰ কথা তই মোক আজি কেলেই ক'লি মৰীয়ম, কেলেই ক'লি।"

মৰীয়মে. ক'লে, "মই ভাল ছোৱালী হৈ থকা হ'লে বাপীক বিয়া কৰাবলৈ মই তোক এৰি নিদিলোহেঁতেন।"

বাবৰে কেৱল ক'লে, "তই এতিয়াও ভাল ছোৱালী হৈ আছ, মৰীয়ম।"

মৰীয়মে ক'লে, "সেই মানুহটোৰ লগতে মই হোটেলৰপৰা ওলাই আহিলোঁ। মানুহটোক ক'লোঁ, 'বাবু, মোৰ কাৰণে মই আজি যি কাম কৰিলো, তেনে কাম মৰিলেও নকৰিলোহেঁতেন। আজি কিবা কৰি দুটামান টকা ঘটিব নোৱৰা হ'লে মোৰ লগৰ সেই বুঢ়া-বুঢ়ীহাল নৈবাচিলহেঁতেন।' মানুহটোৱে একো নেমাতিলে। মোক আগ বঢ়াই দিলে আৰু জেপৰপৰা আনখন দহটকীয়া ন'টো মোৰ হাতত দি ক'লে, 'মই খোজ কাঢ়িয়ে যাম। তই যা। সেইয়া সিহঁতবোৰ যোৱা নাই, তোৰ কাৰণে বৈ আছে।"

বাবৰ আৰু মৰীয়ম কিছু পৰৰ মূৰত হাবি ডোখৰৰ পৰা ওলাই আহিল আৰু নিৰৱে ঘৰৰ ফালে খোজ ল'লে।

কোমল জোনাকখিনি বৰ পবিত্ৰ যেন লাগিছিল। শান্ত বতাহজাকত এটা আত্মীয়তাৰ স্পৰ্শ আছিল। মৰীয়মৰ গা মন যেন বৰ পাতল লাগিছিল। কিন্তু বাবৰৰ মনটো এটা বুজিব নোৱৰা বিষাদেৰে গধুৰ হৈ পৰিছিল।

দুয়ো আহি যেতিয়া ঘৰ সোমালহি, তেতিয়া ৰাণীয়েও যেন এটা স্বস্তিৰ নিশ্বাস পেলালে।

"ইমান মানুহে বিচাৰি আহিছে। তুমি ক'লৈ গৈছিলা?" ৰাণীয়ে সুধিলে।

"মৰীয়মক বিচাৰি আনিলোঁগৈ।"

বাবৰে চমুকৈ ক'লে।

## তেত্ৰিশ

গিৰীন মাষ্টৰৰ অসুখ বেছি হৈছে। একো খাব নোৱাৰে, খালে হজম কৰিব নোৱাৰে। চিকিৎসা কৰোৱা হৈছে, কাম দিয়া নাই। মাষ্টৰ আৰু ভাল হোৱাৰ আশা কম।

বাবৰলৈ কাৰোবাৰ আগত মাষ্টৰণীয়ে খবৰ পঠিয়াইছিল। কিন্তু খবৰ দিওঁতাই কেইবাদিনো পলম কৰিহে খবৰটো দিলে।

খবৰ পায়ে, কিছু টকা হাতত লৈ বাবৰ মাষ্টৰৰ ঘৰলৈ যাবলৈ ওলাল। ৰাণীয়ে বাধা নিদিলে, কিন্তু ইমান খৰখেদা নকৰি এদিন বা দুদিন পাছত গ'লেও হ'ব বুলি কৈছিল, কিন্তু বাবৰ মান্তি নহ'ল। ছাৰৰ অসুখ বেছি হৈছে, ন'হলে মোলৈ খবৰ পঠিয়ালেহেঁতেন। কিবা এটা হ'বলৈ হ'লে, তাৰ পাছত গৈ আৰু কি লাভ হ'ব? কাইলৈ ৰাতিপুৱাই মই বাছেৰে যাওঁ, ভাল দেখিলে কাইলৈকে ঘুৰি আহিম, নহ'লে দৰকাৰ যেন দেখিলে এদিন এবেলা থাকি যাম, তই চিন্তা নকৰিবি।

অন্য চিন্তা ৰাণীৰ তেনেকৈ নাই। কিন্তু মবীয়মজনী কাৰো হাক বচন নেমানি পাকিস্তানলৈ গুচি যোৱাত ৰাণীৰ বহুত অসুবিধা হৈছে। আগে ছোৱালীজনীক তাইৰ হাতত দি ৰাণীয়ে অন্য কাম কৰিব পাৰিছিল। বাবৰ অ'লৈ ত'লৈ গ'লে মৰীয়ম আছিল ৰাণীৰ ৰখীয়া, লগৰী, সাৰথি, অভিভাৱক। মৰীয়ম যোৱাৰ পাছত ঘৰখন বহুত পাতল আৰু উকণ্ডা হ'ল। ছোৱালীজনীয়েও বেছি আমনি কৰিবলৈ লৈছে। এইবোৰ কথা বাবৰেও লক্ষ্য কৰিছে। আৰু ৰাণীয়েও বাবৰক কৈছে।

বাবৰেই নহয়, ৰাণীয়েও মৰীয়মক এতিয়া পাকিস্তানলৈ নেযাবলৈ কৈছিল। বাবৰো যেতিয়া যাব তেতিয়া তাৰ লগতে যাব পাৰিব। তাই যোৱা দুদিন পলম হ'লে পাকিস্তানখনতো ক'ৰবালৈ উৰা নেমাৰে।

মৰীয়মে নেমানিলে।

তাই ক'লে, "মই তাতে থাকি নেযাওঁ। গুচি আহিম। নিজৰ ঠাইখন, গাঁও-ভুঁইবোৰ চাবৰ বৰ মন গৈছে। আমাৰ কোনোবা-কুটুম্বি আছে যদি সিহঁতকো এবাৰ চাই মেলি আহোঁ। তইঁতে বেয়া নেপাবি।"

"বেয়া আকৌ নেপাম কেলেই?" ৰাণীয়ে ক'লে, "আমাক মুঠেই বেয়া পাই নেযাবি।"

বাবৰে মৰীয়মৰ কাৰণে চাৰিখন শাড়ী কিনিলে, কেইটামান চোলা কিনিলে, দুযোৰ ছেণ্ডেল কিনিলে, তেলৰ বটল, আৰ্চী ফণী কিনিলে, আনকি এধাৰ মণি আৰু এটা সোণৰ আঙঠিও কিনি আনি দিলে।

"এইবোৰ মোক কেলেই দিছ? বুঢ়ী হ'লোঁ, এইবোৰ পিন্ধিবৰ দিন আছেনে?"

মৰীয়মে বস্তুবোৰ লৈ ক'লে।

"কিমান বুঢ়ী হ'লি এইবোৰ পিন্ধি এবাৰ আৰ্চীখনত নিজকে চাচোন, মুঠেই বাহিৰলৈ ওলাই নেযাবি।"

"কেলেই নেযাম?"

"তেতিয়া আৰু তোৰ দেশলৈ যোৱা নহ'ব। ইয়াতে কোনোবাই চোচোৰাই নিব—" ৰাণীয়ে কৈ হাঁহিলে।

মৰীয়মৰো কাণ মুখ ৰঙা পৰিল।

যাবৰ দিনা কেৱল মৰীয়মেই নহয়, ৰাণীয়েও ফেঁকুৰি উচুপি কান্দিলে। বাবৰে এজনীকো শাঁত কৰিব নোৱাৰি নিজেও চকুলো টুকিলে।

ষ্টেচনত অন্যৰ লগতে মৰীয়মক ৰেলত তুলি দি বাবৰে আকৰৰ

আলি আৰু অন্যান্যক তাইক সাৱধানে চাই-চিঁতি নিবলৈ ক'লে, আৰু মৰীয়মক আশ্বাস দিলে, "ময়ো যাম। খেতিটো চপাই মেলি এজনীয়া হৈ যাম। গৈ পাই তই মোলৈ খবৰ পঠিয়াবি—মানুহবোৰতো অহা-যোৱা কৰিয়ে আছে। নহ'লে কাবোবাৰ হতুৱা চিঠি লিখাবি, মোৰ ঠিকনাটো লৈ যা।"

"তই নহাকৈ নেথাকিবি আকৌ। তই গৈ মোক লৈ আহিব লাগিব। নহ'লে কিন্তু মই নাহোঁ।"

বেলখন গৈ চকুৰে নেদেখা হোৱালৈকে বাবৰ প্লেটফৰ্মতে বেলখনৰ ফালে চাই ৰৈ আছিল। আৰু তাৰ পাছত এটা অৱসন্ন গধুৰ মনেৰে ঘৰলৈ ঘুৰি আহিছিল—বাছত উঠি।

## চৌত্ৰিশ

বাবৰ গিৰীন মাষ্টৰৰ খবৰ কৰিবলৈ যাবলৈ কাপোৰ-কানি পিন্ধি সাজু হৈছিল, দেখিলে পদুলীমূৰত মুছলিমা। তাই গহীনাই, সহজভাৱে সোমাই আহিছে।

"আহ মুছলিমা, ক'ৰপৰা আহিলি ?" বাবৰে সুধিলে।

"মোকে আদৰিবলৈ সাজি-কাচি ওলাই আছানেকি ? বৌ ক'ত ? বৌ, ৰাণী বৌ—"

"কোন ? গৈছো—বহা দেই—"

ভিতৰৰ পৰা ৰাণীয়ে চিয়ঁৰি ক'লে। তাৰ পাছত ওলাই আহি ক'লে, "অ' মুছলিমা ! আজি কেনেকৈ যে আহিলি ? ভাল নহয় ? বহ বহ—"

"অকল বহিমনে—শুমো। গোটেই ৰাতি টোপনি নাই—"

"আহিলি ক'ৰপৰা ?" বাবৰে সুধিলে।

"সেইবোৰ পিছে-পৰেও কম। পিছে তোমালোক দুটাকহে দেখিছোঁ—ছোৱালীজনী ক'ত ? তোমালোকৰ ছোৱালী এজনী হোৱা নাই জানো ?"

"তাই তোলৈ চাহ কৰিবলৈ লৈছে।" হাঁহি ৰাণীয়ে ক'লে।

মুছলিমা আগতকৈ অলপ শকত হৈছে। আটিল গাটোৰ আঁহ-পাহবোৰ মুকলি হৈছে। কথা-বতৰালৈ চাই তাই সুখতে থকা যেন লাগে।

কিন্তু ইমান ৰাতিপুৱাতে অকলে অকলে তাই ক'ৰপৰা, কিয় আহি ওলালহি ? আহিলবা কেনেকৈ ? বাবৰহঁতৰ বিয়াৰ পাছত সেই

যে গ'ল, তাৰপৰাতো তাই এবাৰো অহা নাই, বাবৰেও খবৰ পঠিয়াই তাইক আনিব পৰা নাই। নিশ্চয় কিবা এটা হৈছে—নহ'লে মুছলিমা এনেকৈ নোলায়হি।

ৰাণীয়ে মুছলিমাক ভিতৰলৈ মাতি নিলে, আৰু পুখুৰী পাৰলৈ গৈ হাতমুখ ধুই আহিবলৈ ক'লে।

বাবৰে ক'লে, "তই আহি ওলালিহি বৰ ভাল হ'ল মুছলিমা। তই যাব নোৱাৰ, আমাৰ ঘৰত থাকিব লাগিব। আমাৰ গিৰীন ছাৰৰ টান নৰীয়া, যোৱা থোৱা, মই খবৰ কৰি আহোঁ। ৰাণী ঘৰত অকলে থাকিব লাগিলহেঁতেন। তই আহিলি বৰ ৰক্ষা পৰিলোঁ। বাছ ধৰিব লাগে, মই যাওঁ দেই। পিছবেলা পামহি, নহ'লেও কাইলৈ পামহি দেই—" বাবৰে আৰু বাট নেচালে। বাছ ধৰিবৰ কাৰণে খৰখেদাকৈ ওলাই গ'ল।

গিৰীন মাষ্টৰৰ শেষ অৱস্থা। শুকাই খীণাই মানুহজনৰ হাড়-ছালহে আছেগৈ। মাষ্টৰণীও বহুত খীণাইছে আৰু এজনী বুঢ়ী মানুহ যেন হৈ পৰিছে। তেওঁৰ চকুৰ গুৰি ক'লা পৰিছে, গালৰ হাড় ওলাই পৰিছে, চুলিবোৰ আধাআধি পকিছে। প্ৰথমে বাবৰক চিনিব নোৱৰা যেনেই লাগিছিল, কিন্তু সেমেকা চকু দুটাৰে তাৰ ফালে চাই যেতিয়া মাত লগালে, "অ' বাবৰ আহিছ, বহ—" তেতিয়াহে সি বাইদেউক চিনিব পাৰিলে।

বাবৰ গিৰীণ মাষ্টৰৰ কাষ চাপি গ'ল, আৰু মাতিলে, "চাৰ—" মাষ্টৰ নিশকতীয়া চকুহাল মেলি তাৰ মুখলৈ চালে। তেওঁৰ মুখখন যেন প্ৰসন্ন হৈ উঠিল। স্পষ্ট মাতেৰে তেওঁ সুধিলে, "ভালে আছ বাবৰ? কেতিয়া আহিলি?"

"চাৰ, আপুনি কেনেকুৱা আছে?"

"ভালেই আছোঁ। হেৰা মোক অলপ বহুৱাই দিয়াচোন। ই আহিছে, ইয়াৰ লগত দু আষাৰ কথা পাতোঁ—"

"নেলাগে চাৰ, শুই থাকক—"

নিজেই উঠিবৰ চেষ্টা কৰি, কিন্তু নোৱাৰি, মাষ্টৰ শুই পৰিল। ক'লে, "এবা গাটোত বল একেবাৰে নোহোৱা হ'ল। পাৰিলে টকা দুটামান দি যাবি, এটা টনিক খাম। হেৰা, বাবৰক কিবা এটা খাবলৈ নিদিয়া কেলেই?"

"আপুনি নিচিয়ঁৰিব চাব।" বাবৰে ক'লে।

"আৰুনো কেইদিন চিয়ঁৰিম? দিন চমু চাপি আহিছে। মৰিবলৈ বৰ দুখ নাই। দেশখন স্বাধীন হ'ল—এতিয়া মৰিবলৈ আপত্তি নাই। তহঁতবোৰ আছ, স্বাধীন দেশখন ভালকৈ চলাবিহঁক। মানুহ হিচাপে ইংৰাজ মানুহবোৰৰ কিছুমান ভাল গুণ আছিল। আমাৰ বহুতৰে তেনেবোৰ গুণ নাই। এতিয়া স্বাধীন হৈছে যেতিয়া হব'ও পাৰে।"

কিছু বৈ মাষ্টৰে আকৌ ক'লে, "গাঁৱে ভূঁয়ে থকা আমাৰ খেতিয়ক মানুহকেটা দুখীয়া হ'লেও ভালে আছে। দেশখন যদি ৰাখে সিহঁতেই ৰাখিব—"

এনেতে মাষ্টৰণীয়ে বাবৰক ভিতৰলৈ মাতি নিলে, ক'লে, "কথা ক'বলৈ সকলোৱে মানা কৰিছে। বেছি কথা ক'লে বুকত ধৰে। তেওঁ আকৌ মানুহ পালেই কথা পাতিবলৈ নেৰা হয়।"

"চাৰকো কিবা খাবলৈ দিয়ক—" বাবৰে ক'লে। সি টোপোলা বান্ধি ৰাণীৰ মালভোগ কল, চিৰা, কিছু দোকানৰ মিঠাই আদি নিছিল।

"তেওঁলৈকো উলিয়াইছোঁ। পিছে খাব পাৰিলেহে। তই খাচোন।"

বাবৰক খাবলৈ দি, ওচৰতে বহি মাষ্টৰণীয়ে বাবৰৰ ঘৰৰ, ৰাণীৰ ছোৱালীজনীৰ, খেতি-পথাৰৰ খবৰ সুধিলে।

"তোৰ ছোৱালীজনী এদিন চাই আহিমগৈ বুলি ভাবিছিলোঁ। পিছে ঘৰ এৰিবৰ উপায় নাই। কি নাম ৰাখিছ ছোৱালীজনীৰ—"

লাজ লাজকৈ বাবৰে ক'লে, "আমি কেতেকী বুলি মাতোঁ।"

"এদিন ৰাণীকে কেতেকীকে লৈ আহিছিচোন—চাবক দেখুৱাই যাবিহি। চাবে দেখিলে বৰ বং পাব—"

"এৰা, আনিব লাগিব। আমাৰো ঘৰখন এৰি আহিবলৈ বহুত অসুবিধা।"

"ৰাতিপুৱা আহি আবেলি ঘুৰি যাবি।"

বাবৰে সম্মতি জনালে।

সকৰৈ ক'লে, "চাব ভালেই আছে, ভাল হ'ব। ভাল ডাক্তৰৰ হতুৱা চিকিৎসা কৰাব লাগে।"

বাবৰে জেপৰপৰা উলিয়াই দহখন দহটকীয়া ন'ট বাইৰেউক দিলে।

ক'লে, "মোৰ আগৰ নিচিনা কাৰবাৰ নাই। সকস্নৰা ঠিকাঠুকলি কৰিছোঁ। দোকান এখনো দিয়াইছোঁ। পিছে বৰ লাভ নহয়। সেই দেখি খেতিতহে বেছিকৈ লাগিছোঁ। যি তুপইচা ওলাই আছে—খেতিৰপৰাহে।"

"যুদ্ধৰ দিননে কিবা মুঠিয়ে মুঠিয়ে ধন ঘটিবলৈ। খেতিলৈ আওহেলা নকৰিবি। খেতিয়েহে তৰাব।"

জলপান খাই বাবৰ মাষ্টৰৰ ওচৰলৈ ওলাই আহিল। মাষ্টৰণীয়ে তামোল দিলে আৰু হাতত লৈ থকা ন'টকেখন দেখুৱাই ক'লে, "ই এইয়া দিছে—"

"একো নহয় চাব—" বাবৰে সংকোচেৰে ক'লে।

মাষ্টৰৰ শেঁতা মুখখন যেন অলপ পোহৰ হৈ উঠিল।

মাষ্টৰে ক'লে, "তই আগেও দিছ। কিমান দিবি? তোক এটা কথা কওঁ বাবৰ, ভুল নুবুজিবি। মোৰ পাছত বাইদেৱেৰে কি খেতি কৰি খাব? কোনোবাই কাঢ়ি ল'ব। আমাৰ মাটি এতিয়াও পাঁচ পুৰামান আছেগৈ। বাৰ পুৰাৰ সেইয়া আছেগৈ—মোৰ চিকিৎসা কৰোঁতেই সেইবোৰ শেষ কৰিলোঁ। আমাৰ মাটিখিনি তয়ে কিনি ল। দেশদস্তুৰ মতে যি দিয় দিবি—"

বাবৰ উচপ খাই উঠিল। মুৰ জোকাৰি সি ক'লে, "সেইটো কেতিয়াও নহ'ব চাৰ। মানুহে মোক কি বুলিব? আৰু চাৰ, ভগবানে আপোনাক ভাল কৰিব, লাগিলে মোৰ মানুহ দি মই আপোনালোকৰ মাটিত খেতি কৰাই দিম।"

মাষ্টৰণীয়ে ক'লে, "তেনেহ'লে তাৰে এটা দিহা কৰ। ভঁড়ালৰ ভাতমুঠি বছৰ জোৰাকৈ খাবলৈ হ'লেও আমাৰ কাৰণে বহুত।"

"তোমালোকে চিন্তা নকৰিবা বাইদেউ। অইনক নেপালে মোৰ মাটিত লাগিলে কাৰোবাৰ হতুৱা খেতি কৰাই, তোমালোকৰ মাটিত মই খেতি কৰি দিম। মাটি চাৰ কেতিয়াও নেবেচিব।"

বাবৰৰ কথাত যেন মাষ্টৰে দেহ মনত বহুত বল পালে। নিশকতীয়া গাৰেই মাষ্টৰণীৰ গাত ভেজা দি মাষ্টৰ বহিল।

লাহে লাহে ক'লে, "জীৱনত একো কৰিব নোৱাৰিলোঁ, জেলে ফাটেকে লুকাই পলাই ফুৰাই দেহাটো ঘুনীয়া কৰিলোঁ। মাজে মাজে ভাবো একেলগে দেশৰ কাম কৰা শৰ্মা বৰদলৈহঁত মন্ত্ৰী হৈছে, তেওঁলোকলৈ লেখোঁ—সহায় বিচাৰি। পিছে সত নেযায়। অন্য কিবাৰ কাৰণে খুজিব পাৰি, নিজৰ কাৰণে খুজিব পাৰি নেকি? নহয় জানো?"

মাষ্টৰৰ তাগিদাতে দুপৰীয়াৰ ভাতো তাতে খাই আবেলিহে বাবৰ ঘৰলৈ ঘুৰিব পাৰিলে। মাষ্টৰণী তাৰ লগে লগে ভালেমান ডোখৰ আহিল।

"ডাক্তৰে কৈছে মাষ্টৰৰ মাতষাৰহে টনটনীয়া হৈ আছে। ভিতৰখনত একো নাই। ভগবানে যি কৰে, মইনো কি কৰিম? তই ভু লৈ থাকিবি।"

বিষন্নমনেৰে বাবৰে বিদায় ল'লে।

## পাঁইত্রিশ

আহিন শেষ হওঁ হওঁ। নৈপৰীয়া দ হোলাবোৰো ভাদৰ শেষত সকলোৱে কই শেষ কৰিলে। শাওণত ৰোৱাবোৰৰ কথাই নাই, ভাদত ৰোৱা ধানবোৰো এতিয়া সজালি ধৰি লহপহীয়া সেউজীয়া হৈছে। মাজ ভাদতে সৰু বানপানী এটা আহিছিল। খেতিৰ বিশেষ অপকাৰ নকৰিলে। মাজে মাজে কিছু ৰোৱা মাৰিলে, সেইটো প্ৰত্যেক বছৰেই হয়। বৰ বান ভৰ খেতিৰ সময়ত আহিলেহে বিপদ। সৰু বানে পলস পেলাই মাটি সাকুৱাহে কৰি থৈ যায়।

বাবৰ নিজৰ খেতিপথাৰৰ মাজৰ ওখ চাপৰিটোৰ ওপৰতে ৰ'দ। ৰ'দজাক কোমল হৈ আহিছে। বহুত দূৰৰপৰা এজাক কোমল সেউজীয়া বতাহ জান-নেজানকৈ উৰি আহিছে। বতাহজাকত এটা মাদকতাভৰা কেঁচা গোন্ধ, ধাননিৰ গোন্ধ, পানী শুকাই যোৱা পথাৰৰ গোন্ধ। এই গোন্ধৰ লগত যেন খেতিয়কৰ গাৰ ঘামৰ গোন্ধো মিহলি হৈ আছে, গাঁৱৰ বাংগালী জীয়াৰী বোৱাৰীৰ হাঁহিৰ গোন্ধো মিহলি হৈ আছে।

বাবৰৰ মনত পৰাৰ পৰা এই গোন্ধৰ লগত চিনাকি আছে। কিন্তু তাৰ নিজৰ পথাৰৰ ওপৰেদি ওপঙি উটি যোৱা এই বতাহজাক যেন অলপ বেলেগ, আনৰ পথাৰৰ ওপৰেদি বৈ যোৱা জাকৰ নিচিনা নহয়।

সউপিনে হাবিখনৰ কাষলৈকে এইয়া অন্ত নোহোৱা সেউজীয়া। নৈৰ পাৰৰ বগা কঁহুৱাবোৰ ফুলিবলৈ আৰম্ভ কৰিছে। সেউজীয়া, সিপাৰে সিহঁতক হালিজালি থকা যেন যেন লাগে। কঁহুৱা ফুলবোৰ

কোমল, ধাননিৰ সেউজীয়াবোৰ কোমল, বতাহজাকৰ গা-শীতলাই যোৱা পৰশটোও কোমল, তাৰ মনটোও কোমল হৈ উঠিল। সি যেন এই বতাহজাকৰ গালত গাল থৈ শুই পৰিব আৰু বতাহজাকৰ লগত কথা নোহোৱা কিবা কথা পাতিব, যি কথা সি কোনো আপোনজনৰ লগতো পতা নাই, মুছলিমাৰ লগতো পতা নাই। এই কথা অতি নিবিড়, অতি গভীৰ, এই কথা জীৱনৰ সকলো নোকোৱা কথাৰ সমান অৰ্থপূৰ্ণ।

ঘূৰি ঘূৰি বাবৰে চাৰিওপিনে চালে। কিছুমান ধানৰ চাগে গেৰেলি ধৰিছেই, সিহঁতৰ গাবোৰ গাভিনী হৈছে, সিহঁতৰ পাতবোৰ নহৰু-পাত যেন সেউজীয়া হৈছে।

এইটোৱেই সময়। ধাননি সেউজীয়া হোৱাৰ এইটোৱেই সময়। মাটিৰ বুকুৰপৰা, ৰ'দৰ বুকুৰপৰা, বতাহৰ বুকুৰপৰা, আকাশৰ বুকুৰপৰা জীৱনৰ সকলো কেঁচা সেউজীয়া প্ৰাণৰস শুহি লৈ তজবজীয়া হৈ উঠাৰ এইটোৱেই সময়।

ইয়াৰ পাছত আহিব হেমন্ত।

তাৰ পাছত আহিব শীত।

সেউজীয়াবোৰ হালধীয়া হৈ যাব। কোমল গেৰবোৰ পূৰঠ ধান হৈ যাব। গছৰ জীৱন গুটিৰ মাজলৈ সোমাই যাব।

তাৰ পাছত—

তাৰ পিছত—

তাৰ পাছত চাওঁতে চাওঁতেই এই বিস্তীৰ্ণ কেঁচা সেউজবোৰ নোহোৱা হৈ যাব। মাটিৰ বুকুৰ ওপৰত ক্ৰমে বিয়পি পৰিব এক মৰমভৰা কোমল সোণালী—শীতৰ চেঁচা বুকুত এই নিৰুত্তাপ সোণালীয়ে আগ জাননী দিব সমাগত এক মৃত্যুৰ, এটা বছৰৰ মৃত্যুৰ।

অকাৰণতে বাবৰৰ মনটো গধুৰ লাগিল। চাওঁতে চাওঁতে ময়ো সেখোন আত্মহীয়া হৈ আহিছো। জীৱনত সেখোন একো কৰাই

হোৱা নাই। বিয়া কৰোৱাটোৱেই জীৱনৰ একমাত্ৰ কাম জানো? কিন্তু আমাৰ নিচিনা মানুহৰ আৰু নো কি কাম আছে? শস্যৰ পথাৰত খেতি কৰা, আৰু এজনী তিৰোতা বিয়া কৰাই সন্তানৰ জন্ম দিয়া।

হয়তো আৰু ছয় সাত মাহৰ মূৰত বাণীৰ আৰু এটা সন্তান উপজিব।

এইবাৰ এটা লৰা হ'লে মোক আৰু একো নেলাগে। মোৰ পাছত সি হ'ব মোৰ সকলো বস্তুৰে উত্তৰাধিকাৰী—মোৰ ঘৰবাৰী, মোৰ খেতিৰ পথাৰ, মোৰ সা-সম্পত্তি, সেইবোৰ সি ৰক্ষা কৰিব, সেইবোৰ ৰক্ষা কৰি সি মোৰ বংশ ৰক্ষা কৰিব—আমাৰ পুৰুষতিৰ সন্মান ৰক্ষা কৰিব। তাৰ লগত তাৰ নিজৰ অৰ্জনৰ সম্পদ সি যোগ দিব।

বাবৰৰ এই কথাবোৰ চিন্তা কৰি ভাল লাগিল। নল মৰি গজালি ওলাব, গজালি আকৌ নল হ'ব, দুনীয়া এনেকৈয়ে চলি আহিছে, চলি থাকিব।

যেতিয়ালৈকে শস্যৰ পথাৰ থাকিব, যেতিয়ালৈকে পথাৰৰ শস্য থাকিব, তেতিয়ালৈকে মানুহ থাকিব, জীৱ থাকিব, প্ৰাণী থাকিব, প্ৰাণীক ৰক্ষা কৰিব লাগিলে, পথাৰ ৰক্ষা কৰিব লাগিব।

আজি বাবৰৰ মনত কিবা খেলিমেলি, আগ-গুৰি নোহোৱা কথাবোৰ খেলাইছে।

মাজে মাজে তাৰ মনটো ভাল লাগে, মাজে মাজে বেয়া লাগে।

পথাৰখনত জীৱন আছে, ধাননিৰ সেউজীয়াবোৰৰ মাজত জীৱনৰ অক্ষয় প্ৰতিশ্ৰুতি আছে।

বাবৰে হাতেৰে হালিজালি থকা ধানবোৰ চুলে।

এইয়া সেউজৰ স্পৰ্শ জীৱনৰ স্পৰ্শ, নাৰীৰ দেহাৰ নিচিনা মৰমৰ স্পৰ্শ।

তাৰ মুখৰপৰা আপোনা আপুনি এটা বাউল ওলাই আহিল। ক'ৰ লোকবাকৈয়ে সি গাই গাই পথাৰৰ মাজে মাজে ঘূৰি ফুৰিলে—

মনেৰে মানুষ পাইলাম না
    মনে মনে ভাবছি গো তাই।
আমাৰ মনেৰ দুখ্‌খু মনে ৰইল,
    মনে মনে ভাবছি তাই।
বন পোড়া যায় সবাই দেখে
মনেৰ আগুন কেউ না দেখে,
    আমি কাৰ ছায়াতে প্ৰাণ জুৰাই।
কি সাধনে পাইব তাৰে,
যে আমাৰ জীৱনেৰ ধন ৰে,
    আমি সেই আশাতেই ঘুৰে বেড়াই।
দৰগা মসজিদ সব ঘুইৰাছি,
মোল্লা মুন্সি সব জিগাইছি,
    আমি কোনখানে বা তাৰে পাই।
    মনেৰ মানুষ পাইলাম না,
    মনে মনে ভাবছি গো তাই—

## ছয়ত্রিংশ

বহুত মানুহ পূব পাকিস্তানলৈ গৈছে। আনকি কিছুমান অসমৰ বিভিন্ন নগৰ চহৰত দোকান পোহাৰ দি, ব্যৱসায় বাণিজ্য কৰি থকা মানুহ পূব পাকিস্তানলৈ গৈছেগৈ। গাঁৱত আনৰ ঘৰত থাকি খেতি বাতি কৰা, কাম্‌লা কৰি খোৱা কিছু মানুহো গৈছে। বিশেষ বাধা নাই। দেশ স্বাধীন হৈছে। ভাৰত আৰু পাকিস্তান দুখন ৰাষ্ট্ৰ হৈছে, কিন্তু সাধাৰণ খেতিয়ক মানুহে, সাধাৰণ দোকানী-পোহাৰীয়ে ইয়াৰ কোনো ৰাজনৈতিক তাৎপৰ্য্য বুজি পোৱা নাই। বেছ উল্লাস আৰু আশাৰেই মানুহবোৰ গৈছে।

কিছুমান নাই যোৱা। কিছুমান গৈছে পূব পাকিস্তানত ফুৰি মেলি আগৰ চিনাজনা আত্মীয় কুটুম্বৰ লগত দেখা সাক্ষাত কৰি নতুন দেশখনৰ আওভাও বুজ-বতৰা লৈ আহিবৰ কাৰণে।

বাৰযহঁতৰ গাঁৱৰ কিছু মানুহো গৈছে। কোনোবা একেবাৰে গৈছে, কোনোবা আকৌ ঘূৰি আহোঁ বুলি গৈছে আৰু কোনোবাই একো ঠিক নকৰাকৈ গৈছে। সুবিধা হ'লে থাকি যাব, নহ'লে আকৌ অসমলৈকে ঘূৰি আহিব।

সাধাৰণ মানুহৰ কথাই নাই, আনকি ৰাজনীতিবিদ সকলে-আৰু চৰকাৰী বিষয়া কিছুমানেও দেশখন বিভাজন হোৱাৰ ফলত ৰাজনৈতিক অৰ্থনৈতিক সামাজিক সাংস্কৃতিক যি পৰিবৰ্তন আহিব পাৰে তাৰ বিষয়ে সচেতন হোৱাৰ অৱকাশ বিচাৰি পোৱা নাই। ভাৰত বিভাজন হৈ দুখন ৰাষ্ট্ৰ হোৱাতকৈ ভাৰত স্বাধীন হোৱাটোহে বেছি ডাঙৰ কথা বুলি ভাৱিছে। বহুতজনীয়া দুখন এখন্দ এ

পৰিল, এটা দীঘল আন্ধাৰ ৰাতি শেষ হ'ল, এখন নতুন দেশৰ জন্ম হ'ল—এইয়াই ডাঙৰ কথা। বহুতে সেই দেখি স্বাধীন হোৱা সিখন দেশ এবাৰ চাই আহিবৰ কাৰণেই ছিলেট, ঢাকা, মৈমনচিং, নোৱাখালী, চট্টগ্ৰাম, কুমিল্লালৈ যাত্ৰা কৰিলে।

বাবৰক ভালেমানে লগ ল'লে। সকলো যোৱা দেখি বাবৰৰো যাবৰ মন গৈছে। কিন্তু গ'লেও সি ঘূৰি আহিব। সি ইয়াত অসমৰ প্ৰজা হৈ থাকিব, ভাৰতৰ প্ৰজা হৈ থাকিব। এই দেশ সি নেৰে।

কিন্তু নিজৰ গাঁও-ভূঁই, নৈ-নিজৰাবোৰ এবাৰ চাই আহিবৰ কাৰণে তাৰো মন নোযোৱা নহয়। তাৰ মনৰ মাজৰপৰা মচ খাই যাব ধৰা তাৰ ল'ৰালিৰ পৃথিৱীখনক আকৌ এবাৰ চাই আহিবৰ কাৰণে তাৰ মনৰ মাজত উৎকণ্ঠাৰ জন্ম হৈছে।

সি অলপ দোমোজাত পৰিল। খেতিবাতি সামৰি এজনীয়া হৈ যাব পাৰিলে, সি নিশ্চিন্তভাবে কিছু সৰহদিন থাকি ফুৰাচকা কৰি আহিব পাৰিব। কিন্তু খেতি সামৰালৈ ৰাণীৰ দ্বিতীয় সন্তানটোৰ জন্ম দিয়াৰ সময় হৈ আহিব। সেই সময়ত সি ঘৰত নেথাকিলে ৰাণীৰ বহুত অসুবিধা হ'ব। আঘোণ সোমাওঁতে! নোসোমাওঁতেই গ'লে, ততাতৈয়াকৈ ঘূৰি আহিব লাগিব—খেতি চপাবৰ কাৰণে।

ৰাণীৰ লগতো আলোচনা কৰি অৱশেষত বাবৰে কাতিৰ শেষৰ ফালে যোৱাটোকে ঠিক কৰিলে। লাগিলে পাছত আকৌ এবাৰ যাব—এইবাৰ অন্যান্যৰ লগতে গৈ, কেইদিনমান থাকি অলপ ফুৰামেলা কৰি ঘূৰি আহিব।

ইয়াত আছে শস্যৰ পথাৰ আৰু ৰাণী। 'দেশত' আছে বহুত সৌৰৱণীৰে চিত্ৰবিচিত্ৰ হৈ থকা তাৰ ওপজা গাঁওখন, তাৰ দুখীয়া, নিৰক্ষৰ, ধৰ্মভীৰু, আজীৱন মেহনত কৰি খোৱা মানুহবোৰ, তাৰ চিনাকি মানুহবোৰৰ কিমান বা আছে, কিমান বা মৰি-হাজি শেষ হৈ গৈছে। বাবৰৰ এটা নিশ্চিত বিশ্বাস যে দেশৰ নাম সলনি হ'লেই,

দেশৰ চৰকাৰ সলনি হ'লেই, দেশৰ মাটি সলনি নহয়, নৈ সলনি নহয় পৰ্বত সলনি নহয়, বায়ু সলনি নহয়, পানী সলনি নহয়, ৰ'দ বৰষুণ সলনি নহয়। গতিকে পূৰ্ব পাকিস্তান চাবলৈ যোৱা মানে নতুন চৰকাৰটোৱে কি নতুন পৰিবৰ্তন আনে তাক চাবলৈ যোৱাহে। এই বিষয়ত তাৰ বৰ বেছি আগ্ৰহ বা কৌতূহল নাই।

সি 'দেশ' এৰি আহিবৰ ১২/১৩ বছৰহে হৈছে, কিন্তু তাৰ মনতে লাগে যেন কেইবাটাও যুগ পাৰ হৈ গ'ল। সি যেন বহুত যুগৰ আগতে, বহুত শ হেজাৰ মাইল দূৰ বাটকুৰি বাই সি এইখন নতুন ঠাইত ৰৈছেহি। আৰু সি যেন বহুত বুঢ়া হৈ গৈছে। ৰাণীৰ কাষত তাৰ নিজকে বুঢ়া যেন নেলাগে, তাৰ ছোৱালীজনী কেতেকীৰ কাষত তাৰ বুঢ়া যেন নেলাগে, ধাননি পথাৰৰ মাজত থাকিলে তাৰ বুঢ়া যেন নেলাগে।

কিন্তু যেতিয়াই সি অকলশৰীয়া হয়, যেতিয়াই সি তাৰ এৰি অহা অতীতটোৰ'মুখামুখী হৈ থিয় হয়, তেতিয়াই তাৰ নিজকে এটা বহুত প্ৰাচীন বুঢ়া-মানুহ যেন লাগি যায়, তেতিয়া তাৰ বেয়া লাগে।

এতিয়া যিখন দেশ পূৱ পাকিস্তান হৈছে সেইখন দেশ তাৰ মচ নোযোৱা সোঁৱৰণীত জীয়াই আছে—হাঁহি আনন্দ, দুখ বেজাৰ মিহলি এখন মৰমী গাঁও হিচাপে। সেই চেনেহী গাঁওখনকে সি বিচাৰি যাব, তাৰ নাম পাকিস্তানেই হওক বা যিয়েই নহওক কিয়।

কথাবোৰ এনেকৈ চিন্তা কৰি সি এটা তৃপ্তি পালে, তাৰ বুঢ়া নোহোৱা যেন লাগিল।

এদিন মুছলিমাই আহি ক'লে, "কোনোবাই নিওঁ বোলা হ'লে মোৰো এবাৰ দেশলৈ যাবৰ মন আছিল।"

"সঁচাকৈয়েনে? গ'লে আকৌ ঘূৰি আহিবিনে নাহ?"

"ইয়াত যেনেকৈ 'আকৌ ঘূৰি আহিবিগৈ দেই' বুলি কোনো কওঁতা নাই, তাতো 'যাব নেলাগে ইয়াতে থাক' বুলি কওঁতাও কোনো নাই।" মুছলিমাই ক'লে।

"আৰু মই যদি লগত লৈ যাওঁ ?"

"কোনোবাই লগত লৈ গ'লেই লগত লৈ আহিবনে কিবা, কিহক গৰজত আনিব ?"

অলপ চিন্তা কৰি বাবৰে ক'লে, "এইবাৰ মই অকলেই যাওঁ—তইঁত যাব নেলাগে। পাছত এবাৰ ৰাণীক, তোক সকলোকে লৈ গৈ দেখুৱাই আনিমগৈ।"

"হ'ব দিয়া। পাকিস্তানলৈ যাবলৈ মই ঢপলিয়াই অহা নাই। অন্য এটা কথাৰ কাৰণেহে আহিলোঁ।"

"ক—"

"লাহে লাহে ধান পকিবৰ হ'বই—"

"এৰা—"

"দাৱনী নেলাগিব জানো ?"

"নহ'লে কেনেকৈ হ'ব ?"

"মই ইয়ালৈকে গুচি আহিব খুজিছোঁ, ধান দাই দিম, আৰু—"

"তোকনো মই কোন দিনা অইন ঠাইত থাকিবলৈ যাবলৈ কৈছোঁ ? তইহে নেথাকি গুচি যাৱ।"

"এৰা। মই কিবা দেখোন একে ঠাইতে থাকিব নোৱাৰোঁ। কিবা মনটো ইচাট-বিচাট লাগে।"

"মনটো নে দেহাটো ?"

"জানো, মনেইনে দেহাই।"

"দেহাটো ক'ৰবাত বৈ গ'লে মনটোও বৈ যাব।" বাবৰে ক'লে।

মুৰ জোকাৰি মুছলিমাই ক'লে, "গুছোঁ, মহয় যেন পাইছোঁ, বিচনাত শুই থাকোঁ, দেহাটো ঘৰৰ ভিতৰত মনটো তেতিয়া আকৌ দিহিঙে দিপাঙে ঘুৰি ফুৰে। আহিম তেনেহ'লে ?"

"তই আহিলে ভাল পাম। ৰাণীৰ এটা লগ হ'ব, ময়ো নিশ্চিন্ত হ'ম। পিছে হঠাৎ যে ভাবপৰা গুচি আহিবলৈ ওলাইছ ?"

"সেই আগৰ বেমাৰটো—"

"তাৰ মানে ?"

"তাৰ মানে—মাখি—এটা ছুটা নহয়, এজাক।"

"মাখিনে ভোমোৰা ?" তাৰ পাছত বাবৰে গুণগুণাই গান আৰম্ভ কৰিলে :

নিশীথে যাইওৰে ফুলবনে ৰে
ভোমোৰা—
নিশীথে যাইও ফুলবনে।
জ্বালায়ে চান্দেৰ বাতি,
জেগে ৰব' সাৰা ৰাতি গো—

মুছলিমাই ক'লে, "নিশীথৰ কথাই নাই, দিনতে থকাটো টান হৈছে।"

"ৰক্ষা পৰাৰ এটা উপায় আছে।"

"কোৱাচোন—"

"সেই ভোমোৰাদলৰ মাজৰপৰা ভাল চাই এটা ভোমোৰা নিগাজীকৈ নিজৰ কৰি ল। তেতিয়া বাকীবোৰ লাহে লাহে আঁতৰি যাব।"

"এই তুমি যে মোৰ লগত ইমান বেয়া কথাবোৰ পাতিছা, আজিকালি তুমি নামাজ-চামাজ পঢ়ানে নপঢ়া ?"

"নামাজ পাঁচ বাৰহে পঢ়িব লাগে—বাকী—"

দুয়ো ৰাণীৰ ওচৰ পালেগৈ।

"মুছলিমা আমাৰ ঘৰত থাকিব—" বাবৰে ক'লে।

ৰাণীয়ে মুছলিমাৰ মুখলৈ চালে। মুছলিমাই ৰাণীৰ শকত গাটোৰ ফালে চালে। তাৰ পাছত ক'লে, "আজিয়ে থাকোঁ বুলি অহা নাই। ধান দাবৰ হওক, তেতিয়া আহিম বুলি ভাবিছোঁ।"

"দুদিনমান আগতে আহিব নোৱাৰানে ? এওঁ দেশলৈ যাবলৈ ওলাইছে।• মোৰ লগত থাকোঁতে তেনেকৈ কোনো নাই।"

"আহিম বাক, চিন্তা নকৰিবা। পিছে মোৰো অ'ৰপৰা ভ'ত

জঁপিয়াই ফুৰি আমনি লাগিছে আৰু। ক'ৰবাত থিতাপীকৈ বৈ বৈ যাবৰ মন গৈছে আৰু।"

"মইতো কৈছোঁৱেই—"বাবৰে ক'লে। তাৰ পাছত বাণীৰ ফালে চাই ক'লে, "তাইক বোলে ভোমোৰাই বৰ দিগদাৰী কৰিছে—"

বাণীয়ে গহীনাই ক'লে, "ক'ৰবাত থিতাপী লাগি বৈ যাবৰ মন সকলোৰে যায়। মানুহক এটা থিৰ আশ্ৰয় লাগে।"

বাবৰে ক'লে, "আশ্ৰয় যদি লব খোদ আল্লাত আশ্ৰয় লবি, আৰু মাটিত আশ্ৰয় লবি। অন্য একোতে বিশ্বাস নাই।"

মুছলিমাই ক'লে, "দীঘল দাড়ি একোচা ৰাখা, একদম মৌলবীয়ে কথা কোৱাদি কৈছা।"

মুছলিমা চাহ ভাত খাই বিদায় লৈ গ'লগৈ।

বাণী আৰু বাবৰ দুয়ো সকাহ পোৱাদি পালে।

বাবৰে দেশলৈ যোৱাৰ যা-যোগাৰ কৰাত ধৰিলে।

## সাতত্ৰিশ

মানুহ সদায় অতৃপ্ত, অসন্তুষ্ট। ভিতৰত থাকিলে বাহিৰলৈ ওলাই যাবলৈ বিচাৰে, বাহিৰত থাকিলে ভিতৰলৈ সোমাই আহিবলৈ বিচাৰে। ওচৰত থাকিলে দূৰলৈ আঁতৰি যাবলৈ বিচাৰে, দূৰত থাকিলে ওচৰলৈ ঘুৰি আহিবলৈ বিচাৰে। এই চঞ্চলতাই, এই অস্থিৰতাই জীৱনটোক নিৰস নোহোৱাকৈ ৰাখে, ভৱিষ্যতক আকৰ্ষণীয় কৰি ৰাখে, অতীতক অবিস্মৰণীয় কৰি ৰাখে, বৰ্তমানক বৈচিত্ৰ্যময় কৰি ৰাখে। আমাৰ অজ্ঞাতেই এই অতৃপ্তি আৰু অস্থিৰতাই জীৱনৰ একাবেঁকা গতিপথক লক্ষ্যহীন লক্ষ্যৰ ফালে টানি লৈ যায়। অহা যোৱাৰ গম নিদিয়াকৈ আহি গুচি যোৱা সৰু সৰু ক্ষণবোৰে আমাক জীৱনৰ অন্তিম ক্ষণৰ কাৰণে সাজু কৰে।

নিজৰ ঘৰৰ পুৰণি ভেটিটোৰ ওপৰত অকলশৰে থিয় দি বাবৰে তাকেই ভাবিছিল। সিহঁতৰ ঘৰবাৰীবোৰ ভাগিছিগি গৈছে। অকল সিহঁতৰ ঘৰখনেই নহয়, সিহঁতৰ গোটেই গাঁওখনেই থানবান হৈ গৈছে। দৰিদ্ৰতাৰ চেপাত জুকলা হ'লেও গাঁওখন জীৱন্ত আছিল, তাত মানুহ আছিল, ল'ৰাবুঢ়া, ডেকাগাভৰু, জীয়াৰী বোৱাৰী আছিল, আগৰ মানুহবোৰৰ বহুতেই এতিয়া নাই। কোনো কোনো নতুন মানুহ গাঁওখনলৈ আহিছে।

বাবৰৰ সমনীয়া ল'ৰা কিছুমান যে'হ ডেকা হৈছে। বিয়াবাৰু কৰাইছে। ডেকাবোৰৰ প্ৰায় সকলোৰে মুখত এখন নতুন ৰাষ্ট্ৰৰ বাসিন্দা হোৱাৰ উৎফুল্লতা। সকলোৰে মুখত পাকিস্তানৰ কথা। সিহঁতে কেনেকৈ পাকিস্তান আনিলে তাৰ ৰোমাঞ্চকৰ বিৱৰণ।

কথাবোৰ শুনি বাবৰে ভালেই পালে। কিন্তু কেইদিনমান যোৱাৰ পাছত সি লক্ষ্য কৰিলে যে মুখৰ আগতে নহ'লেও ফুচফুচীয়াকৈ বাবৰক সিহঁতৰ কোনো কোনোৱে বিদেশী বুলিবলৈ আৰম্ভ কৰিছে, হিন্দুস্থানী বুলিবলৈ ধৰিছে, আৰু কোনো কোনোৱে জিন্নাই বিচৰামতে অসমখন কিয় পাকিস্তানত নোসোমাল সেই বিষয়েও তাক প্ৰশ্ন কৰা আৰম্ভ কৰিলে।

বাবুৰৰ কিছু অস্বস্তি লাগি আহিব ধৰিলে। সি যে মুছলিম লীগৰ প্ৰাৰ্থীক জিকাবলৈ নিৰ্বাচনত খাটি মেলি দিছিল সেই কথাত বুজাই ক'লে। কিন্তু তাৰ ব্যাখ্যাত যেন কোনো সন্তুষ্ট হ'ব নোৱাৰিলে।

খবৰ কৰি বাবৰে গম পালে যে, ডেকা জমীদাৰ মোজাম্মিল হক মন্ত্ৰী হৈছে কথাটো জানিব পাৰি সি বৰ হতাশ আৰু নিৰুৎসাহিত হৈ পৰিল। আগৰ জমীদাৰেই যদি এতিয়াৰ পাকিস্তানৰ মন্ত্ৰী হয়, তেন্তে পাকিস্তান হৈনো চুখীয়াবোৰৰ কি লাভ হ'ব?

নতুন চৰকাৰে কিন্তু বহুত কিবাকিবি কৰিম বুলি ঘোষণা কৰিছে, আৰু সাধাৰণ প্ৰজায়ো সেইবোৰ কথা বিশ্বাস কৰিছে। বৃটিছ গুঠেই গৈছেহে, দেশখন স্বাধীন হ'ল বুলি একে ৰাতিয়ে বননিত সোণৰ গছ গজিবনে?

ধৈৰ্য্য ধৰিব লাগিব, লাহে লাহে সকলো হ'ব।

মুখেৰে শলাগিলেও বাবৰে বিশ্বাস কৰিব নোৱাৰিলে। বাবৰে দেখিলে প্ৰায় মানুহৰে প্ৰধান আলোচনাৰ বিষয় হৈছে কোন কোন হিন্দু মানুহ পাকিস্তানত নেথাকি ভাৰতলৈ গুচি গৈছে। কাৰ মাটি ঘৰ কোনো কিনি লৈছে। ক'ৰ কিমান মুছলমান ভাৰতৰ পৰা পাকিস্তানলৈ গুচি আহিছে, কোনে কিমান ধন-সোণ লগত আনিছে। এই কথাবোৰত বাবৰে বৰ বেছি সোৱাদ নেপালে।

"তই একেবাৰে আহিলিনে আকৌ হিন্দুস্থানলৈ ঘুৰি যাবি?" কোনোবাই তাক সুধিলে।

"মই তাত মাটি ঘৰ অলপ কৰিছো, কিয়া বাৰুও কৰাইছো। মই তাতেহে থাকিম কিজানি।"

"তইঁতৰ নিচিনা মানুহবোৰৰ কাৰণেই অসমখন পাকিস্তানত নোসোমাল—"কোনোবাই মন্তব্য দিলে।

বাবৰে প্ৰতিবাদ কৰাৰ সাহস বিচাৰি নেপালে, প্ৰয়োজনো বোধ নকৰিলে। দেশ দুখন হৈ গৈছে, মনবোৰো দুভাগ হৈ গৈছে। হয়তো ইয়াৰ পাছত আৰু তেওঁলোকে আমাৰ মুখৰ আৰু মনৰ ভাষা বুজি নেপাব, আমিও হয়তো এওঁলোকৰ মুখৰ আৰু মনৰ ভাষা বুজি নেপাম। অথচ এইয়া মাটি একেই আছে, পানী একেই আছে, বতাহ একেই আছে, চৰাইৰ মাত একেই আছে। একেখন দেশকে দুখন কৰিলে। আমি মানুহবোৰহে বেলেগ হৈ গৈছো। ইয়াতো বহুত হিন্দু এতিয়াও আছে, ভাৰততো বহুত মুছলমান এতিয়াও আছে। ভাই ককায়ো বেলেগ হয়, সি বৰ বেয়া কথা নহয়। বেলেগ হৈ দুখন ঘৰ কৰি থাকিবলৈ ল'লে বুলিয়ে ভাই ককাইৰ তেজৰ সমধটো নোহোৱা হৈ যাবনে ?

বাবৰৰ মনত লাগিল যেন সি অহাৰ কাৰণে মানুহবোৰে বৰ ভাল পোৱা নাই, সি পৰদেশীয়েই নহয়, যেন সি পৰ—অনাত্মীয়। সি যিমান আশা লৈ, নিজৰ নতুন দেশখনলৈ, নিজৰ গাওঁখনলৈ আহিছিল, এতিয়া সিমানেই যেন সি ইয়াৰপৰা ঘূৰি যোৱাৰ হে প্ৰয়োজন অনুভৱ কৰিলে। এৰা, সি সোনকালে ঘূৰি যাব।

এদিন গৈ সি মবীয়মইঁতৰ গাঁও ওলালগৈ, তাৰ ল'ৰা কালৰ পুৰণি চিনাকি গাওঁ, একো সলনি হোৱা নাই। আকালে এইখন গাঁৱকো চুইছিল। কিছুমান মানুহ খাবলৈ নেপাই মৰিল। কিছুমান ক'ৰবাত হেৰাই গ'ল। যিবোৰ নোহোৱা হৈ গ'ল সিইঁতৰ কথা চিন্তা কৰি কোনো বহি থকা নাই। সকলো নিজ নিজ জীৱন সংগ্ৰামত লাগি আছে। অৱস্থাৰ কোনো উন্নতি বা পৰিবৰ্তন হোৱা নাই। বৰং যেন কিছু বেয়াৰ ফালেহে ঢাল লৈছে।

কিন্তু বাবৰে মানুহবিলাকৰ মনত এটা নতুন আশাই ঠাই লোৱা দেখা পালে। পাকিস্তান যেতিয়া হৈ গ'ল, এতিয়া যেন জীৱনৰ সকলো সমস্যাৰ সমাধান হৈ যাব। মানুহবোৰৰ জীৱনলৈ নতুন সুখ আৰু সমৃদ্ধিৰ জোৱাৰ আহিব। চৰকাৰৰ পক্ষৰপৰা দিনেৰাতিয়ে সাধাৰণ মানুহৰ মনত এই প্ৰচাৰ শক্তিশালী ভাবে চলাই থকা হৈছে। মানুহবিলাকেও অবিশ্বাস কৰা নাই। মানুহৰ মনৰ এই আশা আৰু বিশ্বাস দেখি বাবৰৰো ভাল লাগিল।

মগৰিবৰ নামাজ মছজিদ এটাত পঢ়ি বাবৰ মৰীয়মৰ মোমায়েকৰ ঘৰলৈ গ'ল।

মৰীয়ম ঘৰতে আছিল।

ওলাই আহি তাক বহিবলৈ দিলে। বাবৰক দেখা পাই তাইৰ মনত কেনে ভাব হৈছে, তাইৰ মুখলৈ চাই বাবৰে ধৰিলে নোৱাৰিলে।

উদাসীনভাৱে মৰীয়মে ক'লে, "কেতিয়া আহিলি ?"

"বাবৰে ক'লে।

"ৰাণীহঁতৰ ভাল ?"

"ওঁ।"

"ক'ত আছহি ?"

"আমাৰ গাঁৱত, আমজাদহঁতৰ ঘৰত।"

"আমাৰ ইয়ালৈ আহিবলৈ ইমান দিন লাগিলযে—"

"ইফালে সিফালে ফুৰিলোঁ।"

"কাক কাক লগ পালি ? তোক চিনি পালেনে ?"

"কিছুমানে পালে, কিছুমানে নেপালে। তই ভালে আছ।"

মৰীয়মে উত্তৰ নিদিলে।

মুড়ি গুৰেৰে দিয়া জলপান আৰু চাহপানী বাবৰে তৃপ্তিৰেই খালে

"আমাৰ পাকিস্তান কেনেকুৱা দেখিলি ?"

"নামটোহে সলনি হৈছে। আইন একো সলনি হোৱা নাই

যেন লাগিল—” বাবৰে গহীন-গম্ভীৰভাৱে মৰীয়মক ক'লে।

“সেইটো কম কথা নেকি? এতিয়া আমাৰ দেশত সকলো মুছলমান থাকিব। দেশখন মুছলমানে চলাব, আইন মুছলমানে কৰিব—”

বাবৰে ক'লে, “সকলো মুছলমানেই থাকিল বা সকলো হিন্দুৱেই থাকিল, সেইটো বৰ ডাঙৰ কথা নেকি?”

“কেলেই ডাঙৰ কথা নহ'ব? কৈছে বোলে পাকিস্তানত হিন্দু নেথাকে, অকল মুছলমানহে থাকিব।”

“অকল মুছলমান থাকিলে কি হ'ব? হিন্দু নেথাকিলে কি হ'ব? পাকিস্তানত কোনো দুখীয়া মানুহ নেথাকিব বুলি ক। কোনো বেয়া বদমাছ গুণ্ডা নেথাকিব বুলি ক, ঠগ-ফাকিবাজ, চোৰ ডকাইত নেথাকিব বুলি ক—তেতিয়া বুজিম যে পাকিস্তান হৈ ভাল হৈছে।”

“পাকিস্তান হোৱাটো বেয়া হৈছে বুলি ক'বিনেকি?”

“মই বেয়া বুলিলে যেনেকৈ পাকিস্তান বেয়া নহয়, তেনেকৈ ভাল বুলিলেও ভাল নহয়। সেইটো ইয়াৰ বাইজৰহে কথা।”

“তইঁত তাতে থাকিবিনে ইয়ালৈ গুচি আহিবি?”

“নাহোঁ। ইয়ালৈ আহি কি কৰিম? ইয়াত কিটো আছে?”

“তোৰ ওপজা ঠাইখনলৈ মৰম নাই?”

“মৰম থাকিলেইতো নহয়, তাত ঘৰবাৰী কৰিলোঁ মাটি ভেটি কৰিলোঁ। সেইবোৰ কেনেকৈ এৰি আহিম?”

“অন্য বহুতেই আহিছে।”

“আহক। মই নাহোঁ। সেইখন দেশো দেশ, এইখন দেশো দেশ।”

“এইখন আমাৰ নিজা-দেশ।” অলপ চিন্তা কৰি বাবৰে ক'লে।

“সেইটো হয়। এইখনো মোৰ নিজা দেশ বুলিহে বৰ হেপাহ কৰি ইয়ালৈ আহিছিলোঁ। পিছে ইয়াৰ মানুহবোৰে মোক দেখোন নিচলা-নজনা ভাও ধৰা যেনেহে পাইছোঁ। মই সাধাৰণ মানুহ—কি হিন্দুস্তান-পাকিস্তান কৰা মানুহ! পিছে ইয়াৰ কিছুমান মানুহে

মোক এনেকৈহে কথা কৈছে যেন মইহে গোটেই অসমখন পাকিস্তান নোহোৱাকৈ ৰাখিলোঁ। কথাবোৰ মই ভাল পোৱা নাই।"

বাৰবে যাবৰ কাৰণে বিদায় লব খুজিলে। মৰীয়মে জকজকাই উঠিলে, "কলৈ যাবি আকৌ। কথা বতৰা একো পতাই নাই। আহি পায়ে পাকিস্তান হিন্দুস্থান উলিয়ালি। নোৱাৰ যাব। আজি ইয়াতে থাকিব লাগিব।"

"ঘৰত আৰু মানুহ নায়েই নেকি?"

"কেলেই নহ'ব? মতা মানুহ নাই। জীয়াৰী বোৱাৰী আছে। তোৰ আগত কেলেই ওলাব?"

"কোনেনো ওলাবলৈ কৈছে।" মৰীয়মে খুকখুকাই হাঁহিলে।

"কি হ'ল? হাঁহিছ যে—"

"সেই যে আমাৰ তাত নেথাকোঁ বুলি উচাট মাৰি ইয়ালৈ গুচি আহিছিলোঁ—"

"ওঁ, আহিছিলিতো—"

"এইখনত একো নাই বুজিছ। চৰকাৰে বহুত কিবা কৰিম বুলিছে, পিছে এতিয়ালৈকে ওহোঁ। নগৰ চহৰত কিবা হৈছে যদিও, গাঁওবোৰত একো হোৱা নাই—"

"অসমৰ গাঁওবোৰতো একো হোৱা নাই।"

"তইঁতৰ গাঁওখনৰ মিচিনাকৈ এই গাঁওখনো আকালত উছন গ'ল জানিছ। ক'ৰ মানুহ যে ক'লৈ গৈ ক'ত মৰিলগৈ কি ঠিক আছে? ইয়াত ঘৰত আমাৰ মাজু মোমাইৰ অঁকৰা ল'ৰাটো আছে। বাকীবোৰ ক'ৰবা ক'ৰবাত আছে যদিও ভিখাৰী মগনীয়া হ'ল। আগে আমাৰ মানুহবোৰে ভাবিছিল হিন্দুৱেহে মুছলমানক দুখীয়া কৰি ৰাখিছে। পিছে এতিয়া হিন্দুবোৰৰ সৰহভাগ হিন্দুস্থানলৈ গুচি গ'ল। এতিয়া মানুহবোৰে বুজিছে ধনীবোৰেহে মানুহবোৰক দুখীয়া কৰি ৰাখিছে। ধনীবোৰৰ যেনেকৈ কোনো জাতি-ধৰ্ম নাই; দুখীয়াবোৰৰো নাই।"

মৰীয়ম ভিতৰলৈ গ'ল, আৰু অলপ পৰৰ পাছতে এখন অলপ চাফা শাড়ী পিন্ধি ওলাই আহিল। হাতত এটা মোনা আৰু এটা সৰু বটল।

"তোৰ হাতত পইচা আছেনে নাই?"

"পইচা? আছে। কিয়?"

"ঘৰত চাউল ছুটামানৰ বাহিৰে আৰু তেল নিমখ একো নাই। দোকানৰপৰা আহোঁগৈ ব'ল।"

"তই অকলে যাব নোৱাৰিবি জানো? হোঁ, এইয়া টকা ল— আৰু যি লাগে বজাৰ কৰি আনগৈ। মই নেযাওঁ।"

"তই তেনেহ'লে ইয়াতে বহ। মই দোকানৰ পৰা বেগতে আহোঁগৈ—অলপ কাতি হ'বি নেকি?"

"নেলাগে। মই অলপ কানাই ঘোষহঁতৰ ঘৰৰ পৰা আহোঁ। সিহঁত বোলে যোৱা নাই?"

"নাই যোৱা। শ্ৰীমতী ম'হ তিনিজনী আছে। বেচিব পৰা নাই। এনেই এৰি থৈ যাব বুলি কোনোবা কেনোবাই বাট চাই আছে। পিছে ম'হ কেইজনীয়েই তাৰ সম্পত্তি। এৰি থৈ গৈ তাত কেনেকৈ চলিবগৈ?"

"ইয়াত কোনোবাই কিনি নলয় কেলেই?"

"কিনিবলৈ কাৰ হাতত ধন আছে? বহুতবেতো ধন-সোণ কাঢ়ি লৈ মৰিয়াই গটিয়াই খেদাই দিলে। কানাই এতিয়াও আছে জানিবা।"

মৰীয়ম আৰু বাবৰ ঘৰৰপৰা একেলগে ওলাই আহিল। কিছু দূৰৰ পাছত মৰীয়ম দোকানৰ ফালে আৰু বাবৰ কানাই ঘোষহঁতৰ ঘৰৰ ফালে গ'ল।

ৰাতি বেছি হোৱা নাই। মুকলি পথৰকা বাটটোৰেদি অকলে

অকলে গৈ থাকি বাবৰৰ ভাল লাগিল। ইয়াতো ধান পকিবৰ হৈছে। ধাননিৰপৰা এটা চিনাকি কোমল গোন্ধ ওপঙি আহিছে। শুক্ল পক্ষ। কিন্তু জোনাকত কুঁৱলী মিহলি হৈ আছে, জোনাকখিনি গধুৰ গধুৰ লাগিছে, তথাপি ভাল লাগিছে। বাবৰৰ অনুভৱ হ'ল : এইয়া যেন গাঁওখনে, ৰাতিটোৱে, আকাশখনে তাক মাকৰ দৰে দুয়োহাতে সাবটি ধৰিছে। আই মৰিল। আই মৰি গাঁও হ'ল, ৰাতিৰ জোনাক হ'ল। আইৰ বুকুৰ মৰমবোৰ কাতিমহীয়া ধাননি হ'ল। তাৰো যেন দুয়ো হাত মেলি ৰাতিটোক সাবটি ধৰিবৰ মন গ'ল।

বাবৰৰ চকু দুটা সেমেকা সেমেকা যেন লাগিল, সি যেন কান্দিছে। তাৰ বুকুৰ মাজখনত যেন বহুত দুখে, বহুত বেজাৰে খুন্দিযাখুন্দি কৰিছে। আজিহে, এইটো মুহূৰ্ততহে সি অনুভৱ কৰিলে—তাৰ মাক বাপেক এটা এটাকৈ নোহোৱা হৈ যোৱাৰ কথা।

কিছুদূৰ গৈ বাবৰ ঘূৰিল। তাৰ আগলৈ যাবৰ মন নোযোৱা হ'ল, কি হ'ব কানাই ঘোষৰ ঘৰলৈ এতিয়া গৈ। সি মোক চিনি নেপাব, সি মোক ক'ৰপৰা আহিছো সুধিব, চিনাকি হোৱাৰ পাছত সি তাৰ দুখৰ কাহিনী ক'বলৈ ল'ব।

নেলাগে, নেলাগে, চাৰিওপিনে কেৱল দুখ কেৱল বেজাৰ। সাতখন পাকিস্তান হ'লেও জানো খাবলৈ নেপাই লঘোন দি দি মৰা আমাৰ গাঁৱৰ, আমাৰ দেশৰ মানুহবোৰ জী উঠিব ?

ৰাতি আগ বঢ়াৰ লগে লগে চউদিশ বেছি নিৱৰ নিঃসাৰ হৈ আহিছে। দূৰে দূৰে ক'ৰবাত কুকুৰে ভুকিছে, সিহঁতৰ ভুকনিৰ শব্দও কুঁৱলীৰ হেঁচাত দুৰ্বলকৈ ওলাইছে। তাতোকৈ দূৰণিত কোনোৱাই বাউল গাইছে—সুৰটো চিনিব পাৰি, কথাবোৰ বুজিব নোৱাৰি। বাউলৰ সুৰ শুনিলে বাবৰৰ মনটো আৰু উদাস লাগে। সকলো কালৰ, সকলো মানুহৰ সকলো দুখৰ কথা যেন বাউল ভাটিয়ালী এই গীতবোৰত বোমাই আছে। যিমান বেসুৰাকৈয়ে নেগাওক কিয়

বাউলৰ কথাবোৰ, সুৰবোৰ যেন বুকুৰ মাজলৈ সোমাই যায়, তেজৰ মাজলৈ সোমাই যায়, অলপ থিয় দি বৈ দি কাণ দিলে—সুৰটো কোন কাষৰপৰা আহিছে, কোনে গাইছে কি গাইছে। নাই বহুত দূৰত, হয়তো সিখন গাঁৱতহে গাইছে। পুৰুষে পুৰুষে লিহঁতে একেবোৰ বাউলকে গাই আহিছে। মানুহবোৰ পুৰণি হৈছে, মৰিছে—বাউলবোৰ নতুন হৈ আছে—জীয়াই আছে। এই অবিচিত্ৰ পুৰণি দুখীয়া গাঁওবোৰক বাউলৰ সুৰে বুকত সুমাই ৰাখিছে।

বাবৰ আহি মৰীয়মহঁতৰ পদুলিমূৰ পালেহি। দুৱাৰমুখত মৰীয়ম থিয় হৈ বৈ আছে। ভিতৰত, মজিয়াত এটা কেৰাচিনৰ চাকি জ্বলি আছে। পোহৰটো খীণ।

"কানাই ঘোষক লগ পালি?"

"তাৰ ঘৰলৈ নগলোঁগৈ আৰু।"

"আহ, ভাত খাই ল-হি, মই বোলোঁ ক'ৰবাত বাটতে হেৰুৱালি নেকি?"

বাবৰৰ ভোক লাগিছিল। নতুনকৈ লগা বৰবেঙেনা ভজা, কুকুৰাৰ গোস্তৰ তৰকাৰী, ডাইল, জলফাইৰ আচাৰ—আৰু অৰজবীয়া ভাতকেটা বৰ তৃপ্তিৰে খালে বাবৰে।

"তোৰ ৰন্ধাবঢ়াবোৰ বৰ ভাল অ' মৰীয়ম—" বাবৰে ক'লে।

"সদায় ৰন্ধাবঢা কৰি থাকিবলৈ পোৱা হ'লে আৰু ভাল হ'লহেঁতেন।"

বাবৰে মৰীয়মৰ মুখলৈ চালে।

"মোৰ মুখলৈ কিটো চাইছ? ঘৰত সদায় ভাত ৰন্ধা হয়নেকি, কেতিয়াবা চাউল পাতৰ যোগাৰ হ'লে খাওঁ, নহ'লে চেঁচা পানী খাই পৰি থাকোঁ।"

"তেনেকৈ লঘোনে মৰিবলৈ ইয়ালৈ চপলিয়াই আহিছিলিলো কেলেই? এতিয়া এইদৰে ইয়াত পচি মৰিব লাগিব। মোৰ লগতে ওলা! আমি অসমলৈ যাওঁগৈ—"

"ভাবিছোঁ—"

"ভাবিব নেলাগে। তই জানো কিছুদিন থাকি ঘুৰি যাম বুলি অহা নাছিলি? হ'ল আৰু—পাকিস্তান দেখিলি, মৰো দেখিলোঁ, এতিয়া ঘ'ৰ মানুহ ত'লৈ ঘুৰি যাওঁগৈ—"

মৰীয়মে একো নক'লে।

অকৰাকো মৰীয়মে ভাত দিলে। তাৰ বয়স ২৮/৩০ বছৰমান হৈছে। দেখিলে অকৰা যেন নেলাগে। কথা ক'ব পাৰে যেন লাগে। কিন্তু কাণেৰেও নুশুনে আৰু কথাও ক'ব নোৱাৰে।

মৰীয়মে তাক ভাত খাই উঠি শুই থাকিবলৈ ক'লে আকাৰে ইংগিতে। সি মূৰ জোকাৰিলে, এতিয়া নোশোৱে—কিছু পাছত শুব, এতিয়া সি বাহিৰত চোতালতে বহিব।

মৰীয়মে তাক আৰু একো নক'লে। বাবৰক ক'লে, "আমিও অলপ বাহিৰতে বহোঁ—অলপ অলপ কুঁৱলী পৰিছে। বহিবি জানো?"

বাবৰে ক'লে, "বহুত দিনৰ মূৰত তোক এনেকৈ অকলে লগ পাই ভাল লাগিছে। পিছে আমাৰ গাঁওবোৰ এনেকুৱা উজাৰ হৈ গ'ল—ইমান ভৰগাঁও এনেকুৱা এৰাবাৰী যেন হ'ল—মোৰ ভাল লগা নাই।"

মৰীয়মে ক'লে যে সকলো গাঁও এনেকুৱা হোৱা নাই। কিছুমান গাঁৱত আগতকৈ মানুহ বেছিহে হৈছে। পিছে এইফালৰ এই গাঁওকেইখন আগৰে দুখীয়া আছিল। দুৰ্ভিক্ষত আৰু জহি খহি গ'ল। মানুহবোৰো গাঁও এৰি অন্য কেনিবা-কেনিবি গুচি গ'ল, পিছে তেনেকৈ গুচি যোৱা মানুহবোৰে অন্য ঠাইতো বৰ সুবিধা কৰিবগৈ পৰা নাই। গতিকে লাহে লাহে মানুহবোৰ আকৌ ঘুৰি আহিব ধৰিছে। আৰু হয়তো ছমাহ এবছৰৰ মূৰত বাচি থকাবোৰ সকলো ঘুৰি আহিব।

মৰীয়মে ক'লে, "অকৰা আমকালে চোতালতে বহক, আমি পিছকালে পুখুৰী পাৰতে বহোঁগৈ ব'ল।"

ছুৱো পুখুৰী পাৰলৈ গ'ল।

"অকলে থাকি তোৰ বেয়া লগা নাই?" বাবৰে সুধিলে।

"কেলেই নাই লগা? আৰু নোৱাৰিহে বৰ অসুবিধাৰ মাজেদি কোনোমতে আছোঁ, গৰু ছাগলী, হাঁহ কুকুৰা কিছু আছে। অকৰাই বাৰীত শাক পাতো কৰে, কেতিয়াবা নৈ বিলত মাছো মাৰে। পিছে—" মবীয়ম ব'ল।

"পিছে কি?"

"মই কেইবাদিনো ইয়াৰপৰা যাব খুজিছোঁ, অকৰাই যাবলৈ নিদিয়ে।"

"কি?"

"এৰা, সি মুখেৰেহে কথা কব নেজানে। পিছে সিও জানো ভেকা মানুহ নহয়, মোক আমনি কৰিবলৈ সাহ নকৰে, পিছে মোৰ লগে লগে লাগি ফুৰে, মোক আঁতৰি যাবলৈ নিদিয়ে। পুখুৰীত গা ধুলেও সি চাই থাকেহি। মই বিচনাত শুই থাকিলেও সি ওচৰতে বৈ চাই থাকে। ইয়াক লৈ এক সমস্যাত পৰিছোঁ। মোমাইৰ ল'ৰা অকৰা, অইনে একো নেভাবে। সি মোৰ বৰ বাধ্যও। পিছে মাজে মাজে ভয়-চয় পাহৰি সি মতা মানুহ হ'বলৈ বিচাৰে। মই বৰ অসুবিধাত পৰোঁ।"

"কাৰোবাৰ লগত তোৰ বিয়াখন হৈ যোৱা হ'লে, এইবোৰ নহ'লহেঁতেন কিজানি।"

"এনেয়ে গুনাহ কৰিলোঁ, বিয়া কৰালে আৰু গুনাহ হ'ব। সেই কলিকতাৰ ঘটনাটোৰ কথা মই কাৰোবাক ক'ব পাৰিম নেকি? নোকোৱাকৈ থাকিলেও জানো গুনাহ নহ'ব? আৰু এতিয়া বিয়া কৰাবৰ বয়সো নাই। মোৰ কিমান বয়স হ'ল কচোন—"

"কিমান আৰু, ২২/২৩ বছৰ।"

"তেন্তে! বিয়া হোৱাৰ বয়স আছে?"

"বয়সৰ কথা নহয়, মন-মনৰ কথা—" বাবৰে ক'লে।

জোনাকবোৰ অস্পষ্ট।

পাতল কুঁৱলী।

চউদিশে এখন পুৰণি গাঁৱৰ পুৰণি নিৰৱতা।

বতাহত ধাননিৰপৰা উঁৰি অহা এটা সজীৱ গোন্ধ!

মুখামুখিকৈ বহি আছে বাবৰ আৰু মৰীয়ম।

কিছু সময় মনে মনে থকাৰ পাছত মৰীয়মে ক'লে, "মোৰ মনৰ কথা মই ভালকৈ বুজি নেপাওঁ। আৰু তয়ে বাৰু সঁচাকৈ কচোন— মোৰ দেহাত কি আছে জানো? তোকে লঘোনে দুখে তাপে দেহাটো বয়সতকৈ বেছি বুঢ়া হোৱা নাই জানো?"

বিশেষ নেভাবি বাবৰে ক'লে, "মইনো কেনেকৈ জানিম?

"এৰা, মোৰ দেহটোলৈ তই কোনো দিন চোৱা নাই।"

গাৰপৰা শাড়ীখন খহাই একেটানে পিন্ধি থকা ব্লাউজটো খুলি নিঃসংকোচে মৰীয়মে তাইৰ গাটো বাবৰক দেখুৱালে।

বাবৰৰ গা জিকাৰ খাই উঠিল। ফটা মলিয়ন শাড়ী কাপোৰেৰে ঢাকি ৰখা মৰীয়মৰ গাত অম্লান যৌৱনৰ ঐশ্বৰ্য্য। সি সেপ ঢুকি কোনো মতে ক'লে, "তোৰ বয়স বাইশ বছৰো হোৱা নাই কিজানি।"

"কিন্তু অকলশৰে থাকি মোৰ এটা এটা দিন একোটা বছৰ যেন লাগে। মই বহুত বুঢ়ী হৈ গ'লোঁ যেন লাগে। দেহাৰ দাবী পূৰাবলৈ মন মেলিলে বহুত গুণাহ হ'ব যেন লাগে।"

আগফালৰপৰা কোনোবা অঁকৰা সোমাই অহা দেখি মৰীয়মে শাড়ীখনেৰে উদং গাটো ঢাকি ললে, আৰু ক'লে, "আমি ইয়াত বহি থাকিলে সি নোশোৱে। ব'ল আমি ভিতৰলৈকে যাওঁ।"

"মোক ৰাতি ইয়াত থাকিবলৈ কৈছ?—"

বহাৰপৰা উঠি বাবৰে ক'লে।

"আৰু ক'ৰবাত কোনোবা চাকিপাতি পাবি তোৰ কাৰণে বৈ আছেনেকি? ঘৰটোত দুখন বিচনা। এখনত অঁকৰা শোৱে, ইটো

কোঠালিত, ইখনত মই শোওঁ। মন যায় যদি তুই একবাৰ লগতে শুই থাকিবে পাৰ—নহ'লে মোৰ বিচনাত শুব লাগিব।"

"শুণাহ নহ'ব ?" বাবৰে ক'লে।

"শুণাহৰ কাম কৰিবলৈ কৈছোঁ নেকি ? তই যিমানেই বেয়া নহৱ লাগিলে, মই সিমান বেয়া হোৱা নাই। এদিন জমীদাৰৰ পুতেকৰপৰা মোক বচাবলৈ জমীদাৰৰ ল'ৰাৰ মূৰ ফলা নাছিলি জানো ? এতিয়া তোৰ নিজৰপৰা মোক বচাব নোৱাৰিবিনে ?"

বাবৰৰ মৰীয়মক ভালকৈ মুবুজা যেন লাগিল।

দুয়ো পুখুৰী পাৰৰ পৰা লাহে লাহে ভিতৰলৈ উঠি আহিল। আদেশ দিয়াৰ ধৰণে মৰীয়মে অকবাক ক'লে, "বহুত ৰাতি হ'ল, শুই থাকগৈ যা—" আৰু হাতেৰে তাৰ বিচনাখনৰ ফালে দেখুৱালে।

অকবাই এবাৰ প্ৰশ্নবোধক চাৱনি লৈ বাবৰহঁতৰ মুখলৈ চালে, তাৰ পাছত সৰু কোঠালিলৈ সোমাই গ'ল।

মৰীয়মে ক'লে, "কেৰাচিন নাই। চাকিটো লাগিব জানো ?" কৈ ফু মাৰি তাই লেমটো মুমাই দিলে। তাৰ পাছত ক'লে, "কাপোৰ সলাবলৈ তই কিবা অন্য কাপোৰ আনিছিলি জানো ?"

"মই ইয়াত থাকিম বুলি অহা নাছিলোঁ নহয়।"

"বাৰু হ'ব দে। অসমৰপৰা আহোঁতে অনা গামোচা এখন আছে। তই তাকে পিন্ধ—তোক আৰু মোৰ শাৰী পিন্ধি শুবলৈ দি মাইকী সজালেহে হ'ব।"

অকবাৰ হয়তো টোপনি অহা নাছিল। কিন্তু সি নিস্তাৰ হৈ পৰি আছিল। ধুঁৱলীয়া নিৰৱতাৰ মাজেদি ৰাতিটো ক্ৰমে আদিম আন্ধাৰৰ বুকলৈ আগবাঢ়ি গৈছিল। ভালেমান পৰ কাতিকুতা নকৰাকৈ পৰি থকাৰ পাছত কাতি হৈ মৰীয়মে বাবৰৰ ডিঙিত মৰমেৰে সাবটি ধৰি ক'লে, "তোৰ বাপী আছে। তোৰ কাৰত সদায় শোৱে। মোৰ কোনো নাই। মৱো কাৰবাক কাষত চপাই লব পাৰোঁ, নলওঁ।

অৰ্দ্ধ

আজিলৈকে নাই লোৱা। তোৰ বাহিৰে কাকো কোনোদিন মোৰ গাৰ কাষ চাপিবলৈ দিয়া নাই। মনটোৱে নকয়।"

মৰীয়মৰ গাটো বুকুৰ কাষলৈ চপাই আনি বাবৰে ক'লে, "মই জানো। পিছে মানুহলৈ নহ'লেও আল্লালৈ মোৰ বৰ ভয় লাগে। আল্লাই আমাৰ সকলো কথা দেখি আছে।"

"আল্লাই অকল দেখেহে, আমাৰ সকলো কথা নুবুজেনেকি?"

মৰীয়মে সমগ্ৰ জীৱনৰ এক অনাস্বাদিত তৃপ্তিৰ উন্মাদনাৰে বাবৰক গাৰ আৰু কাষলৈ চপাই আনিলে।

আৰু মুখৰ ওচৰলৈ মুখখন নি সৰু সৰুকৈ ক'লে, "মই বাৰু বহুত বুঢ়ী হৈ গৈছোনেকি?"

## আঠত্ৰিশ

দৰবেছ আলি চিকদাৰ বাবৰৰ দূৰ সম্পৰ্কীয় ককায়েকেই হয়। অৱশ্যে ভালেমান দিনৰ আগতে সিহঁতৰ গাঁৱৰপৰা উঠি গুচৰবে সৰু চহৰখনত ঘৰবাৰী কৰি থাকিবলৈ লৈছিল, আৰু তাতে কাৰবাৰ কৰি, বিশেষকৈ কলিকতালৈ মাছৰ চালান দি যথেষ্ট টকা অৰ্জন কৰি অৱস্থা বেচ বহৰহীয়া কৰি তুলিছিল।

বাবৰে গম পালে যে দৰবেছ আলি পাকিস্তানৰ এম এল এ হৈছে, আৰু আজিকালি ৰাজধানী ঢাকাতে থাকিবলৈ লৈছে। বহুতে এই কথাটোত এটা নতুন গুৰুত্ব আৰোপ কৰি ক'লে, "এইটো পাকিস্তান হোৱাৰ ফল। পাকিস্তান নহ'লে দৰবেছ আলিৰ নিচিনা লিখাপঢ়া নজনা মানুহ বিধানসভাৰ সদস্য হ'ব পাৰিলেহেঁতেন নেকি?" অন্য মত পোষণকাৰী দুই এজনে ক'লে, "পাকিস্তান হোৱাৰ কাৰণে দৰবেছ আলি এম এল এ হোৱা নাই। তাৰ ধন হ'ল, সি আজিকালি লেখৰ ধনী মানুহ, কি পাকিস্তান, কি হিন্দুস্তান, ধনী মানুহেই সদায় ৰজা। আৰু আমাৰ নিচিনা দুখীয়াবোৰ সদায় প্ৰজা।'

তৰ্কবাদৰ মাজত বাবৰে সোমাবলৈ নিবিচাৰিলে। ন'বাকালকে পৰা ঢাকাখন এবাৰ চাবৰ কাৰণে তাৰ বৰ হেপাহ আছিল। দৰবেছ আলি চিকদাৰ এম এল এ হোৱাৰ কাৰণে বাবৰে এই হেগতে এবাৰ ঢাকালৈ যোৱাৰ মনস্থ কৰিলে। লগ বিচাৰিলে, পাকিস্তানৰ নতুন ৰাজধানী ঢাকা চহৰ চাবলৈ হেপাহ বহুতৰে আছিল, কিন্তু খৰচখিনিৰ কথা চিন্তা কৰি কোনোৱেই আগ নেবাঢ়িল। বাবৰৰ হাতত থকা

টকাও কম হৈ আহিছিল—যথেষ্ট খৰচ কৰা হৈ গৈছে। আৰু ঘুৰি যাবও লাগিব। গতিকে নিজে খৰচ কৰি দুই এজনক লগত নিয়াটো লাভজনক কথা নহ'ব বুলি বিবেচনা কৰিলে। আৰু অকলেই ৰেলেৰে ঢাকালৈ' যাত্ৰা কৰিলে।

বাবৰৰ মনত ভয় সংকোচ তেনেকৈ নাছিল। সি মিলিটাৰী কেম্পত থকা মানুহ, কলিকতা দেখা মানুহ। আৰু ঢাকাখনতো নিজৰ মানুহৰ ঠাই। মুছলমানৰ ৰাষ্ট্ৰ পাকিস্তানৰ ৰাজধানী—ভয়ৰ প্ৰয়োজন নাই।

কিন্তু ঢাকা পাই বাবৰৰ বৰ আচহুৱা আচহুৱা যেন লাগিল। গৰীব মুছলমানৰ আশা-আকাংখাৰ কেন্দ্ৰস্থল ঢাকাত দেখোন ব্যস্ততা থাকিলেও, সাধাৰণ শ্ৰেণী মানুহৰ চকুমুখত হতাশা আৰু নিকহুৰৰ চাৱনি। দেশ স্বাধীন হোৱাৰ নিচিনা এটা ক্ৰান্তিকাৰী ঐতিহাসিক ঘটনাই সাধাৰণ মানুহৰ জীৱনলৈ যি পৰিবৰ্তন আনিব লাগিছিল, সি যেন এতিয়াও আহি পোৱা নাই। পূৰ্বৰ ধনী জমীদাৰ, ব্যৱসায়ী, ৰাজনীতি খেলা মানুহ এইবোৰৰ আচৰণ-বিচৰণ, চাল-চলন, বিলাস-ব্যসনলৈ অৱশ্যে দেখ দেখ পৰিবৰ্তন আহিছে। প্ৰকৃততে যেন পাকিস্তান এইখিনি মানুহেই পাইছে, স্বাধীনতা এইখিনি মানুহেই পাইছে। এইখিনি মানুহৰ উদ্যোগ উদ্যম, উল্লাস উন্মত্ততা যেন হঠাৎ পাৰ উপচি পৰিছে। এইখিনি মানুহৰ মাজলৈ যেন আহি পৰিছে এক নতুন জীৱনৰ তৎপৰতা আৰু উন্মাদনা।

বাবৰে বিচাৰি বিচাৰি দৰবেছ আলি চিকদাৰক লগ ধৰিলে। কিন্তু' তেওঁক লগ পাই সি হতাশ হ'ল। দৰবেছ আলি এম এল এ হৈছে, চালচলন একেবাৰে সলনি হৈছে'। চিক্দাৰে যদিও বাবৰক চিনি নেপাওঁ বুলি নক'লে, তথাপি তেওঁ ইমান ব্যস্ততা দেখুৱালে যে -বাবৰে চিকদাৰৰ লগত কোনো ঘৰুৱা বা ৰাজহুৱা কথাৰ অৱতাৰণা কৰাৰ সুযোগকে নেপালে। মোটেই পাকিস্তানখন চলোৱাৰ সকলো দায়িত্ব যেন চিক্দাৰৰ কান্ধৰ ওপৰতে লৈ কুঁজাইছে—চিকদাৰে

এনে ভাব দেখুৱালে। বাবৰে আৰু অনুভৱ কৰিলে যেন চিকুন্দাৰে বাবৰক বিদেশী নাগৰিক বুলি পৰাপক্ষত এৰাই চলিবৰেই যত্ন কৰিলে, ব্যস্ততাৰ অজুহাতত।

বাবৰৰ ঢাকাত থাকি ভাল নেলাগিল। এটা সস্তীয়া হোটেলত তিনি দিন থাকি সি ঢাকা এৰিলে। হোটেলতো সি অস্বস্তিৰ মাজেদিয়ে সময় কটাবলগীয়া হ'ল। বিভিন্নজনে তাক সুধিলে সি ক'ৰপৰা আহিছে আৰু কিয় আহিছে। পাছৰ প্ৰশ্নটোৱে তাৰ মনত আঘাত দিলে। সি ভাৰতত বৈ যোৱাটো যেন এটা অপৰাধৰ কথাহে হ'ল। দুই চাৰিয়ে এনে দুই চাৰিটা প্ৰশ্ন কৰিলে যিবোৰ শুনি তাৰ ধাৰণা হ'ল যেন তাক সিহঁতে চোৰাংচোৱা বুলি সন্দেহ কৰিছে। সি বুজিব নোৱাৰিলে সি কাৰ কাৰণে কিয় চোৰাংচোৱাগিৰি কৰিব, আৰু ঢাকা চহৰখনত চোৰাংচোৱাগিৰি কৰি চাবলগীয়া কি বস্তুৱেই বা আছে।

মনে মনে বাবৰে ঠিক কৰিলে: মই এনেকুৱা নগৰ-মহানগৰৰ উপযোগী মানুহ নহয়। মহানগৰ মানেই যেন ৰাজনীতি, আৰু ৰাজনীতি মানেই শংকা, সন্দেহ, অবিশ্বাস। ৰাজনীতি মানেই ব্যস্ততা হুৰমুৰ হৈ চৈ। ইয়াৰ কাৰণে মই নহয়—মই গাঁৱৰ মানুহ। মুকলি পথাৰ আৰু মুকলি আকাশৰ মানুহ। ইয়াত ভালকৈ উশাহ ল'বও পৰা নাই।

পাকিস্তানৰ ৰাজধানী হোৱাৰ আগতে কিজানি ঢাকা এনেকুৱা নাছিল, ইমান ব্যস্ত নাছিল, ইমান আচহুৱা নাছিল, ইমানহৃদয়হীন নাছিল।

বাবৰে আৰু অস্বস্তি অনুভৱ কৰিলে যেতিয়া সি জানিব পাৰিলে যে জমীদাৰ মোজাম্মিল হুছেইন এম এল এ হোৱাই নহয়, মন্ত্ৰীও হৈছে, কিবা গুৰুত্বপূৰ্ণ বিভাগৰ মন্ত্ৰী। খবৰটোৱে বাবৰক হতাশ কৰিলে। সি অলপ ভয়ো খালে। কিজানিবা কোনোবাই সি ঢাকালৈ অহাৰ কথা মন্ত্ৰী মোজাম্মিলক কৈ দিয়ে। হয়তো তাক ধৰাই দিব, তাৰ

শাস্তি দিব। ৰাবৰে মাৰ মাৰি মোজাম্মিলৰ মুখ কালি দিয়াৰ কথা নিশ্চয় পাহৰি যোৱা নাই। তথাপি পাৰিলে তাৰ এবাৰ মন্ত্ৰী মোজাম্মিলক চাবৰ মন গ'ল—তেতিয়া চেঙেলীয়া ডেকা হ'বা আছিল, এতিয়া চাগৈ বিৰাট শকত হ'ব পায়। মূৰত বাৰু সেই মাৰৰ দাগটো এতিয়াও আছেনে? মৰীয়মক বাৰু সি এতিয়া চিনি পাবনে?

এইয়া নো কি হ'ল? আগৰ ধনী, জমীদাৰ এতিয়াৰ মন্ত্ৰী হ'ল। গাঁওবোৰ একেই আছে, কিছুমানৰ আৰু দুৰৱস্থা হৈছে।

নহয়, নহয়, ৰাজনীতি মই বুজি নেপাওঁ। এইয়া ৰাজনীতি। ইমানবোৰ গুণী, জ্ঞানী মানুহে ইমান যুঁজবাগৰ কৰি যি কৰিছে, সি নিশ্চয় কেতিয়াও বেয়া হ'ব নোৱাৰে। এইবোৰ মই বুজিব নোৱৰা কথা, কোনো কালে মই এইবোৰ কথাৰ অৰ্থ বুজিব নোৱাৰিম।

ৰাবৰে এটা কথা উপলব্ধি কৰিলে: পাকিস্তানৰ মানুহবোৰ—ধনী দুখীয়া নিৰ্বিশেষে সুখী আৰু উল্লসিত হৈছে। নেতাসকলে ৰাইজক সভা সমিতি পাতি বুজাই কৈছে যে পাকিস্তান লাভ কৰাটোৱেই, স্বাধীন হোৱাটোৱেই হৈছে ডাঙৰ কথা। তাৰ পাছত এতিয়া দেশবাসীয়ে দেশখন নিজৰ মতে গঢ়ি ল'ব পাৰিব। মুক্তিৰ কাৰণে কৰা সংগ্ৰাম শেষ হৈছে। ইয়াৰ পাছত শিক্ষা, সংস্কৃতি, অৰ্থনৈতিক পুনৰ্নিৰ্মাণৰ সংগ্ৰাম আৰম্ভ কৰিব লাগিব।

কথাবোৰত মানুহ পতিয়ন গৈছে।

কিন্তু ৰাবৰ এটা কথাত মনে মনে ক্ষুণ্ণ হ'ল—সি লগ পোৱা তাৰ পূৰ্বৰ চিনাকি বা নতুনকৈ চিনাকি হোৱা কোনো এটা মানুহেও তাক এবাৰো নক'লে, 'তই ভাৰতত থাকি কি কৰিবি, ইয়ালৈকে গুচি আহগৈ বা—আমি সকলো লগ লাগি পাকিস্তানখন গঢ়ি তুলিম।' গুহোঁ, কোনোৱে নক'লে।

হঠাৎ যেন তাৰ চিনাকি মানুহবোৰো স্বাৰ্থপৰ হৈ পৰিছে। সি যেন সিহঁতবোৰৰ ভাগৰ কাঢ়িহে খাবলৈ আহিছে। আনকি নিজৰ

গাঁৱৰ কালে তাৰ যি ওচৰ চুবুৰীয়া আছিল, সিহঁতেও যেন বাবৰ সোনকালে ভাৰতলৈ ঘূৰি অহাটোকে কামনা কৰে। পাকিস্তান হৈ তাৰ চিনাকি আপোন মানুহবোৰবো মনবোৰ সৰু আৰু ঠেক হৈ গ'লনেকি ?"

মনে মনে আৰু এটা কথাত সি ক্ষুণ্ণ হ'ল : তাৰ চিনাকি কোনো মানুহেই তাক কোনো গুৰুত্ব দিয়া যেন নেদেখুৱালে। সিহঁতৰ অঞ্চলৰ মানুহবোৰৰ অৱস্থাৰ এতিয়াও কোনো উন্নতি বা পৰিবৰ্তন হোৱা নাই কিন্তু তথাপি প্ৰত্যেকটোৱেই যেন এটা নতুন অহংকাৰ লৈ লগত কথাবতৰা পাতিলে। তাৰ নিচিনা দৰিদ্ৰৰ ঘৰৰ ল'ৰা এটাই যে ভাৰতলৈ আহি খেতি কৰি মিলিটাৰী ঠিকাদাৰী কৰি বিয়া বাৰু কৰাই, মাটিবাৰী, ঘৰ-দুৱাৰ কৰি গাঁৱত এটা লেখৰ মানুহ হৈ পৰিছে, সেই কথা জানিও কোনোৱে তাকে অকণো গুৰুত্ব নিদিলে। মনে মনে সি অসন্তুষ্ট হ'ল। কিন্তু কাকো একো নক'লে।

মনে মনে সি ঠিক কৰিলে তহঁতে আকিস্তান পাইছ, তহঁত তাকে লৈ সুখে-সন্তোষে থাক। মই ভাৰতত্তে থাকিম, সুখেদুখে যেনেকৈ পাৰোঁ ভাৰতৰ ভাগ্যৰ লগতে মোৰ ভাগ্যও মিলাই দিম। মই আজি তহঁতৰ অনাত্মীয়, পৰ। মোৰ ওপজা ঠাইখনেও মোক আপোন বুলি লবলৈ টান পাইছে। মই আৰু ইয়ালৈ নাহোঁ। কোনো দিনেই নাহোঁ। মোৰ ভাগৰ মাটি সম্পত্তি যি এলোচা একঠা আছিল, সেইয়াও তহঁতকে দি গ'লোঁ। মোক একোকে নেলাগে। মই ইয়ালৈ ধন-সম্পত্তি বিচাৰি অহা নাছিলোঁ, তহঁতৰ মোৰ আপোন পৰিয়াল, চিনাকি মানুহবোৰৰ মৰম বিচাৰিহে আহিছিলোঁ। কিন্তু সকলো নোহোৱা হৈ গৈছে। আমাৰ গাঁৱৰ গছ-গছনি, নৈ-বিল, পথাৰ-চাপৰি সকলোৱেই যেন মোক চিনি নেপোৱা হৈ গৈছে।

একমাত্ৰ মৰীয়ম—সেই বুজিব নোৱাৰা, একাচেকা, অতীত নোহোৱা, দুখলৈ কেৰেপ নকৰা, জীয়াই থাকিবলৈ যত্ন নকৰা

ছোৱালীজনী—এই গোটেই দেশখনৰ ভিতৰত 'আহ' বুলি মোক কাষ চপাই লোৱা প্ৰাণী একমাত্ৰ তায়েই আছে। আৰু কোনো নাই।

কিন্তু মৰীয়মৰ মৰমৰ মূল্য মই দিব নোৱাৰোঁ। মই ৰাণীক বিয়া কৰাইছোঁ। কোনো বাধা নাই যদিও, মই মৰীয়মক বিয়া কৰাব নোৱাৰোঁ আৰু মই বিয়া কৰাব খুজিলেও মৰীয়ম মৰি গ'লেও মোক বিয়া কৰাবলৈ মান্তি নহয়—মই জানো।

মৰীয়মে মোক কাষ চপাই ল'লেও মই মৰীয়মক কাষ চপাই ল'ব নোৱাৰোঁ। ৰাণীৰ প্ৰতি মোৰ এক দায়িত্ব আছে সেই দায়িত্বৰ অপমান মই কাহানিও কৰিব নোৱাৰোঁ। আৰু আছে ফেভেকী, মোৰ ছোৱালীজনী। তাই মোৰ তেজৰ সন্তান।

আৰু মৰীয়মৰ লগত মোৰ মনৰ সম্পৰ্ক থাকিলেও দেহৰ সম্পৰ্ক ৰাখিব খোজাটো গুণাহৰ কাম হ'ব। জানিশুনি গুণাহ কৰিলে আল্লাই কেতিয়াও মাফ নকৰে। গুণাহ গুণাহেই, পাপ পাপেই—সেই গুণাহ ভাৰততে কৰোঁ বা পাকিস্তানতে কৰোঁ।

মৰীয়ম গাভৰু হৈ আছে। তাইৰ দেহাটো কেঁচা হৈ আছে। নানা ঘাত প্ৰতিঘাত বিপদ বিঘিনিৰ লগত মুখামুখি হৈ তাই বহুত বেজাৰ লগা অভিজ্ঞতা অৰ্জন কৰিছে। কিন্তু সেই বুলি তাইক বেয়া হ'বলৈ এৰি দিব নোৱাৰি। এবাৰ তাইক নষ্ট হোৱাৰ পৰা ৰক্ষা কৰিবৰ কাৰণেই মই নিজৰ জীৱন বিপদাপন্ন কৰিবলৈ মৰসাহ কৰিছিলোঁ। এতিয়াও তাইক বিপথে যোৱাৰ পৰা ৰক্ষা কৰিবলৈ আল্লা আৰু মোৰ বাহিৰে আৰু কোনো নাই।

ঢাকাৰপৰা ঘূৰি আহোঁতে ৰ্খবৰে তিনটা ডেকা ল'ৰাৰ লগ চিনি পালে—গোপাল পুৰকায়স্থ—ছিলেট জিলাৰ ল'ৰা—তেভাগা আন্দোলন কৰিছিল। ল'ৰাটোৱে বক্তৃতা ভাল দিয়ে। বাকী দুটাক সি চিনিব নোৱাৰিলে।

চিনা-পৰিচয়ৰ পাছত আলাপ আলোচনা আৰম্ভ হ'ল। সি

জানিব পাৰিলে সিহঁতে তিনিওটা কমিউনিষ্ট। সিহঁত তিনিওটা বৰ্তমান পুব পাকিস্তানত পশ্চিম পাকিস্তানী নেতা বিলাকৰ প্ৰতিপত্তিত ভীষণ অসন্তুষ্ট, আৰু পুব পাকিস্তানৰ শাসক বিলাকৰ কাৰ্য্যকলাপতো সন্তুষ্ট নহয়।

সিহঁতে বাবৰৰপৰা ভাৰতৰ বিষয়ে জানিবলৈ বিচাৰিলে। বাবৰে যি জানে আৰু যেনেদৰে বুজে সেইদৰেই স্বাধীন ভাৰতৰ বিষয়ে সিহঁতক বুজাই ক'লে, বাবৰে চিন্তা কৰিবৰ সময় নেপালে যে বৰ্তমানৰ ভাৰতক ভাল বুলি কোৱা ভাল হ'ব নে বেয়া বুলি কোৱা ভাল হ'ব। গতিকে সি ক'লে, "মই অসমৰ কেইখনমান গাঁৱৰ বাহিৰে অন্য নগৰ চহৰ বৰ বেছি দেখা নাই। ইমানকে ক'ব পাৰোঁ যে এতিয়ালৈকে আমাৰ গতিকেখনৰ অৱস্থা বিশেষ সলনি হোৱা নাই—একেই আছে—"

"মানুহবিলাকে বিপ্লৱ কৰা নাই?" এজন ডেকাই সুধিলে।

বাবৰে প্ৰশ্নটো ভালকৈ বুজিব নোৱাৰিলে। বিপ্লৱ শব্দটোৰ প্ৰকৃত অৰ্থ কি নেজানে। সি মূৰ জোকাৰি ক'লে, "নাই কৰা—"

"বিপ্লৱ নকৰিলে পৰিবৰ্তন কেনেকৈ আহিব? ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে কি কৰি আছে?"

বাবৰে কোনোমতে ক'লে, "তাত এতিয়া কমিউনিষ্ট পাৰ্টিক কাম কৰিবলৈ দিয়া নাই। চৰকাৰে বে-আইনী কৰি থৈছে।"

"আণ্ডাৰগ্ৰাউণ্ড আন্দোলন হৈ থকা নাই?"

"মই নেজানো—" বাবৰে চমুকৈ ক'লে।

কমিউনিষ্ট সম্পৰ্কে বাবৰে এটা কথা শুনিছিল যে, কমিউনিষ্টে ধৰ্ম নেমানে। কিন্তু সি নিজে জনাই নজনাই, ভুলে শুদ্ধই ধৰ্ম মানি চলে। গতিকে এওঁলোকৰ লগত তাৰ কোনো ৰকমৰ মিলামিছা হ'ব নোৱাৰে।

গোপাল পুৰকায়স্থই ক'লে, "তাত পাৰ্টি বেন কৰিছে। কিন্তু সকলো কমৰেডতো জেলতে থোৱা নাই, জেলৰ বাহিৰতো কিমান

বহুত কমৰেড এতিয়াও আছে। তেওঁলোকে আণ্ডাৰগ্ৰাউণ্ড মুভমেণ্ট অব্যাহত চলাই যাব লাগিব। আপুনি কি সহায় কৰিব পাৰিব?"

বাবৰ হতভম্ব হ'ল।

সি কি সহায় কৰিব? কাক সহায় কৰিব? কেনেকৈ সহায় কৰিব?

বাবৰে কোনোমতে ক'লে, "অসমত মোৰ ছুভৰামান মাটি আছে, তাতে মই খেতিবাতি কৰি কোনোমতে খাই আছোঁ। ৰাজনীতিৰ মই একো বুজি নেপাওঁ। তাত কংগ্ৰেছে চৰকাৰ চলাই আছে।"

"গান্ধীৰ কংগ্ৰেছ, জিন্না মুছলীম লীগ—একেই—ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিশ্বস্ত উত্তৰাধিকাৰী। কংগ্ৰেছ লীগ লগ লাগি যি স্বাধীনতা আনিলে সেইয়া প্ৰকৃত স্বাধীনতা নহয়। ভাৰতত কংগ্ৰেছ, পাকিস্তানত লীগক আঁতৰাই ৰাইজৰ শাসন প্ৰতিষ্ঠা কৰিব লাগিব। আপুনি এজন কৃষক। কৃষক-শ্ৰমিকৰ প্ৰকৃত মুক্ত গণতন্ত্ৰ প্ৰতিষ্ঠা কৰাত আপুনি কি সহায় কৰি নিদিব?"

এটা ষ্টেচনত ডেকাকেইজন নামি গ'ল।

বাবৰে স্বস্তিৰ নিশ্বাস পেলালে।

নহয়, আৰু পাকিস্তানত থকাটো ভাল কথা নহ'ব। এইবোৰ কথা-কাণ্ডত ভাগ লৈ মই বিপদতহে পৰিম। দেশ স্বাধীন হ'লেইতো 'কৃষক-শ্ৰমিকৰ ৰাজ' হ'ব বুলি কৈছিল। এতিয়াও হোৱা নাই সঁচা। কিন্তু মই এটা সাধাৰণ খেতিয়ক আৰু এইখন দেশত মই এটা বিদেশী। ইয়াৰ কৃষক শ্ৰমিকে যি কৰে কৰি থাকক। অসমত থকা মোৰ মাটি কেওবা কোনোবাই কাঢ়ি নল'লেই হয়। কংগ্ৰেছৰ ৰাজ হ'লেও মই খেতি কৰিব লাগিব, জনতাৰ ৰাজ হ'লেও মই খেতি কৰিব লাগিব। আৰু কমিউনিষ্টে দেশ চলালে, খেতিয়কে খেতি নকৰিলে চলিবনেকি?

আন্দোলন-চান্দোলনবোৰ বৰ ভাল কথা নহয় কিজানি। মুছলমানৰ আগতে নোৱাখালীত খুব ডাঙৰ কটাকটি লাগিছিল,

কালকতাতো লাগিছিল। হেজাৰ হেজাৰ মানুহ মৰিল। সেই মানুহবোৰ জীয়াই থকা হ'লে জানো দেশ স্বাধীন নহ'লহেঁতেন ?

নাই নাই, মই এইবোৰত নাই, এইবোৰ কথা মই বুজি নেপাওঁ।

আৰু পাকিস্তান হিন্দুস্থান হোৱাৰ পাছতেইবা ইয়াৰ হিন্দু মানুহবোৰ ভাৰতলৈ আৰু ভাৰতৰ মুছলমানবোৰ পাকিস্তানলৈ আহিব লাগে কিয় ? ইয়াত কি আছে ? তাত কি নাই ? তাত কি আছে ? ইয়াত কি নাই ? সকলো ঠাইত মাটি আছে, সকলো ঠাইতে মানুহ আছে, ওপৰত একেখন আকাশ। তাৰ ওপৰত একেজন আল্লা।

ৰাজনীতি কৰা মানুহবোৰৰ কথা-কাণ্ডবোৰ মই একো নুবুজোঁ। কৃষক মজদুৰৰ ৰাজত্ব কৰি তাৰপৰাই কৃষক মজদুৰক খেদাই পঠিওৱাটো কেনেকুৱা ৰাজনীতি ?

বাবৰ সিহঁতৰ নিজ গাঁওখনলৈ, সোণাপাড়ালৈ আকৌ আহিল। আগৰ চিনাকি আপোন মানুহবোৰ প্ৰায়বোৰ নোহোৱা হৈছে। তাৰ বাপেকৰ কোনো খবৰ নাই। ভায়েকটো ক'লৈ গ'ল কোনেও ক'ব নোৱাৰে। গাঁৱৰ মানুহ প্ৰায়বোৰ নোহোৱা হৈছে। গাঁওখন চনপৰা যেন লাগিছে। কিবা এজাক চকুৰে দেখা নোপোৱা জুয়ে পুৰি যেন এখন জীয়া গাঁও ছাই কৰি থৈ গৈছে।

ভগা-ছিগা ঘৰবাৰী, হতাশাক্লিষ্ট মানুহবোৰ। এক গধুৰ বিষণ্ণতাই যেন সকলোকে হেঁচি ধৰিছে।

বাবৰৰ শ্বাসৰুদ্ধ হোৱা যেন লাগিল। সি এচৰ পাঁজৰৰ গাঁও কেখনত থকা তাৰ চিনাকি আপোন মানুহবোৰৰ ঘৰলৈ গৈ মাতবোল লগাই বিদায় লৈ আহিল।

"আকৌ কেতিয়াকৈ আহিবি ?" দুৰ্বলতাৰে কোনো কোনোৱে সুধিলে। এই প্ৰশ্নত কোনো আহ্বান নাছিল, নিমন্ত্ৰণ নাছিল।

এদিন সি পূব পাকিস্তানৰ সিহঁতৰ গাঁও এৰি ভাৰতৰ অসমত তাৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে।

## উনচল্লিশ

এচাম নেতা নোহোৱা হৈ গ'ল। মহাত্মা গান্ধীক হত্যা কৰিলে। লিয়াকত আলী খাঁক হত্যা কৰিলে। জিন্নাৰ মৃত্যু হ'ল। স্বাধীনতা লাভৰ পৰবৰ্তী কালৰ উভয় দেশৰ মাজত বৰ্তি থকা সম্ভাৱ ক্ৰমে দুৰ্বল আৰু শিথিল হৈ আহিল।

পূব পাকিস্তানত অৰ্থনৈতিক পৰিস্থিতিয়ে ভয়াবহ আকাৰ আৰু ৰূপ ধাৰণ কৰিবলৈ ধৰিলে। বছৰি বছৰি প্ৰলয়ংকৰী বানপানী, ঘূৰ্ণি, বা-মাৰলি আৰু কালবৈশাখীৰ কৰাল তাণ্ডৱে পূব পাকিস্তান নামৰ ভূখণ্ডক লণ্ডভণ্ড কৰিলে।

পূব পাকিস্তানৰ পৰা ভাৰতলৈ, অসমলৈ—হিন্দু ভগনীয়াৰ সোঁত ব'বলৈ আৰম্ভ কৰিলে। পাকিস্তান চৰকাৰে ৰক্ষণাবেক্ষণৰ আশ্বাস দিলে, কিন্তু নিৰাপত্তাৰ নিশ্চয়তা দিব নোৱাৰিলে। দাৰিদ্ৰ্য জৰ্জৰিত হাজাৰ হাজাৰ শৰণাৰ্থী সীমা পাৰ হৈ অসমৰ নগৰে চহৰে গাঁৱে ভূঁয়ে সোমাই পৰিল।

হিন্দু ভগনীয়াৰ লগতে আহিল কিছু সংখ্যক মুছলমান ভগনীয়া— 'দেশত' যাৰ মাটি ভেটি সা-সম্পত্তি বুলিবলৈ বিশেষ একো নাছিল। আৰু ভাৰতত বহুত কিবা পাম বুলি অবৰ্ণনীয় কায়কষ্ট স্বীকাৰ কৰিও সীমা পাৰ হৈ আহিছিল।

আৰু কিছু পাকিস্তানী মুছলমান আহিল, যি পূৰ্বে অসমত আছিল, খেতিবাতি কৰিছিল, সৰুসুৰা দোকান পোৱাৰ দিছিল, কামলা, দিনমজুৰ কৰিছিল। আৰু পাকিস্তান হোৱাৰ পাছত তালৈ গুচি গৈছিল।

কিন্তু তাত গৈ জীৱিকাৰ কোনো সুব্যৱস্থা কৰিব নোৱাৰি একেই দুখ যন্ত্ৰণাৰ মাজত দিন কটাইছিল।

এইবোৰ মানুহৰ কাৰণে ভাৰতবৰ্ষ দুভাগ হোৱা বা পাকিস্তান হিন্দুস্থান হোৱাৰ নিচিনা ঐতিহাসিক ঘটনাৰ কোনো ৰাজনৈতিক তাৎপৰ্য্য নাছিল। নতুন ৰাজনৈতিক পৰিস্থিতিয়ে বহুতৰে জীৱনলৈ আনিলে সুযোগ, সৌভাগ্য অভাৱনীয় বিৱৰ্তন। কিন্তু এইবোৰ মানুহৰ জীৱনলৈ আনিলে নতুন নতুন দুৰ্য্যোগ, দুৰ্দশা, দুৰ্ভাগ্য আৰু বিপৰ্যায়।

ভাগ্যৰ অন্বেষণত মাটিৰ সন্তান এই মানুহবোৰ অথৰ্বী হৈ গাঁৱৰপৰা গাঁৱলৈ, চৰৰপৰা চৰলৈ, দেশৰপৰা দেশলৈ অহাযোৱা কৰি অনিশ্চয়তাৰপৰা গভীৰতৰ অনিশ্চয়তাৰ বুকুলৈ নিজক আগ বঢ়াই নিছিল। নাৱেৰে বাছেৰে ৰেলেৰে আৰু বেছিৰ ভাগ খোজ কাঢ়ি সিহঁতে এঠাই এৰি অন্য এঠাইলৈ যায়। দুদিনমান থাকে, আকৌ অন্য ঠাইলৈ যাত্ৰা কৰে—জীৱনৰ স্থায়ী নীড় বিচাৰি।

কিন্তু যাওঁ বুলিলেই সদায় য'লৈকে ত'লৈকে যোৱাৰ অধিকাৰ সিহঁতৰ নাই।

শৰণাৰ্থীৰ অবাধ আগমনে নতুন অৰ্থনৈতিক আৰু ৰাজনৈতিক পৰিস্থিতিৰ উদ্ভৱ কৰিলে।

প্ৰৱৰ্তন কৰা হ'ল পাছপ'ৰ্ট আৰু ভিছা ব্যৱস্থা। পাৰপত্ৰ নহ'লে মানুহবোৰ আগৰদৰে এখন দেশৰপৰা আনখন দেশলৈ য'ৰে ত'ৰে পৰা যেতিয়াই তেতিয়াই অহা যোৱা কৰিব নোৱাৰা হ'ল।

পাছপ'ৰ্ট ব্যৱস্থা প্ৰবৰ্তন হোৱাৰ পাছত মানুহবোৰে খাটাংকৈ উপলব্ধি কৰিলে—ভাৰত আৰু পাকিস্তান দুখন স্বকীয়া দেশ। দুয়োখন দেশৰ প্ৰজাৰ অধিকাৰৰ সীমা বেলেগ, পাছপ'ৰ্টে দুটা স্বকীয়া চৰকাৰৰ অস্তিত্বৰ কথা বেছি কটকটীয়াকৈ প্ৰকট কৰি তুলিলে।

পাকিস্তানৰ চৰাই কাৰো অনুমতি নোলোৱাকৈ ভাৰতৰ অৰণ্যলৈ উৰি আহিব পাৰে।

অসমৰ মাজেদি বৈ যোৱা ব্ৰহ্মপুত্ৰখন পূব পাকিস্তানৰ মাজেদি নাম সলনি কৰি কাৰো অনুমতি নোলোৱাকৈ বৈ থাকিব পাৰে।

চিটাগাং, ঢাকা মৈমনচিঙৰ অৰণ্য জনপদৰ ওপৰত ছাঁ পেলাই বৈ অহা দক্ষিণৰ মেঘবোৰ আহি খাছীয়া জয়ন্তীয়া পাহাৰৰ টিঙত বৰষুণ দিব পাৰে, ভাৰতৰ ফালৰ বতাহজাক পূব পাকিস্তানলৈ অবাধে বৈ যাব পাৰে, এইবোৰৰ কাৰণে কোনো পাছপ'ৰ্ট নেলাগে, ভিছা নেলাগে, অনুমতিপত্ৰ নেলাগে।

কিন্তু মানুহ মুক্ত নহয়।

পৃথিৱীখন মানুহে ডোখৰ ডোখৰ কৰি ভাগ কৰি নিজৰ নিজৰ কৰি লৈছে।

কাৰো সীমা কোনোৱে চেৰাই যাব নোৱাৰে।

আজিৰ সুসভ্য মানুহে মানুহ মানুহৰ মাজত, দেশ দেশৰ মাজত ৰাষ্ট্ৰ ৰাষ্ট্ৰৰ মাজত দুৰ্লংঘ্য পাষাণ প্ৰাচীৰ গঢ়ি তুলিছে। মানুহৰ আহযাহ, চলন ফুৰণ নিজেই সীমাৰ মাজত সুমুৰাই ঠিক কৰি পেলাইছে।

সাধাৰণ মানুহে এইবোৰ ব্যৱস্থাৰ অৰ্থ বুজি নেপায়, কিন্তু বিনা প্ৰতিবাদে মানি চলে।

মানি নচলিলে অপৰাধ হয়, জগৰ লাগে।

যিবোৰ সাধাৰণ জীৱন সন্ধানীয়ে এইবোৰ অদৃশ্য লৌহ-প্ৰাচীৰ দেখা নেপায়, আৰু সীমা অতিক্ৰম কৰিব খোজে, তেওঁলোক বিপদত পৰে।

অপৰাধী বুলি পৰিগণিত হয়।

ভাৰত পূব পাকিস্তানৰ মাজত পাছপ'ৰ্ট প্ৰথা প্ৰৱৰ্তন কৰা হ'ল। দুয়োখন দেশৰ মানুহৰ মুকলি অহাযোৱা বন্ধ হ'ল। দুয়ো দেশৰ সীমান্ত পুলিচ, সীমান্ত নিৰাপত্তা বাহিনী আদি স্থাপন কৰা হ'ল।

কিন্তু মাটিহীন সংস্থানহীন অযুত কিছুমান মানুহৰ কাৰণে চৰকাৰী আইনতকৈ অধিক শক্তিশালী আছিল পেটৰ জ্বালা, জীৱিকাৰ আৰু জীয়াই থকাৰ তাগাদা।

পাছপ'ৰ্ট আইন বলবৎ হোৱাৰ পাছত সিহঁত অহাযোৱা কৰি থাকিল চোৰাংকৈ, কোনো গোপন দুৱাৰেদি পুলিচ সীমান্তৰক্ষীয়াক ঘোচ দি, নানা ছলচক্ৰান্ত কৰি।

দুবিধ মানুহে আইন ভংগ কৰে—ধনী, শিক্ষিত, জনাবুজা মানুহে, আৰু নিৰক্ষৰ, অশিক্ষিত, গৰীব, ভুকীয়া মানুহে। প্ৰথম বিধে আইন ভংগ কৰে নিজৰ কোনো ওপৰঞ্চি লাভৰ কাৰণে বা কোনো নিহিত স্বাৰ্থ পূৰণৰ কাৰণে। দ্বিতীয় বিধে আইন ভংগ কৰে পেটৰ জ্বালাত, যি কোনো উপায়ে জীয়াই থকাৰ আশাত। সংস্থানৰ সপক্ষত।

পূব পাকিস্তানৰ পৰা প্ৰথমবিধ মানুহ আহিল কম, দ্বিতীয় বিধেই আহিল বেছি। চুৰকৈ পলাই আহি সিহঁত কোনোবা আচহুৱা গাঁও, কোনোবা দুৰণীয়া চৰ-চাপৰিত চুৰকৈ সোমাই পৰিল, কাৰোবাৰ আশ্ৰয় বিচাৰিলে, মহা-নগৰত ফুটপাথত থাকিবলৈ ভাড়া দিয়াৰ নিচিনাকৈ চৰকাৰী মাটিত বনৰীয়া জীৱজন্তুৰ মাজত সোমাই থাকি জীৱিকাৰ ব্যৱস্থা কৰিবৰ কাৰণে কাৰোবাক পাৰিলে ধন দিলে, নহ'লে গাৰ খাটনি খাটি দিলে। কাৰোবাৰ ঘৰত কামলা, বন্ধুৱা, গোলাম সোমাল।

আৰু সিহঁতক বিচাৰি উলিয়াবৰ কাৰণে চৰকাৰী বেচৰকাৰী চোৰাংচোৱাৰ তৎপৰতা বাঢ়িল।

বাবৰৰ এইবোৰৰ যুক্তিযুক্ততা বা প্ৰয়োজনীয়তা বিচাৰ কৰাৰ মন বা অৱসৰ নাছিল।

সি মনে মনে থিৰাং কৰিলে :

ৰজাঘৰৰ কাম ৰজাঘৰে কৰি থাকক, মোৰ কাম মই কৰি যাওঁ। মই পেটজীয়ক মানুহ, মোৰ পেটৰ মাটিকেইডৰাৰ জগতে মোৰ সকলো। অন্য কথা চিন্তা কৰাৰ মোৰ কোনো দৰকাৰ নাই, চিন্তা কৰিও মই

[illegible]

একো উমানিহ নেপাওঁ একো সমাধান বিচাৰি উলিয়াব নোৱাৰোঁ। মোৰ বিদ্যাবুদ্ধি নাই। চৰকাৰৰ কামত খুঁত উলিয়াবলৈ যত্ন কৰাৰ কোনো সাৰ্থকতা নাই।

ইতিমধ্যে বাবৰৰ পাৰিবাৰিক জীৱনলৈ এটা পৰিবৰ্তন আহিল। পৰিয়াললৈ আৰু এটি শিশু সন্তান আহিল—এটি ল'ৰা। ল'ৰাটো বৰ বগা-চগা নহ'লেও, শকত-আৱত, স্বাস্থ্যৱান, তাৰ হাতেমুখে ভৱিষ্যতে এটা ভাল কৃষক হ'ব পৰাৰ লক্ষণ আছে। বৰণটো বাবৰৰে নিচিনা—মাণ্ডৰ বৰণীয়া—অৱশ্যে ৰাণী আৰু বাবৰৰ চকুত বগা যেনেই লাগিল। পুত্ৰ সন্তানৰ মাতৃ হোৱাৰ কাৰণে ৰাণীৰ প্ৰতিও যেন বাবৰৰ চেনেহ আৰু কিছু বাঢ়িল।

সি ৰাণীক নতুনকৈ ধুনীয়া দেখিলে।

কেতেকীজনী ইতিমধ্যে হাঁহি মাতি লৰি ফুৰা হৈছে। ভিতৰে বাহিৰে তাই পিটপিটাই ফুৰিবলৈ বিচাৰে আৰু সেইবাৰে মুছলিমা তাইৰ পিছে পিছে দৌৰি ফুৰিবলগীয়া হয়।

মুছলিমাই বাবৰহঁতৰ ঘৰৰপৰা যোৱাৰ কথা উলিউৱা নাই। তাইক কোনো কামৰ দিহাও দিব নেলাগে। বৰং তাইহে মাজে মাজে ৰাণী আৰু বাবৰক কাম বনৰ দিহা দিয়ে। এই কৰ্তৃত্বখিনি চলাবলৈ পাই মুছলিমাও যেন সুখী।

গিৰীন মাষ্টৰ ঢুকাল।

বাবৰে বাইদেউহঁতৰ খবৰ লৈ আহিলগৈ। গিৰীনৰ মাটিখিনিত খেতি কৰাৰ কাৰণে এটা ব্যৱস্থা কৰি দিবলৈ বাইদেৱে বাবৰক ক'লে। আৰু ক'লে যে কিছুদিনৰ আগতে পূব পাকিস্তানৰ পৰা অহা পৰিয়াল এটা সেই অঞ্চলতে আহি আছেহি। সিহঁতে খেতি কৰিবলৈ মাটি বিচাৰিছে। পাৰিলে সিহঁতৰ লগতে এটা বন্দৱস্ত কৰি দিব লাগে।

বাবৰে ক'লে, "সিহঁত কেনেকুৱা মানুহ বুজিবাজি ল'ব লাগিব। যাকে তাকে খেতি কৰিবলৈ মাটি দিব নোৱাৰি। গোজেই গজালি হৈ উঠিব পাৰে। মই পৰিয়ালটোৰ আঁতিগুৰি লওঁ।"

বাইদেৱে ক'লে, "দেখাত পৰিয়ালটো বৰ দুখীয়া যেন লাগিল। দেশতো লোকৰ মাটিত খেতিবাতি কৰি খাইছিল বুলি কৈছে।"

"খেতিবাতি কৰা মানুহ নহৈ হাকিম মুন্সক ইয়ালৈ আহিছেনে বাইদেউ? পিছে, তাৰ ভিতৰতো ভাল মানুহ বেয়া মানুহো আছে, চোৰ ডকাইতো আছে। আৰু নিজে একো নকৰি লোকৰ টেঁটুত টেপা দি খোৱা দালালো আছে।"

"আগে দেখোন তই তহঁতৰ দেশৰ মানুহৰ কথা এনেকৈ নকৈছিলি?"

বাইদেৱে ক'লে।

"আগে সিমান নুবুজিছিলোঁ, তালৈ গৈ এইবাৰ বহুত কিবাকিবি দেখি বুজি আহিলোঁ, সেই দেখিহে কৈছোঁ।"

বাইদেৱে ক'লে, "যেনেকৈ হওক, আমাৰ মাটিকেডৰাত খেতি কৰোৱাৰ দিহা এটা তই কৰি দে বাবৰ। নহ'লে—আমাৰ চলামেলা টান হ'ব।"

বাবৰে মাষ্টৰণীৰ মুখৰ ফালে চাই দেখিলে বিধৱা হোৱাৰ পাছত বাইদেউ খীণাইছে, চুলিবোৰ সৰহভাগ পকি গৈছে। তেওঁক দেখি এজনী বুঢ়ী মানুহ যেন লাগিছে।

বাইদেউৰ আগদাঁত দুটা কেতিয়া সৰিল সেই কথাও সি ক'ব নোৱাৰে।

আজিহে মন কৰিছে।

বাবৰৰ বৰ বেয়া লাগিল।

ময়ো কিজানি দিনে দিনে বুঢ়া হৈ গৈছোঁ···

সি মনতে ভাবিলে।

## চল্লিশ

একোচা শকত দীঘল মোচ, ম'হৰ শিঙৰ দৰে আগ দুটা পাক খোৱা, চকু দুটা ডাঙৰ ডাঙৰ, টেলেকা, সদায় ৰঙা পৰি থাকে, মুখখনৰ তুলনাত গাটো বেছি শকত, পেটটো বৰ ডাঙৰ। ওখই প্ৰায় চাৰে ছফুট, মাতটো দুটা আৰু কৰ্কশ।

নাম আবদুল জব্বাৰ।

কাম পুলিছৰ ইনিচপেক্টৰ। ঘৰ উজনী অসমৰ কোনোবা গাঁৱত। চাকৰি কৰিছে প্ৰায় ১৮ বছৰ। এল্ চি-ৰপৰা প্ৰমোচন পাই পাই ইন্সপেক্টৰ হৈছে। বিয়া কৰাইছে দুজনী। এজনী ঘৰত থাকে, আনজনী লগত থাকে। ল'ৰা-ছোৱালী সাতোটা। ডাঙৰ ছোৱালীজনী বিয়া দিলে, বাকীবোৰে স্কুলে কলেজে পঢ়ি আছে।

পুলিছ ইন্সপেক্টৰ আবদুল জব্বাৰৰ এটা জীৱন-দৰ্শন আছে :

পৃথিৱীৰ সকলো মানুহ বেয়া, বজ্জাত।

যদি কোনোবাই সোধে বা সুধিলেহেঁতেন : 'তোমাৰ মৃত পিতাও বজ্জাত আছিলনে ?'

জব্বাৰে নিৰ্বিকাৰভাৱে ক'ব বা ক'লেহেঁতেন : 'মোৰ বাবা হ'লেই ভাল মানুহ হ'ব নেকি ? বাবাও বজ্জাত আছিল। নহ'লে মোৰ নিচিনা এটা বজ্জাত হাৰামীৰ জন্ম দিলেহেঁতেন কেলেই ? চব বজ্জাত, চব হাৰামী।'

আৰু যদি কোনোবাই সোধে :

'আপোনাৰ বাবাকো যদি তেনেকুৱা, তেনেহ'লে পৃথিৱীতনো ভাল মানুহ কোন আছে ?"

একেই ক্ষিপ্ৰতাৰে জব্বাৰে উত্তৰ দিব: 'ভাল মানুহ? মোৰ এচ্ পি, মোৰ আই জি পি—'

'কোন এচ পি, কোন আই জি পিৰ কথা কৈছে?'

'মই যি এচ পি, আই জি পিৰ তলত কাম কৰোঁ—সেই এচ্ পি, আই জি পি—'

এনে জীৱন-দৰ্শন মানি চলে বাবেই জব্বাৰৰ প্ৰমোচন হৈছে এল্ চিৰপৰা ইন্সপেক্টৰলৈ।

আৰু এটা কথা জব্বাৰে বিশ্বাস কৰে—পুলিছ মানুহৰ দয়া চেনেহ থকাটো অনুচিতেই নহয়, অন্যায়ো। দয়া মৰম থকা মানুহ পুলিছ হ'ব নেপায়, মছজিদৰ ইমাম হ'ব লাগে। কচাইৰ যদি কাটিবলৈ লোৱা ছাগলীটোলৈ মৰম লাগে, মানুহে মাংস খাবলৈ পাব ক'ৰপৰা?'

জব্বাৰৰ জীৱনদৰ্শনৰ আৰু এটা বিশেষত্ব আছে:

ফকীৰ, দৰবেছ, আউলীয়া, সাধু সন্ন্যাসীলৈ ভয়, ভক্তি আৰু শ্ৰদ্ধা। তেওঁৰ মতে আজি তেওঁৰ পদোন্নতি নিজৰ কৃতকৰ্মৰ কাৰণে হোৱা নাই।

কোনোবা ফকীৰৰ দোৱাত বা আশীৰ্বাদতহে হৈছে।

এনে এটা বিশ্বাস থকাৰ কাৰণেই জব্বাৰ ইন্সপেক্টৰৰ ঘৰত সাধু সন্ন্যাসী, ফকীৰৰ ভিৰ কাহানিও নকমে। সিহঁতক তেওঁ খাতিৰ বাতিৰ কৰি খুৱায়, কাপোৰকানি দিয়ে, টকা-পইচা দিয়ে, আৰু ফকীৰৰ কথা সদায় মানি চলে।

বহুতে কয় যে ইন্সপেক্টৰে সাধু সন্ন্যাসীক দৰমহাৰ পইচাহে দিয়ে, ঘোচৰ পইচা নিদিয়ে। ঘোচৰ পইচা নিজৰ পৰিয়ালৰ খোৱা পিন্ধাত খৰচ কৰে।

অৱশ্যে জব্বাৰে ঘোচৰ কিমান টকা খোৱা পিন্ধাত খৰচ কৰে, আৰু কিমান টকা জমা ৰাখে তাৰ সঠিক হিচাপ কোনোৱে নেজানে। সাধাৰণতে জমা মতে চাকৰিত সোমোৱা দিন ধৰি জব্বাৰে অফলে

যিমান ঘোচ খাইছে, এটা বেটেলিয়ানেও সিমান টকা অৰ্জন কৰিব নোৱাৰে। অৱশ্যে এটা বেটেলিয়ানত কিমান চিপাহী থাকে আৰু সেই চিপাহীয়ে কিমান দৰমহা পায় বা পাব পাৰে কোনোৱে সঠিক ক'ব নোৱাৰে।

এনে এজন নাম খ্যাতি থকা পুলিচ ইন্সপেক্টৰ ৰূপহী গাঁৱৰ নিচিনা থানালৈ বদলি হৈ অহাটো এটা উল্লেখযোগ্য খবৰ। মানুহজন আহি কামত যোগ নৌ দিওঁতেই কথাটো জনাজানি হৈ গ'ল।

কাৰণ আছে।

'মৈমনচিঙীয়া মিয়া' থকা অঞ্চললৈ বদলি হৈ আহিব পৰাটো আৰু তেনে ঠাইত কিছুদিন চাকৰি কৰিবলৈ পোৱাটো মাটি হাকিম, মণ্ডল, কানুনগো আৰু পুলিছ বিষয়াৰ কাৰণে পূৰ্ব জন্মৰ পুণ্যৰ ফল স্বৰূপ। বহুতেই অসমৰ এনে ঠাইত অন্ততঃ এবাৰ কাম কৰিবলৈ পাবৰ কাৰণে মনে মনে আল্লা-ঈশ্বৰলৈ প্ৰাৰ্থনা জনায়। কাৰণ গোটেই জীৱন চাকৰি কৰিও যিমান ধন কৰিব নোৱাৰি, মিয়াৰ গাঁৱত এবছৰ কাম কৰি তাৰ দুগুণ তিনিগুণ ধন অৰ্জন কৰিব পাৰি।

গতিকে ৰাইজেও খবৰ লৈ থাকে কেতিয়া নতুন এচ ডি চি বদলি হৈ আহিব, কেতিয়া নতুন এজন পুলিছ অফিছাৰ বদলি হৈ যাব। সিহঁতে সদায় বাঞ্ছা কৰে যেন থকা জনতকৈ অলপ ভাল অফিছাৰ এজন এইবাৰ ইয়ালৈ আহক।

কিন্তু সিহঁতৰ সেই আশা আজি পৰ্য্যন্ত পূৰ্ণ হোৱা নাই। কাহানিবা যে হ'ব তাৰো কোনো আশা কোনোৱে কৰিব নোৱাৰে।

ইন্সপেক্টৰ আবদুল জব্বাৰৰ বিষয়ে আগতীয়া যি বাতৰি কণাকণি হৈছিল, তেওঁ আহি যোগ দিয়াৰ পাছত যিটো সত্যৰ আভাস ৰাইজে পালে, সি ৰাইজক উত্তপ্ত কৰি তুলিলে।

দুই চাৰিজন বুঢ়াই অনুতাপৰ সুৰত ক'লে, "ইয়া আল্লাহ। আমিনো কি গুণাহ কৰিছিলোঁ যে আমাৰ ইয়ালৈ সদায় জালিম বিষয়াবোৰহে আহে। আমাক ৰক্ষা কৰা আল্লাহ—"

তেতিয়া পাকিস্তানী ধৰপাকৰ কৰাৰ খলমলম চলি আছে। মিয়া বিলাকৰ মাজত ত্ৰাসৰ বিৰিঙনি খিথিয়নী। ক'ৰবাত কাৰোবাৰ কাৰোবাৰ আশ্ৰয়ত কোনোবা দুৰ্গম গাঁৱত যঁতত যি দুই এটা পাকিস্তানৰ ল'ৰা অনুমতিপত্ৰ নোহোৱাকৈ বা মনে মনে পলাই আহি থকা মানুহ আছিল, সিহঁত ৰাতি ৰাতি পলাইছে। কিছুমানে দেখা-শুনাকৈয়ে, ল'ৰা ছোৱালী, টোপোলা টাপলি লৈ পূৱ পাকিস্তানলৈ বুলি খোজকাঢ়ি বাছ মটৰ বেলেৰে যাত্ৰা কৰিছে। কিছুমানক পুলিছে ধৰি ট্ৰাকত তুলি, ৰেলত তুলি পঠিয়াই দিছে। কিছুমানে পুলিছক ঘোচ খাচালি দি ৰক্ষা কৰিবৰ বা আৰু দুদিনমান থাকি যাবৰ সুবিধা বিচাৰিছে। কিছুমান পলাই ফুৰিছে। দেশ বিভাজনৰ বহুদিন আগতে অহা কিছুমান কামলা দিনমজুৰ, আনৰ বাৰীঘৰত কাম কৰি যোৱা মানুহে নিজস্ব মাটি ভেটি নথকাৰ কাৰণে, ভাৰতীয় নাগৰিক বুলি প্ৰমাণ দাখিল কৰিব নোৱাৰাৰ কাৰণে ভাৰত এৰি ল'ৰা ছোৱালী ঘটিবাটি লৈ ভাৰতৰ বাহিৰ ওলাই যাবলৈ বাধ্য হৈছে। অৱশ্যে পাকিস্তানলৈ গৈ সিহঁত ক'ত থাকিবগৈ, কি কৰিবগৈ তাৰো কোনো নিশ্চয়তা নাই।

বহু ক্ষেত্ৰত ব্যক্তিগত আক্ৰোশ বা সম্পত্তিৰ লোভ বা কোনো প্ৰতিহিংসা পূৰণৰ কাৰণে মিয়াবিলাকৰে কোনো কোনোৱে নিজ গাঁও বা অঞ্চলৰে কাৰোবাক পাকিস্তানী বুলি পুলিছক গোপনে খবৰ দিছে, আৰু পুলিছে তেনে লোককো ভাৰত ত্যাগ কৰি যাবলৈ ন'টিছ দিছে।

ত্ৰাস বিয়পি পৰিছে।

কোনো কোনো ঠাইত কিছুমান দালালে পুলিছ আৰু অফিছাৰক দিবলৈ বুলি পইচা তুলিছে। কিছুমানৰ এনেকৈ পইচা দিব পৰা শক্তি নাই। সিহঁতে থলুৱা অসমীয়া হিন্দু মানুহৰ ওচৰত আশ্ৰয় লৈছে।

কাৰণ সিহঁতৰ মাটি ভেটি নাই যদিও, বহুত দিনৰ পৰা সেই

অসমীয়া মানুহঘৰতে খেতিবাতি কৰি বা কাম্‌লা কৰি আছো বুলি প্ৰমাণ কৰিব পাৰিলে খেদা নোখোৱাকৈ ৰক্ষা পৰিব পাৰে।

কিছুমান মানুহে পুলিছৰ অভিযান চলা গাঁৱৰ পৰা পলাই অন্য গাঁৱত আশ্ৰয় লৈছেগৈ।

আবদুল জব্বাৰ ইন্সপেক্টৰ ইয়াৰ থানালৈ আহিয়ে হুলস্থুল লগাই দিলে। গাঁৱৰ দেৱানী মাতবৰ গাঁওবুঢ়া আদিক মতাই অনালে, আৰু সেই থানাৰ অন্তৰ্গত য'ত যিমান পাকিস্তানী আছে ধৰি আনি থানাত চম্‌জাই দিবলৈ ক'লে।

জব্বাৰৰ মূৰ্তি দেখি কোনোৱে ক'বলৈ সাহস নকৰিলে যে কোনো পাকিস্তানী তাত লুকাই থকাৰ কথা সিহঁতে নেজানে। তেনেকৈ ক'লে, পাছত যদি কোনোবা এটা পাকিস্তানী ক'ৰবাত ধৰা পৰি যায় তেতিয়া সিহঁতকো সামৰিব। সিহঁতে নিৰৱে জব্বাৰৰ আদেশ পালন কৰাৰ সন্মতি জনালে।

কিন্তু ক'ত পাকিস্তানী লুকাই আছে আৰু সিহঁতক কেনেকৈ বিচাৰি উলিয়াব একো নিৰ্ণয় কৰিব নোৱাৰিলে।

আবদুল জব্বাৰ কিন্তু এই নিৰ্দেশ দিয়ে ক্ষান্ত নেথাকিল। চৰকাৰী চোৰাংচোৱাৰ উপৰিও প্ৰফেশ্যনেল দালাল লগাই দিলে আত্মগোপন কৰি থকা পাকিস্তানী ধৰাই দিবৰ কাৰণে।

জংঘলত বনৰীয়া জন্তু চিকাৰ কৰিবৰ কাৰণে চিকাৰীয়ে যেনেকৈ চিকাৰ আৰম্ভ কৰাৰ দৰে, পাকিস্তানী বিচৰা, ধৰা আৰু ভাৰতবৰ্ষৰ পৰা বহিষ্কাৰ কৰাৰ এক উৰ্দ্ধশ্বাস অভিযান চলিব ধৰিলে।

দিনত পুলিছ থানালৈ গ'লে কাৰোবাৰ চকুত পৰে বুলি দালালবোৰ ৰাতি ৰাতি থানালৈ আহি ক'ত ক'ত কোন লুকাই আছে তাৰ সঁচা, আধা সঁচা আৰু মনে সজা খবৰ যোগাব ধৰিলে।

এনে দালালৰ ভিতৰত এটা আছিল কামৰাণ। মুছলমান হৈ মুছলমান পুলিছৰ হতুৱা ভাৰতৰ বাহিৰ কৰাই পঠোৱাৰ বাবে লগৰ আন মুছলমানে ভৎসনা কৰে বুলি, কামৰাণহঁতৰ নিচিনা দালালবোৰে আনৰ চকু আঁৰকৈ পুলিছৰ লগত যোগাযোগ ৰক্ষা কৰি চলিল। একো ৰাতি একোটা চুবুৰিত পুলিচৰ দলে আক্ৰমণ চলায়, কেতিয়াবা পলাই থকা সঁচাসঁচি পাকিস্তানী দুই এটা ধৰা পৰে, কেতিয়াবা তেনে কাকো পোৱা নেযায়।

তেতিয়া এনেয়ে দুই চাৰিটাক ধৰি আনে।

যি পাকিস্তানী নহয় বুলি বা ভাৰতীয় নাগৰিক হয় বুলি কোনো প্ৰমাণ দিব নোৱাৰে, তেনেবোৰ মানুহক সাঙুৰি ট্ৰাকত তুলি, ৰেলত ঠেলি হেচি উঠাই দি পঠিয়াই দিয়া হয়।

ইন্সপেক্টৰ আতুল জব্বাৰে জানে যে দুই চাৰিটা ধনী মিয়াক ধৰাই আনিব পাৰিলে, যথেষ্ট টকা অৰ্জন কৰিব পৰা যায়।

এৰাতি লকআপত ভৰাই থব পাৰিলেই বহু।

পাছদিনা জামিনত মুকলি কৰি নিবলৈ আহোঁতোবিলাক কোনো গুদা হাতে নাহে।

## একচল্লিশ

মাঘমাহৰ মাজভাগ। এনে সময়ত সাধাৰণতে ডাঙৰ বৰষুণ নহয়। কিন্তু এইবাৰ যোৱা তিনি দিন ধৰি বৰষুণ দিছে—বৰষুণ ডাঙৰেই। আঘোণত কেতিয়াবা যি শিল বৰষুণ পৰে, এইবাৰ তেনে বৰষুণ নাছিল। এতিয়া মাঘৰ মাজভাগতে বৰষুণ দিছে।

তাকৰীয়া মাটি গিৰিয়াৰ ধান দোৱা শেষ হৈছে। কিন্তু মৰণা মৰা শেষ হোৱা নাই। সৰহীয়া মাটিৰ গৰাকীৰ ধান দাই শেষ হোৱা নাই। দাৱনীৰ অভাৱ হৈছে। ৰোৱা-তোলা কৰিবৰ সময়ত আৰু ধান দোৱা-চপোৱাৰ সময়ত যিবোৰ মানুহে আগেয়ে এইবোৰ কাম কৰি দিয়েহি এইবাৰ তেনে মানুহ বহুত কমিছে। কাৰণ এইবোৰ মানুহ বহুকালৰ পৰা অসমতে আছে যদিও সিহঁতৰ নিজা মাটি ঘৰ নাই। কোনো ধনী দেৱানী মাতব্বৰৰ আশ্ৰয়ত থাকি অ'ত ত'ত কাম কৰি জীৱিকা নিৰ্বাহ কৰে।

বৰ্ত্তমান এনে বহুত মানুহকে ধৰি ভাৰতৰ বাহিৰ কৰা হৈছে, আৰু কিছুমান অন্য ঠাইলৈ গুচি গৈছে।

বাবৰৰ ভালেমান ধান এতিয়াও দোৱাবলৈ বাকী আছে। আজি প্ৰায় ডেৰ মাহ তাৰ ল'ৰাটোৰ অসুখ। চিকিৎসাই কাম দিয়া নাই। জিনদেউ লাগিছে বুলি দোৱা দৰুদ পঢ়োৱা হৈছে, তাবিজ তুলাজ দিয়া হৈছে। এলোপেথিক চিকিৎসাও কৰা হৈছে, আৰু স্থানীয় বেজ নন্দ বাটৈৰপৰা পানী জৰাই আনিও খুউৱা আৰু গাত ঘঁহা হৈছে।

বিশেষ কাম হোৱা নাই।

কেতেকী এতিয়া ছবছবীয়া। ল'বাটো—কামাল, ভাইতকৈ তিনি বছৰৰ সৰু। বেছ তজবজীয়া শকত আৰত ল'বাটো আছিল। খোজ কাঢ়ি দৌৰি ফুৰিছিল, কথাবোৰ অলথল কৰে ক'ব পৰিছিল।

সেই ধুনীয়া, মৰমলগা ল'বাটোৰে আঘোণৰ আৰম্ভণীতে বৰ কাহ হৈছিল। বতৰৰ জ্বৰ বুলি সকলোৱে কৈছিল, কিন্তু সেয়ে ভাল নোহোৱা হ'ল, ল'বাটো খীণাই শুকাই গৈছে। ভালকৈ উশাহ ল'ব নোৱাৰে, খুৱালে নেখায়, কান্দে। বাতি অতি কম টোপনি যায়।

বাবৰ, বাণী, মুছলিমাহঁতৰ নিতৌ ৰাতি টোপনি খতি হৈছে। ল'বাটোৰ অৱস্থা দিনক দিনে বেয়াৰ ফালেহে গৈছে। মাক-বাপেক দুয়ো চিন্তিত হৈ পৰিছে।

দিনত বাবৰ ধাননি ৰখাবলৈ নগ'লে নহয়। পথাৰতে ভালেমান পকাধান এতিয়াও আছে। ৰবযুগত ধানবোৰ মাটিত লেটি লৈ পৰি গৈছে। এতিয়া পথাৰবোৰত পানীৰ ভোঙা বান্ধিব, ধান দাওঁতে বোকাতে দাব লাগিব। কিছুমান ধান ঠোকৰপৰা সৰি যাব। আৰু গজি যাব।

বাবৰৰ খেতি সৰহীয়া, ভঁড়ালটো যথেষ্ট ডাঙৰ, ভঁড়ালৰ আগচোৰৰত ডাঙৰিবোৰ জাপি থোৱা আছে। কিন্তু কিছুমান ডাঙৰি চোতালতো জাপি থোৱা আছে। সেইবোৰ ৰবযুগত তিতিছে। কিন্তু চোতালত থকাবোৰতকৈ পথাৰত থকাবোৰৰ কাৰণেহে বেছি দুঃচিন্তা হৈছে।

বৰ কনকনীয়া জাৰ পৰিছে। কাপোৰ-কানিয়ে জাৰ কমাব পৰা নাই। বাবৰে ভিতৰত দগদগীয়া জুই ধৰি দিছে। মজিয়াৰ মাজতে। একাষে বাণী কামালৰ বিচনা, আনকালে বাবৰ আৰু কেতেকী শোৱে। মুছলিমা শোৱে কাষৰে কোঠাটোত।

যোৱা তিনিদিন ল'বাটোৰ অৱস্থা আৰু বেয়াৰ ফালে চাল লৈছে। খবচ পাতি সি নকৰাকৈ থকা নাই। কিন্তু চিকিৎসাই কাম কৰা নাই।

ধানবোৰ পথাৰতে নষ্ট হোৱাৰ উপক্ৰম হোৱা দেখি বাবৰে দুবৰিৰ এখন গাঁৱৰ পৰা মানুহ পঠিয়াই দুটা মানুহ অনাইছিল। কিন্তু নেবানেপেৰা বৰষুণৰ কাৰণে সিহঁতেও ধান দাব নোৱাৰি ঘৰৰ ভিতৰতে সোমাই থাকিবলগীয়া হৈছে।

ভঁড়ালৰ আগডোখৰ ডাঙৰিৰে ভৰি আছে। গোহালিটোতো বলধ আৰু নতুনকৈ পোৱালি দিয়া গাই কেজনী আছে। গতিকে বাবৰহঁতৰ ঘাই ঘৰটোৰ এমূৰৰ কোঠালি এটাতে সিহঁতবোৰ মাটিত ধান খেৰ পাৰি শুবলগীয়া হৈছে। বাবৰে যি পাৰে কাপোৰকানি সিহঁতক দিছে। কিন্তু সেই কাপোৰেও জাৰ,ৰাখিব পৰা নাই। সিহঁতেও জুই একুৰা ধৰি তাৰ চাৰিওকাষে বহি জুই ফুৱাইছে।

ৰাতি এঘাৰমান বাজি গৈছিল। বৰষুণ দি আছিল জৰ জৰ কৰি। এজাক ফেৰফেৰীয়া বতাহো মাৰি আছিল। জুইৰ অঙঠাবোৰ কিছু লাহে লাহে নুমাই আহিব ধৰিছিল।

কাষৰ বিচনাখনত কেতেকী টোপনি গৈছিল। কামালৰ কাষত অসহায়ভাৱে বহি আছিল বাবৰ। সি আজি কেইবাদিনো দাড়ি কমোৱা নাই। টোপনি খতি কৰি কৰি সি খীণাই গৈছে। কামৰাণৰ কাষত বহি থকাতে বাণীও টোপনিত ঢলি পৰিছে। কিন্তু টোপনি আহিলেও বাবৰে টোপনি নেযাবৰ চেষ্টা কৰিছে।

বৰষুণৰ মাজেদি আহি কিছু দূৰত এখন জীপ নে ট্ৰাক ৰোৱা যেন শুনিলে। বাবৰে কাণ দিলে। কিন্তু তাৰ পাছত বৰষুণৰ শব্দৰ বাহিৰে কিছু পৰলৈ আৰু একো শুনা নগ'ল।

টোপনিয়ে তাৰ চকু দুটা মুদ খুৱাই আনিছিল।

হঠাৎ সি শুনিলে যে কোনোবাই তাৰ ঘৰৰ বন্ধ কৰি থোৱা দুৱাৰখনত খুন্দিয়াইছে। প্ৰথমে কম জোৰেৰে, তাৰ পাছত বেছি জোৰেৰে। তাৰ পাছত সি শুনিলে এটা কৰ্কশ মাত: "এই দুৱাৰ খোল্।"

বাবৰ ধহমহাই বাৰাণ্ডালৈ উঠিল। আৰু কাষতে থকা লাঠনৰ

শলিতাডাল বঢ়াই দিলে। ইতিমধ্যে বাণী চলি পৰিছিল। তাইৰ গাৰ কাপোৰখন টানি দি সি দুৱাৰৰ ওচৰলৈ আহিছিল।

দুৱাৰত আৰু এটা শকত খুন্দা পৰিল।

বাবৰে তত্তাতৈয়াকৈ ভিতৰৰপৰা দুৱাৰখন খুলি দিলে।

আৰু লগে লগে তাৰ পিঠিত পৰিল এক শকত সোঁকাৰ কোব। মাৰ চাট ইমান আকস্মিক আছিল যে একেচাটেই সি মাটিত বহি পৰিল আৰু তাৰ মুখৰপৰা ওলাল: "আয়ৌ—"

কৰ্কশ মাতটোৱে বাহিৰৰ আন্ধাৰৰ মাজৰপৰা চিঞঁৰি ক'লে, "আয়েৰ নাই, বাবাৰহে আহিছে। ওলাই আহ।"

কিন্তু বাবৰ সম্পূৰ্ণ থিয় হ'বলৈ নৌ পাওঁতেই আকৌ এটা সোঁকাৰ কোব পৰিল বাবৰৰ কান্ধৰ ওপৰেদি পিঠিত। লগে লগে এটা পুলিছে তাক ধৰি বাহিৰলৈ চোঁচোৰাই আনিলে।

"ইয়াক গাড়ীলৈ লৈ ব'ল—" আবদুল জব্বাৰে নিৰ্দেশ দিলে।

বাবৰে মাতিব নোৱৰা হৈ গৈছিল। কোনোমতে সেহাই সেহাই ক'লে, "চাৰ, মোৰ ল'ৰাটোৰ—"

আৰু ক'ব নোৱাৰিলে। পুলিছ এটাই তাক টানি লৈ গ'ল— বৰষুণৰ মাজেদিয়ে।

চিঞঁৰ-বাখৰ শুনি সিফালৰ কোঠাত জুইৰ কাষত বহি থকা মানুহ কেটা ওলাই আহিল।

"এইজাক চাব—" কোনোবা এটাই চিঞঁৰি উঠিল। কথাৰ লগে লগে আটাইকেটাৰ গায়ে মূৰে সোঁকাৰ কোব পৰিব ধৰিলে। মানুহকেটা চোতালৰ বোকাত বাগৰি পৰিল।

আবদুল জব্বাৰ ইনপেক্টৰে প্ৰত্যেকটোৰে পেটে বুকুৱে বুটৰ গোৰ দি সিহঁতক আৰু একো বাগৰ মৰালে। এনেতে চিপাহীকেটাই সিহঁতবোৰক আলিবাটত ৰৈ থকা ট্ৰাকখনৰ কালে চোঁচোৰাই লৈ গ'ল।

জব্বাৰ ঘৰৰ ভিতৰলৈ সোমাল। ইতিমধ্যে কেচেকী আৰু বাণীয়ে সাৰ পাইছিল।

ৰাণী বিচনাৰপৰা নামিল।

তাই ঘটনাটো একো বুজিব পৰা নাছিল।

পুলিছ দেখি কেতেকীয়ে চিয়ঁৰি উঠিল, "বাবা—"

জব্বাৰে চিয়ঁৰি কৰ্কশ মাতেৰে ক'লে, "বাবা! তোৰ বাবাৰ বাবা। পাকিস্তানী চৰ আৰু ক'ত ৰাখিছ? বাহিৰ কৰ—"

চিঁয়ৰ বাখৰ শুনি বেমাৰী ল'ৰাটোৰেও সাৰ পালে। আৰু দুৰ্বলভাৱে চকু মেলি চালে। ৰাণীয়ে আঠু কাঢ়ি তাৰ কাষত বহি পৰিল।

টৰ্চ মাৰি পুলিছকেটাই ঘৰৰ ভিতৰবোৰ চালে। হতভম্ব হৈ হৈ ৰাণী আৰু কেতেকী থৰ লাগি বৈ থাকিল।

সিটো কোঠালিত মুছলিমা শুই আছিল। সাৰ পাই তাই উঠি আহিল।

"এই এজনী চাৰ—" এটা পুলিছে ক'লে।

"এই তই কোন?"

"মুছলিমা।"

"পাকিস্তানী?"

"কি পাকিস্তানী! মই অচমীয়া।"

জব্বাৰে ঠাচ্ কৰে'মুছলিমাৰ গালত এক চৰ বহুৱাই দিলে।

মুছলিমা কিন্তু দমি নগ'ল।

"আপুনি মোক কেলেই মাৰিলে? মই কি কৰিলোঁ!" তাই চিয়ঁৰি উঠিল।

"চুপ্। এইক লৈ যা—" জব্বাৰৰ হুকুম।

"ব'ল, গাড়ীলৈ ব'ল—" পুলিছ এটাই ক'লে, আৰু তাইৰ গাত ধৰি টানি নিব খুজিলে।

মুছলিমাই চিঁয়ৰি উঠিল—"খবৰদাৰ, মোৰ গাত হাত দিলে কথা বেয়া হ'ব।"

"তই কি চিঁয়ৰবাখৰ কৰিছ— "জব্বাৰে ধমক দিলে।

"মই চিঞৰবাখৰ কৰিছোঁনে তোমালোকে ৰাতি ৰাব বজাত মানুহৰ ঘৰৰ ভিতৰত সোমাই মাইকী মানুহক জুলুম কৰিছা ?"

মুছলিমাৰ মাতটো কঠিন আৰু দৃঢ়।

"এই তই নেযাবি নেকি ?" জব্বাৰে আগতকৈ কিছু দমি গৈ ক'লে।

"যাব লাগিলে যাম। কিন্তু এই দুপৰ ৰাতি ক'লৈ যাব লাগে, কিয় যাব লাগে মোক কব লাগিব। তোমালোকে পুলিছৰ পোষাক পিন্ধি আহিছা, কিন্তু কোনো চৰকাৰী পুলিছে মানুহক এনেকুৱা জুলুম নকৰে।"

"লেকচাৰ বন্ধ কৰ। আহ—"

"নগ'লে কি কৰিবা ? মাৰি পেলাবা মাৰা। পিছে মই পাকিস্তানী নহয় বুজিছা, মাৰি পেলালেও মোক পাকিস্তানী বনাব নোৱাৰা। আৰু এতিয়া ৰাতি মই তোমালোকৰ লগত কেতিয়াও নেযাওঁ ? তোমালোকৰ ৰাইভনী কোনোবা অচিনাকি মানুহৰ লগত যাব ?"

ৰাণীয়ে মুছলিমাৰ কথা শুনি আৰু তাইক সাহস দেখি অবাক হৈ তাইৰ ফালে চাই ৰ'ল।

জব্বাৰ ঘৰৰ বাহিৰ ওলাল আৰু হুকুম দিলে, "তাইক তহঁতে লৈ আহিবি—"

বৰষুণত তিতা পুলিছকেটাৰ জাৰত গাৰ কঁপনি উঠিছিল, সিহঁতে জুইকুৰাৰ কাষ চাপি হাত সেঁকিব ধৰিলে।

কামালৰ ফালে চাই এটা পুলিচে সুধিলে, ল'ৰাটোৰ কি হৈছে ?"

"তাৰ বেমাৰ, আজি ভেচ্‌ মাহ। আজি তিনদিনমানৰপৰা তাৰ টানেই।"

"এঃ—" পুলিছ এটাই এনেয়ে ক'লে। আনটো পুলিছে অলপ লক মাতেৰে ক'লে, "হাকিম বৰ একা-চেকা। পিছে তেওঁক সন্তুষ্ট কৰিব পাৰিলে সকলোকে এৰি দিবও পাৰে।"

মুছলিমাৰ খং কমা নাছিল। তাই ক'লে, "কাক সন্তুষ্ট কৰিব লাগে। সেই গোঁৱাৰ গোবিন্দ গুফীয়াটোক? সোধপোছ নাই, ছুৱাৰ খুন্দিয়াই ভাঙি, যাকে তাকে মাৰধৰ কৰি ধন ঘটিবলৈ আহিছে।"

ৰাণীয়ে ক'লে, "ৰ'চোন মুছলিমা, ল'ৰাটোৰ অৱস্থা এনেকুৱা। এওঁক ধৰি লৈ গৈছে। আমি কেনেকৈ থাকিম?"

"নিয়ক ধৰি। দেশত চৰকাৰ নোহোৱা হোৱা নাই। মুছলমান হ'লেই পাকিস্তানী হয়নেকি? আৰু চাওঁচোন কোনে বাবৰক পাকিস্তানী বুলি প্ৰমাণ কৰিব পাৰে। তুমি ভয় নকৰিবা, মই এতিয়াই মাষ্টৰ ককাইতিক খবৰ দিম। কামৰাণ হৈছে পুলিছৰ চোৰাংচোৱা—মই নেজানোনে কিবা। আৰু কুলাংগাৰটোৱে যিহকে কয় তাকে যে দঢ়ীয়া গুফীয়া সকলোৱে মানি লয়, সেইটোহে আচৰিত কথা। দৰমহাৰ পইচাই খাবলৈ নোজোৰে যদি ভিক্ষা নকৰে কিয়? ডকাইতি নকৰে কিয়? ৰাতি দুপৰত আহি যে শুই থকা মানুহক এনেকৈ মাৰধৰ কৰিছেহি?"

ট্ৰাকৰ হৰ্ন বাজিল।

পুলিছ দুটা উঠি গ'ল।

মুছলিমাতে কিবা ক'বলৈ বা হাতত ধৰি টানি নিবলৈ সিহঁতে সাহ নকৰিলে। সিহঁত ইয়াৰে মানুহ। বাবৰৰ শহুৰেক ছৰিফ গাঁওবুঢ়াক সিহঁতে চিনি পাইছিল। মোবাৰক মাষ্টাৰক চিনি পায়। বাবৰকো জানে।

কিন্তু আবদুল জব্বাৰ ইন্সপেক্টৰক কোনো কথা ক'বলৈ সিহঁতৰ সাহসে নুকুলায়।

আনহাতে কোনোবাই কাৰোবাক পাকিস্তানী বুলি খবৰ দিলে তাক নধৰাকৈ থকাটো পুলিছৰ কাৰণে জগৰৰ কথা হ'ব পাৰে। লোকৰ কাৰণে অযথা বিপদ মাতি লোৱাৰ কি প্ৰয়োজন?

কামালৰ মুখৰ ফালে চাই থাকি ৰাণীয়ে ক'লে, "তেওঁক বাৰু পাকিস্তানলৈ পঠিয়াই দিব নেকি মুছলিমা?"

"ইমান ভয় কৰিব নেলাগে, বাবৰ পাকিস্তানী নহয় বুলি বাটৰ কুকুৰেও জানে। এতিয়া শুই থকা যাওক। ৰাতি পুৱাওঁতে নৌ পুৱাওঁতে মই মাষ্টৰইঁতক খবৰ দিম। সিহঁত এনেকৈ গাঁৱৰ ৰাইজৰ ওপৰত পুলিছে জুলুম কৰাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব।"

মুছলিমাই দুৱাৰখন বন্ধ কৰিলে, জুইকুৰাত কেইডালমান খৰি ভৰাই দিলে, আৰু ৰাণীক ক'লে, "মই আৰু নোশোওঁ, শুলে টোপনি আহি যাব। এতিয়া ৰাতি মানুহবোৰ থানালৈহে নিব। ৰাতিপুৱাতে মাষ্টৰ গৈ ধৰিলেগৈ বাবৰইঁতক এৰি দিব। তোমালোক শুই থাকা। ৰাতি বেছি নাই আৰু। জাৰো বৰ বাঢ়িছে।"

"মোৰ পিছে বৰ বেয়া লাগিছে মুছলিমা। কোনেনো লগাই যুঁজাই আমাক বিপদত পেলাইছে আল্লাইহে জানে।"

"ময়ো জানো। বাৰু, এতিয়া সেইবোৰ ভাবি থাকিব নেলাগে। আমি দুখ চিনি নোপোৱা মানুহ নহয়। পিছে চাবা, নিৰ্দোষ মানুহক কোনেও নবচালেও আল্লাই বচাব।"

কেতেকী আকৌ টোপনি গ'ল, মুছলিমাই তাইৰ গাত ভালকৈ কাপোৰ জাপি দিলে। কামালৰ কপালত হাত দি চালে, অলপ অলপ জ্বৰ আছে। কিন্তু খাব-বব নোৱৰা হৈ ল'ৰাটো বৰ দুৰ্বল আৰু নিশকতীয়া হৈ পৰিছে। কব নোৱাৰি সি ভাল হৈ উঠিব নে নাই। সকলো আল্লাৰ হাতত।

## বিয়াল্লিশ

ৰাতিপুৱা থানাৰ মুখত মানুহক ভিৰ জমি উঠিল। ৰাতি ধৰি অনা মানুহবোৰ জাৰত কঁপি কঁপি থানাৰ বাৰান্দাতে বহি আছে। কিছুমানৰ গাত মুঠেই লুঙীখন আৰু বনিয়ন একোটা, জাৰত সিহঁতৰ ওঁঠবোৰ শেঁতা পৰি বগা হৈ গৈছে।

বাবৰৰ গাত এটা বনিয়নৰ ওপৰত এখন কাপোৰে জাৰ ৰাখিব পৰা নাই। টোপনি খতিৰ কাৰণে পুলিছৰ সৌকাৰ মাৰত গা বিষোবাৰ কাৰণে, আৰু কামালৰ অৱস্থাৰ কথা ভাবি দুশ্চিন্তাত উদ্বিগ্ন হোৱাৰ কাৰণে একে ৰাতিয়ে বাবৰটোক চিনিব নোৱৰা হ'ল। তাৰ চকু দুটা কোটৰত সোমাই গৈছে। ওঁঠ দুটা শুকাই ফাটি গৈছে। ৰাতি সি হয়তো কান্দিছিল। তাৰ চকু মুখ কন্দনামুৱা হৈ আছে।

আঠ বজাত খমখমীয়া ইস্ত্ৰী কৰা ইউনিফৰ্ম পিন্ধি ইন্সপেক্টৰ আবদুল জব্বাৰ থানালৈ আহিল। গহীন খোজেৰে গৈ থানাৰ বাৰান্দাত উঠিল। আৰু কাৰো ফালে নোচোৱাকৈ সুধিলে, "মানুহবোৰ কিয় আহিছে? কি লাগে?"

এজন ডেকাই কিছু আগবাঢ়ি আহি ক'লে, "আপোনালোকে আমাৰ গাঁৱৰ কিছুমান মানুহ ধৰি আনিছে—"

"ওঁ, সিহঁত পাকিস্তানী।"

"ধৰি অনা কোনকেটা মানুহ পাকিস্তানী আমি চাব খুজিছোঁ।"

কিছু অপ্ৰস্তুত হৈ জব্বাৰে ক'লে, "এই—ইহঁত—"

এনেতে মোবাৰক মাষ্টৰ আগবাঢ়ি আহিল। কোনো দিন ধৈৰ্য্য নেহেকওৱা মোবাৰক মাষ্টৰো কিছু উত্তেজিত হৈ পৰিছিল। কিন্তু

কিছু সংযত হৈ ক'লে, "অবৈধভাৱে ভাৰতলৈ অহা অবৈধভাৱে আমাৰ দেশত থকাটো আমি নিবিচাৰোঁ, কিন্তু কোনজন মানুহ ভাৰতীয় নাগৰিক নহয়, সেই কথা বিচাৰ নকৰাকৈ আপোনালোকে জধেমধে মাৰধৰ কৰি এই মানুহবোৰক ধৰি বান্ধি আনিছে।"

"ওঁ আনিছোঁ যদি আনিছোঁ। তাতে তোমাৰ কি ?"

এনেতে এদল ল'ৰা জাঙ্‌ৰ খাই উঠিল, "এখন হাইস্কুলৰ এজন হেডমাষ্টৰক কেনেকৈ কথা ক'ব লাগে তুমি নেজানানেকি ? তেখেত আমাৰ চাৰ—"

জব্বাৰে কিছু থতমত খালে।

"তোমালোক আৰু তোমালোকৰ চাৰ ইয়ালৈ কিয় আহিছে ? থানাত কি কাম আছে ?"

বাবৰৰ ফালে দেখুৱাই মোবাৰকে ক'লে, "এওঁ মোৰ ভনী-জোঁৱাই। তেওঁৰ ল'ৰাৰ অসুখ। ৰাতি বাৰ বজাত তেওঁৰ ঘৰত সোমাই আপুনি তেওঁক কোবাইছে। মোৰ ভনীক অপমান কৰিছে।"

কিছু ভয় খালেও ভয় খোৱা যেন নেদেখুৱাই জব্বাৰে ক'লে, "তেওঁৰ ঘৰত পাকিস্তানী লুকুৱাই ৰাখিছিল—"

"যিকেটা মানুহক পাকিস্তানী বুলি ধৰি আনিছে, সেইকেটা মানুহ পাকিস্তান হোৱাৰ বহুত বছৰ আগৰপৰা ইয়াত আছে। এওঁলোক স্বাধীন দেশৰ প্ৰজা। আগে সকলো খবৰ লৈহে আপুনি এই মানুহখিনিৰ মাজত যদি কোনোবা পাকিস্তানী আছে তেনে এৰেষ্ট কৰিব লাগিছিল।"

হঠাৎ টান মাতেৰে জব্বাৰে ক'লে, "আপোনাৰ ভনীজোঁৱাই পাকিস্তান হোৱাৰ পাছত পাকিস্তানলৈ যোৱা নাছিল ?"

শান্তভাৱে মোবাৰকে ক'লে, "মোক ভয় খুৱাবৰ চেষ্টা নকৰিব। কোনোবা মানুহ পাকিস্তানলৈ গ'লেই পাকিস্তানী হৈ নেযায়। বাৰু আমি যাওঁ। এই মানুহখিনিক এনেকৈ মাঘমহীয়া জাৰত বাহিৰত ৰাখি থোৱাটো উচিত হোৱা নাই। এতিয়া এওঁলোকৰ কি কৰিব ?"

জব্বাৰে ক'লে, "ইন্‌ফৰমেচন পাই ধৰি অনা হৈছে। যিবিলাক পাকিস্তানী নহয়, সিহঁতক নিশ্চয় এৰি দিয়া হ'ব।"

এটা ল'ৰাই ক'লে, "আপুনিও মুছলমান বুলি শুনিছোঁ—"

জব্বাৰে ল'ৰাটোৰ কালে চালে।

"আপোনাৰ মতে ইয়াত থকা সকলো মানুহ পাকিস্তানী, কাৰণ সিহঁত মুছলমান। আমি যদি কওঁ, আপুনিও পাকিস্তানী ?"

মোবাৰকে ক'লে, "তোমালোক এতিয়া যোৱাহঁক। মই এছ্‌পি লৈ খবৰ পঠিয়াইছোঁ। এম এল এ জনাৰ্দন ফুকনো আহিব। আপুনি ইউনিফৰ্ম পিন্ধি আছে। নহ'লে মই আপোনাৰ নিচিনা মানুহৰ লগত কেনে ব্যৱহাৰ কৰিব লাগে শিকাই দিলোহেঁতেন।"

কৈ মোবাৰকহঁত থানাৰ আগৰ পৰা ওলাই আহিল।

ইন্সপেক্টৰ আবদুল জব্বাৰে ভয় খালে। একে ৰাতিয়ে কেইবা হাজাৰো টকা আৰ্জন কৰাৰ-যি স্বপ্ন দেখিছিল হঠাৎ সি থানবান হৈ গ'ল।

কিন্তু এতিয়া নিজৰ কাৰ্য্যৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰিবৰ কাৰণে, থানাৰ দাৰোগাক নিৰ্দেশ দিলে ধৰি অনা প্ৰত্যেকটো মানুহকে প্ৰশ্ন কৰি কৰি পাকিস্তানী হয়নে নহয় নিৰ্ধাৰণ কৰিবৰ কাৰণে, আৰু পাকিস্তানী বুলি প্ৰমাণিত হ'লে বহিষ্কাৰ কৰাৰ ব্যৱস্থা কৰিবৰ কাৰণে।

একাষে মনে মনে থিয় হৈ থকা এজনী মানুহে হঠাৎ চিয়ঁৰি কৈ উঠিল, "ই, এই গুফীয়াটোৱে মোক বেইজ্জতি কৰিব খুজিছিল—"

মোবাৰকে ক'লে, "তই এতিয়া গুচি আহ মুছলিমা।"

## ত্ৰয়স্ত্ৰিংশ

আৰকালি গছৰ ডালৰপৰা শুকান পাত এখিলা এখিলাকৈ সৰি পৰাৰ দৰে নতুন দিনবোৰ পুৰণি হৈ কালৰ বুকত জাহ গৈছিল। এটা এটাকৈ বছৰবোৰ চাওঁতে চাওঁতেই পাৰ হৈ গৈছিল। পৃথিৱীত নানান ঘটনা ঘটিছিল। নানা ৰাজনৈতিক উত্থান পতন ঘটিছিল। তাৰ কিছুমানে সাধাৰণ মানুহৰ জীৱনক দূৰে দূৰে চুই গৈছিল। কিছুমানৰ কোনো প্ৰভাৱ সাধাৰণ মানুহৰ জীৱনৰ ওপৰত পৰা নাছিল।

ৰাজনীতিতকৈ ঋতুৰ প্ৰভাৱ কৃষকৰ জীৱনৰ ওপৰত বেছি। কেতিয়াবা খৰ হয়, অনাবৃষ্টি হয়, খেতি বেয়া হয়। কৃষকৰ জীৱনলৈ দুৰ্যোগ আহে। আকৌ কেতিয়াবা বৰ বান আহে। খেতিপথাৰ নষ্ট কৰে। গৰু ম'হ ঘৰ বাৰী উটাই নিয়ে।

প্ৰকৃতিৰ বিৰুদ্ধে যুঁজি মানুহে হাৰ মানে।

কেতিয়াবা কোনোবা একোটা অঞ্চলত মাৰি-মৰকে দেখা দিয়ে। বসন্ত হয়, গ্ৰহণী হয়, মেলেৰিয়া হয়। কিছুমান মানুহ মৰে, কিছুমান জীয়াই থাকে।

এই সকলোবোৰৰ মাজে মাজে সকলোৰে অলক্ষিতে একাবেকা বাটেৰে জীৱন আগবাঢ়ে। মানুহে খৰালিৰ কথা বাৰিষা পাহৰি যায়, বাৰিষাৰ কথা খৰালি পাহৰি যায়। কাৰোবাক জীৱনৰ জুয়ে ৰমৰমকৈ পোৰে, কোনোবা আগবাঢ়ে কিনকিনীয়া ফুল ৰৰষুণৰ মৰমৰ মাজে মাজে।

বিয়াৰ এঘাৰ বছৰৰ পাছত ৰাণীৰ তৃতীয় সন্তানটোৰ যেতিয়া জন্ম

হ'ল, তেতিয়া চাবি বছৰৰ আগতে ঢুকোৱা কামাল নামৰ ল'ৰাটোৰ সৌৰৱণি ক্ৰমে কম বেদনাদায়ক হৈ আহিছিল। অৱশ্যে জীয়াই থকাৰ আশা চকুৱে-মুখে লৈ অহা সেই মৰমলগা ল'ৰাটোক জীয়াই ৰাখিব নোৱৰাৰ দুখ বাবৰ আৰু ৰাণী কোনোৱে পাহৰিব পৰা নাছিল। সিহঁতৰ চেৰেং চেৰেংকৈ মনত পৰে কেনেকৈ সেই সৰু ল'ৰাটোৱে অসহায়ভাৱে সিহঁতৰ মুখৰ ফালে চাই চাই তাৰ জীৱনৰ দিনকেটা শেষ কৰি দিছিল।

চিকিৎসাই হাৰ মানিলে। নিষ্ঠুৰ মৃত্যু জয়ী হ'ল। এদিন শেহ নিশা ৰাণীৰ কোলাতে কামালে নিশব্দে চকু মুদিলে। বাবৰে তাক ৰাখিব নোৱাৰিলে।

কেতেকীয়ে হুৰাওৰাৱে কান্দিলে। তাইক বুকুত সুমুৱাই লৈ মুছলিমা আঁতৰি গ'ল। বাবৰে অনুভৱ কৰিলে তাৰ ঘৰৰ মজিয়াত মৰণৰ গচক পৰিছে। এয়ে আৰম্ভণী। তাৰ পাছত কাৰ পাল পৰে কোনেও নেজানে—হয়তো সি, হয়তো ৰাণী।

কিন্তু তৃতীয় সন্তানটোৰ জন্মই সিহঁতক আকৌ জীয়াই থকাৰ নতুন আশ্বাস দিলে, সিহঁতৰ মনলৈ আকৌ নতুন আশা আহিল।

আৰু আশা জিলিকি উঠিল লহপহকৈ বাঢ়ি অহা দহ বছৰীয়া কেতেকীজনীৰ চকু-মুখত।

কেতিয়াবা জহকালি দুপৰীয়া চেঁচা মজিয়াত পাটি পাৰি বাবৰে যেতিয়া পথাৰত কাম কৰি অহাৰ ভাগৰ পলুৱাবলৈ চেষ্টা কৰে, আৰু সেই সময়ত তাৰ গাৰ কাষতে বহি কেতেকীয়ে বিচাৰি বিচাৰি তাৰ মূৰৰ পকা চুলি এডাল এডালকৈ কাঢ়ে, তেতিয়া বাবৰে বুজে যিডাল চুলি পকিল, সেইডাল আৰু কেঁচা নহয়। সেইডাল উঘালি পেলোৱাৰ পাছত যিডাল গজিব, সেইডালো পকিব।

কেতিয়াবা বাবৰৰ দাড়ি চুলিবোৰ বৰ দীঘল হৈ যায়। দাড়ি সি ৰাখিছেই। কিন্তু পুৱাৰপৰা ৰাতিলৈকে পথাৰৰ কামত লাগি

থাকোঁতে তাৰ দাঢ়ি চুলি কটাবৰ সময় নহয়। তেতিয়া তাৰ নিজকে এটা বুঢ়া মানুহ যেন লাগে।

মুছলিমাই কেতিয়াবা কয়, “দাঢ়ি চুলিবোৰ কটালে কমালে কিবা বেয়া হয় নেকি ? কিবা কাৰণে নকটাওঁ বুলি শপত খালানেকি ?”

“এৰা, শপত এটা খাওঁ বুলি ভাবিছিলোঁ, বোলো ভাল চাই ল'ৰা এটালৈ মুছলিমাৰ বিয়াখন পাতি পেলাব নোৱাৰোঁ মানে দাঢ়ি চুলি নকটাওঁ।”

মুছলিমাই কয়, “ভাল চাই ল'ৰা এটালৈ বিয়া দিবৰ কাৰণে মুছলিমা ভাল ছোৱালীজনী হৈ থকা নাই। তাই বুঢ়ী হ'ল। বুঢ়া কোনোবা ওলাই যদি চাবা।”

বাবৰে ভাবে, মুছলিমাই বৰ মিছা কোৱা নাই। মুছলিমা এজনী সৰু ছোৱালী হৈ থকা নাই, যদিও দেখাত তাই এজনী নতুন গাভৰু যেন হৈয়ে আছে। তাইৰ কিন্তু কোনো দুখ অথবা অভিযোগ থকা যেন নেলাগে। তাই নিজৰ মতে চলে। কেতিয়াবা এমাহ ডেঢ় মাহৰ কাৰণে অন্য গাঁৱত থকা তাইৰ আপোন মানুহৰ ঘৰত থাকি-মেলি আহেগৈ। কাৰোবাৰ খেতিত সহায় কৰি দিয়ে, কাৰোবাৰ কেঁচুৱা হৈছে তাতো সহায় কৰি দিয়েগৈ। তাইৰ কালৈকো ভয় ভীত নাই।

অৱশ্যে আজিকালি বাবৰৰ ঘৰখনকে তাইৰ নিজৰ ঘৰ বুলি তাই কয়।

তাইক বিয়া কৰাওঁতা দুই চাৰি ডেকা-আদহীয়া মানুহ নোলোৱা নহয়, কিন্তু তাই মান্তি হোৱা নাই। অথচ বিয়াৰ কথা ক'লে, তাই পোনপটীয়াকৈ নহওঁ বুলিও নকয়।

মাজে মাজে মুছলিমাৰ বিয়াৰ বিষয়ে বাবৰে বাণীৰ লগত আলোচনা কৰে।

বাণীয়ে কয়, “তাইৰ বিয়া-চিয়া হ'লেও তাইক আমাৰ ঘৰৰপৰা আঁতৰাই পঠিয়াব নেলাগে। তাই বৰ কাজুৱা ছোৱালী।”

বজলু বেয়া মানুহ হ'লেও, গোলাম বছুল বেয়া মানুহ নাছিল— মুছলিমায়ে সেই কথা কয়। কিন্তু তাৰ বিষয়ে কথা উলিয়ালেও মুছলিমাই কয়, "দেখি দেখি আমনি লাগি চকুৰ আঁতৰ কৰিবৰ মন গৈছে যদি, পোনপটীয়াকৈ ক'লেই হয়। যি বাটে আহিছিলোঁ, সেই বাটে গুচি যাম।"

"যি বাটে আহিছিলি, সেই বাটত যে তোৰ টোপোলা কঢ়িউৱা লগৰীয়া এটা আছিল। এতিয়া লগত কোন যাব?"

"গোলাম বছুলক লগ ল'ম। নহ'লেতো বজলু আছেই।"

বাবৰৰ ঘৰৰ পৰা মুছলিমাৰ আৰু ক'লৈকো যাবৰ মন নাই।

বাবৰেও সেই কথা বুজে।

কেতেকীয়ে স্কুলত পঢ়িছে। পঢ়াশুনাত তাই ভাল, মাষ্টৰ ধৰিব লগীয়া হোৱা নাই। মোমায়েক হেড মাষ্টৰ। কিছু চকু দিয়ে। কেতিয়াবা মামীয়েকে ৰাখিলে স্কুল ছুটিৰ পাছত মোমায়েকৰ ঘৰতে থাকি যায়। তাই মাজে মাজে খেতি পথাৰত নামিব খুজিলেও বাবৰে নিদিয়ে।

সিহঁতৰ গাঁৱৰ সৰহভাগ ছোৱালীয়েই মক্তবত দুবছৰমান পঢ়ি পাঠশালাত দুই তিনি বছৰ পঢ়ি এৰি দিয়ে, ন-দহ বছৰেই সীমা। তাৰ পাছত ছোৱালীক পৰ্দা কৰিব লাগে। মুকলিকৈ ওলাই সোমাই ফুৰাটো ভাল কথা নহয়। এনে ধাৰণাৰ আজিও বেছি পৰিবৰ্তন হোৱা নাই।

বাবৰ কিন্তু কেতেকীক লৈ এনে কৰাত নাই। সি তাইক পঢ়াব। কি পঢ়াব এতিয়াও সি থিৰাং কৰিব পৰা নাই। আৰু সি ভালকৈ নেজানেও কি কি পঢ়া ছোৱালীক পঢ়াব পৰা যায়। মই সেইবোৰ নেজানো। মোমায়েকহঁত জনাশুনা মানুহ, সময়মতে যি কৰিব লাগে কৰিব।

ৰাণীৰ ভাব কেতেকীক বিয়া দি উলিয়াই নিদিয়ে। কাৰোবাক ঘৰজোঁৱাই চপাই ল'ব। বাবৰকো তো তাইৰ কাৰণে, বাপেকে

তেনেকৈ চপাই লৈছিল। কিন্তু তাইক বেছি পঢ়ালে মেলিলে তাই যাবে তাবে লগত বিয়া হ'বলৈ মান্তি নহ'ব। আৰু বেছি পঢ়া শুনা কৰা ল'ৰা ঘৰজোঁৱাই হ'বলৈ নাহিবও পাৰে।

এইবোৰ কথা এতিয়াই ভাবিবৰ হোৱা নাই। কেতেকীৰ দহ বছৰ হৈছেহে মুঠেই।

তাতকৈ মুছলিমাজনীলৈ কোনোবা ভাল ল'ৰা এটা চপাই ল'ব পৰা হ'লে বেছি ভাল হ'লহেঁতেন। বাৰীঘৰ, গৰু গাই, পথাৰসমাৰত চকু দিব পাৰিলেহেঁতেন। কিন্তু ইয়াৰ বহুতেই নিছুৰীয়া গাভৰু ছোৱালী বিয়া কৰোৱাতকৈ, আনে তালাক দি এৰি দিয়া গাভৰু বা আদবয়সীয়া তিৰোতা, নাইবা ল'ৰাছোৱালী, বিশেষকৈ গৰু গাই চাব পৰা ল'ৰা থকা বিধৱা তিৰোতাহে বেছিকৈ বিয়া কৰাবলৈ বিচাৰে। তেতিয়া তিৰোতাজনীৰ লগতে ল'ৰাটোও খেতিবাতিত লাগি দিয়া লগুৱা হিচাপে পায়।

যোৱা বছৰ ব্ৰহ্মপুত্ৰৰ যি প্ৰলয়ংকৰী বানপানী হৈছিল, তাৰ ফলত গোটেই অসমৰ শালি খেতি ভয়ানকভাৱে ক্ষতিগ্ৰস্ত হৈছিল। বহুত গৰু ম'হ বানত উটি গৈছিল। মানুহো কিছু মৰিছিল। বহুত দ মাটিত ব্ৰহ্মপুত্ৰই এনে ধৰণে বালি পেলাই থৈ গ'ল যে মাটিবোৰ খেতিৰ সম্পূৰ্ণ অনুপযুক্ত হৈ পৰিল। আন কিছুমান মাটিত অৱশ্যে পলস পেলাই থৈ গ'ল। খেতি পলম হ'লেও সেইবোৰ মাটিত ধান ভাল হয়।

সেই বানপানীয়ে অসমতকৈও বেছি ধ্বংস সাধন কৰিলে পূব পাকিস্তানৰ। গোটেই উজনি অসম, নামনি অসমৰ সকলো পানী সোমাই পূব পাকিস্তানৰ সাকৱা ধান মৰাপাটৰ পথাৰ নষ্ট কৰিলে। আৰু পানী যেতিয়া শুকাল, তেতিয়া আৰু শালি খেতি কৰাৰ সময় নাছিল।

এই ভয়াবহ বানপানীৰ ফলস্বৰূপেই পূব পাকিস্তানত ভীষণ খাদ্যাভাৱ দেখা দিলে। প্ৰধানকৈ কৃষকৰ মাজত আকালে মাৰাত্মক ৰূপ ধাৰণ কৰিলে।

নতুনকৈ ভাত বিচৰা অঘৰী দলৰ যাত্ৰা আৰম্ভ হ'ল—ভাৰতলৈ, অসমলৈ। ভাৰতলৈ অহা এই অনাহাৰী অৰ্ধাহাৰী মানুহবোৰৰ মুখত হতাশা, নিৰাশা, ক্ৰোধ আৰু আতংকৰ স্পষ্ট ৰেখা। ইতিমধ্যে পূব পাকিস্তানত কেইবাটাও চৰকাৰ সলনি হ'ল, কিন্তু সেই দেশৰ কৃষক-মজদুৰ আৰু মেহনতকাৰী মানুহৰ অৱস্থাৰ বিশেষ কোনো উন্নতি নহ'ল। অসমৰ কৃষকৰ অৱস্থাত প্ৰায় একেই থাকিল। হাতীশালিৰ ঠাইত মনোহৰশালি, কাতি-নেউলীৰ ঠাইত টাইচুং আহিল, কিন্তু কৃষকৰ মাটিৰ অভাৱ আগৰ নিচিনাই থাকিল। ভূমিহীন কৃষকক মাটি দিয়াৰ, বা খেতিৰ কাৰণে কোনো সাহায্য দিয়াৰ কোনো কাৰ্য্যকৰী ব্যৱস্থা নহ'ল। আৰু স্বাধীনতাৰ সুফল নগৰ-চহৰৰ ধনী ব্যৱসায়ী, উদ্যোগপতি, জমীদাৰ, জোতদাৰ আৰু মহাজনৰ বাহিৰে আনে ভোগ কৰাৰ কোনো ব্যৱস্থা নহ'ল।

দুয়োখন দেশতে অভাৱগ্ৰস্ত দুখীয়াৰ সংখ্যা বাঢ়িল।

নতুনকৈ অসমলৈ পাকিস্তানীৰ সোঁত বলিবলৈ ধৰাৰ কথা ৰাইজ আৰু চৰকাৰ উভয়ৰে চকুত নপৰি নেথাকিল।

পাছপ'ৰ্ট, ভিচা আদি ব্যৱস্থা বলৱৎ থকা সময়তো কোন বাটে, কোন সুৰুঙাই মানুহবোৰ আহি থাকিব পাৰিলে, সেই কথা বহুতেই জানিছিল। ভাৰতৰ সীমান্তৰক্ষী পুলিচবাহিনী থকা সত্ত্বেও বিদেশী মানুহবোৰ খোজ কাঢ়ি, ৰেলেৰে, ট্ৰাক বাছেৰে অসমলৈ আহি থাকিব ধৰিলে। আৰু সিহঁত অসমৰ দূৰ-দূৰণিৰ চৰ-চাপৰি, হাবি জংঘলত আশ্ৰয় বিচাৰি, আৰু খেতিয়কৰ ঘৰত কামলা দিনমজুৰ কৰি পৰাপক্ষত আনৰ চকুত বৰকৈ নপৰিবৰ চেষ্টাত থাকি পোহ যাবৰ যত্ন কৰিলে।

এই মানুহবোৰে দেখদেখকৈ ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যাৰ সৃষ্টি সিমান নকৰিলে, যিমান কৰিলে সামাজিক সমস্যাৰ। ৰাজনৈতিক ক্ষেত্ৰত সিহঁতৰ কোনো বিশেষ ভূমিকা নাছিল। ৰাজনৈতিক অভিলাষ থকা কোনো কোনো থলুৱা লোকে সিহঁতৰ

নাম ভোটৰ লিষ্টত তোলাইছিল। কিন্তু বেছিভাগ মানুহৰ ক'তো কোনো নাম-ঠিকনা নাছিল।

যিমানবোৰ মানুহ আহিছিল সেই সকলোবোৰেই খেতিয়ক। তাৰে কিছুমান আগেও অসমত আছিল। ইয়াৰপৰা সিহঁতক খেদাই পঠোৱা হৈছিল। কিন্তু পাকিস্তানত গৈ জীৱিকাৰ কোনো সা-সুবিধা কৰিব নোৱাৰি অনাই বনাই ঘুৰি ফুৰি, আকৌ লুকাই চুৰকৈ সিহঁত অসমলৈকে ঘুৰি আহিছে। থকা মেলাৰ কাৰণে সিহঁত আনৰ ওপৰত নিৰ্ভৰশীল হ'লেও জীৱিকাৰ কাৰণে সিহঁত পৰাশ্ৰয়ী নহয়। কাৰণ আহি পায়ে সিহঁতে ক'ৰবাত কিবা নহয় কিবা এটা কৰি নিজৰ নিজৰ জীৱিকা উলিয়ায়।

কিন্তু সামাজিক ক্ষেত্ৰত সিহঁতে আনৰ কাৰণে বিশেষ কোনো সমস্যাৰ সৃষ্টি নকৰিলেও সিহঁত থকা সমাজখনৰ কাৰণে এক সমস্যা হৈ উঠিল।

নতুনকৈ অহা এই পাকিস্তানী মানুহবোৰলৈ সকলোৱে ভয় কৰে। সিহঁত অবৈধভাৱে অহা আৰু অবৈধভাৱে থকা বিদেশী নাগৰিক, সিহঁতক আশ্ৰয় দিয়াটো বিপদজনক কথা। আনহাতে একে ধৰ্মৰ, আৰু পূৰ্বৰ একে ঠাইৰে মানুহ হোৱাৰ কাৰণে সিহঁতৰ প্ৰতি সম্পূৰ্ণ উদাসীন হৈও দিব নোৱাৰে।

সিহঁতে ইয়াত থকা মানুহৰ ঘৰত কাম বিচাৰি আহে, দুদিনমান থাকিবলৈ ঠাই বিচাৰি আহে, মছজিদত একেলগে নামাজ পঢ়িবলৈ আহে, কোনোবা মানুহ মৰিলে, মৃতকৰ জানাজাৰ কাৰণে আহে।

এনেকুৱা কিছু মানুহ বাবৰৰ ওচৰলৈকো আহিছিল। বাবৰে সিহঁতক ভাত চাহো মুখুৱাই থকা নাছিল, কিন্তু সিহঁতক নিজৰ খেতিৰ কামত লগাবলৈ বা নিজৰ আশ্ৰয়ত থাকিবলৈ দিবলৈ ভয় কৰিছিল।

এবাৰ অকাৰণতে লঘু লাঞ্ছনা হোৱাৰ কথা বাবৰে পাহৰা নাছিল। সেইবোৰ মুছলিমা, মোবাৰক মাষ্টৰ আৰু ডেকাল'ৰা গাল নোহোৱা হ'লে বাবৰ হয়তো পূব পাকিস্তান পাবগৈ লাগিলহেঁতেন।

এইবাৰ যাতে আকৌ তেনে বিপদত পৰিবলগীয়া নহয়, তাৰ বাবে বাবৰ কিছু সাৱধান।

কিন্তু আশ্ৰয় বিচৰা এই মানুহবোৰক দেখি বাবৰৰ বেয়া লাগে। নিজৰ ল'ৰাকালৰ কথা মনত পৰে। কেতিয়াবা তাৰ মনত লাগে পৃথিৱীৰ সকলো দেশৰ চৰকাৰ লগ লাগি যদি এনে এখন আইন কৰিলেহেঁতেন যে পৃথিৱীৰ ঘৰবাৰী নোহোৱা মাটি ভেটি নোহোৱা মানুহবোৰ য'লৈকে মন যায় ত'লৈকে যাব পাৰিব, য'তে থাকিবৰ মন যায় তাতে থাকিব পাৰিব, ধৰ্মৰ কাৰণে, ভাষাৰ কাৰণে, জাতি-গোষ্ঠী বৰ্ণৰ কাৰণে, কোনো দেশ কাৰো কাৰণে আছুতীয়া হৈ নেথাকিব। দেশী আৰু বিদেশী নেথাকিব।

কিন্তু তেনেকুৱা এখন আইন হ'ব পাৰেনে নোৱাৰে, হ'লেও কোনে তেনে আইন কৰিব—সি ভাবি উলিয়াব নোৱাৰে।

তাৰ কিছু অস্বস্তি লাগে—মই ভাৰতীয় মুছলমান, ইহঁতবোৰ পূব পাকিস্তানৰ মুছলমান। আগে একেখন দেশৰে মানুহ আছিলোঁ। ইয়াৰ ভিতৰত ভালেমান আমাৰ সম্বন্ধীয়া আপোন মানুহো আছে।

আজি দেশ দুখন হ'ল। দুখন দেশৰ দুটা সুকীয়া চৰকাৰ হ'ল।

কিন্তু সেই কাৰণেই আমাৰ সকলো সম্বন্ধ নোহোৱা হৈ গ'লনে? মানুহ হিচাপেও সিহঁত আমাৰ একেবাৰে পৰ হৈ গ'লনে? আমি সিহঁতক মৰম কৰাটোও অপৰাধৰ কথানে? সিহঁত আমাৰ সহায় সহানুভূতি বিচাৰি অহাটোও কিয় জগৰৰ কথা হ'ল বাৰু?

কথাবোৰ বাবৰে নিজেই চিন্তা কৰে। কাৰোবাৰ লগত আলোচনা কৰিবলৈ ভয় কৰে। আলোচনা কৰাটো ৰাজনৈতিক অপৰাধৰ কথা হ'ব পাৰে। আৰু তেনে অপৰাধৰ পৰিণাম কি হ'ব কোনেও নেজানে।

যোৱা কেইবছৰ গিৰীন ছাৰৰ মাটিখিনিত বাবৰে খেতি কৰাই দিছে। মাটিখিনি ভাল, সাৰুৱা, বানপানীয়ে সহজে ডুবুৱায়। কিন্তু ভাল খেতিয়ক পাবলৈ বৰ টান। ওচৰ-পাজৰৰ গাঁৱৰ

ল'ৰাবোৰে স্কুলশ্ৰেণীমান পঢ়ি চাকৰি বিচৰাত ধৰে, খেতিৰ পথাৰত নামিবলৈ টান পায়। মিয়াবিলাকেই ভাল খেতিয়ক। সিহঁতকে লগাই খেতি কৰাব পৰা যায়। কিন্তু যিবোৰ মিয়া ভাৰতীয় প্ৰজা হল, সিহঁতে নিজে মাটি কিনি, ভাঙি, বন্ধক লৈ খেতি কৰিবলৈ বেছি ভাল পায়। যিবোৰ মানুহ পূব পাকিস্তানৰ পৰা আহিছে সিহঁতেহে টকা বা ধান লৈ আনৰ মাটিত খেতি কৰি দিয়ে।

কিন্তু সিহঁতক খেতিত লগোৱাটো নিৰাপদ নহয়, বিপদজনক। কোনদিনা সিহঁত ইয়াৰপৰা যাব লাগে ঠিকনা নাই। কিন্তু নিজৰ মাটিৰ যি হওক, বাইদেউৰ মাটিখিনিত সি খেতি যেনেতেনে কৰাই দিবই লাগিব। মৰাৰ আগতে গিৰীন ছাবে সেই ভাৰ তাৰ ওপৰত দি গৈছিল।

নিজৰ দেহাৰ ওপৰত অযথা অত্যাচাৰ চলোৱা কাৰণেই হওক, বা সদায় কুচিন্তা কুকাৰ্য্য কৰি ফুৰাৰ কাৰণেই হওক কামৰাণৰ স্বাস্থ্য বৰ বেয়া হৈ গৈছে। তাৰ দাঁত কেইবাটাও সৰিছে। অগ্নিমান্দ্য ৰোগত ভুগিছে। মানুহটো খীণাই গৈছে।

কিন্তু তথাপি তাৰ বদ অভ্যাসবোৰ এৰিব পৰা নাই। আনৰ মোকৰ্দমাত মিছা সাক্ষী দিয়া, যাৰে তাৰে বিৰুদ্ধে পুলিচত লগোৱা, চোৰাংচোৱাগিৰি কৰা আৰু কাৰোবাৰ ছোৱালী বা তিৰোতাক নি কাৰোবাক দিয়া—এইবোৰ কৰি সি এতিয়া আনন্দ পায়। আৰু এইবোৰ কৰি সি কাৰোবা কাৰোবাৰ পৰা টকা পইচাও সৰকায়।

ইটো সিটো মোকৰ্দমা তাৰ লাগিয়েই থাকে, আৰু সেই দেখি উকীল, হাকীম, পুলিচ, দাৰোগা, মণ্ডল, চব ডেপুটি সকলোৱে তাক জানে।

মোকৰ্দমা কৰি কৰি সি তাৰ বাপেকে বহু কষ্টে ঘটি থৈ যোৱা স্থাৱৰ অস্থাৱৰ সম্পত্তিৰ বহুখিনি হেৰুৱাইছে। অঞ্চলটোৰ মানুহে তালৈ ভয় কৰে, তাক বেয়া পায়, তাক পুতৌ কৰে। কিন্তু

কোনোৱে তাক কোনো উপদেশ পৰামৰ্শ নিদিয়ে। কাৰণ সি নিজৰ বাহিৰে দিহা বুধি নেমানে। মানুহটোৰ বুদ্ধি আছিল, সেই বুদ্ধি ভাল কামত সি কাহানিও নখটালে। তাৰ ভাগত পোৱা সা-সম্পত্তি যি আছিল, তাকো সি প্ৰধানকৈ ছোৱালী আৰু তিৰোতাৰ কাৰণেই উৰালে। নিৰীহ মানুহৰ অপকাৰ আৰু ক্ষতিসাধন কৰি সি তৃপ্তি পায়, আৰু তেনে কাৰ্য্য কৰিব পৰাৰ কাৰণে সি গৰ্ববোধ কৰে। সেইয়া তাৰ বাহাদুৰি।

কিন্তু গাঁওবুঢ়াৰ জীয়েক ৰাণীৰ ক্ষেত্ৰত সি জয়ী হ'ব নোৱাৰিলে। এইটো তাৰ এটা ডাঙৰ পৰাজয় আৰু অপমানৰ কথা আছিল, আৰু এই অপমানৰ কথা সি কোনো দিনেই পাহৰিব পৰা নাছিল। ৰাণীৰ ওপৰত প্ৰতিশোধ ল'বৰ কাৰণেই সি সুযোগ সুবিধা পালেই বাবৰক বিপদত পেলাবৰ চেষ্টা কৰিছিল। বাবৰৰ ক্ষতিসাধন কৰিবৰ চেষ্টা কৰিছিল। দৰকাৰ হ'লে পুলিছক ঘোচ দিও সি বাবৰক বিপদত পেলাইছিল।

বাবৰে এইবোৰ কথা জানিছিল। আৰু সাৱধান হৈ চলিবৰ যত্ন কৰিছিল।

এইবাৰ যেতিয়া আকৌ পুব পাকিস্তানৰপৰা মানুহবোৰ দলে দলে আহিবলৈ আৰম্ভ কৰিলে, আৰু কিছুমানে আহি বাবৰহঁতৰ গাঁৱতো আশ্ৰয় বিচাৰিলেহি, বাবৰ সন্ত্ৰস্ত হ'ল, আৰু সাৱধান হৈ চলাৰ প্ৰয়োজনবোধ কৰিলে।

আনকি কোনো অজ্ঞান শত্ৰুৱে যাতে অকাৰণতে তাৰ আৰু তাৰ পৰিয়ালৰ কোনো অপকাৰ সাধন কৰিব নোৱাৰে তাৰ কাৰণে সি নামাজ পঢ়ি পঢ়ি আল্লাৰ ওচৰত দোৱাও কৰিলে, খোজনীয়া মগনীয়াক দান-খয়ৰাতো কৰিলে, আৰু গুণাহৰ কাম জানি নেজানি কৰিছো বুলি তৌবাও কৰিলে: আল্লা, মোক মাফ কৰা, মোক ৰক্ষা কৰা।

## চৌচল্লিশ

নিজকে পাকিস্তানী ধৰাই দিয়াৰ দায়িত্ব পোৱা চৰকাৰৰ আস্থাভাজন লোক বুলি চিনাকি দি কামৰাণে এহাতে যিদৰে মানুহবোৰক তাৰ প্ৰতি কিছু ভীত সন্ত্ৰস্ত কৰি ৰাখিবৰ চেষ্টা কৰিছিল, আনহাতে সেইদৰে পুলিছত ধৰাই দিয়াৰ ভয় দেখুৱাই সি পূব পাকিস্তানৰ পৰা অহা কিছুমান মানুহক অতি কম পইচা বা খোৰাকী দি নিজৰ পথাৰত খেতি কৰা বা বাৰীঘৰত কাম কৰাত লগাইছিল। এনেদৰে তাৰ ঘৰত কাম কৰা মানুহবোৰে নিজকে নিৰাপদ বুলি ভাবিছিল। আন কিছুমান মানুহক নি আন কিছুমানৰ ঘৰত দিছিল, যাতে তাৰ কাৰ্য্যকলাপৰ সম্পৰ্কে কোনো প্ৰতিকূল বাতৰি প্ৰচাৰ নকৰে। পূব পাকিস্তানৰ পৰা অহা এই মানুহবোৰক লৈ সি এনেদৰে কাৰবাৰ চলাইছিল, আৰু ঠেকহীন এই মানুহবোৰেও তাকেই পৰম অনুগ্ৰহ বুলি গণ্য কৰিছিল।

বাবৰ সমস্যাত পৰিছিল। নিজৰ মাটি যথেষ্ট, তাৰ কাৰণে তিনিহাল বলধ আছে। কিন্তু হালোৱা আছে দুটা। আৰু এটা হালোৱা হ'লে সি নিজে কিছু আজৰি পাব আৰু খেতিবাতি চোৱা চিন্তা কৰিব পাৰিব। নৈ-পৰীয়া দ মাটিখিনি চহাবলৈ গৰুতকৈ ম'হৰ বেছি দৰকাৰ। তাৰ কাৰণে যিটো ম'হ আছে, তাৰ এটা গুৱাল আছে যদিও, সি ল'ৰা মানুহ, ম'হৰ হাল ভালকৈ বাব নোৱাৰিব। হয়তো মহৰ হাল বাবৰে নিজে বাব লাগিব, নহ'লে এটা ভাল হালোৱা ধৰিব লাগিব।

স্থানীয় • মানুহখিনিৰ মাজত তেনেকুৱা ভাল হালোৱা নাই।

কিন্তু লুকাই মেলি থকা পাকিস্তানী বিলাকৰ মাজত তেনেকুৱা ডেকা, আদহীয়া মানুহ কেইবাটাও আছে। সিহঁতৰ দুটামান বাবৰৰ ওচৰলৈ আহিছেও।

কিন্তু বাবৰ দোধোৰ-মোৰত পৰিছে। এনে দুটামান মানুহক খেতিৰ কামত লগাব পাৰিলে সি নিশ্চিন্ত হ'ব পাৰে। কিন্তু সেইটো ভাল কথা হ'ব জানো? সিহঁত ভাৰতীয় নহয়। যদি খেতিৰ মাজতে সিহঁতক কোনোবাই ধৰাই দিয়ে আৰু সিহঁতৰ লগতে তাকো এৰেষ্ট কৰি লৈ গুচি যায়। তাৰ খেতি নহওক, আপত্তি নাই। তাৰ যে ডাঙৰ বদনাম হ'ব। আৰু আগৰবাৰ যিভাবে সি ৰক্ষা পৰিল, এইবাৰ সেইদৰে ৰক্ষা পৰিব নোৱাৰিব।

নিজৰ খেতিৰ উপৰিও বাবৰৰ দায়িত্বত আছে বাইদেউৰ মাটিখিনি। তাৰ কাৰণেও এটা ভাল হালোৱা লাগে, আৰু আলি-কাষৰি কৰিবৰ কাৰণে আৰু ৰোৱা-তোলা কৰিবৰ কাৰণে আৰু এটা বা দুটা মানুহৰ দৰকাৰ—মতাই হওক, বা মাইকীয়েই হওক, নিজৰ মাটি বতা পৰি থাকিলেও বাইদেউৰ মাটিকেডৰা যেনেতেনে ৰোৱাবই লাগিব। বাইদেউ তাৰ ওপৰতে সম্পূর্ণ নির্ভৰ কৰি বহি আছে।

সিবাৰ অসমৰ বাহিৰ উলিয়াই খেদাই পঠোৱাৰ পাছত হালোৱা কামলা বহুত কমিল। এতিয়া অহাবোৰ বেলেগ বেলেগ গাঁৱত বেলেগ বেলেগ চৰ-চাপৰিত মনে মনে সোমাই আছেগৈ। গা দেখা দি কেৱল কামৰাণৰ ঘৰত থকা মানুহকেটাই আছে। দুদিনমানৰ কাৰণে হয়তো পুলিছৰ ধৰপাকৰ বন্ধ থাকিব, কিন্তু কেতিয়া কি হয় ক'বতো নোৱাৰি। চৰকাৰৰ চকু দুটা নহয়, হেজাৰটা, কোনে কাক কোন ফালৰপৰা চাই আছে ক'বতো নোৱাৰি। আগৰ আবদুল জব্বাৰ ইন্সপেক্টৰ এতিয়া নাই। কিন্তু চৰকাৰী আইন একেই আছে, সলনি হোৱা নাই। পুলিছ অফিছাৰ যিয়েই নেথাকক।

কথাবোৰ বাবৰে বাণীৰ লগত আলোচনা কৰিছিল। বাপেক মাকৰ কথাত কেতেকীয়ে ভাগ লোৱা নাছিল, তাই পঢ়ি আছিল।

কিন্তু মুছলিমাই কাষতে বহি কথাবোৰ শুনি আছিল। তাই একো কোৱা নাছিল, তায়ো যেন সমস্যাটোৰ কিবা এটা সমাধান বিচাৰিছিল।

কিছু পৰৰ মূৰত কওঁ-নকওঁকৈ মুছলিমাই ক'লে, "বহুত দিনৰপৰা মই তোমালোকক কথা এটা কওঁ কওঁ বুলি আছোঁ, ক'লে কিজানিবা বেয়া পোৱা সেই কাৰণে কোৱা নাই—"

"আমি কেলেই বেয়া পাম ? কি কথা ক।"

"কথা এটা নহয়, দুটা—"

"দুটা নেলাগে জানিবা চাৰিটাই হ'ল—কচোন বাৰু—" ৰাণীয়ে ক'লে।

"প্ৰথমে কোনটো ক'ম ভাবিছোঁ।"

"যিটোকে মন যায় ক—"

"মই যদি ইয়াৰপৰা যাওঁ—তোমালোকে বেয়া পাবানেকি বাৰু ?" মুছলিমাই সুধিলে।

"তই ইয়াৰপৰা আকৌ যাবি কেলেই ? আৰু ক'লৈনো যাবি ?"

"ক'লে, কিজানি তোমালোকে ভাল নেপাবা। মোক কামৰাণে বিচাৰিছে।"

"কি !" বাবৰে চিঞঁৰি উঠিল।

"তোমালোকে এনেকৈ চিঞঁৰি উঠিবা বুলি মই আগেয়ে জানিছিলোঁ। সেই কাৰণেহে কোৱা নাছিলোঁ।"

"কিন্তু কামৰণৰ ঘৰততো কাম-বন কৰা মানুহৰ আকাল নাই। তোক কিয় লাগে ?"

"কামৰাণৰ ডাঙৰ ঘৈণীয়েক অসুখীয়া। দ্বিতীয়জনীক যোৱা বছৰ তালাক দিয়াৰ কথা জানাই।"

"তাৰ মানে—তই কি ক'ব খুজিছ মুছলিমা !" বাবৰ কিছু উত্তেজিত হৈ উঠিল।

"বুঢ়াৰ নিচিনা হৈছে যদিও—বেমাৰেহে তাক বুঢ়া কৰিছে।"

বাবৰে একো নুবুজাৰ দৰে মুছলিমাৰ মুখলৈ চালে, তাই কিন্তু তাৰ ফালে নোচোৱাকৈয়ে কৈ গ'ল, "আগৰেপৰা কামৰাণৰ এইখন ঘৰৰ ওপৰত চকু। আগে কালৈ মন মেলিছিল সকলোৱে জানে। তাৰ পাছত মই যেতিয়াৰপৰা ইয়াত থাকিবলৈ ল'লোঁ, তাৰ চকু পৰিছে মোৰ ওপৰত—"

"সি এটা গুণ্ডা, সেই বেমাৰী, ঘুমুকুগীয়াটোৰ লাজ-চৰম বুলি উচিত-অনুচিত বুলি কোনো বিচাৰ নাই। তাৰ লাজ লাগিব লাগিছিল। তাৰ ল'ৰা ২৫/২৬ বছৰীয়া ডেকা হ'ল।" বাবৰে ক'লে।

"ইটো কথাও শুনা তেনেহ'লে।"

"আৰুনো কি ইটো কথা সিটো কথা ?"

"কচোন বাৰু—" ৰাণীয়ে ক'লে।

"সি হেনো দৰকাৰ হ'লে দহ বছৰো বাট চাব—"

"কোন সি ? কালৈ বাট চাব ?"

"কামৰাণৰ পুতেক আজহাৰ আলি, কেতেকীৰ কাৰণে যিমান দিন লাগে সি ৰ'ব হেনো—"

"আজি এইবোৰ তই কি কথা কৈছ মুছলিমা ? ধেমালি কৰিছ নেকি ?"

মুছলিমাই ক'লে, "এইবোৰ কথা লৈ জানো ধেমালি কৰিব পাৰি ? কামৰাণে তোমালোকক শান্তিৰে থাকিবলৈ নিদিয়ে। কেতেকীৰ কথাটো বাৰু পাছৰ কথা। এতিয়া যেনিবা খেতি কৰাবলৈ মানুহ লগাব লাগে, অইন মানুহনো ক'ত আছে ? সেইখিনিহে লুকাই চুৰকৈ আছে। সিহঁত থকাৰ কথা কামৰাণে চৰকাৰক নজনালে আন জনাওঁতা নাই। পিছে কামৰাণে এনেই নজনোৱাকৈ থাকিবনে ? সি সেইবিধৰ ভকত নহয়। পিছে মই যদি তাৰ ঘৰলৈ যাওঁ সিয়ে তোমালোকে মিতিৰ হ'বা। সি হালোৱা কামলা যি লাগে দি সহায় কৰিব, তোমালোকৰ খেতিও হ'ব। বেয়া হব নেকি ?"

মুছলিমাৰ কথা শুনি কিছুপৰ বাবৰ তভক মাৰি ৰ'ল।

এইবোৰ ভাবিব নোৱৰা কথা।

মোৰ স্বাৰ্থত মুছলিমাৰ নিচিনা এজনী ছোৱালীক কামৰাণৰ নিচিনা এটা কামুকৰ ওচৰত বলি দিয়াতকৈ বেয়া কাম আৰু কিবা হ'ব পাৰেনে? কামৰাণৰ এজনী জীয়েক বয়সত মুছলিমাৰ সমনীয়া। তাৰ লাজ লাগিব লাগিছিল। সি এটা নিধক, এটা জানোৱাৰ।

নহয় যদি মোৰ খেতি নহ'ব। মুছলিমাক সেই জানোৱাৰটোৰ হাতত গটাই দি মই পলৰীয়া পাকিস্তানী লৈ খেতি নকৰোঁ। থলুৱা মানুহ বিচাৰিম। নেপালে যি পাৰোঁ নিজে কৰিম। নহ'লে আধি দিম। আৰু বাইদেউৰ মাটিখিনিত খেতি কৰাবৰো কিবা ব্যৱস্থা কৰিম।

মুছলিমা উঠি গ'ল। হয়তো বাবৰ আৰু ৰাণীক কথাটো বিবেচনা কৰিবৰ কাৰণে সুবিধা দিবৰ কাৰণেই।

কিছু চিন্তা কৰি ৰাণীয়ে ক'লে, "মুছলিমাৰ বিয়া দিবলৈ আমি কোনো চেষ্টা কৰা নাই। তাইৰ বয়সো হৈছে। মানুহৰ তেজ মঙহৰ দেহাহে। তাইৰো কিজানি বিয়া হ'বৰ মন গৈছে—"

বাবৰে ক'লে, "তাইৰ বিয়া হ'বৰ মন নেযাবৰ কথা নহয়। পিছে কামৰাণৰ তাই নাম শুনিব নোৱাৰে। আৰু তাই আমাৰ লগত থাকে, কামৰাণে জানে। তাইক বিয়া কৰোৱাৰ কথা সি মুখ খুলি কবলৈ কাহানিও সাহ নকৰে।"

"সেইটো ময়ো বুজিছো। পিছে এইবোৰ কথা তাই জানো এনেয়ে সাজি কৈছে?"

"সাজি ক'লেও, এনেই কোৱা নাই। কামৰাণে সদায় আমাৰ শত্ৰুতা কৰি আহিছে। তাই ভাবিছে তাৰ শত্ৰুতাৰ পৰা তাই আমাক এনেকৈয়ে ৰক্ষা কৰিব পাৰিব। কামৰাণৰ লগত তাইৰ বিয়া হ'ব—নিকাহ হ'ব—আৰু তেতিয়া সি আমাৰ অপকাৰ নকৰা হ'ব। কিন্তু আমাৰ, কাৰণে তাই নিজৰ জীৱনটো ধ্বংস কৰিব—এইটো কেতিয়াও হ'বলৈ দিব নোৱাৰি। মুছলিমাক মই অন্য কোনোবা ডেকা ল'ৰা

এটাৰ লগত বিয়া দিম। তাইক বিয়া কৰাওঁতা ল'ৰাৰ আকাল ন'হব তাই মান্তি হলেই হয়।"

এদিন বাবৰ কছাৰী গাঁৱৰ কুমুদহতৰ ঘৰলৈ গ'ল। তাৰ হালোৱাৰ সমস্যাৰ কথা ক'লে, অৱশ্যে মুছলিমাক যে কামৰাণে বিয়া কৰাবলৈ বিচাৰিছে সেই কথা নুলিয়ালে। কুমুদে ক'লে, বৰপানী গাঁৱৰ ফালে এখিনি মানুহ আহি আছেহি। তাৰে কেইটামান বোলে ভাৰতীয় মানুহেই। সিহঁতৰ মাটি সম্পত্তি দখল কৰিবৰ কাৰণে কোনোবাই পুলিছক মিছাকৈ লগাই সিহঁতক খেদোৱাইছিল। আৰু পূব পাকিস্তানী খেদোৱাৰ হুলস্থুলৰ সময়ত আনৰ লগতে সিহঁতকো খেদাই পঠাইছিল। এতিয়া হেনো সিহঁতে কাগজপত্ৰ লৈ আকৌ আহিছে। সিহঁতৰ দুটামানক যদি পোৱা যায় বাবৰৰ চিন্তাৰ কাৰণ নেথাকিব।

বাবৰে ক'লে, "মই কিন্তু বিদেশী মানুহক খেতিবাতিত নলগাওঁ। সেইবোৰ কৰি বিপদ চপাই লোৱাতকৈ মাটি বতা পেলাই থোৱাই ভাল হ'ব।"

বাবৰ এদিন মাষ্টৰণীৰ ঘৰলৈকো গ'ল। ভালেমান দিন সি যাব পৰা নাছিল।

বাইদেউক দেখি সি স্তম্ভিত হৈ গ'ল। ইয়াৰ ভিতৰতে মাষ্টৰণীৰ স্বাস্থ্য ইমান পৰি গৈছে! তেওঁৰ চুলি প্ৰায় সকলোবোৰ পকি গৈছে। গালবোৰ সোতোৰা-মোতোৰা হৈছে। তেজাল ৰঙীয়াল মানুহজনী বহুত খীণাইছে, শেঁতা পৰিছে, যেন কুঁজাও হৈ গৈছে।

"তোমাৰ গা ভাল নহয়নেকি বাইদেউ?" কোনোমতে সি সুধিলে।

মুখলৈ অকণমান হাঁহিৰ ৰেখা টানি আনিবৰ যত্ন কৰি বাইদেৱে ক'লে, "একো হোৱা নাই। তহঁত ভালে আছ নহয়?"

"তোমাৰ কিবা অসুখ হোৱা যেন লাগিছে। বৰ খীণালা।"

"একো অসুখ হোৱা নাই। খোৱা-বোৱাৰ অলপ কষ্ট হৈছে। হয়েই আৰু—"

"খোৱা-বোৱাৰ কষ্ট হৈছে যদি মোলৈ খবৰ এটা পঠিয়ালেও হ'লহেঁতেন।" অসন্তুষ্টভাৱে বাবৰে ক'লে।

ভাবিছিলোঁ, পিছে খবৰ নাই পঠিউৱা। তই আমাক বহুত সহায় কৰিছ। তোকতো ছাৰে পঢ়োৱাও নাছিল। এনেয়েহে তই ছাৰ বুলিছিলি—নহয় জানো?"

"পঢ়ালে বা নপঢ়ালে। ছাব অন্যবো ছাৰ আছিল, মোবো ছাৰ আছিল।"

"এৰা, যিবোৰক ছাৰে পঢ়াইছিল সিহঁতে যি কৰিছে, আৰু তই যি কৰিছ—মই যে ভাবি আচৰিত হওঁ—"

"অইনে কি কৰিলে?"

"ছাৰৰ যে ককায়েকৰ পুতেক, ভতিজাক এটা আছিল, সি কিবা কৈ আমাৰ ৰুপিত মাটি গোটেইখিনি নিজৰ নামত লগাই লৈছে।"

"কোনে? পৰশুৱে?"

"ওঁ—কেতিয়া কেনেকৈ কৰিলে মই একো নেজানো। তই হেনো খেতি কৰি কৰি মাটিখিনি নিজৰ কৰি লবি আৰু মৱো বিধৱা মানুহ নিজে খেতিবাতি একো কৰিব কৰাব নোৱাৰোঁ সেই দেখি সিয়ে হেনো মাটিখিনি নিজৰ নামত নামজাৰি কৰাই লৈছে। এই বিষয়ে হেনো দদায়েকৰ মত লৈ থৈছিল।"

বাবৰ আচৰিত আৰু দুঃখিত হ'ল। সি মনে মনে থাকিল।

"শুদা চাহপানী এটোপাকে খাবিনে? ঘৰখনত আৰু একো নাই।" বাইদেৱে ক'লে।

"মোক একো নেলাগে বাইদেউ। কিন্তু তুমি এনেকৈ নেখাই নবৈ, কিমান লঘোনত থাকিবা? এইবোৰ তুমি কি কৰিছা?"

"কি কৰিম বোপাই। মাষ্টৰক বহুতে চিনি পাইছিল। মই হাতত জোলোঙা লৈ মাগিবলৈ ওলাই গ'লে জানো মাষ্টৰকে অপমান কৰা নহ'ব?"

দেশৰ কাৰণে জীৱন পাত কৰা গিৰীন মাষ্টৰৰ বিধৱা পত্নীৰ জীৱাই

থাকিবৰ কাৰণে ভিক্ষা কৰাৰ বাহিৰে আৰু একো উপায় নাই? কিন্তু এই দুৰ্দশা হ'ব কিয়? হৈছে কিয়?

কঠিন মাতেৰে বাবৰে ক'লে, "তোমাৰ মাটি তোমাৰ ভতিজাৰে খাওক, কোনো কথা নাই। কিন্তু তোমাক এনেকৈ মৰিবলৈ এৰি দিব মই নোৱাৰোঁ। ছাৰে মোক কৈছিল, 'বাবৰ আমাৰ দেশখন হিন্দু মুছলমান সকলোৰে ই সকলোৰে, হৈ থাকক, এখন হৈ থাকক। দুঘৰ হৈ, দন-খৰিয়াল কৰি থকাতকৈ একেখন মজিয়াতে থাকি ভায়ে ভায়ে দন হাই কৰি থকাই ভাল।' তেতিয়া ছাৰৰ কথা বুজা নাছিলোঁ। এতিয়া বুজিছোঁ। দেশ ভাগ হৈ অন্য মানুহৰ কি লাভ হ'ল নহ'ল মই ক'ব নোৱাৰোঁ। কিন্তু আমাৰ হালোৱা-হজুৱা খেতিয়ক-কাম্‌লা, মজদুৰ এইবোৰৰ একো লাভ নহ'ল। মোৰ হালোৱা নাই। বিচাৰি ফুৰিছোঁ। মানুহ আছে। আগে থকা মানুহেই আছে। পিছে থাকিও সিহঁত নাই। মই খেতি কৰাবলৈ মানুহ বিচাৰিছো, সিহঁতে কাৰোবাৰ মাটিত খেতি কৰিবলৈ বিচাৰি ফুৰিছে। পিছে আগৰ একেখন দেশৰ মানুহেই এতিয়া অন্য এখন দেশৰ মানুহ হৈ গ'ল। ইয়াতে থাকিলেও সিহঁত ইয়াৰ নহয়, হ'ব নোৱাৰে। এনেকুৱা হোৱাৰপৰা আমাৰ কি লাভ হ'ল?"

"হোৱাটো হৈ গ'ল। সেইবোৰ ডাঙৰ মানুহৰ ৰাজনীতিৰ কথা। আমি নুবুজোঁ। পিছে মাষ্টৰ থাকোঁতে কৈছিল দেশ স্বাধীন হ'লে সকলো ঠিক হৈ যাব। পিছে হৈছে জানো? আকাল অনাটন বাঢ়িহে গৈছে দেখোন।"

"খেতিৰ বাহিৰে মোৰ এতিয়া অন্য বেহাবেপাৰ নাই। তথাপি ভাত মুঠি যেনেতেনে খাই আছোঁ। মই কি কৰিম কোৱা, হয় মই তোমাক আমাৰ তালৈকে লৈ যাওঁ, নহ'লে চাউলপাত পঠিয়াই থাকোঁ। পিছে এটা ব্যৱস্থা কৰিব লাগিব—এনেকৈ নহ'ব।"

বাইদেৱে ক'লে, "চাউলপাত তই পঠিয়াব নেলাগে। ইয়াতে কিনিকুটি খাম। তই টকাকে পাৰিলে অলপ দিবি।"

"মোৰ বৰ বেজাৰ লাগিছে বাইদেউ—" এটা সৰু ল'ৰাই কোৱাদি বাবৰে ক'লে।

"মোৰ হ'লে নাই লগা। আৰুনো জীয়াই থাকিম কেইদিন? সিদিনা চিঠি এখন আহিছে। চৰকাৰে হেনো ভাৰতৰ স্বাধীনতাৰ বুৰঞ্জী লেখাইছে। তাত নাম দিবৰ কাৰণে, আৰু কি কৰিছিল নকৰিছিল জনাবৰ কাৰণে তহঁতৰ চাৰৰ বিষয়েও বিবৰণ দিব লাগে বুলি লেখিছে। কাৰ হতুৱা লেখালে ভাল হ'ব জানো?"

কথাটো শুনি বাবৰেও ভাল পালে। সি ক'লে, "চাৰৰ নামটোও স্বাধীনতাৰ বুৰঞ্জীত থাকিব লাগেতোন। আৰু বাইদেউ, তোমাৰ নামো থাকিব লাগে।"

"থ থ বোপাই। সেইবোৰ ধেমালি নকৰিবি।"

"মই আমাৰ মোবাৰক মাষ্টৰক ক'ম, চাৰৰ কথা তেওঁ সকলো জানে, লেখিব পাৰিব।"

"চিঠিখন তেনেহ'লে লৈ যাবি।"

বাবৰে ক'লে, "তুমিও মোৰ লগতে ওলাবা। কেতেকী কিমানজনী হ'ল তুমি দেখাই নাই নহয়। তাত কেইদিনমান থাকি আহিবা।"

"যাম বাৰু। পিছে এতিয়া নেযাওঁ। অন্য এটা সময়ত যাম।"

বাবৰে লগত সৰহ টকা অনা নাছিল। সি মাষ্টৰণীক পোন্ধৰটা টকা দিলে আৰু ক'লে, "মই টকা লৈ আহিম। দিমহি। মাটিখিনি পিছে কোনে খেতি কৰাব?

"পৰশুৰেও হালোৱা বিচাৰি ফুৰিছে। চাওঁচোন, ক'ত কাক লগায়। তই বাৰু খবৰ ৰাখিবি।"

বাবৰে বৰপানী গাঁৱলৈ যোৱাৰ কথা ভাবিছিল। কিন্তু বেলি পৰি অহা দেখি, ঘৰলৈ ওভতাকে ঠিক কৰিলে। কিন্তু যোৱাৰ আগতে পৰশুক লগ ধৰি বাইদেউক চোৱা-চিতা কিয় নাই কৰা, খেতি কেনেকৈ কৰাবলৈ লৈছে সুধি মেলি বুজি যাব বুলি ঠিক কৰিলে, আৰু বাইদেউৰপৰা বিদায় লৈ পৰশুহঁতৰ ঘৰৰ ফালে খোজ ল'লে।

## পঞ্চত্ৰিংশ

’৫৭ চনৰ সাধাৰণ নিৰ্বাচন হৈ গ’ল। এইবাৰ নিৰ্বাচনত পাকিস্তান হিন্দুস্থান নাছিল, আছিল ভাৰতৰ অৰ্থনৈতিক পুনৰগঠন আঁচনি আৰু এখন শোষণমুক্ত, দুৰ্নীতিমুক্ত সমাজ প্ৰতিষ্ঠাৰ প্ৰতিশ্ৰুতি।

বাবৰহঁতৰ সমষ্টিত চাৰিজন প্ৰাৰ্থী উঠিছিল। এজন কংগ্ৰেছৰ, এজন কমিউনিষ্ট পাৰ্টিৰ, এজন এটা থলুৱা পাৰ্টিৰ, আনজন নিৰ্দলীয়। কংগ্ৰেছৰ পৰা যিজন উঠিছিল, তেওঁ যোৱা নিৰ্বাচনত জিকি এম এল এ হৈ আছিল। কামৰাণে তেওঁক সদলবলে সহায় কৰিছিল। জিকিছিলো, পিছে এম এল এ হৈ তেওঁ বাইজৰ একো কাম নকৰিলে, আৰু নানা দুৰ্নীতিত লিপ্ত হৈ নিজৰ আৰু নিজৰ অঙহী বঙহীবহে স্বাৰ্থপূৰণ কৰাত ব্যস্ত থাকিল বুলি বহু অভিযোগ আৰু ৰটনা প্ৰচাৰ হৈছিল। নিৰ্বাচনৰ সময়ত সেইবোৰ কথা কিছু অতিৰঞ্জিত কৰিয়ে প্ৰচাৰ কৰা হৈছিল।

বাবৰৰো সহায়-সমৰ্থন তেওঁ বিচাৰিছিল। কিন্তু এইবাৰ বাবৰে তেওঁক সহায় নকৰোঁ বুলি প্ৰায় খোলাকৈয়ে কৈ দিলে। এইজন প্ৰাৰ্থীক সহায় নকৰাৰ দুটা কাৰণ আছিল বাবৰৰ : প্ৰাৰ্থীজন নানা ধৰণৰ দুৰ্নীতিত লিপ্ত। দ্বিতীয়তে কামৰাণে তেওঁক সমৰ্থন কৰি তেওঁৰ কাৰণে খাটিছে। য’ত কামৰাণ আছে, তাত বাবৰ নেথাকে।

কুমুদহঁতে সমৰ্থন দিছিল—ভবলুৱা গাঁৱৰ দবছেদ আলিক—কমিউনিষ্ট পাৰ্টিৰ সমৰ্থিত প্ৰাৰ্থী হিচাপে।

বাবৰে নিজে বৰকৈ লগা নাছিল। টকা-পইচা দিছিল আৰু যাক যাক ক’লে কামত আহিব তেনে মানুহক দবছেদ আলিক ভোট

দিবলৈ কৈছিল। কিন্তু কমিউনিষ্ট পাৰ্টিৰ বিৰুদ্ধে প্ৰচাৰ চলোৱা হৈছিল যে কমিউনিষ্টে ধৰ্ম নেমানে আল্লা ৰছুল নেমানে। ভাৰতীয় কমিউনিষ্ট ৰুছিয়াৰ দালাল।

কিন্তু প্ৰাৰ্থী দৰছেদ আলিয়ে নামাজ পঢ়া সকলোৱে দেখিছিল। আৰু সেই কথা উল্লেখ কৰিলে কামৰাণৰ পাৰ্টিৰ মানুহে কৈছিল, হয় দৰছেদ ভণ্ড মুছলমান, নহ'লে ভণ্ড কমিউনিষ্ট। নামাজ পঢ়া মানুহ কমিউনিষ্ট কেতিয়াও হ'ব নোৱাৰে। কমিউনিষ্টে নামাজ নপঢ়ে।

নিৰ্বাচনত দৰছেদ হাৰিল, কংগ্ৰেছ প্ৰাৰ্থী জিকিল। এই জয়ৰ কাৰণে কামৰাণহঁতে এনে হৈ চৈ কৰি সভা-সমিতি শোভাযাত্ৰা কৰিলে যেন কামৰাণহে এম এল এ নিৰ্বাচিত হৈছে।

বাবৰহঁত যথেষ্ট দমি গ'ল। কুমুদহঁত কিন্তু অকণো নদমিল। সিহঁতে ক'লে আমাৰ নৈতিক জয় হৈছে। আমি নিৰ্বাচন যুঁজ যুঁজিলো নীতি আৰু আদৰ্শেৰে। সিহঁতে যুঁজ কৰিলে টকা আৰু দুৰ্নীতিৰে, সাধাৰণ ভোটাৰৰ গাত দায় নাই।

এইবাৰ নিৰ্বাচনত কোনো পক্ষ নোলোৱাকৈ আঁতৰি থাকিবৰ কাৰণে ৰাণীয়ে বাবৰক টানকৈ কৈছিল। কিন্তু বাবৰ থাকিব নোৱাৰিলে। বাবৰৰ প্ৰাৰ্থী হৰাৰ কাৰণে আৰু কামৰাণৰ প্ৰাৰ্থী জিকাৰ কাৰণে ৰাণীয়ে প্ৰায় ভৎৰ্সনাৰ সুৰতে ক'লে, "কংগ্ৰেছকনো কমিউনিষ্টে হৰুৱাব পাৰেনে? আৰু আল্লা ৰছুল নমনা মানুহক কোনেই ভোট দিব? মিছাতে টকা পইচাবোৰো নষ্ট কৰিলা, আৰু কামৰাণৰ লগতো শত্ৰুতা বঢ়াই ল'লা। সি এতিয়া আমাক হাঁহিছে।"

বাবৰবো বেয়া লাগিল।

মই ৰাজনীতি নেজানো, নুবুজো। আমাক ভোট দিম বোলা মানুহবোৰেও শেষত কংগ্ৰেছক ভোট দিলে। কংগ্ৰেছক ভোট নিদিলে পাকিস্তানী বুলি খেদাই দিয়াব বুলি কামৰাণে সকলোতে প্ৰচাৰ কৰি দিলে। গতিকে ভয়তহে মানুহবোৰে কামৰাণৰ দলক ভোট দিলে।

মানুহবোৰৰ কিয় ইমান ভয় ?

দেশ স্বাধীন হোৱাৰ দহ বছৰ হৈ গ'ল, আৰু এইবোৰ মানুহ পাকিস্তান হোৱাৰ আগতে অহা স্থাৱৰ অস্থাৱৰ সম্পত্তি, মাটি-বাৰী থকা মানুহ।

এইবোৰ মানুহেও তাত ভোট দিব পায়নে ?

আৰু কামৰাণহঁতে আশ্ৰয় দি ৰখা, ভাৰতীয় নাগৰিক নোহোৱা, কিন্তু ভোটাৰ লিষ্টত কেনেবাকৈ নাম উঠা ভালেমান মানুহেও হেনো কামৰাণহঁতৰ ফালে ভোট দিলে। নহ'লে কংগ্ৰেছ প্ৰাৰ্থী জিকিব নোৱাৰিলেহেঁতেন।

মোক যদি ভোট দিয়া, বিদেশী হ'লেও থাকিবলৈ পাবা, মোক ভোট নিদিলে বিদেশী বুলি খেদা খাব লাগিব—এইয়া কেনেকুৱা ৰাজনীতি ?

এইয়া কেনেকুৱা দেশপ্ৰেম ?

ইলেকচনত যে কত ৰকমৰ জাল জুৱাচুৰি, ফাকিফুকা আছে—! যাবৰে মনে মনে ঠিক কৰিলে সি আৰু কেতিয়াও লোকৰ এই ইলেকচনবেৰেত নেলাগে।

যিয়ে ৰজা হয় মন্ত্ৰী হয় হৈ থাকক।

মই খেতিয়ক মানুহ খেতি কৰি খাম।

আৰু কেতিয়াও ইলেকচন চিলেকচনত যোগ নিদিওঁ।"

## ছয়চল্লিশ

বৰ গৰম পৰিছিল।

শাওণ মাহ শেষ হৈ আহিছিল। বাবৰৰ নৈপৰীয়া মাটি ভালেমান তেতিয়াও ৰুবলৈ বাকী আছিল। বহাগৰ শেষতে এটা বানপানী আহি গ'ল। বেছি অপকাৰ নকৰিলে। ভাদত বৰবান নাহিলে খেতি ভালেই হ'ব।

বাবৰে ৰোৱা তোলা কৰিবৰ কাৰণে কেইবাটাও মানুহ লগাইছে। তাৰে কেইটামান যোৱা আঘোণতে অহা পাকিস্তানী। সিহঁত এতিয়া নির্ভয়ে আছে। কাৰণ যোৱা নির্বাচনত সিহঁতে কামৰাণৰ পক্ষে ভোট দি থৈছে। সিহঁতক সহজে কোনোৱে একো কৰিব নোৱাৰে।

বাবৰে সিহঁতক লগাব খুখুজিছিল। কিন্তু সিহঁতে ক'লে যে সিহঁত ভাৰতীয় প্রজা হৈ গৈছে।

অগত্যা বাবৰে সিহঁতক কামত লগালে। এতিয়া শেষ শাওণত হালোৱা ৰোৱনিৰ জাত-কুল বিচাৰিবৰ সময় নহয়।

ছুদিনৰ আগতে ৰাণী কেতেকীহঁত মোমায়েকৰ ঘৰলৈ গ'ল। মোবাৰক মাষ্টৰৰ ঘৈণীয়েকৰ টান নৰীয়া, টাইফয়ড নে কি। ৰাণীক বাবৰেই থৈ আহিলগৈ আৰু খবৰো কৰি আহিল। ৰাণীহঁতক থৈ আহিল। অসুখত নৰীয়াৰ শুশ্রূষা কৰিবলৈ মানুহৰ দৰকাৰ। আৰু আজিকালি কেতেকীকো অকলে এৰি থৈ যাব নোৱাৰি। তাই গাভৰু হৈছে। আৰু আগতকৈ দেখনিয়াৰ হৈছে। ৰাণীয়ে তাইক লগতে লৈ গ'ল। ঘৰত মুছলিমা আছে আৰু ঘৰে বাহিৰে কাম কৰা ল'ৰা এটিও আছে। বাবৰৰ অসুবিধা নহয়।

বাবৰৰ ভোক লাগিছিল।

দোকমোকালিতে পথাৰলৈ যোৱা আৰু পথাৰতে চাহ জলপান খোৱা এতিয়া বেলি কাটি হ'ল। ভোক চৰি যাবৰ পৰ হ'ল।

সি খৰকৈ ঘৰলৈ খোজ দিছিল, মাজে মাজে চেৰচেৰীয়া ৰ'দজাকৰ পৰা ৰক্ষা পৰিবৰ কাৰণে গছৰ ছাঁত অলপ জিৰাই লৈ আকৌ খোজ দিছিল। লুঙীখন আৰু মাজে মাজে ফটা গেঞ্জীটোৰ বাহিৰে তাৰ গাত অন্য কাপোৰ নাছিল। তাৰ কপালৰ পৰা ঘামবোৰ দাড়িৰ আগেদি বৈ গৈছিল।

কেইবাদিনো বৰষুণ দিয়াৰ পাছত ৰ'দ দিছে—বৰষুণৰ মুখৰ ৰ'দ, গা ডেইপুৰি নিয়ে।

এবাৰ সি ভাবিলে: পথাৰৰপৰা আহিছে, গাটো ধুই ল'ব। কিন্তু ইমান ৰ'দৰ পাছত ঘপকৰে গা ধোৱাটো ভাল নহ'ব বুলি সি ঠিক কৰিলে যে হাতভৰি ধুই ভাতপানী খাই লৈ, কিছু জিৰাই সি পাছবেলা পথাৰৰ পৰা আহি একেবাৰে ৰাতি গা ধুব।

বোকাদিয়া মাটি তাৰ ঘৰৰপৰা প্ৰায় ডেৰ মাইল মান দূৰত।

বাবৰ ঘৰৰ ভিতৰ নোসামাল। আগফালে ঘৰৰ দুৱাৰ বন্ধ আছিল। সি বাৰন্দাতে জলপান দি অনা বাটি বাচনৰ টোপোলাটো থলে, আৰু ঘৰৰ মূধেদি পিছফালৰ পুখুৰী পাৰলৈ খোজ ল'লে।

অলপ অলপ বতাহ মাৰি আছে যদিও, ৰ'দজাক সমানেই কন্‌কনীয়া টান হৈ আছে।

বাবৰ গৈ পুখুৰী পাৰত ৰ'লগৈ।

সি দলঙলৈ চালে। সি থতমত খাই বৈ গ'ল।

দলঙৰ ওপৰত পৰা পুখুৰীপাৰৰ গছজোপাৰ হেলনীয়া ছাটো গাত পেলাই সেইজনী মুছলিমা। দলঙতে বহি গা ঘঁহিছে। মেলা চুলিবোৰ তাইৰ পিঠিৰ ওপৰেদি কঁকাললৈকে নামি আহিছে। তাইৰ গাত অন্য কোনো কাপোৰ নাই। শাড়ীখন তাইৰ কোচৰ ওপৰত পৰি আছে।

মুছলিমাৰ ডিঙিডোখৰতকৈ সদায় কাপোৰ ঢাকি ৰখা তাইৰ পিঠিখন কিছু বগা।

মুছলিমাই হয়তো বাবৰ আহি সেইদৰে তাইৰ পিঠিকালে বৈ তাইৰ ফালে চাই থকাৰ কথা গম পাইছিল। কিন্তু গম নোপোৱাৰ ধৰণে তাই একান্তমনে বুকু পিঠি ঘাই গা ধোৱাত লাগি থাকিল। গা মুঘুৰোৱাকৈ হাত পিঠিলৈ নি পিঠিখন ঘঁহিবলৈ লওঁতে তাইৰ নিৰাভৰণ পুৰঠ বুকুখনৰ একাল বাবৰৰ ফালে ওলাই পৰিছিল। বাবৰে চকু ঘূৰাই আনিব নোৱাৰিলে। তাৰ বুকুখন টিপটিপাই উঠিল। সি এবাৰ কেউপিনে চালে—চকুৰ দেখাত ওচৰে পাজৰে কোনো নাই।

সি দলঙেদি তললৈ নামি গ'ল। আৰু মুছলিমাৰ পিঠিৰ কাষত বৈ দিলে।

মুছলিমাই ওপৰলৈ মূৰ তুলি চালে। তাৰ পাছত অলসভাৱে কোচত পৰি থকা তিতা শাৰীখন তুলি লৈ বুকুখন ঢাকিবৰ যত্ন কৰি ক'লে, "এনেকৈ মাইকী ছোৱালীয়ে গা ধোৱা চাই থাকিব নেপায়। কিনো নেদেখা বস্তু চাইছা ?"

গাটো ঢাকি মুছলিমা দলঙত বহি থকাৰপৰা থিয় হ'ল, আৰু কাষতে থিয় দি থকা বাবৰক হেঁচা মাৰি পুখুৰীলৈ পেলাই দিলে। বাবৰে চম্ভালিবই নোৱাৰিলে।

পানীৰ তলৰপৰা মূৰ উলিয়াই চকু মেলি চাই সি দেখিলে মুছলিমা পুখুৰীৰ পাৰলৈ উঠিছে। তাইৰ চকুৱে মুখে দুষ্টামিৰ হাঁহি।

"মই এতিয়া গা ধুবলৈ অহা নাছিলোঁ—" ডিঙিলৈকে পানীত নামি থাকিয়ে বাবৰে ক'লে।

"জানিছোঁ, মই গা ধোৱা চাই থাকিবলৈ আহিছিলা। বেয়া কথা নেই—ভাত খাবানে পেট ভৰিল ?"

কৈ উত্তৰলৈ বাট নেচাই মুছলিমাই পুখুৰীপাৰৰপৰা ঘৰৰ ফালে খোজ ল'লে।

বাবৰে গা ধঁহি পিহি ধুলে, আৰু দলঙলৈ উঠি চিঞঁৰিলে, "মুছলিমা—মোক গামোচাখনে লুঙী এখনে দি যা।"

পিছে সি নৌ কওঁতেই মুছলিমাই নিজে কাপোৰ সলাই এখন শাড়ী গাত মেৰিয়াই গামোচা আৰু লুঙী গেঞ্জী লৈ পুখুৰীপাৰত বৈছিলহি।

বাবৰে তাইৰ হাতৰপৰা গামোচা কাপোৰ ল'লে আৰু ক'লে, "যা, যা, বুঢ়ীজনীয়ে সক ছোৱালীৰ নিচিনা কৰিব নেলাগে। এই দিন দুপৰীয়াখন অকলে অকলে পুখুৰীত নামি নাঙঠ পিঙঠ হৈ গা ধুই থকাটো পিছে ভাল কথা নহয়, বুজিছনে নাই? দেওভূতৰ চকু পৰে।"

"দেওভূতলৈ মোৰ ভয় নাই। মোৰ ভয় মানুহলৈহে। ভাত বাঢ়োঁগৈ—"

কৈ খৰখুজীয়াকৈ মুছলিমাই ঘৰৰ ভিতৰলৈ বেগ দিলে।

মুছলিমায়ো ভাত খোৱা নাছিল তেতিয়ালৈকে। বাবৰে ক'লে, "বেলি বহুত হ'ল। তয়ো বাঢি ল। একেলগে খাওঁ—"

"আগে কেতিয়াবা একেলগে খাওঁ জানো? আজি নতুনকৈ কিবা চেনেহ গজিছেনেকি? ভাল কথা নহয় দেই। ঘৰত বাপী বৌহঁত নাই, মোৰ ভয়েই লাগিছে।"

বাবৰে একো নক'লে।

মুছলিমাই ভাত খাই কাঁহী বাটি সামৰি যেতিয়া মাজৰ কোঠালি আহিল, তেতিয়া দেখিলে বিচনাত পৰি বাবৰে চকু দুটা মুদি দিছে আৰু বাঁহৰ কাঠিৰ বিচনিখনেৰে নিজকে বিচি আছে।

মুছলিমা তাৰ কাষতে বিচনাখনতে বহিল, তাৰপৰা বিচনিখন লৈ তাক বিচি দিব ধৰিলে।

ব'দজাক কোমলা নাই, একেই আছে। কিন্তু এজাক কোমল বতাহ লাহে লাহে বলিবলৈ আৰম্ভ কৰিছে। বাবৰহঁতৰ ঘৰৰ ওচৰ পাজৰৰ পথাৰবোৰ বোৱা হৈ গৈছে। এইকালে পথাৰবোৰত কোনো

মানুহ নাই। কেউপিনে নিজান পৰিছে। প্ৰায়বোৰ মানুহ এতিয়া নৈপৰীয়া দ মাটি বোৱাত লাগি আছে। সিহঁতৰ কিছুমান সাঁজ লাগি ভাগিলেহে পথাৰৰপৰা উলটিব।

বাবৰ মুছলিমাৰ ফালে চাই ক'লে, "কিবা ক'বিনেকি ?"

"ক'বলৈ কিটো আছে ? আৰু থাকিলেও মই নকওঁ—"

"কেলেই নকৱ ?"

"কৈ একো লাভ নহয়—"

"মই এটা কথা কওঁ—"

"এটা কিয় পঞ্চাশটা ক'লেও মই বেয়া নেপাওঁ।"

অলপ অপ্ৰস্তুতভাৱে বাবৰে ক'লে, "মই তোক আজিহে দেখিলোঁ—"

"বৰ বুঢ়া হ'লোঁ নহয় ?"

"তাকে ক'ব খুজিছোঁ। তোৰ বয়স ঠিক কিমান হৈছে মই ভালকৈ ক'ব নোৱাৰোঁ। কিন্তু বয়স যিমানেই হওক তই একেবাৰে কেঁচা হৈ আছ।"

"সঁচা ? ৰাণী বৌতকৈও ? মই আকৌ বহুত বুঢ়া হ'লোঁ বুলি ভাবিছিলোঁ।"

বাবৰে ক'লে, "ৰাণীৰ কথা নক'বি। তিনিটা ল'ৰা ছোৱালীৰ মাক গাভৰু হৈ নেথাকে।"

"এৰা, সেই কাৰণেহে কিজানি কামৰাণে মোলৈ হেঁপাহ কৰিছে।"

"মোৰ আগত কামৰাণৰ কথা ক'বলৈ তোৰ বেয়া লগা নাই ?"

"কেলেই বেয়া লাগিব ? কামৰাণৰ নিচিনা জীয়েকপুতেক লগা মানুহ এটাই মোক বিয়া কৰাবলৈ বিচাৰিছে, মোৰ কম ভাল লাগিছেনেকি ? মোক দূৰৰপৰা দেখিয়ে মোহ গৈছে, তোমাৰ নিচিনাকৈ ওচৰৰ পৰা দেখা হ'লেহে কি নকৰিলেহেঁতেন মই ভাবিবই নোৱাৰোঁ।"

বাবৰে মুছলিমাৰ হাত এখন নিজৰ হাতৰ মাজত লৈ ক'লে,

"ছুনীয়াৰ যাৰে লগত বিয়া হ'ব খোজ ক, তোৰ বিয়া পাতি দিম। কিন্তু তাৰ—কামবাণৰ নাম নক'বি।"

খুক্‌খুকাই হাঁহি মুছলিমাই ক'লে, "মিছা ফুটনি নেমাৰিবা। যাৰে লগত মই বিয়া হ'ব খোজোঁ, তাৰে লগত মোৰ বিয়া পাতি দিব নোৱাৰা।"

"কিয় ? কিয় নোৱাৰিম ?"

বাবৰে ক'লে।

"বাৰু বাদ দিয়া সেইবোৰ কথা। পথাৰলৈ আকৌ নোযোৱা জানো ? বেলি পৰি আহিছে।"

"নগ'লেও হ'ব। পিছে এবাৰ যাম। আৰু অলপ জুৰ পৰক, তেতিয়া এপাক যাম।"

"তেনেহ'লে মই বিচি দিছো অলপ শুই লোৱা, মই জগাই দিম।"

বাবৰে কিছু চিন্তা কৰাৰ ধৰণে ক'লে, "মই কথাবোৰ কিবা বুজিবই নোৱাৰোঁ বুজিছ। আমি কৰোঁ বুলি একো কৰিব নোৱাৰোঁ কিজানি।"

"এদিন বহুত দিনৰ আগতে আমি যে দেশ এৰি অসমলৈ গুচি আহিছিলোঁ, তুমিও আমাৰ লগত আহিছিলা, মনত আছে ? তেতিয়া মই ৮/৯ বছৰীয়া আছিলোঁ। মোৰ টোপোলাটো গধুৰ আছিল, মই বলে নোৱাৰিছিলোঁ। তেতিয়া মোৰপৰা লৈ টোপোলাটো তুমি কঢ়িয়াই আনিছিলা। বহুত দিন হ'ল নহয় ?"

"২৪/২৫ বছৰমানেই হ'ল কিজানি।"

"তেনেহ'লে হিচাপ কৰাচোন। মোৰ বয়স এতিয়া কিমান হ'ল। ত্ৰিশ বত্ৰিশ বছৰ হোৱা নাই ? মই আকৌ গাভৰু ছোৱালী হৈ থাকিম কেনেকৈ ? বুঢ়ী হ'লো। সেই তাহানি মোৰ টোপোলা কঢ়িউৱাদি এতিয়া এই বুঢ়ীজনীক তুমি আৰু কিমান কঢ়িয়াবা ?"

দাৰ্শনিকৰ দৰে বাবৰে ক'লে, "আমাৰ ছুখৰ দিনত আমি কিবাকৈ লগ লাগি একেলগে খোজ দিছিলোঁ। মাজতে এৰাএৰি হ'লোঁ।

কেনেবাকৈ একেলগ হ'লোঁ, আমাৰ দুখৰ বাটৰ ওৰপৰা নাই। তোক এতিয়া আৰু মই আঁতৰি যাবলৈ দিব নোৱাৰোঁ।”

মনৰ বহুত আনন্দ আৰু এটা হাঁহি চেপি ধৰি মুছলিমাই ক'লে, “বেচেৰা কামৰাণটো পিছে কেনেকৈ থাকিব ?”

বাবৰে তাইৰ কথালৈ কাণ নিদিলে।

মুছলিমাই বাহিৰৰ ফালে চালে, পিছফালৰ দুৱাৰখন খোলা আছে। দূৰণিৰ আকাশ-পথাৰ সকলো যেন মৰমলগাকৈ ওচৰ চাপি আহিছে। এখন অদৃশ্য, দুৰ্বোধ্য প্ৰাচীৰ মাজত লৈ দুটা ক্ষুধিত প্ৰাণীয়ে সেই মুক্ত আকাশ আৰু বহল মুকলি পথাৰৰ মাজত যেন প্ৰাচীৰখন নোহোৱা কৰি পেলোৱাৰ কিবা পথ বিচাৰিছে।

দক্ষিণৰ আকাশৰ বুকত মেঘ জমা হৈছে। অ'ৰ ত'ৰপৰা কপহুৱা আৰু পাতল নীলা ডাৱৰবোৰ ওপঙি আহি আহি একে ঠাইতে থূপ খাইছেহি। ডাৱৰবোৰে বতাহৰ বুকলৈ এটা উত্তাপ আনিছে।

হেজাৰ দিনৰ ভিতৰৰ এটা দিন। অভাৱনীয়ভাৱে অহা অপ্ৰত্যাশিতভাৱে অহা এটা পোহৰভৰা ৰহস্যময় দিন। এনে এটা দিন যদি আৰু বাৰ তেৰ বছৰৰ আগতে আহিলহেঁতেন! বাবৰে যেতিয়া ৰাণীক বিয়া কৰোৱা নাছিল, মুছলিমা আৰু বাবৰৰ আশা অভিলাস আৰু জীৱনৰ মাজত যেতিয়া এই অদৃশ্য, দুৰ্ভেদ্য প্ৰাচীৰখন নাছিল। তেতিয়া যদি এনে এটা দিন, এই দিনটো আহিলহেঁতেন।

এটা ৰাতি আহিছিল। এটা সৰু ঘৰৰ মজিয়ালৈ এটা বিশেষত্বহীন আন্ধাৰ ৰাতি আহিছিল। তাৰ কথা মুছলিমাৰ মনত আছে, কিন্তু সেই ৰাতিটোৱে স্মৰণীয় কোনো ইতিহাস থৈ ন'গল, সেইদিনা বাবৰ গৈছিল ব্যস্ত মিলিটাৰী ঠিকাদাৰ হৈ, খেৰ বিচাৰি; কাৰো হৃদয় বিচাৰি যোৱা নাছিল। আৰু তাইৰ বিচনাখনত শুই সি মাথোন বিশ্ৰাম বিচাৰিছিল, টোপনি আহিবৰ কাৰণে নিঃশব্দ প্ৰাৰ্থনা জনাইছিল, আন্ধাৰ ৰাতিটোক। অন্তৰদেৱতাক জগাই তুলিবৰ কাৰণে কোনো প্ৰাৰ্থনাৰ ভাষা সি বিচৰা নাছিল।

মুছলিমাই নিজকে ক'বৰ যত্ন কৰিলে: সেইদিনা মই বাবৰৰ দেহমনত মোৰ নতুন যৌৱনৰ ফুল-কুমলীয়া আঘাতেৰে কোনো নতুন চেতনা জগাই তুলিব নোৱাৰিলোঁ।

আৰু আজিৰ এই দিনটো, শেষ শাওণৰ এই ৰ'দেপোৰা দিনটো। গোটেই জীৱনত লগ নোপোৱা এটা বেলেগ দিন। ঘৰটোৰ ভিতৰত আৰু কোনো নাই। দেহমনৰ হুতাশনীয়া, জীয়া ভোক লৈ এজনী গাভৰু ছোৱালী—বয়সে আৰু অবিশ্বাস্য সংযমে গৰকা এটা অক্ষত দেহা, আৰু কাৰোবাৰ ওচৰত সৰ্বস্ব শেষ কৰি দি দেৱলীয়া হোৱাৰ উন্মাদনাৰে অধীৰ এটা মন!

আনহাতে জীৱন সংগ্ৰামৰ ধামখুমীয়াত নিজৰ মনটোক বিচাৰি চোৱাৰ আজৰি বিচাৰি নোপোৱা জীৱনৰ আধা বয়স এটা সৎ মানুহ হিচাপে আত্মপ্ৰতিষ্ঠা কৰিবলৈ সংকল্প লৈ সংগ্ৰাম কৰি যোৱা এটা অনাথৰী খেতিয়ক, যি জীৱনক সহজভাৱে পাব খোজে, সহজভাৱে ল'ব খোজে—যাৰ কপালৰ ঘাম হৈ গলি গৈছে এটা সবল যৌৱন, তাৰ অজানিতেই।

দুয়ো এই গাৰ কাষত গা থৈ, মনৰ কাষত মন থৈ, দুয়োৰে মাজৰ দূৰত্ব জুখি চাবৰ যত্ন কৰিছে এইটো মুহূৰ্তত, যি মুহূৰ্তত দূৰৰক সিহঁতে চিনি নেপালেও কোনো ক্ষতি নহয়।

বাবৰৰ বাৰু সঁচাকৈয়ে টোপনি আহিছেনেকি? সি মোৰ হাতখন এতিয়াও এৰি দিয়া নাই কিয়? সি মোক কাষ চপায়ো নিব খোজা নাই, আঁতৰায়ো পঠাব খোজা নাই। আমি দুয়ো যি য'তে আছিলোঁ তাতে বৈ আছোঁ।

বাবৰে বাৰু এতিয়া ৰাণীৰ কথা ভাবিছে নেকি? জীয়েক কেতেকীৰ কথা চিন্তা কৰিছে নেকি? তাৰ ল'ৰাটোৰ কথা ভাবিছে নেকি? ইহঁতৰ মাজততো মই নাই, মোৰ কথা চাগৈ পাহৰি গৈছে। এৰা, এই দিনটো আৰু এনেকুৱা অন্য এটা দিনৰ মাজত বাবৰৰ কাৰণে কোনো পাৰ্থক্য নাই।

মুছলিমা সন্তর্পণে বিচনাখনৰপৰা নামিল, আৰু হাতখন বাবৰৰ হাতৰ মাজৰপৰা একৰাই আনিবৰ চেষ্টা কৰিলে।

বাবৰে চকু দুটা ডাঙৰকৈ মেলি দিলে।

"হাতখন এৰি দিয়া—" মুছলিমাই ক'লে।

"কেলেই ?"

"আবেলি হ'ল, চাহ এটোপা নোখোৱা জানো ? আৰু পথাৰৰ মানুহখিনিলৈও চাহপানী নিনিবা জানো ?"

"এইবোৰ কথা তই মুখেৰে কৈছ—"

"তাৰ মানে ?"

বাবৰে মুছলিমাক তাৰ কাষ চপাই নিলে আৰু তাৰ মুখখন তাইৰ বুকুৰ মাজত সুমুৱাই দি এটা অসহায় সৰু ল'ৰাই কোৱাদি ক'লে, "তই কথাবোৰ ক'ব পৰা নাই, আৰু মই কথাবোৰ ক'ব জনা নাই। মই ক'ব নেজানো, তই আমাৰ লগতে অত দিন আছ, কেতিয়াবা তয়ে ময়ে আজিৰ নিচিনাকৈ অকলেও থকা নাই জানো ? পিছে আজি মোৰ মনটো যেনেকুৱা লাগিছে আগে কোনো দিন এনেকুৱা লগা নাই।"

"আজি আকৌ মনটো কেনেধৰা লাগিবলৈ কিটো হ'ল ? গা ধোওঁতে মোৰ গাটো দেখিলা, সেইটো নো কি বৰ ডাঙৰ কথা।"

"সেইটো ডাঙৰ কথা নহয়, কিন্তু—আজি মোৰ মনত লাগিছে যেন মই তোক ভাল পাওঁ। তোকহে যেন মই সদায় ভাল পাই আহিছোঁ।"

তাৰ গাৰ কাষৰপৰা আঁতৰি আহিবৰ কোনো চেষ্টা নকৰি মুছলিমাই ক'লে, "অতদিন তোমালোকৰ শোৱাকোঠালি আৰু মোৰ শোৱা কোঠালিৰ মাজৰ দুৱাৰখনত কোনোদিন দাং মৰা নাছিলোঁ, আজিৰপৰা তেনেহ'লে দাং মাৰিব লাগিব।"

কৈ তাই মুহূৰ্তৰ কাৰণে বাবৰৰ গালত তাইৰ গালখন হেচি ধৰিলে, আৰু তাৰ পাছত আঁতৰি গ'ল।

## সাতচল্লিশ

বিভিন্নজনে বিভিন্ন কাৰণ আগবঢ়ায় :

কোনোৱে কয়—জলকীয়া বেছি খোৱাৰ কৰণে।

কোনোৱে কয়—শিক্ষাদীক্ষা বেছি নথকাৰ কাৰণে।

কোনোৱে কয়—তিৰোতাৰ প্ৰতি অত্যধিক লোভ থকাৰ কাৰণে।

কোনোৱে কয়—নিজৰ বিশেষত্ব বা প্ৰভাব প্ৰতিপত্তিৰ প্ৰমাণ দিবৰ কাৰণে।

কোনোৱে কয়—স্বাভাৱিক কলহপ্ৰিয়তা আৰু প্ৰতিশোধ বা প্ৰতিহিংসা পূৰণৰ প্ৰবৃত্তিৰ কাৰণে—

মৈমনচিঙীয়া মিয়া সম্প্ৰদায়ৰ মাজত হাই কাজিয়া দন খৰিয়াল কটাকটি মৰামৰি বেছি, মামলা মোকৰ্দমা বেছি, ছোৱালী বা তিৰোতা পলুৱাই নিয়া বা ধৰি নিয়া ঘটনাৰ সংখ্যা বেছি। সাধাৰণতে কোৱা হয় যে, কোনো মিয়াই মৰাপাটত, বা ধানত বা কবি জলকীয়া আদিৰ খেতিত দুটামান টকা সৰহকৈ পালেই কিবা নহয় কিবা মোকৰ্দমা এখন লগাই নোলোৱা পৰ্য্যন্ত শান্তি নেপায়। ছোৱালী ধৰি আনে, কাৰোবাৰ তিৰোতা পলুৱাই আনে, কাৰোবাক ঘাপ মাৰি দুছোৱা কৰে, নাইবা কাৰোবাৰ পৰা ডকাহকা দি টকা পইচা কাঢ়ি নিয়ে, নাইবা কাৰোবাৰ মাটি বেদখল কৰে—তাৰ পাছত পুলিছ থানা পায়গৈ—

মোকৰ্দমা লাগে কাছাৰীৰ উকীল পেস্কাৰ মহৰী, ক'ৰ্টৰ দাৰোগা টেকেলা কনষ্টেবল সকলোকে দিওঁতে দিওঁতেই টকা শেষ হয়। তাৰ পাছত কোনোবা দেৱানী মহাজনৰপৰা টকা ধাৰ কৰে, মাটি বন্ধক

দিয়ে, বেচে। আৰু কেইবছৰমানৰ মূৰত যেতিয়া মোকৰ্দমাৰ অন্ত পৰে, তেতিয়া আচামী উকিলনে ফৰীয়াদী উকিল তাক লৈ তৰ্কবাদ চলে। কোনোবাৰ ফাটেক হয়, কোনোবাই লয়াৰ ক'ৰ্টৰ ৰায়ৰ বিৰুদ্ধে হাইক'ৰ্টত গোচৰ তৰে।

এনেকৈ বছৰৰ পাছত বছৰ পাৰ হয়। খেতিৰ পাছত খেতিৰপৰা পোৱা টকা মোকৰ্দমাত শেষ হয়। কাৰোবাৰ মাটি কাৰোবালৈ যায়, কাৰোবাৰ জীয়াৰী কাৰোবাৰ বোৱাৰী হয়গৈ, কাৰোবাৰ তিৰোতা আন কাৰোবাৰ তিৰোতা হয়গৈ।

তাৰ মাজতে গাঁৱত নতুন মছজিদৰ জামাত ফাটি দুটা তিনিটা হয়। গাইগুটীয়া দন-কাজিয়া গৈ চুবুৰি চুবুৰিৰ দন হয়গৈ। গাঁও গাঁৱৰ দন হয়গৈ।

ইয়াৰ মাজেদিয়ে কোনো কোনো ল'ৰা পঢ়াশুনা কৰি শিক্ষিত হৈ ওলায়। মাষ্টৰ হয়, উকীল হয়, ডাক্তৰ হয়, কেৰেণী হয়, মণ্ডল হয়। কোনোবা ধনী পৰিয়াল গৰীব হয়, কোনোবা দুখীয়া পৰিয়াল আঢ্যৱন্ত হৈ উঠে।

ইয়াৰ মাজতে মানুহ মৰে, কবৰস্থানত নতুন কবৰ হয়, তাৰ পাছত সেই কবৰ ঘাঁহে ঢাকি পেলায়।

ইয়াৰ মাজতে বিয়া হয়। নতুন কেঁচুৱাৰ জন্ম হয়। কিছুমান মৰে, কিছুমান ডাঙৰ হয়।

কোলাহল-নিৰৱতা, হাই-কাজিয়া, হাঁহি-কান্দোন, বাউল-ভাটিয়ালী, মেল মিটিং, নিৰ্বাচন-পঞ্চায়ত—এই সকলোবোৰৰ মাজেদি এখন সমাজ আগবাঢ়ে, পুৰণিক খামুচি ধৰি থকিবৰ চেষ্টা কৰে, নতুনক অস্বীকাৰ কৰিব নোৱাৰে। চাৰিওফালৰ সমাজখনৰ প্ৰত্যক্ষ-পৰোক্ষ প্ৰভাৱবোৰে সেই সমাজৰ ওচৰত নতুন বহণ সানে, নতুন চামে লুঙী টুপী এৰি ক্ৰমে পেন্ট পায়জামাত ধৰে, ছোৱালীবোৰৰ ওৰণি চুটি হৈ আহে। লাহে লাহে পূৱবংগৰ ঠাইত অসমীয়া ভাষাই নিজৰ ঠাই কৰি লয়।

ৰাজনীতিয়ে অৰ্থনীতিয়ে বেহাবেপাৰ আদান-প্ৰদানে এই ৰূপান্তৰ প্ৰক্ৰিয়াত নিজস্ব অৰিহণা যোগায়—অলক্ষিতে ক্ৰমান্বয়ে ধীৰে ধীৰে।

এটা বস্তুৰ পৰিৱৰ্ত্তন সাধনৰ কোনো প্ৰয়োজন নহয়:

ধৰ্মৰ, ধৰ্মাচাৰৰ।

কোৰান একেই থাকে, হদীছ একেই থাকে, নামাজ ৰোজা হজ্জ জাকাত একেই থাকে।

মোল্লা মৌলবী মৌলানা কাজী হাজীয়ে সমাজত বিশেষ সমাদৰ পায়, সন্মান পায়। ইমাম চাহেবৰ বিশিষ্ট স্থান আৰু মৰ্য্যাদা আছে। মক্তব-মাদ্ৰাছাৰ শিক্ষক ওস্তাদ সমাজৰ মাননীয় ব্যক্তি। উচ্চ শিক্ষা লাভ কৰি মৈমনচিঙীয়া মিয়াৰ উদ্যমী সমাজকৰ্মী ডেকা ৰাজনীতিত নামে। এম এল এ হয়, কাউন্সিলাৰ হয়, মন্ত্ৰী হয়। কলেজ বিশ্ববিদ্যালয়ৰ শিক্ষক অধ্যাপক হয়।

তেওঁলোক অসমৰ অসমীয়া হৈ পৰে। তেওঁলোক অসমৰ হৈ পৰে, অসম তেওঁলোক হৈ পৰে। মৈমনচিঙীয়া ডেকাইতে থলুৱা অসমীয়া ডেকাৰ কান্ধত কান্ধ মিলাই অসমৰ স্বাৰ্থ আৰু মৰ্য্যাদা ৰক্ষাৰ কাৰণে যুঁজাৰ প্ৰতিজ্ঞা লয়।

কোনোবাই তেওঁলোকক ন-অসমীয়া বোলে। কিন্তু তেওঁলোকে নিজৰ পৰিচয় দিয়ে অসমীয়া বুলি। তেওঁলোকৰ পৰিচয়—তেওঁলোক অসমীয়া।

কেতেকীয়ে মেট্ৰিক পাছ কৰিলে। কিছুদিন মোমায়েকৰ ঘৰত থাকি পঢ়াৰ বাহিৰে, অন্য কোনো প্ৰাইভেট টিউটৰৰ ওচৰত নপঢ়াকৈয়ে কেতেকীয়ে প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিলে। মাৰ বাণীয়েও পঢ়িছিল, কিন্তু মেট্ৰিক পৰীক্ষা দিয়া নহ'ল। ইতিমধ্যে মোমায়েক মোবাৰক মাষ্টৰৰ ল'ৰাই গুৱাহাটীত মেডিকেল কলেজত নাম লগাইছিলগৈ,. বাবে কেতেকীকো গুৱাহাটীলৈকে পঠাবৰ আয়োজন কৰিলে।

কেতেকীয়ে ভাল পালে।

কেতেকী অলপ বেলেগ ধৰণৰ ছোৱালী। গাইগাঢ়িয়ে তাই বয়সতকৈ বেছি বঢ়া যেন লাগে—ওখপাখ, শকত আৱত, স্বাস্থ্যৱতী। তাইৰ বৰণো ৰাণীতকৈ উজ্জ্বল। দেখাই মেলাই তাই এজনী দেখনিয়াৰ ছোৱালী হৈ উঠিছে।

কিন্তু অন্য ছোৱালীৰ নিচিনা তাই হৈ চৈ কৰি ফুৰা বিধৰ ছোৱালী নহয়। তাই অলপ ভাবুক ধৰণৰ। তাই গহীন, কথাবতৰাও অতিশয় মাৰ্জিত আৰু সংযত। পাঠ্যপুথিৰ উপৰিও তাই নানা বাতৰি কাকত, আলোচনী পঢ়ে, গল্প উপন্যাস পঢ়ে, বুৰঞ্জী, ৰাজনীতিৰ বুজা-নুবুজা কিতাপ পঢ়ে।

তাই কবিতাৰ কিতাপ পঢ়ে আৰু মনে মনে সৰু সৰু কবিতা লিখে। কবিতাবোৰ তাইৰ মনত কেনেকৈ খেলায় তাই বুজিব নোৱাৰে। কিন্তু সেই ভাব কল্পনাৰ জগতখনত সোমাই থাকি তাই এটা সুকীয়া আনন্দ পায়।

কেতেকীৰ কুমলীয়া ঠুনুকা অনুভূতিপ্ৰৱণ মনটোৰ মাজত যেন সিহঁতৰ সমগ্ৰ নিৰ্যাতিত উৎপীড়িত, শোষিত সমাজখনৰ অব্যক্ত বেদনাই প্ৰকাশৰ কাৰণে উন্মুখ হৈ উঠে। যিখিনি মানুৰ স্থায়ী বাসস্থান নাই, স্থায়ী সংস্থান নাই, যিখিনি মানুহ কেৱল জীয়াই থাকিবৰ কাৰণে দেশৰপৰা দেশান্তৰত আশ্ৰয় বিচাৰি অঘৰী হৈ ঘুৰি ফুৰিব লাগে, যিখিনি মানুহে আমাৰ ৰাজনীতিৰ পৰিণামত নিজৰ জীৱনৰ বৰ্তমান আৰু ভৱিষ্যতক সংকটাপন্ন কৰি জীয়াই থাকিব লাগে, যিখিনি মানুহ সামাজিক অন্যায় অবিচাৰৰ চিকাৰ হৈ কেৱল জীয়াই থাকিবৰ কাৰণে চৰ-চাপৰি অৰণ্য-জলাশয়ত পলাই থাকিব লাগে—এই মানুহখিনিৰ সমগ্ৰ হতাশা অমৰ্য্যাদা অপমান আৰু অন্তৰ্বেদনাই কেতেকী নামৰ এই সৰু ছোৱালীজনীক অধীৰ কৰি তোলে, তাই হাঁহিব নোৱৰা হয়, গান গাব নোৱৰা হয়, কান্দিব নোৱৰা হয়।

পৰিচয়হীন এই সমাজখন মুখ খুলি কিয় প্ৰশ্ন নকৰে: গৰীব হোৱাৰ বাহিৰে, শোষিত হোৱাৰ বাহিৰে, শিক্ষা-দীক্ষাহীন হোৱাৰ বাহিৰে, আমি এনে কি পাপ কৰিলোঁ, কি অপৰাধ কৰিলো যে অসমত আধা শতিকা বসবাস কৰাৰ পাছতো আমি অসমীয়া বুলি স্বীকৃতিৰ মৰ্য্যাদা নেপাওঁ, আমাৰ গাৰপৰা 'মৈমনচিঙীয়া মিয়া'ৰ চিনাকি ফলিখন আঁতৰ নহয়। আমি সদায় কিয় মৈমনচিঙীয়া, কিয় 'মানুহ' নহয়? আমাৰ মানুহবোৰে কিয় বিনা প্ৰতিবাদে সকলো মানি লয়? ·

'মৈমনচিঙীয়া মিয়া'ৰ এই সমাজখনৰ প্ৰতি কেতেকীৰ খং উঠে, এই সমগ্ৰ জীৱনৰ শ্ৰম বেচি কেৱল ভাত কাপোৰে জীয়াই থাকিবৰ কাৰণে প্ৰাণান্ত সংগ্ৰাম কৰি যোৱা মানুহবোৰৰ প্ৰতি তাইৰ দুখ হয়। কিন্তু তাই সিহঁতক ঘৃণা কৰিব নোৱাৰে। এই ক্ৰোধ, এই দুখক, এই ভাষাহীন বেদনাক তাই কবিতাত ৰূপ দিবৰ চেষ্টা কৰে। মাত্ৰ মেট্ৰিক পৰীক্ষা উত্তীৰ্ণ হোৱা এজনী সৰু ছোৱালী তাই। সকলো কথা তাই নুবুজে, কিন্তু তাই উপলব্ধি কৰে, মনৰ দুখত কান্দিবৰ কাৰণে ভাষাৰ দৰকাৰ নাই। মোৰ সমাজখনৰ কথা মই ক'ম, চিয়ঁৰি চিয়ঁৰি ক'ম। অসমৰ মানুহক ক'ম, ভাৰতৰ মানুহক ক'ম, পৃথিৱীৰ মানুহক ক'ম।

কেতেকীৰ অনুভূতিপ্ৰৱণ মনৰ এই গোপন অভিলাসৰ কথা বাবৰ, ৰাণী, মোবাৰক কোনোৱে ক'ব নোৱাৰে। লগৰ দুই চাৰিজনী ছোৱালীয়ে ইমানকে জানে যে কেতেকীয়ে কিবা কবিতা লেখে। কিন্তু কি লেখে সিহঁতে ক'ব নোৱাৰে, তায়ো তাইৰ কবিতা কাকো নেদেখুৱায়।

## আঠচল্লিশ

জেহিৰ নামৰ যিটো ডেকাল'ৰাই একেৰাহে দুবছৰ বাবৰৰ ঘৰত খেতি কৰিছিল, তৃতীয় বছৰ হঠাৎ সি বাবৰৰ ঘৰৰপৰা গুচি গ'ল আৰু কামৰাণৰ ঘৰত খেতি কৰিবলৈ সোমালগৈ।

জেহিৰ ল'ৰাটো হৃষ্টপুষ্ট স্বাস্থ্যবান আৰু সামান্যভাৱে শিক্ষিতো। সি হেনো আগতেও অসমৰ ক'ৰবাত অছিল। আৰু মাজতে এবাৰ বাহিৰ কৰি পঠিয়াইছিল যদিও আকৌ ঘুৰি আহিল, আৰু কিবাকৈ কাৰোবাৰ সহায়ত ভোটাৰ লিষ্টত নাম লেখাই লৈছিল। সেইবাবে দ্বিতীয়বাৰ খেদা খোৱাৰ বৰ ভয় নাছিল।

এবছৰ জেহিৰে মাষ্টৰনীৰ মাটিত খেতি কৰিলে। পৰশুৰ লগত ভাল নেপাই পাছৰ বছৰ বাবৰৰ লগলৈ গুচি আহিল। তাৰ নিচিনা কৰ্মঠ পাকৈত খেতিয়ক ডেকা এটা পাই বাবৰে ভাল পালে। আৰু দুটা হালোৱাৰ লগতে জেহিৰ বাবৰৰ বাৰীৰ ভিতৰতে সজাই দিয়া বহা ঘৰটোতে থাকিবলৈ ল'লে।

বাবৰে খেতিৰ কাৰণে সম্পূৰ্ণ আনৰ ওপৰতে নিৰ্ভৰ নকৰে, সিও সমানে পথাৰত কাম কৰে। কিন্তু বয়স হৈছে। কিছু জিৰণিও লাগে, আৰু খেতিপথাৰত কিছু চকু দিবও লাগে।

ৰাণীয়ে হালোৱা-পথকৰাৰ খোৱা-লোৱাৰ খবৰ ৰাখে যদিও সিহঁতৰ লগত এটা ব্যৱধান ৰাখি চলে, আৰু মুছলিমাই সিহঁতবোৰৰ ভাত-চাহৰ দিহা কৰে। তাইৰ বিশেষ কোনো বাধা সংকোচ নাই। জেহিৰৰ লগত হলিগলি নকৰিলেও, মুছলিমাই তাৰ লগত মুকলিকৈয়ে ধকৰা-পকৰা কথা-বতৰা পাতে, ইটো সিটোৰ বিষয়ে

আলোচনা কৰে। সেইবুলি জেহিৰ আৰু মুছলিমাৰ মাজত কোনো অবাঞ্ছনীয় আত্মীয়তা গঢ়ি উঠা নাছিল। আৰু তেনে কিবা যে নহয় সেই বিষয়ে বাবৰ নিশ্চিত আছিল।

কিন্তু হঠাৎ এদিন জেহিৰে বাবৰক জনালে যে সি আৰু তাৰ ঘৰত খেতি নকৰে। সি কামৰূপৰ ঘৰলৈ যাব, আৰু তাতে থাকি খেতি কৰিব।

বাবৰে বেযা পালেও তাক বাধা নিদিলে।

ৰাণীয়ে মুছলিমাক সুধিছিল সি তেনেকৈ কিয় গুচি গ'ল তাই কিবা জানেনেকি?

মুছলিমাই ক'লে, "মই একো নেজানো। আজি কিছুদিনৰপৰা কামৰূপৰ ঘৰৰ ফালে অহা-যোৱা কৰাৰ কথা গম পাওঁ, পিছে কেলেই অহাযোৱা কৰিছিল নেজানো।"

"তোৰ লগত কিবা লাগিছিলনেকি?"

"এনেই মোক কেতিয়াবা জোকায়। পিছে ডেকা ল'ৰা, বয়সতো মোতকৈ সৰু। মই বৰ ধৰা নাছিলোঁ। কিন্তু কেতেকী গুৱাহাটীৰপৰা অহাৰ পাছৰপৰা সি তাইৰ এচৰ চাপিবৰ চেলু বিচাৰি ফুৰা যেন লাগিছিল। মই কেতেকীকো কৈছিলোঁ যে ঘৰৰ হালোৱা কাম্লাক বেছি আঁসে দিয়া ভাল নহয়। পিছে কেতেকীয়ে মোক ক'লে, 'উকিল হাকিমতকৈ খেতিয়কক মই বেছি মান কৰোঁ। খেতিয়ক হোৱাটো কোনো লাজৰ কথা নহয়।'

"তাই কলেজত পঢ়া ছোৱালী, মইনো কি ক'ম? পিছে আজি কেইদিনমানৰ আগতে ভালেমান ৰাতি সি কেতেকীৰ কোঠালিৰ বাহিৰত থিয় হৈ থকা দেখি পাছদিনা মই তাক অলপ চিয়ঁৰিলো, তাতে লাজ পাই যদি গৈছেগৈ মই নেজানো।"

"গ'ল ভালেই হ'ল। এইবোৰ কথা ক'তো নুলিয়াবি।" ৰাণীয়ে ক'লে।

চীনা আক্ৰমণৰ সময়ত আকৌ পূৱ পাকিস্তানী খেদাৰ এটা

হৈ চৈ লাগিছিল। এইবাৰ বাবৰৰ বিশেষ অসুবিধা নহ'ল, যদিও, কামৰাণৰ ঘৰত কাম কৰি থকা কেইবাটাও পূব পাকিস্তানৰ মানুহক ধৰি বহিষ্কাৰ কৰিলে। সিহঁতৰ পাছপ'ৰ্ট বা অন্য কোনো দলিল নাছিল, গতিকে কামৰাণে সিহঁতক ৰাখিব নোৱাৰিলে। প্ৰকৃততে নিজে বিপদত পৰাৰ ভয়ত, সি কাকো ৰক্ষা কৰাৰ চেষ্টাও নকৰিলে। এনেদৰে মানুহবোৰক খটুৱাই মেলি লৈ পাছত সিহঁতক কোনোৱে একো কৰিব নোৱাৰে বুলি দিয়া আশ্বাস মিছা প্ৰমাণ হোৱাত, মানুহবোৰ কামৰাণৰ প্ৰতি বৰ বিতুষ্ট হ'ল, কিন্তু আকৌ যেনেতেনে অসমলৈ ঘুৰি আহিব পাৰিবই বুলি নিজক আশ্বস্ত কৰি বহু মানুহ অসম এৰি পলাল।

ইয়াৰ ভিতৰতে দুটা ঘটনা ঘটিছিল।

কেইটামান মানুহৰ লগত এদিন আহি অপ্ৰত্যাশিতভাৱে মৰীয়ম বাবৰৰ ঘৰ ওলালহি।

মৰীয়মক দেখি বাবৰৰ দুখ লাগিল। তাই বহুত খীণাইছে, চুলিবোৰো বহুত পকিছে। তাই আৰু আগৰ মৰীয়ম হৈ থকা নাই। তাই যে বহুদিন নানা কষ্ট আৰু অভাৱ অনাটনৰ মাজেদি কটাই আহিছে, তাৰ কাৰণ চকুৰে মুখে লুকুৱাব নোৱৰাকৈ জিলিকি আছে। তাইৰ দাঁতো সৰিছে দুই তিনিটামান। প্ৰথম দেখাত তাইক এজনী বুঢ়ী মানুহ যেনেই লাগে।

"তই কেনেকৈ আহিলি মৰীয়ম ?"

"অন্যৰ লগতে আহিছো। চৰ্দাৰৰ চিপাহীক পইচা দিলে আহিবলৈ দিয়ে,. পিছে মই অইনৰ লগতে এনেয়ে আহিলোঁ, বোলোঁ মৰাৰ আগতে তহঁতক এবাৰ চাই যাওঁ। গাঁওভূঁইবোৰ, চা-চিনাকি মানুহবোৰকো চাই মেলি যাওঁ—"

"দেশলৈ যোৱা কাৰোবাৰ কাৰোবাৰ হাতত মই তোলৈ টকা পঠিয়াইছিলোঁ, তই পাইছিলিনে বাৰু ?"

"নেপালেলো ক'ব কি খাই অতদিন জীয়াই থাকিলোঁ ?"

চীনা আক্ৰমণৰ সময়ত পাকিস্তানী খেদাবলৈ জোৱা দেখি মৰীয়মে বাৰবৰ কৈছিল, "তোৰ দিগদাৰী হ'ব পাৰে, মইও যাওঁগৈ—"

এইবাৰ কিন্তু বাণীইঁতে ক'লে, "তই আৰু ঘুৰি যাব নেলাগে। তই থাকিলে আমাৰ একো বিপদ নহয়। আগে পাকিস্তানী মানুহ চোৰাংকৈ ৰাখিছোঁ বুলি কামৰাণে সদায় পুলিছক লগাই আমাক এনেয়ে জুলুম কৰাইছিল। এইবাৰ সি নিজেই ধৰা পৰিছে। সি অৱশ্যে আজিকালি বৰ অসুখীয়া হ'ল। নিজে আজিকালি একো কৰিব নোৱৰা হ'ল। তথাপি তাৰ ঘৰত পাকিস্তানী ৰখাৰ কথা আমিহে পুলিছক লগালোঁ বুলি এতিয়াও সি বাইজক কৈছে।"

দ্বিতীয় ঘটনাটোৱে অঞ্চলটোত কিছু উত্তপ্ততা সৃষ্টি নকৰি নেথাকিল।

এবছৰ খেতি কৰাৰ পাছত, কামৰাণৰ বিয়া দিবলৈ থকা ছোৱালীজনীক জেহিৰে পলুৱাই লৈ গ'ল। কোনো কোনোৱে ক'লে যে যিহেতু কামৰাণৰ অৱস্থা দিনক্দিনে বেয়া হৈ আহিছে, ইখনৰ পাছত সিখন মোকৰ্দমাত লাগি মাটিবাৰী বহুত নিয়ালে, গতিকে কামৰাণেই বুদ্ধি কৰি ছোৱালীজনীক জেহিৰৰ লগত পলুৱাই পঠিয়ালে, আন কোনো কোনোৱে ক'লে, কামৰাণৰ সেই ছোৱালীজনী অঘাইটং আছিল, জেহিৰৰ লগত পলাই গ'ল, ভালেই হ'ল। নহ'লে তাতকৈ বেয়া আন কাৰোবাৰ লগত পলাই গ'লহেঁতেন।

কামৰাণে কিন্তু কাবোবাক কাবোবাক ক'লে, "সকলো বাবৰৰ কাম। সিয়ে পুলিছক লগাই দি মোৰ ঘৰত কাম কৰা পাকিস্তানী মানুহবোৰ বাহিৰ কৰাই পঠিয়ালে। আৰু বাবৰেই তাৰ ঘৰত কাম কৰি থকা জেহিৰ নামৰ মানুহটোক মোৰ ঘৰত কাম কৰিবলৈ পঠিয়াই দি বুদ্ধি কৰি মোৰ ছোৱালীজনীক পলুৱাই নিয়ালে। মই যদি কামৰাণ হওঁ, মই ইয়াৰ প্ৰতিশোধ ল'ম।"

কোনো কোনোৱে তাৰ কথা বিশ্বাস কৰিলে, কোনো কোনোৱে নকৰিলে।

কামৰাণ প্ৰায় শয্যাগত। পেষ্ট্ৰিকত ভুগিছে, কফৰোগো আছে, তদুপৰি অঞ্চলটোৰ প্ৰায় সকলোৰে লগত নানা দন-কাজিয়া কৰি, মোকৰ্দমা লগাই, নিজেই প্ৰায় এঘৰীয়া হৈ পৰিছিল। এসময়ত বাবৰৰ জীয়েক কেতেকীক বিয়া কৰিবলৈ বলিয়া হোৱা পুতেকটোৱে নৈৰ সিপাৰৰ কছাৰী গাঁৱৰ এজনী বিধৱা তিৰোতাক ধৰি আনি ক'ৰবাত নিৰুদ্দেশ হ'ল। তাৰ ওপৰত ৱাৰেণ্ট আছে, গতিকে সোনকালে ঘূৰি অহাৰ আশা কম।

ৰাণীক বিয়া কৰোৱাত বিফল হৈ কামৰাণে মুছলিমাক নিকাহ কৰাৰ চেষ্টা চলাইছিল। মুছলিমাই তাক প্ৰত্যাখ্যান কৰিলে। ইয়াৰ বাবেও কামৰাণে বাবৰকে দায়ী কৰি তাৰ ওপৰত প্ৰতিশোধ লোৱাৰ চিন্তা ভালেমান দিনৰপৰা কৰি আছিল। যেতিয়া মৰীয়ম আৰু মুছলিমা—দুজনী তিৰোতা বাবৰৰ ঘৰত থকাৰ খবৰটো কমেৰাণে পালে তেতিয়া পুলিছত জনোৱাত পলম নকৰিলে। কিন্তু সেই সময়ত থকা থানাৰ ভাৰপ্ৰাপ্ত দাৰোগা বসন্ত ফুকনক সহজে পতিয়ন নিয়াব নোৱাৰিলে। বাবৰৰ ঘৰলৈ তেওঁ নিজে গৈ সন্ধেদ ল'লে। কোনো কথা লুলুকুৱাই বাবৰে মৰীয়ম আৰু মুছলিমাৰ সকলো কথা ফুকনক ক'লে।

ফুকনে ক'লে, "আমাৰ দেশত হেজাৰ হেজাৰ চোৰ ডকাইত, গুণ্ডা বদমাইছ আছে। তোমালোকৰ নিচিনা দুজনী অসহায় তিৰোতাই দেশখন বেচি খাব নোৱাৰা। আৰু আমিতো সকলোৰে ওপৰত চকু ৰাখিছোঁ।"

বসন্ত ফুকনে বাবৰৰ লগত ঘৰুৱা কথা পাতিলে। কেতেকীয়ে কি কৰি আছে আৰু পৰীক্ষা পাছ কৰি কি কৰাৰ কথা ভাবিছে ভু ল'লে। আৰু বাবৰক আশ্বাস দি, চাহ-তামোল খাই বিদায় ল'লে। ক'লে, "আইন মানুহক ৰক্ষা কৰিবৰ কাৰণেহে আছে আৰু আমিও আছোঁ আইনক ৰক্ষা কৰিবৰ কাৰণেহে। জানিশুনি কোনো আইন বিৰোধী কাম নকৰালৈকে আইন কাৰো বিৰুদ্ধে নেযায়।"

মুছলিমা আৰু মৰীয়মক ধৰি বহিষ্কাৰ নকৰাৰ কাৰণে কামৰাপে বৰ লাজ পালে আৰু প্ৰচাৰ কৰিলে যে বসন্ত ফুকন এটা মস্ত ঘোচখোৰ আৰু বাবৰৰ পৰা শকত ঘোচ খাই মানুহ দুজনীক এৰি দিলে। মৰীয়ম আৰু মুছলিমা আৰু বাবৰৰ মাজত অবাঞ্ছনীয় সম্পৰ্ক থকাৰ কথা সি বহুত দিনৰ পৰাই উলিয়াই আছিল, কিন্তু বাবৰৰ সম্পৰ্কে ৰাইজে জানে কাৰণেই কামৰাপৰ কথাত কেনোৱে গুৰুত্ব নিদিলে।

বাবৰৰ ঘৰকেটা কেইবাবছৰো আগতে সজোৱা। কাঠৰ খুঁটা যদিও বেৰ বাঁহৰ আৰু চাল খেৰৰ। আজি কিছুদিনৰপৰা পকা মজিয়াৰ টিনৰ চালিৰ এটা আটোমটোকাৰি, কিছু ডাঙৰ ঘৰ সজাৰ কথা বাবৰে চিন্তা কৰি আছে। কিন্তু এতিয়াও সকলো সা-সৰঞ্জামৰ যোগাৰ কৰি উঠিব নোৱাৰাৰ কাৰণে ঘৰ সজোৱাৰ কাম আৰম্ভ কৰা নাই। কেতেকীলৈও টকা প্ৰতি মাহতে পঠাব লাগে। ধান মৰাপাট বেচাৰ বাহিৰে টকা অহাৰ অন্য বাট নাই। খৰচো আগতকৈ বাঢ়িছে, বস্তুৰ দামো বাঢ়িছে।

নতুন ঘৰ সজা কথাটোত বাবৰহঁতে সিমান গুৰুত্ব দিয়া নাছিল। কিন্তু মৰীয়মে জোৰ কৰিছিল: জীয়েৰে বি এ, এম এ পঢ়িছে। হাকিম মুন্সিফ দৰা আহিব। এনেকুৱা ঘৰত ক'ত বহুৱাবি, ক'ত খুৱাবি, ক'ত আলহীক শুৱাবি? তই কিবা পমুৱানে, সদায় বহা ঘৰত থাকিবলৈ? পকা ঘৰ সজা তেহে শুৱাব।

কওঁতে কওঁতে বাবৰেও উপলব্ধি কৰিলে যে ভাল ঘৰ এটা সজোৱাটো এটা দৰকাৰী কথা। সি নগৰৰ মোক্তাৰ উকীলৰ ঘৰটোৰ নিচিনাই ঘৰ এটা সজোৱাৰ কথা মনে মনে চিন্তা কৰিলে। আগফালে বহল বাৰাণ্ডা, বহা কোঠা, তিনিটা শোৱা কোঠা, বাথৰুম, ষ্টʼৰ ৰুম, ভাত খোৱা কোঠা, আৰু কিছু আঁতৰত ৰান্ধনী ঘৰ। এইবাৰ খেতিৰ পৰা উঠি ঘৰ সজোৱাৰ কামত ধৰিব লাগিব। বাৰিষা একো কৰিব নোৱাৰি।

## ঊনপঞ্চাশ

মোবাৰক মাষ্টৰৰ ছোৱালীজনীৰ বিয়াৰ কথা-বতৰা চলিছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ ইছলামপুৰ গাঁৱৰ দিদাৰ মৌলবীৰ ডাঙৰ ল'ৰা ফৰহাদ আলিৰ লগত। দিদাৰ মৌলবীয়ে অসমীয়া ছোৱালী বিয়া কৰাইছিল। ফৰহাদ আলিয়ে ডাক্তৰী পাছ কৰি আহিছে। চৰকাৰী কাম বিচাৰিছে, নেপালে লক্ষীমপুৰ টাউন বা নাৰায়ণপুৰত নিজাকৈ ফাৰ্মেছী ক্লিনিক খুলি ব্যৱসায় কৰাৰ ইচ্ছা। বাপেকৰ টকা আছে।

মোবাৰক মাষ্টৰৰ ছোৱালীজনীয়ে নগাঁও কলেজত পঢ়িছে। স্থানীয় দুই এটা ল'ৰায়ো তাইক বিয়া কৰাবলৈ মন নেমেলা নহয়। কিন্তু ছবিক গাঁওবুঢ়াৰ লগত দিদাৰ মৌলবীৰ বন্ধুত্ব আছিল। সেই আপাহতে এই নতুন সম্বন্ধ পতাৰ ইচ্ছা দিদাৰ মৌলবীয়ে প্ৰকাশ কৰিছে। মোবাৰকহঁতে আজিকৈকে ল'ৰাটোক দেখা নাই, দিদাৰ মৌলবীৰ ঘৰবাৰীও দেখা নাই। এবাৰ চাই মেলি অহাটো ভাল হ'ব।

সিদ্ধান্ত হ'ল যে মোবাৰক নিজে যাব, আৰু ৰাণীও লগত যাব। আৰু ৰাণীৰ ল'ৰাটো চোৱাচিতা কৰিবৰ কাৰণে মৰীয়মকো লগত লৈ যাব। মৰীয়ম ৰাণীতকৈ টেঙৰ মানুহ, আৰু বাহিৰে বাহিৰে আৰ তাৰ পৰা দিদাৰ মৌলবীৰ ঘৰ আৰু ডাক্তৰ ফৰহাদ আলিৰ বিষয়ে সকলো কথাৰ ভু লৈ আহিব পাৰিব।

বাবৰে শিলঘাটলৈকে গৈ ফেৰীৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ, পুনৰ বাছেৰে ইছলামপুৰলৈ আহিব। দুই এদিন তেজপুৰ, লক্ষীমপুৰতো থাকি ফুৰি আহিব। বহুত দিন মোবাৰক মাষ্টৰ দূৰণিত ফুৰিব-মেলিবলৈ যোৱা নাই। এই ছেগতে যাব।

দিয়াৰ মৌলবীক আগতীয়াকৈ খবৰ দি ফাগুনৰ আগ পৰতে মোবাৰক বাণী মৰীয়মহঁত ইছলামপুৰলৈ বুলি যাত্ৰা কৰিলে। মিস্তিৰৰ ঘৰলৈ ভালেমান বস্তু বাহানিও টোপোলা বান্ধি ল'লে। ছৰিফ গাঁওবুঢ়া নামযহ থকা মানুহ আছিল, মোবাৰক মাষ্টৰো জনাজাত মানুহ আৰু বাণীক বৰকৈ চিনি নেপালেও বাবৰৰ কথা বহুতে শুনিছে।

এসপ্তাহৰ ভিতৰতে মোবাৰকহঁত ঘূৰি আহিব।

মুছলিমাই ঘৰখন ৰাখিব আৰু বাবৰৰ খোৱা-মেলাৰ দিহা কৰিব। খেতিৰপৰা উঠাৰ কাৰণে খীৰতী গাই দুজনীৰ বাহিৰে অন্য বলধ আৰু গাইবোৰ ৰখীয়াক দিছে। এতিয়া উদং কালি। গতিকে অসুবিধা একো নাই। খৰি খেৰৰ দিহা কৰি থৈ বাবৰৰ ঘৰত কাম কৰা মানুহকেইটা নিজ নিজ আধাল পৰিয়ালৰ খবৰ খাতি কৰিবলৈ গৈছে।

ৰাণীয়ে কৈ গৈছে আৰু বাবৰেও ঠিক কৰিছে যে এই আজৰি সময়খিনিতে সি ইটা ছিমেণ্ট আদি কিছুৰ যোগাৰ কৰি লৈ নতুন ঘৰটো সজাৰ কাম আৰম্ভ কৰিব। তাৰ হাতত কিছু টকা আছে। ক'ৰবাত ক'ৰবাত মাটি ওলাইছে আৰু কিনিবৰ কাৰণে তালৈ খবৰো পঠিয়াইছে, কিন্তু সি বৰ্তমানত মাটি নিকিনি ঘৰটো সজাৰ কথাহে ভাবিছে। অকলশৰীয়া মানুহ—ল'ৰাটো মাজে মাজে ৰখাৰলৈ যাবপৰা হৈছে যদিও, বাবৰৰ তাক তেনেকৈ খেতিত লগাবৰ ইচ্ছা নাই। কেতেকীয়ে পঢ়িছে, তাকো সি পঢ়াব।

নৈ-পৰীয়া গাঁৱৰ ফাগুন মাহৰ এটা সুকীয়া মাদকতা আছে। পথাৰবোৰ উকা হৈ পৰিছে। ধানৰ নৰাবোৰ মৰাইছে। যিবোৰ আহুতলিত হালবাই খোৱা হৈছে, সেইবোৰতো পৰি থকা ধানৰ গজালি ওলাইছে, আৰু বন গজিছে—জলি চপৰাৰ তলৰপৰা।

ৰাতিহঁজাকে দিনত কিছু জাৰ লগায়, কিন্তু ৰাতি ৰাতিহঁজাক অলপ উপত হয়, জাৰ নেলাগে, গৰমো নেলাগে। এটা সোৱাদলগা উষ্ণতাই দেহ মন শাঁত কৰে।

ঝাণীহঁত নথকাৰ কাৰণে বাবৰৰ আৰু উকণ্ঠা যেন লাগিছিল। সন্ধিয়া মগৰিবৰ নামাজ পঢ়ি উঠি পাটি এটা পাৰি বাবৰৰ চোতালতে বহি আছিল—কুমুদৰ লগত কিবাকিবি কথাৰ আলোচনা কৰি। চীনাই আমাৰ দেশ 'আক্ৰমণ কৰাৰ সময়ত কিছুমান কমিউনিষ্টক আটক কৰি ৰখা হৈছিল, কুমুদকো নিছিল। পাছত অৱশ্যে এৰি দিলে, তাৰ কোনো দোষ নাছিল। কিন্তু কমিউনিষ্ট চীনে ভাৰত লবলৈ আহিলে কিজানিবা ভাৰতীয় কমিউনিষ্টে আক্ৰমণকাৰীকহে সহায় কৰে, তেনে সন্দেহতে কিছুমান কমিউনিষ্টক আটক কৰি ৰখা হৈছিল।

মুছলিমাই দুয়োকো চোতালতে চাহ জলপান দি, তামোলপাণ দি, বাবৰৰ হুকা জ্বলাই দি ৰান্ধনীশালত সোমাল। কুমুদক ভাত খাই যাবলৈ কৈছিল, কিন্তু তাৰ কাম আছে, সি বেছিপৰ থাকিব নোৱাৰে, সোনকালে যাব।

কুমুদে বাবৰক এটা খবৰ দিলে—যিটোৰ বিষয়ে বাবৰে অলপ অচৰপ শুনিছিল যদিও, ভালকৈ বুজা নাছিল।

কুমুদে ক'লে, "বাবৰ কাইতি, তুমি কিজানি নেজানা—কেতেকীয়ে আজিকালি ধুনীয়া বিপ্লৱী কবিতা লেখে, তাইৰ কবিতা আলোচনীত প্ৰকাশো হৈছে। তাই চহৰত থাকিও, আমাৰ বিষয়ে, গাঁৱৰ মানুহৰ দুখ দুদশাৰ বিষয়ে কবিতা লিখিছে।"

"মই সেইবোৰনো কি বুজি পাওঁ? লেখাপঢ়া নজনা মানুহ। তাই অলপমান লেখাপঢ়া কৰিছে। সেইবোৰ লেখামেলা শিকিছে। তইঁতে যদি ভাল পাইছ, ভাল কথা।"

"তাই যে আমাৰ গাঁৱৰে ছোৱালী বহুতে ক'ব নোৱাৰে। তাইৰ কবিতা পঢ়ি ভাবিছে তাই গুৱাহাটীত থাকি কলেজত পঢ়া ছোৱালী নগৰীয়া ধনী মানুহৰ নগৰীয়া ছোৱালী। তাই কি লেখিছে জানা—

মোৰ কবিতাত মাটিৰ গোন্ধ।
মোৰ মাটিত ঘামৰ গোন্ধ,

মোৰ পিতাৰ কপালৰ ঘামৰ গোন্ধ।
মোৰ পিতাৰ কপালৰ ঘামত
জীৱন-জ্বলা বেদনাৰ ধোঁৱাৰ গোন্ধ।
মোৰ বেদনাত হেজাৰ নিৰ্য্যাতিতৰ
কলিজা পুৰি হোৱা ছাইৰ গোন্ধ।
হেজাৰ গাভৰুৰ ওঁঠৰ হাঁহিৰ মৰিশালীত যি
কেহেৰাজ গজে,
সেই কেহেৰাজৰ ৰস চেপি কৰা
ক'লা চিয়াহীৰে লেখা মোৰ
এই কবিতা।
মই মাটিৰ সন্তান।
মই অনাহাৰী কৃষকৰ সন্তান।
মোৰ কবিতা চ'তৰ খৰে
বুকু চিৰাচিৰকৈ ফলা
তৃষ্ণাতুৰ মাটিৰ কবিতা।"

কুমুদে ক'লে, "এনেকুৱা কবিতা কৃষকৰ সন্তানেহে লেখিব পাৰে। মোৰ মুখস্থ হৈ গৈছে।"

বাবৰে শুনি গ'ল। একো নক'লে।

এসময়ত সি সুৰ ধৰি ছহীদে কাৰবালা পঢ়িছিল, "আমীৰ হামজা", "জঙ্গ নামা" পঢ়িছিল, এনেকুৱা কবিতা সি পঢ়া নাছিল, শুনাও নাছিল। দুনীয়াদাৰীত লাগি আজিকালি সি কিতাপ পঢ়িবলৈ, বাউল গাবলৈ সময়কে উলিয়াব নোৱাৰে। তাৰ মাতটো বৰ মিঠা আছিল। সি চোতালত কঠ-পাটি পাৰি, কেৰাচিনৰ টিপ চাকিৰ কাষত লেপেটি কাঢ়ি বহিলৈ ছহীদে কাৰবালা, চিৰীন ফৰহাদ পঢ়া শুনিবলৈ ছবিক গাঁওবুঢ়াৰ চোতালত মতা-মাইকী মানুহ জমা হৈছিল। গাঁওবুঢ়াৰ ঘৰৰ জীয়াৰীহঁতে বেৰৰ সিপাৰপৰা কাণসৰালি মাৰি শুনিছিল।

আজি কত দিন যে সি একো পঢ়া নাই, একো গোৱা নাই। পুৰণি সেই তেনেকুৱা কিতাপ ছুটামান এতিয়াও আছে, কাপোৰেৰে মেৰিয়াই বান্ধি, চাঙত তুলি থোৱা আছে। এদিনো মেলি চাবৰ আজৰি হোৱা নাই।

কুমুদে ক'লে, "আমাৰ গাঁৱৰ ল'ৰা ছোৱালীবিলাকে কথাটো আলোচনা কৰিছে। এইবেলি ফাইনেল পৰীক্ষা দি কেতেকী যেতিয়া ঘৰলৈ আহিব, তেতিয়া আমি কেতেকীক অভিনন্দন জনাবলৈ এখন সভা পাতিম। কেতেকীক আৰু ভাল ভাল কবিতা লেখিবলৈ ক'ম—আমাৰ গাঁওবোৰৰ কথা, আমাৰ মানুহবোৰৰ দুখ-দুৰ্দশাৰ কথা তাই যিমান জানে বুজে, মানে নেজানে, নুবুজে।"

"সেইবোৰ কৰিবলৈ হাক দিবি। গাঁৱৰ ছোৱালী গাঁৱলৈ আহিব, কি আদৰিব লাগে। সকলোৱে দোৱা কৰিব, আশীৰ্বাদ কৰিব—সেয়ে ভাল।" বাবৰে ক'লে।

"অভিনন্দনো কি? এক প্ৰকাৰৰ দোৱাযেই, আশীৰ্বাদেই।"

মুছলিমাকো মাত লগাই যেতিয়া কুমুদ গ'লগৈ, তেতিয়া ৰাতি কিছু হৈছিল। চউদিশ নিজম পৰিছিল।

মুছলিমাই আহি সুধিলে, "ভাত বাঢ়িম নে ঈছাৰ নামাজ পঢ়ি ল'বা?"

"নামাজ পঢ়ি আজৰি হৈ লওঁ, তাৰ পাছত ভাত খাম—" কৈ বাবৰ নামাজ পঢ়িবৰ কাৰণে উঠি গ'ল।

নামাজৰ শেষত সি সৰলভাৱে হাত দাঙি মুনাজাত কৰিলে, "হে আল্লা, মই গুণাহগাৰ বান্দা, খোজে খোজে গুণাহ কৰিছোঁ, পাপ কৰিছোঁ। মোৰ গুণাহৰ কাৰণে যেন মোৰ ল'ৰা-ছোৱালীয়ে কষ্ট ভোগ কৰিব লগীয়া নহয়। সিহঁতক তুমি মানুহ কৰা আল্লা। মোক তুমি ধন-দৌলত বহুত দিছা। তোমাৰ শুকৰিয়া আদায় কৰি শেষ কৰিব নোৱাৰোঁ, মোক আৰু একো নেলাগে। মোৰ ল'ৰা-ছোৱালী হালক মানুহ কৰা, পৰৱৰদিগাৰ—"

কোমল জোনাক বিয়পি পৰিছে। বিৰবিৰকৈ বতাহজাক বলি আছে। সেই বতাহত নতুনকৈ ওলোৱা কুঁহিপাতৰ শান্ত গোন্ধ।

মুছলিমা আহি বাবৰৰ ওচৰতে পাটিতে বহিলহি।

ৰাতিটোৱে তাইকো কিছু ভাবপ্ৰৱণ কৰি তুলিছে। এনেকুৱা এটা নিবিড় শান্ত ৰাতিয়ে যেন মানুহক সময়ৰ কথা পাহৰাই দিয়ে, বয়সৰ কথা পাহৰাই, দুখ আনন্দ, আশা-কামনাৰ কথা পাহৰাই দিয়ে। মানুহৰ জ্ঞান-শিক্ষা-বিচাৰৰ কথা পাহৰাই দি ৰাতিটোৱে যেন মানুহক এক আদিম প্ৰাকৃতিক মুক্তিৰ মাজলৈ লৈ যায়। ভাব নোহোৱা হয়, থাকে কেৱল এক নাম-নোহোৱা গভীৰ অনুভূতি।

কেনেকুৱা লাগিছে আৰু কিয় তেনেকুৱা লাগিছে মুছলিমাই বুজিব নোৱাৰিলে। তাই যেন চোতালত বননিৰ ওপৰত নাই, জোনাকৰ ওপৰত ওপঙি আছে। তাইৰ যেন পাখি গজিছে, আৰু তাইৰ শৰীৰটো এটা ভাৰহীন বায়ৱী সত্ত্বা হৈ পৰিছে।

মুছলিমাই একো কোৱা নাই।

বাবৰৰো ভাবচিন্তাৰ খেলিমেলি লাগিছে। কোন্‌কৌ—সক, অকণমান ছোৱালীজনী আছিল। চাই থাকোঁতে থাকোঁতেই তাই ডাঙৰ হ'ল। তাই স্কুল পাছ কৰিলে, কলেজ পাছ কৰিব, বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাছ কৰিব। তাই গাভৰু হ'ল। তাই কিবা কবিতা লিখিছে, তাই গাঁৱৰ কথা লিখিছে, আমাৰ মানুহবোৰৰ কথা লিখিছে। তাইক আৰু কোনেও পাকিস্তানী নোবোলে। তাইক গাঁৱৰ ল'ৰা ছোৱালীয়ে অভিনন্দন জনাব, আদৰণি জনায়। আৰুনো কি লাগিছে! মোক নো আৰু কি লাগিছে!

ভালেমান পৰৰ মূৰত বাবৰে কাষতে শুই থকা মুছলিমাৰ ফালে চাই ক'লে, "কথা-বতৰা নাই, কিনো ভাবি আছ?"

"তুমিও দেখোন মতা নাই। অকলে অকলে কথা পাতিব পাৰিনেকি?"

বাবৰে ক'লে, "এবা আজি কিবাকিবি ভাববোৰ মনলৈ আহিছে।"

"মোৰো।"

"তই বাৰু কি ভাবিছ ?"

"মৰীয়ম আহিল নহয়, তাই ইয়াতে তোমালোকৰ লগতে থাকক। মই কেনিবা যাওঁগৈ- বেয়া হ'বনেকি ?"

"মৰীয়ম আহিল বুলি তই যাবিগৈ কেলেই ? ক'লৈ যাবি ?"

"কুমুদহঁতৰ লগলৈ।"

"কি কুমুদহঁতৰ লগলৈ। সিহঁত কমিউনিষ্ট।"

"কমিউনিষ্ট-চমিউনিষ্ট বুজি নেপাওঁ। বুজাৰ দৰকাৰো নাই। তোমালোকৰ ল'ৰা-ছোৱালী আছে। তোমালোক নেথাকিলে তোমালোকৰ পাছত সিহঁত থাকিব। মোৰ কোনো নাই। মোৰ পাছত মোৰ কোনো নেথাকে।"

"ওঁ, পিছে কি কৰিবি ?"

"কি কৰিম আৰু ? তোমালোকে তোমালোকৰ ল'ৰা-ছোৱালীৰ কাৰণে খাটিছা, মেহনত কৰিছা। ময়ো যদি কাৰোবাৰ কাৰণে খাটো, মেহনত কৰো, সিহঁত মোৰ ল'ৰা-ছোৱালীৰ হ'ব। মোৰ পাছত সিহঁতেই মোৰ ঠাইত থাকিব।"

বাবৰে মুছলিমাৰ কথাখিনি বুজিবৰ চেষ্টা কৰিলে। মানুহে জীয়াই থাকিবলৈ বিচাৰে। নিজৰ জীৱন শেষ হ'লে নিজৰ সন্তান-সন্ততিৰ জীৱনৰ মাজেদি জীয়াই থাকিবলৈ বিচাৰে। জীৱনৰ সোঁত এনেকৈয়ে বৈ যায়। বাবৰে মুছলিমাৰ অলপ মূৰটো কোলালৈ তুলি ল'লে। সি তাইৰ মুখলৈ ওচৰৰপৰা চালে। মুছলিমাৰ চকু তেতিয়া দূৰ আকাশৰ কোনোবা এটা তৰাৰ ওপৰত স্থিৰভাৱে নিবদ্ধ!

লাহে লাহে বাবৰে ক'লে, "তয়ো সন্তান বিচাৰ, নহয়, মুছলিমা ? তই গাভৰু হৈয়ে আছ। কুমুদহঁতৰ লগলৈ গ'লে তোৰ সেই অভাৱ পূৰণ হ'ব জানো ?"

"মোৰ জীৱনটো কাৰো কামত নাহিল। যিবোৰ মানুহৰ কাৰণে

একো কাম কোনোৱে নকৰে কুমুদইঁতে সেইবোৰৰ কাৰণে কিবা কৰিব খুজিছে।"

"তোৰ যদি বিয়া পাতি দিওঁ—?" বাবৰে সুধিলে।

দুয়ো হাতেৰে বাবৰৰ মুখখন নিজৰ মুখৰ কাষলৈ চপাই নি, সৰু মাতেৰে মুছলিমাই ক'লে, "মই আকৌ তোমাকহে ভাল পাওঁ।"

বাবৰে একো মাতিব নোৱাৰিলে। সি মনৰ মাজত এটা অকাৰণ যন্ত্ৰণা অনুভৱ কৰিলে। সি যেন কিবা কাৰণত এই ছোৱালীজনীৰ ওচৰত অপৰাধী!

বাবৰে ক'লে, "ৰাণীক মই বিয়া কৰাবলগা হৈছিল। গাওঁবুঢ়াৰ কথা পেলাবৰ উপায় নাছিল। দুখীয়া মানুহৰ ভাল পোৱাৰ একো সাৰ্থকতা নাই। দুখীয়াৰ নিজৰ বুলি একো নেথাকে, ভালপোৱা বেয়া পোৱাও নেথাকে।

আৰু মৰমেৰে বাবৰক গাৰ কাষলৈ টানি লৈ মুছলিমাই ক'লে, "মধ্যে দুখীয়া, বৰ দুখীয়া। মনৰ কথাবোৰ মুখ খুলি ক'বলৈ ভয় লাগে। অইন কথা ক'ব পাৰি, মনৰ কথা ক'ব নোৱাৰি।"

অলপ পৰৰ পাছত বাবৰে ক'লে, "কেতেকীজনী ভালেমান দিন ঘৰলৈ অহা নাই। তাইক এবাৰ চাবৰ মন গৈছে—"

মুছলিমাই ক'লে, "কুমুদইঁতে মোক কৈছিল সিইঁতেযে লাইব্ৰেৰীটো পাতিছে, কাৰোবাৰ হতুৱা সেইটোৰ দুৱাৰ মুকলি কৰাব, মিটিং কৰিব, গধূলিকৈ কিবা থিয়েটাৰ কৰিব। আৰু তালৈ বাজছৱাকৈ কেতেকীক মাতিব। আৰু কেতেকীয়ে লিখা কবিতা পঢ়িবলৈ ক'ব, কপাবৰি অঞ্চলৰ হৈ আদৰণি জনাব। কম কথা হ'বনে?"

"ল'ৰাবোৰে এইবোৰ কি জানো কৰিবলৈ লৈছে। এইবোৰ ভাল নহয়। মই লেখাপঢ়া নজনা মূকখ মানুহ।"

"ভাল কথা নোহোৱা হ'লে কুমুদইঁতে এইবোৰ নকৰিলেহেঁতেন।" মুছলিমাই ক'লে।

## পঞ্চপ্ৰাশ

মাষ্টৰণীৰ টান নৰীয়া।  বচাৰ আশা নাই।

খবৰ পাই বাবৰ পিছদিনা মুছলিমাক ঘৰত থৈ মাষ্টৰণীৰ খবৰ কৰিবলৈ গ'ল।

কিন্তু বাবৰ গৈ মাষ্টৰণীক জীৱিত নেপালেগৈ।  সি গৈ পোৱাৰ কিছু পৰৰ আগতে মাষ্টৰণী ঢুকাল।

ৰাতিয়ে বাইদেউৰ খৰি দিয়াৰ দিহা কৰা হ'ল। ৰাতিটো থাকিলে বাহী-শ হ'ব।  আৰু আপোন পৰিয়াল যি আছিল প্ৰায় সকলো আহিল।  বাবৰ ৰাতিটো তাতে থাকিল।  শ্মশানৰ পৰা ঘুৰি আহোঁতে ৰাতি পুৱাবৰে হ'ল।

সকামৰ কাৰণে পৰশুৰ হাতত অলপ টকা দি, পুৱাৰ বাছেৰে বাবৰ ঘুৰি আহিল। - কিন্তু নিজৰ গাঁৱৰ বাছ ষ্টেচনত নামিয়ে সি এটা বাতৰি পাই মৰ্মাহত হ'ল।  আৰু একপ্ৰকাৰ দৌৰিয়ে নিজৰ পছুলিমুৰ পালেগৈ।

বাবৰৰ চোতালত ভালেমান মানুহ জমা হৈছে।  দুটা কনেষ্টবল আৰু অ' চি বসন্ত ফুকনো তাত উপস্থিত।

বাবৰৰ থকা ঘৰটোৰ এফালতকৈ বেছি পুৰি ছাই হৈ গেছে।  বস্তু বাহানিবোৰ চোতালে বননিয়ে সিঁচৰতি হৈ পৰি আছে।

ভঁড়ালটো টিনৰ চালৰ আছিল। সেইটো লৰিছে।  গোহালি ঘৰটোও টানি আজুৰি খহাই পেলোৱা হৈছে।

প্ৰথমে বাবৰে একো বুজিব নোৱাৰিলে।  নিজৰ চকুকে সি বিশ্বাস কৰিব নোৱাৰিলে।

এইয়া কি হ'ল ? তাৰ ঘৰত কেনেকৈ জুই লাগিল ? কোনে জুই লগালে ? কোনে মুমুৱালে ? ভিতৰৰ বস্তু বাহানিবোৰ কোনে বাহিৰ উলিয়ালে ? কি পুৰিলে, কি ৰাচিল ?···

বাবৰ আহি পালত তাত থকা মানুহখিনিয়ে তাক বেঢ়ি ধৰিলে।

"তই আহিলি ?"

"খবৰ ক'ত পালি ?"

"মাষ্টৰণী কেনেকুৱা আছে ?"

"কপাল ভাল। চিয়ঁৰবাখৰ শুনি গাঁৱৰ মানুহ কেউফালৰপৰা আহিল। নহ'লে কুটা এগছো বচাব নোৱাৰিলেহেঁতেন।"

"ভঁড়ালটো যে আল্লাই বচালে। গাঁওখনত কিমানৰ ভঁড়ালতনো ধান আছে ? আল্লাই যে ভঁড়ালটো আৰু ধানমুঠি বচালে—"

বাবৰৰ চকুপানী বৈ আহিল। সি মানুহবোৰৰ আগতে হুক্‌হুকাই কান্দি দিলে।

বসন্ত ফুকনে সান্ত্বনা দি ক'লে, "বেজাৰ নকৰিবা। ঘৰটোৰো বেছি পুৰিবলৈ নেপালে। ৰাইজে লাগিভাগি মুমুৱালে, তুমি চিন্তা নকৰিবা। কোনো সাৰিব নোৱাৰে, আমি সকলোকে ধৰা পেলাম। ক'ত পলাই সাৰিব ? ভাগ্যে তোমাৰ পুখুৰীটোত পানী আছিল, আৰু এওঁলোক—এই ল'ৰাখিনি আহি ওলালহি।"

বাবৰে দেখিলে হাতে মুখে ছাই জাবৰ লৈ কুমুদ আহুৰক, আৰু সিহঁতৰ লগৰ ছয় সাতটামান ল'ৰা। কিছু পৰৰ মূৰত পোৰা ঘৰটোৰ আগফাল পিছফাল পাক মাৰি চাই বাবৰে কুমুদক সুধিলে, "মুছলিমা ক'ত ? তাই ক'লৈ গ'ল ?"

কুমুদে ক'লে, "বহি আছে। দুখ পাইছে যদিও, বেছি জখম হোৱা নাই। তাইক আমাৰ লাইব্ৰেৰীতে শুৱাই থৈছে।"

লাহে-লাহে মানুহবোৰ গ'ল। কুমুদহঁত থাকিল। ভঁড়ালৰ আগতে কোনোবাই আনি বাবৰক চাহ জলপান দিলে।

জুই কেনেকৈ লাগিবলৈ পালে, কোনে কেনেকৈ হুমুৱালে বাবৰে সুধিলে।

কুমুদে যিখিনি জানে জনালেঃ ৰাতি বাৰ বাজি গৈছিল, কুমুদহঁতে নতুনকৈ গাঁৱতে পাতিবলৈ লোৱা পুথিভঁড়ালটোতে উদ্বোধনী উৎসৱত কৰিবলৈ লোৱা নাটকখনৰ ৰিহাৰ্ছেল কৰি আছিল। কুমুদহঁতে কোৱাৰ কাৰণেই মুছলিমাই ৰিহাৰ্ছেল কৰা ল'ৰা-ছোৱালী কেটাৰ কাৰণে চাহ-পানী কৰিছিল।

ৰিহাৰ্ছেল সামৰিবৰ হৈছিল, হঠাৎ বাবৰৰ ঘৰৰফালে চিঞঁৰ-বাখৰ লাগিল। ল'ৰাছোৱালীখিনি সেইফালে দৌৰ দিলে। এনেতে সিহঁতে জোনাকত দেখিলে কোনোৱা দুটাই মুছলিমাক বাউসীত ধৰি টানি নিছে। কুমুদহঁতে সিহঁতক খেদি গ'ল, মানুহ দুটাৰ লগত সিহঁতৰ টনা-আজোৰাই নহয়, এখন ঘুচিয়াঘুচি খণ্ড-যুদ্ধই লাগিল। কিন্তু ল'ৰা আছিল পাঁচোটা। অৱশেষত মাৰৰ কোবত তিষ্ঠিব নোৱাৰি মুছলিমাক এৰি মানুহকেটা দৌৰি পলাল।

কিন্তু সেই সময়তে ভমক্‌কৰে বাবৰৰ মাড়ল ঘৰত হঠাৎ ডাঙৰকৈ জুই জ্বলি উঠিল।

লগে লগে সকলোৱে 'জুই জুই'কৈ চিঞঁৰি ঘৰটোৰ ফালে আগবাঢ়িল। ইতিমধ্যে গাঁৱৰ মানুহো ভালেমান গোট খালে। কিন্তু ৰাতিৰ কথা, ফাগুন মাহ, কি কৰিব লাগে, কি কৰিব নেলাগে কোনেও নেজানে। কেই মিনিটমানতে ঘৰটো জুয়ে চানি পেলালে।

পিছে জুই বেছি বিয়পিবলৈ নৌপাওঁতেই সকলো লগ লাগি জুই হুমুৱালে। ভিতৰৰ বস্তু বাহানিও ষিমান পাৰে উলিয়ালে। ভঁড়াল আৰু গোহালি ঘৰ ৰক্ষা পৰিল।

কোনোবাই ক'লে, "মুছলিমাজনীক এনেকৈ অকলে ঘৰত থৈ তই যাব নেলাগিছিল। আজি ল'ৰাহঁত আছিল বুলিহে। তাইক ধৰি নিবলৈ বহুতে চান্দি আছিল। ইহঁত নোহোৱা হ'লে তোৰ ঘৰো গ'লহেঁতেন, মুছলিমাও গ'লহেঁতেন।"

বাবৰে ক'লে, "বাইদেউৰ টানৰ খবৰ পাইহে গৈছিলোঁ। ঘুৰি আহিম বুলিয়ে গৈছিলোঁ। পিছে মই গৈ পোৱাৰ আগতে বাইদেউ ঢুকাল। ৰাতিয়ে খৰি দিবলৈ ল'লে। তেতিয়া আৰু মইনো কেনেকৈ শুচি আহোঁ ?"

কোনোবা এটাই ক'লে, "সিপিনে বাইদেউৰ চিতা জুই জ্বলিল, এইপিনে তোমালোকৰ ঘৰ জ্বলিল।"

"ঘৰত কোনে জুই দিলে, মুছলিমাক কোনে ধৰি নিছিল— মানুহবোৰ চিনি নেপালিনে ?"

"এটাক চিনা যেন লাগিল। সি যোৱা বছৰ কামৰাণৰ ঘৰত খেতি কৰিছিল। ইকেটাক আমি চিনিব নোৱাৰিলোঁ। এটা জেহীৰেই হ'ব।"

কোনোবা এটাই ক'লে, "কোনোবাই তহঁত ঘৰত থকা-নথকাৰ আলেখলেখ চাই আছিল। ৰাণীহঁতো নাই, তয়ো তালৈ গ'লি। সেই ছেগতে মুছলিমাকো ধৰি লৈ যাব, আৰু ঘৰবাৰীও জ্বলাই পুৰি শেষ কৰি থৈ যাব—সেইটোৱেই আছিল মতলব। সিহঁতৰ মতলব পুৰা নহ'ল।"

আন এজনে সান্ত্বনা দিলে, "পুৰণি খেৰৰ ঘৰ। জ্বলিল। লোকচান হ'ল যদিও বৰ বেছি লোকচান বুলি নধৰিবি। আল্লাই যে ভঁড়ালৰ ধানমুঠি আৰু গৰু গাইকেটা বচালে তাৰ বাবে আল্লাৰ চুকুৰ আদায় কৰিব লাগে। যোৱা বছৰ বৰবানে সকলোৰে খেতি নষ্ট কৰিলে। কিছুমানৰ এমাহ খাবলৈকো ধানে নুজুৰিলে। এতিয়াই বহুতৰে খাবলৈ নাই। তোৰ ভঁড়ালৰ ধানমুঠি আছে বুলিহে ৰাইজৰ অকণমান ভৰসা। গাঁৱৰ দুখীয়াবোৰৰ কাৰণেহে আল্লাই তোৰ ভঁড়ালটো বচালে।"

গাঁৱৰ কিছু ডেকাবুঢ়া আৰু কুমুদহঁত লাগি জুয়ে পোৰা ঘৰটোৰ চালবোৰ খহাই পেলালে। দুৰণিৰ গাঁৱৰো কিছু মানুহ খবৰ পাই আহিল।

কোনোবাই ক'লে, "জান-মাল সকলো আল্লাৰ হাতত। দুখ কৰিব নেপায়। আল্লাই যে তহঁত প্ৰাণীকেইটাক ভালেৰে ৰাখিলে! আল্লাই তোক শক্তি দিছে। পুৰণি ঘৰটো গ'ল গ'ল। নতুনকৈ ভাল ঘৰ এটা সজাৰ দিহা কৰ। আমি গঞ্জা ৰাইজো লাগি মেলি দিম।"

বাবৰ মুছলিমাক চাবলৈ গ'ল। তাই মজিয়াতে কৰি দিয়া ধান খেৰৰ বিচনাখনৰ ওপৰতে পৰি আছে।

বাবৰ মুছলিমাৰ কাষতে বহিল, আৰু মাতিলে:

"মুছলিমা—"

তাই চকু মেলি চালে।

"কেতিয়া আহিলা? বাইদেউ—?"

"বাইদেউ ঢুকাল। নহ'লে মই ৰাতি নহাকৈ নেথাকোঁ।"

মুছলিমা নিমাত।

"ক'ত দুখ পালি?"

মুছলিমাই মূৰটো আৰু কপালখন দেখুৱাই ক'লে, "ল'ৰাকেটাক সিহঁতে বৰ মৰিয়ালে। মোৰ মূৰে কপালেও কিছু মাৰ পৰিল। তুমি একো খোৱা নাই নহয়?"

"তই কিবা খাইছ জানো?"

"মোক কিবাকিবি খাবলৈ দিছে। খাবৰ মন যোৱা নাই।"

"তই উঠিব পাৰিবিনে? আমি আমাৰ ঘৰলৈকে যাওঁ—"

"পাৰিম উঠিব, গাটোহে বিষাইছে। অলপ ধৰাচোন।"

বাবৰে ধৰি মুছলিমাক বহুৱালে।

"কেনেকৈ যে কি হৈ গ'ল—" তাই ক'ব খুজিলে।

"মই সকলো শুনিছোঁ, পাছতো ক'বি, তই যে ৰক্ষা পৰিলি?"

"কম যুঁজিলোঁনেকি? সিহঁত দুটা, মই এজনী। লঠিয়াই গুৰিয়াই সিহঁতকো শিকাই পঠিয়াইছোঁ। মই ল'ৰাকেটাৰ কাৰণে চাহ কৰি, নিবলৈ কোনোবা আহিছেনে নাই চাবলৈ দুৱাৰমুখলৈ ওলাই

আহিছিলোঁ। সিহঁত লুকাই বৈ আছিল। মোক গৰা মাৰি ধৰি পাণ্ডি লৈ গৈছিল—"

মুছলিমাক বাবৰে ঘৰলৈ লৈ আহিল। তাই নধৰাকৈয়ে আহিব পাৰিলে।

ইতিমধ্যে ভঁড়ালৰ আগডোখৰ অজবোৱা হৈছিল। তাতে তক্তাপোচ পাৰি বিচনা কৰা হ'ল। অ'ত ত'ত সিঁচৰিত হৈ পৰা কাপোৰ কানিবোৰো গোটাই মেলি অনা হ'ল। ৰাণীৰ কাপোৰ কানিৰ বাকচটো পুৰিবলৈ নেপালে, কোনোবাই টানি উলিয়ালে। কিন্তু মুছলিমাৰ কাপোৰ কানি সকলো পুৰিলে। মৰীয়মৰ কাপোৰ লগতে লৈ গৈছিল।

"মই যেনেতেনে গাটো ধুম—" তাই ক'লে, "বৰ ঘিণ ঘিণ লাগিছে।"

বাবৰে ক'লে, "তোৰ কাপোৰ কিজানি চব পুৰিছে। ৰাণীৰ বাকচটো পাৰিলে খোলচোন—এইয়া চাবি ল। তাৰে কিবা এসাজ উলিয়াই পিন্ধ। পাৰিবি নহয়?"

বাবৰৰ কানি কাপোৰো কিছু পুৰিলে, কিছু বাচিল।

কোনোবাই ভাত পানী আনিছিল।

মুছলিমাই গা ধুই উঠি ৰাণীৰ কাপোৰকে পিন্ধিলে।

বাবৰে ক'লে, "মই মৰিশালিৰপৰা বাহিৰে বাহিৰে আহিছোঁ। গা নুধুলে নচলিব। তই ভাত পানী খা—"

বাবৰ গা ধুবলৈ পুখুৰী পাৰলৈ গ'ল।

কুমুদহঁতৰ গোটেই বাতি টোপনি নাছিল। সিহঁতে একো খোৱাও নাছিল। সিহঁতো নিজ নিজ ঘৰলৈ গ'ল।

গাঁৱৰ অন্যান্য মানুহ আহিল। কিন্তু কৰিবলগীয়া বিশেষ একো নাছিল।

সকলোৱে মাত্র এটা কথা জানিবলৈ বিচাৰিলে—এই অপকৰ্ম কোনে কৰালে?

মুছলিমাক ধৰি নিবৰ চেষ্টা কৰাটো বৰ ডাঙৰ কথা নহয়। গাঁৱত মাজে সময়ে সেইবোৰ হৈ থাকে। কিন্তু ঘৰত কোনে জুই লগালে? সেই মানুহকেইটা কোন? নিশ্চয় ইয়াৰ থলুৱা মানুহ নহয়, কোনোবাই লগোৱা ভাড়াটীয়া।

পুলিছে নিশ্চয় ধৰা পেলাব—বাইজে আশ্বাস দিলে।

ঘটনাৰ দুদিনৰ পাছত ৰাণীহঁত ইছলামপুৰৰ পৰা ঘুৰি আহি পালেহি, মোবাৰকো আহিল।

কোনোবাই পৰামৰ্শ দিলে, "আগৰ ভেটিটো নেৰিবা। সেইটো লখিমী ভেটি। ল'ৰা-ছোৱালীকেটা সেই ভেটিতে উপজি ডাঙৰ হৈছে।"

আন কোনোৱে ক'লে, "পোৰা ভেটিত নতুন ঘৰ নেসাজিবা। মাটি আছে, অন্য ফালে সাজা।"

মোবাৰক, ৰাণী, কুমুদ, আছৰফ, মৰীয়ম, মুছলিমা সকলোৰে লগত আলোচনা কৰি অৱশেষত এ.কেখন বাৰীৰে অন্য এটা ফালে নতুন ঘৰটো সজাৰ স্থিৰ হ'ল।

মোবাৰকে কেতেকীলৈ ঘৰপোৰা ঘটনাটোৰ কথা জনাই চিঠি দিলে। কেতেকীয়ে উত্তৰ দিলে, তাইৰ পৰীক্ষালৈ বেছি দিন নাই। পঢ়াত লাগিব লগা হৈছে। তাই এতিয়া ঘৰলৈ নাহে। তাই পৰামৰ্শ দিলে, নতুন ঠাইত সৰু সাধাৰণ ঘৰ এটা সজাৰ ব্যৱস্থা কৰক। খেৰৰ ঘৰত জুই লগাৰ ভয় থাকে, পাৰিলে টিনৰ চালি দিব পাৰিলে ভাল হ'ব।

ৰাণী ল'ৰাটোক লৈ কেইদিনমান ককায়েকৰ ঘৰতে থাকিল। মৰীয়ম আৰু মুছলিমাক লৈ বাৰীৰে নতুন ঘৰটো সাজিবৰ কাৰণে আয়োজন কৰিব ধৰিলে।

## একত্ৰিশ

বি এ'ৰ ফাইনেল পৰীক্ষা দি কেতেকী ঘৰলৈ ঘূৰি আহিল। কেইবামাহো তাই ঘৰলৈ অহা নাছিল। যেয়ে কেতেকীক দেখিলে সেয়ে ক'লে, নগৰত থাকি কেতেকীৰ চেহেৰাপানী সকলো সলনি হৈ আহিছে। তাই ধুনীয়া হৈছে, যদিও তাই ধুনপেচ মৰা নাই, আগৰ নিচিনা চাধা-চিধা হৈয়ে আছে। তাইৰ চকুহাল আগতকৈ যেন বেছি করুণ হৈছে, কিন্তু যেন তাৰ বাবেই বেছি ধুনীয়াহে হৈছে। তাইৰ গাভৰু ছোৱালীৰ চঞ্চলতা নোহোৱা হোৱা নাই, কিন্তু তাইৰ কথা-বতৰাবোৰ ধীৰ আৰু মাৰ্জিত হৈছে।

কেতেকী গাঁওখনৰ, অঞ্চলটোৰ আলোচনাৰ বিষয় হৈ পৰিছে।

কিন্তু যোৱা দুবছৰ একেলেথাৰীয়ে ভয়ংকৰ বানপানী হোৱাৰ কাৰণে প্ৰায়বোৰ মানুহৰে দ মাটিৰ খেতি নষ্ট হ'ল। গাঁৱৰ সৰহভাগ মানুহৰে খাবলৈ নাই। কেইঘৰমান মানুহৰ মাত্ৰ বছৰ জোৰাকৈ খাবলৈ হ'ব পাৰে। বাকীবিলাকে শাক-পাত-বেঙেনা-জলকীয়াৰ খেতি কৰিছে, আৰু তাকে বেচি, আৰু হাঁহ কুকুৰা গৰু ছাগলী বেচি লঘোনৰপৰা ৰক্ষা পৰিবৰ চেষ্টা কৰিছে।

বাবৰে শুনিলে যে কামবাপবো ধান শেষ হ'ল। তাৰ ঘৈণীয়েকৰ চিকিৎসাত খৰচ যথেষ্ট হৈছে। কামবপ নিজেও বেছি ৰকমে অসুস্থ, ঔষধ পথ্যত যথেষ্ট খৰচ কৰিব লাগে, কামবাপৰ পুতেক নিৰুদ্দেশ। জীয়েকক জেহিৰে পলুৱাই নিয়াত বৰ্তমানৰ পৰিস্থিতিত কামবাপে অসন্তোষ কৰা নাই। এতিয়া মুখ কমিলেও বহুত।

বাবৰৰ ভঁড়ালত যি ধান আছে, তাৰপৰা বাৰু পাৰে কিছু কিছু

বেচিছে, কাৰোবাক এসাজ দুসাজ খাবৰ কাৰণে ধান দিছে। কিন্তু ইচ্ছা থাকিলেও কাকো সৰহকৈ দিব নোৱাৰে, কাৰণ এই বছৰ বতৰ আৰু বেয়া হৈছে। বহাগতে বৰষুণ দিছিল, তাৰ পাছত জেঠ, আহাৰ, শাওণত বৰষুণ বৰ কম হৈছে, বিশেষকৈ শাওণৰ প্ৰায় কুৰি দিন বৰষুণ দিয়াই নাই বুলিব লাগে। খৰৰ কাৰণে ৰছুতে মাটি ৰুব পৰা নাই। ভাদত যদি ধাৰাসাৰ বৰষুণ দিবলৈ লয় আৰু তাৰ পাছত যদি আগৰ দুবছৰৰ নিচিনাকৈ বান আহে, তেতিয়া খেতি ভাল হোৱাৰ আশা নাই।

ঠিক সময়ত পথাৰত পানী নোহোৱাৰ কাৰণে, বহুতৰে কঠীয়া কঠীয়াতলিতে শুকাই খেৰ হৈ গৈছে। কাৰো কাৰো কঠীয়া বুঢ়া হৈ গাঁথি ধৰি ৰোৱাৰ অনুপযুক্ত হৈ পৰিছে। সকলো খেতিয়ক দুশ্চিন্তাত পৰিছে। প্ৰায় সকলোৱে কঠীয়া পাৰিলে। আৰু নতুনকৈ পাৰিবলৈ বহুতৰে আৰু ধান নাছিল।

খেতি কৰিবই লাগিব। এবাবপৰা কঠীয়া শুকাই গ'লে বা বানে মাৰিলে আকৌ কঠীয়া পাৰিবই লাগিব। শেহতীয়াকৈ হ'লেও যেনেতেনে গোচ ল'বই লাগিব, মাটি ৰুবই লাগিব।

মানুহবোৰে বহি বহি আলচ কৰিব ধৰিলে—বৰষুণ নিদিলে, এনেকৈ খৰ মাৰি থাকিলে, সিহঁতে কি কৰিব? নামাজ পঢ়ি বিশেষ দোৱা কৰা হৈছে, আকাশত দুই এপাহ ডাৱৰ উৰি ফুৰিছে কিন্তু বৰষুণ দিয়া নাই।

আগেয়ে কেতিয়াবা এনেকুৱা খৰাং বতৰ হয়, কিন্তু একেৰাহে দুই তিনি বছৰ অসময়ৰ খৰ আৰু অসময়ৰ বান আগে কাচিৎহে হৈছিল। কিছু দিনৰপৰা দেশৰ বা-বতৰ কিবা সলনি হৈছে। এনেকৈ হ'লে খেতিয়কবোৰে কি যে কৰিব···

ৰাবৰে ওচৰৰ আৰু দূৰণিৰ খেতি পথাৰবোৰ পাক মাৰি মাৰি চাই আহেগৈ, শুকুৰবাৰে জুমা নামাজৰ পাছত জামাতৰ বাইজে গাঁওখনৰ অৱস্থাৰ বিষয়ে আলচ কৰে। প্ৰায় তিনিকুৰি ঘৰ মানুহৰ ভিতৰত

এতিয়া খাবলৈ আছে মুঠেই ন ধৰৰ। তাৰ ভিতৰতো তিনিঘৰ মানৰহে দিব বিলাবপৰা অৱস্থা। তথাপি জামাতৰ কোনো যাতে লঘোনে থাকিবলগা নহয়, তাৰ বাবে কি ব্যৱস্থা কৰা যাব পাৰে, তাৰ বাবেও আলোচনা কৰা হৈছে। এম এল এ'ক লগ ধৰক, জনাওক, চৰকাৰলৈ, মুখ্যমন্ত্ৰীলৈ বাজহুৱা আবেদন দিয়া যাওক······

শাওণ মাহ শেষ হওঁ হওঁ। বৰষুণ নাই।

পথাৰবোৰ ফাটি ছিৰাছিৰ হৈছে। হালোৱা-পথৰুৱা সকলোৱে আকাশৰ ফালে চাই হাত সাবটি বহি আছে। সকলোৰে মুখত হতাশা আৰু দুশ্চিন্তা।

ভাবী বোৱাৰীয়েকৰ ঘৰবাৰী চাবৰ কাৰণে আহিছে দিদাৰ মৌলবী আৰু তেওঁৰ জীয়েক জোঁৱায়েক। মোবাৰকৰ ঘৰত আলহীৰ ভিৰ।

ন মিতিৰক এসাজ ভালকৈ খুৱাব লাগে। তাৰৈ বাবৰৰ ঘৰৰ সকলোকে মাতিছে। কিন্তু কেতেকীয়ে যাব নোৱাৰোঁ বুলিলে। ৰাণী আৰু মৰীয়ম গ'ল। বাবৰে দিনতে দেখা দি আহিল—ৰাতি আৰু নেযায়—সিবাৰ জুই লগাৰপৰা সাৱধান হ'বলগীয়া হৈছে।

ৰাতি খোৱাবোৱাৰ পাছত ৰাণীহঁত আৰু নাহে। ককায়েকৰ ঘৰতে থাকিব। কৃষ্ণপক্ষৰ ঘিটঘিটীয়া আন্ধাৰ। ৰাতি ইমান দূৰ নাহিলেও চলিব। জোন ওলাব শেহৰাতি।

মোবাৰকৰ ঘৰৰপৰা ঘৰলৈ ঘুৰি আহোঁতে বাবৰে কামৰাণৰ ঘৰত খেতি কৰা কমৰ আলি নামৰ মানুহটোক লগ পাইছিল। তাৰ মুখৰপৰাই বাবৰে জানিব পাৰিলে যে কামৰাণৰ ঘৈণীয়েকৰ অৱস্থা যোৱা-খোৱা। চিকিৎসাৰ কাৰণে ক'তো টকা পইচাৰ যোগাৰ কৰিব পৰা নাই, হাঁহ-কুকুৰা সকলো বেচি প্ৰায় শেষ কৰিছে। গৰু ছাগলীও বেচিছে। মাটি সৰহখিনি আগতে বেচিলে। এতিয়া বেচিব খুজিলেও গাঁৱত কোনো লওঁতা নাই। কামৰাণৰ পৰিয়ালৰ এতিয়া এসাজ খালে ইসাজ খাবলৈ নাই। আনকি কঠীয়াৰ কাৰণে ঢৌমত বান্ধি থোৱা ধান খাই শেষ কৰিলে।

আগে কামৰাণে পাকিস্তানীবোৰক ভয় খুৱাই, সন্ত্ৰাস্ত কাম কৰাই লৈছিল। কোনো কোনোৰপৰা ঘোচো লৈছিল, পিছে এতিয়া কামৰাণৰ ঘৰত কোনো অবৈধভাৱে লুকাই থকা পাকিস্তানী নাই, গতিকে আগৰ নিচিনা আৰ্জনৰ বাটো নোহোৱা হৈছে। অসহায় মানুহৰ অসহায়তাক লৈ যি বেপাৰ কৰি আছিল, সেই বেপাৰ বন্ধ হৈ গৈছে।

কেতেকীৰ কোঠাত এটা লণ্ঠন জ্বলি আছিল। কিন্তু মুছলিমাৰ কোঠা আন্ধাৰ। তাই হয়তো শুইছে। মাজ ৰাতিলৈকে সিহঁত চোতালতে আন্ধাৰত বহি আছিল। এটা গুলুম মৰা গৰমত মানুহবোৰে চটফটাই আছিল। এনেকুৱা গৰম, বৰষুণ দিয়াৰ আগে আগেহে হয়। হয়তো আজি ৰাতি বৰষুণ দিব। বিচনি মাৰি মাৰি ভাগৰ লগা মানুহবোৰে ভাবিছিল।

বাবৰ শোৱা নাছিল। তাৰ টোপনি অহা নাছিল। সি শুই বহিও থকা নাছিল। কোঠাৰ ভিতৰত সোমাই, কমকৈ জ্বলি থকা লণ্ঠনটোৰ পোহৰত সি কিবা এটা ঘুটুংঘুটুংকৈ কৰি আছিল।

ৰাতি দুইমান বাজি গৈছিল।

তাৰ কাষৰ কোঠাতে মুছলিমা শুইছিল। তাই টোপনি যাব পায়। এতিয়ামানে পঢ়ি পঢ়ি কেতেকীও শুই পৰিব পায়। ফাইনেল পৰীক্ষা দিয়াৰ পাছতো তাই দেখোন কেৱল পঢ়িয়ে থাকে।

হাতত লণ্ঠনটো লৈ বাবৰে লাহেকৈ মুছলিমাৰ কোঠালিৰ দুৱাৰখন ঠেলিলে। কোনো শব্দ নকৰাকৈ দুৱাৰখন মেল খালে।

মুছলিমা টোপনিত লালকাল। তাই বিচনাত ওপৰলৈ মুকৈ পৰি আছে। গৰমৰ কাৰণেই হয়তো তাই গাৰ কাপোৰ খুলি শুইছিল। তাইৰ গাৰ বহু অংশ ওলাই আছে।

অলপ পৰ তাইৰ ফালে চাই থাকি, তাইৰ কাণৰ কাষলৈ মুখখন নি বাবৰে সৰুকৈ মাতিলে—"মুছলিমা!"

মুছলিমাৰ সাৰসুৰ নাই।

সি আকৌ মাতিলে আৰু তাইৰ বাউসীত ধৰি লাহে লাহে জোকাৰি দিলে।

মুছলিমাই সাৰ পালে।

তাই চকু মেলিলে।

তাই বিচনাত বহিল।

তাই ফুচফুচাই সুধিলে, "তুমি! কি হ'ল? তুমি শোৱা নাই নেকি?"

"অকণমান উঠচোন—" বাবৰে ক'লে।

মুছলিমা বিচনাৰপৰা নামিল। মূৰ শিতানৰ ফালে থকা আলনাডালৰপৰা শাড়ীখন আনি গাত মেৰিয়াই ল'লে।

"কি হ'ল?"

"ডাঙৰকৈ নিচিয়ঁৰিবি—" বাবৰে ক'লে।

বাবৰৰ পিছে পিছে মুছলিমা তাৰ কোঠালৈ সোমাই আহিল।

তাই একো বুজিব পৰা নাই।

ছাতি এটা মুছলিমাৰ হাতলৈ দি বাবৰে ক'লে, "তই ছাতিটো আৰু লণ্ঠনটো ল। বৰষুণ আহোঁ আহোঁ কৰি আছে। দৰকাৰ হ'ব—"

"এতিয়া কেনিবা যাবা নেকি? ৰাতিবা কিমান হ'ল?" বিস্ময়েৰে মুছলিমাই সুধিলে।

"ৰাতি পুৱাবলৈ আৰু সৰহ পৰ নাই। আমি অলপ এইখিনিৰপৰা আহোঁ, আহ—"

"ৰাতি পুৱালে গ'লেও নহ'ব জানো?"

বাবৰে মুখেৰে একো নেমাতিলে, মুখ বান্ধি থোৱা ধানৰ বস্তা এটা সি পিঠিত তুলি ল'লে। আৰু কঠীয়াৰ সক টোম এটা হাতত ল'লে। মুছলিমাৰ কোনো কথা সুধিবলৈ সাহসে নুকুলালে।

শব্দ নকৰাকৈ দুয়ো ঘৰৰ বাহিৰ ওলাল। দুৱাৰখন বাহিৰৰপৰা এনেয়ে বন্ধ কৰিলে। বাহিৰত ঘোপমৰা আন্ধাৰ।

কৃষ্ণপক্ষৰ জোনটো ওলাওঁ ওলাওঁ। কিন্তু শেহ নিশাহে অৰ্থাৎ ৰাতি পুৱাবৰ সময়তহে জোন ওলাব কিজানি।

বাবৰে ক'লে, "তই আগবাঢ়—"

"কোনফালে যাবানো? কি যে কৰিব খুজিছা মই বুজা নাই।"

"কামৰাণৰ ঘৰৰ ফালে যাম— বাট চিনি পাব নহয়?"

"এই ৰাতি? কামৰাণৰ ঘৰলৈ? কেলেই? আৰু কঠীয়াৰ টোম আৰু ধান?"

কিন্তু বাবৰে কোনো উত্তৰ নিদিলে।

মুছলিমায়ো আৰু একো নুসুধিলে।

চউদিশে নিস্তব্ধতা। গাঁওখন শুই আছে।

পৃথিৱীখন শুই আছে। তৰাব ক্ষীণ পোহৰে মাটি চুইছেহি।

ক'তো বতাহৰ গোন্ধো নাই। কিন্তু মূৰৰ ভিতৰতকৈ কিছু চেঁচা লাগিছে।

নিৰৱে আগ বাঢ়িছে—মুছলিমা আৰু বাবৰ।

মুছলিমাৰ হাতত ছাতি আৰু লণ্ঠন।

বাবৰৰ হাতত কঠীয়াৰ টোম আৰু পিঠিত ধানৰ বস্তা।

মাজতে বাবৰে ক'লে, "অকণমান ৰ'বিচোন, টোমটোত কেনিবাদি ফুটা আছে নেকি। ধান পৰিছে যেন লাগিছে।"

বাবৰে সৰু টোমটোৰ ওপৰত কান্ধৰ গামোচাখন মেৰিয়াই ল'লে, আৰু খোজ দিলে। ধান-খেৰেৰে চোৱা টোম।

দক্ষিণৰ আকাশত, দূৰণিত বিজুলীয়াবলৈ আৰম্ভ কৰিছে। ক্ৰমাত বিজুলী বেছি হবলৈ ধৰিলে। সেই বিজুলীৰ পোহৰত সিইঁতে দেখিলে খৰত ছিৰাছিৰ হৈ ফাটি থকা কঠীয়া পাৰিবলৈ উলিয়াই থোৱা শুকান কঠীয়াতলি কেইডৰামান।

বাবৰে নিজকে কোৱা দি ক'লে, "এইকেডৰা কামৰাণৰ কঠীয়াতলি।"

মুছলিমাই সুধিলে, “কোনোবাই আমাক এতিয়া এনেকৈ আহি থকা দেখিলে বাক আমাক কি বুলি ভাবিব ?”

“এতিয়া সকলো শুই আছে।” বাবৰে ক’লে।

“ধানখিনিনো ক’লৈ নিয়া ?”

“সঁউৱা পাইছোঁহিয়েই—ব’ল। সেইটো কামৰাণৰ ঘৰ নহয় জানো ?”

“কামৰাণৰ ঘৰলৈ ? তুমিনো কি কৈছা ?” মুছলিমাই ক’লে।

“তাৰ খাবলৈ নাই। ঘৈণীয়েকৰো বেমাৰ, তাৰো বেমাৰ।”

“সেই বুলি তুমি এনেকৈ নিজে কান্ধেৰে কঢ়িয়াই—? আৰু এই শেহ ৰাতি—?”

বিজুলীৰ লগতে গিৰিংকৰে ডাঙৰ গাজনি এটা মাৰিলে। দুয়ো উচপ খাই উঠিল। মুছলিমাই কথা শেষ কৰিবলৈ নেপালে।

“বৰষুণ পায়হিহে লাগে, খৰকৈ ব’ল—” বাবৰে ক’লে।

সিহঁতে খৰকৈ খোজ দিলে। কিছু পৰৰ মূৰত দুয়ো গৈ কামৰাণৰ পচ্ছলিমূৰ পালেগৈ।

খৰখৰকৈ বিজুলী মাৰিছে। মাজে মাজে পাতালকঁপা গাজনি ঢেৰেকনি।

বাবৰে কেউপিনে চালে। পূবৰ আকাশত কেঁচুজালিৰ আভাস। কামৰাণৰ ঘৰৰ ভিতৰত কোনোবা ৰোগীৰ কেঁকনি যেন শুনা গ’ল। হয়তো কামৰাণৰ, নতুবা তাৰ ঘৈণীয়েকৰ কেঁকনি।

মুছলিমাৰ কাণৰ ওচৰলৈ মুখখন নি বাবৰে ক’লে, “তই ইয়াতে থাক। মই ধানখিনি দি আহোঁ।”

পচ্ছলিয়েদি বাবৰ কামৰাণৰ ঘৰৰ চোতাললৈ সোমাই গ’ল, আৰু সন্তৰ্পণে বস্তাটো পিঠিৰপৰা নমাই দুৱাৰমুখতে, বাৰান্দাতে থলে। টোমটো মেৰিয়াই অনা গামোচাখন একাষলে। আৰু বস্তাটোৰ ওপৰতে টোমটোও থলে। টোমৰপৰা ওলাই দুমুঠিমান ধান গামোচাখনত পৰিছিল। সেইকেটা ধান সি গামোচাখনতে বান্ধি

হ'লে আৰু কাকো কোনো মানুহৰ নিদিয়াকৈ কামৰাণৰ দুৱাৰ-মুখৰপৰা খৰখুজীয়াকৈ ওলাই আহিল।

মুছলিমা আৰু বাবৰ কেইখোজ মান গৈছিলহে, আকাশৰ বুকুৰপৰা ছৰ্ ছৰ্ কৰে বৰষুণ নামি আহিল।

"বৰষুণ আহিলেই—ছাতিটো মোক দে—" কৈ বাবৰে মুছলিমাৰ হাতৰপৰা ছাতিটো লৈ নিজেই মেলিলে আৰু মুছলিমাক ক'লে, "ছাতিৰ তললৈ আহ, নিতিতিবি।"

মুছলিমা বাবৰৰ গাৰ কাষ চাপি আহিল।

ইমান দিনে খৰৰ পাছত, ইমান গেলা গৰমৰ পাছত বৰষুণজাক আহিছে। তিতিলেও বেয়া নেলাগে।

আৰু এতিয়া যেন খৰকৈ খোজ কঢ়াৰ কোনো দৰকাৰ আৰু নাই।

বিজুলী ঢেৰেকনি, গাজনি—বৰষুণ। বাবৰ আৰু মুছলিমা।

পুবৰ আকাশ ক্ৰমে পোহৰ হৈ আহিছে।

বাবৰৰ যেন বৰ আনন্দ লাগিছে।

মুছলিমাই ক'লে, "আজি তুমি এইবোৰনো কি কৰিছা মই হ'লে একো বুজা নাই।"

"খাবলৈ নেপালে মানুহ নেবাচে। সিহঁতৰ খাবলৈ নাই। কিনিবলৈও ধন নাই। মোৰ গুচৰলৈও খুজিবলৈ নাহে, আৰু মই দেখদেখকৈ নিজে দিলেও নলয়, ঘূৰাই দিব। সি বৰ অহংকাৰী—মই জানো—অ' অকণমান বহ্—" বাবৰে বৈ দিলে। কিবা এটা চিন্তা কৰিলে।

"আকৌ কি হ'ল ?"

বাবৰে ক'লে, "এইডৰা কামৰাণৰ কঠীয়াতলি। চহাই থোৱা আছিল, শুকাই গৈছিল। এতিয়া বৰষুণ পৰি আকৌ বোকা হৈছে। এই কঠীয়া ধানকেটা ঘৰলৈ ঘূৰাই নি কি কৰিম ?"

কৈ বাবৰে ছাতিটো মুছলিমাৰ হাতলৈ দিলে আৰু বাটৰ কাষৰ পথাৰডৰাৰ পাৰত বৈ, বৰষুণতে তিতি, গামোচাৰ খান ছমুঠি

কামৰাণৰ পথাৰডৰাত সিঁচি দিলে। তাৰ পাছত ক'লে, "মাটি বোকা হৈছে, কঠীয়াখিনি নগজাকৈ নেথাকে।"

দুয়ো খোজ ল'লে।

বৰষুণ বেছি হৈছে। আকাশ পোহৰ হৈছে।

মুছলিমাৰ হাতৰ'লণ্ঠনটো নুমাই গৈছে।

বাবৰ বৰষুণত তিতিছে।

মুছলিমা আধা-তিতা হৈছে। তাই বাবৰৰ গাৰ কাষ চাপি আহিছে নিতিতিবৰ কাৰণে, কিন্তু ছাতিয়ে বৰষুণৰপৰা সিহঁতক ৰক্ষা কৰিব পৰা নাই। বাবৰ তেনেই তিতিছে।

মুছলিমাই বাবৰৰ গাৰ আৰু কাষ চাপি যাবৰ যত্ন কৰিলে।

বাবৰে মনৰ আনন্দতে ক'লে, "তই মোক ভাল পাৱ, নহয়? পিছে মোকে নহয় জানিছ, সকলোকে ভাল পাব লাগে। বৰষুণ কেনেকৈ দিয়ে দেখিছ, সকলোৰে মাটিতে দিয়ে।"

ৰাতি পুৱাই আহিল।

বাবৰ আৰু মুছলিমা ক্ৰমে সিহঁতৰ ঘৰৰ ওচৰ চাপি আহিল।

ঘৰৰ কোনোৱেই এতিয়াও শুই উঠা নাই। কেতেকীৰো চাগে ঘোৰ টোপনি।

বহুত দিনৰ মূৰত অহা বৰষুণজাক। মাটি তিতিছে।

পথাৰবোৰত পানী উপচি পৰিছে।

পৃথিৱীখন জীৱনেৰে ভৰি পৰিছে।

মৰমেৰে ভৰি পৰিছে!

বিজুলী চেৰেকনি নোহোৱা হৈছে।

কেৱল বৰষুণ আহি আছে।

কেৱল বৰষুণ·

+ +

## কৈফিয়ৎ

ভাৰতবৰ্ষৰ স্বাধীনতা লাভ আৰু বিভাজনৰ পূৰ্বৰে পৰা যিদল মানুহ মাটি, ভাত আৰু ভাগ্যৰ অন্বেষণত তেতিয়াৰ পূৰ্ববংগ, তাৰ পাছত পূৰ্ব পাকিস্তান আৰু বৰ্তমানৰ বাংলাদেশ নামৰ ভূখণ্ডৰ পৰা কাষৰে অসম নামৰ ভূখণ্ডলৈ আহি আছে, বিতাড়িত হৈছে, দেখদেখকৈ আহিছে, চোৰাংকৈ আহিছে, কোনোবা বৈ গৈছে, কোনোবা খেদা খাই গুচি গৈছে, জীয়াই থকাৰ ভেটি বিচাৰি যিদল মানুহে নিজৰ মাতৃভূমিৰ প্ৰতি থকা মোহ বিসৰ্জন দি অসমলৈ আহি অসমকে মাতৃ বুলি লৈছে, নিজৰ ভাষা পাহৰি গৈ অসমীয়া ভাষাক নিজৰ ভাষা কৰি লৈছে, আৰু যিদল কৃষকে অসমৰ ভাগ্যৰ লগত নিজৰ ভাগ্যক অবিচ্ছিন্নভাৱে জড়িত কৰি পেলাইছে, আৰু যি এই উপমহাদেশখনৰ ৰাজনীতিৰ পাশাখেলত খেলৰ গুটি হৈ চলি আহিছে, যিদল মানুহে নাঙলৰ ফালেৰে অসমৰ মাটিৰ বুকুত নিজৰ ভাগ্যৰেখা আঁকিব পাৰে, কিন্তু মণ্ডলৰ চিঠাবহীত আৰু ভোটাৰৰ তালিকাত নিজৰ নামটো লেখাব নেজানে, আনে কৰা ৰাজনৈতিক অপৰাধৰ কাৰণে যিদল মানুহ অপযশ আৰু নিৰ্য্যাতনৰ ভাগী হয়, যিদল মানুহ ঘ'ৰে পৰা নাহক অসমত 'মৈমনচিঙীয়া' বুলি 'মিয়া' বুলি পৰিচিত হয়--সেই দল মানুহৰে জীৱনৰ, জীৱনৰ স্বপ্ন আৰু আশাৰ, সংগ্ৰাম আৰু ব্যৰ্থতাৰ, সবলতা আৰু দুৰ্বলতাৰ, কামনা আৰু ত্যাগৰ এটা সৰু চিত্ৰ এই উপন্যাসখনে দাঙি ধৰিবৰ প্ৰয়াস কৰিছে। এই চিত্ৰ পূৰ্ণাংগ নহয়, সমগ্ৰ মৈমনচিঙীয়া কৃষক সমাজখনৰ অতি সৰু এটা আংশিক চিত্ৰ মাথোন।

এইখন এখন উপন্যাস। ভূগোল নহয়, বুৰঞ্জী নহয়, তথ্য-তত্ত্ববহুল থিছিছ নহয়। ১৯৩৬ চনৰ পৰা ১৯৬২-৬৩ চনলৈকে সামৰি এটা ল'ৰাৰ জীৱনৰ সংঘাত-সংগ্ৰামৰ আৰু তাৰ বাহিৰৰ মানুহটোৰ বিকাশ আৰু অভ্যুত্থানৰ এক সৰু চিত্ৰ। এই চিত্ৰায়নৰ কাৰণে হোৱা প্ৰয়োজনে ইয়াৰ পটভূমি দাঙি ধৰাৰ আৱশ্যকতা আনি দিছে।

বাবৰৰ জীৱন চিত্ৰ ১৯৭১ চনৰ পিছলৈকে৷ ( বাংলাদেশ হোৱাৰ পৰৱৰ্তী সময়লৈ ) টানি অনাৰ কথা চিন্তা কৰিছিলোঁ। কিন্তু সেই দুৰ্ভগীয়াক অসম বাংলাদেশৰ সীমালৈ টানি আনি ছুছিয়াৰা নৈৰ বুকুত বা সীমান্তৰক্ষী পুলিছৰ গুলিত প্ৰাণ হেৰুৱাবলৈ এৰি নিদিলেও হ'ব বুলি ভাবি, ১৯৬৫ চনৰ ভাৰত-পাকিস্তান যুদ্ধৰ আগলৈকে মাথোন আনিলোঁ।

কাৰণ 'মৈমনচিঙীয়া মিয়া' বাবৰৰ জীৱেকে কেৱল বি এ পাছ কৰাই নহয়, অসমীয়া ভাষাত কৃষকৰ জীৱনৰ কথা কবিতাৰে প্ৰকাশ কৰিব পৰা হৈছে। ইয়াৰ পাছত আৰু উপন্যাসৰ এই কাহিনী বহলোৱাৰ প্ৰয়োজন নাই যেন লাগিল।

এটা কথা কৈ থওঁ।

কাহিনীৰ ভিতৰৰ চৰিত্ৰবোৰৰ মুখত অসমীয়া ভাষা দিয়া হৈছে, আনকি যিবিলাকে অসমীয়াৰে কথা কেৰোটো সম্ভৱ নহয়, সিবিলাকৰ মুখতো। এনে কৰাৰ কাৰণ বুজিবলৈ পাঠকৰ কোনো অসুবিধা নহ'ব বুলিয়ে আশা কৰিছোঁ। অৱশ্যে পূৱবংগৰ বাউল, ভাটিয়ালীক অসমীয়া কৰা নাই, কৰিলে বাউল বাউল আৰু ভাটিয়ালী ভাটিয়ালী হৈ নেথাকিব পাৰে।

ময়ো কৃষকৰ সন্তান।

আৰু এতিয়াও মই খেতিৰ পথাৰৰ বোকাপানীৰ পৰা নিজক আঁতৰাই অনা নাই, আৰু অনাৰ ইচ্ছাও নাই।

কৃষক হৈ কৃষকৰ অৱমাননা মই কৰিব নোৱাৰোঁ। অন্নদাতাক অৱমাননা কৰিলে আপোনঘাতী হোৱাৰ বাটহে মুকলি হ'ব। কিন্তু সুগন্ধী চাবোনেৰে গা ধোৱা ভদ্ৰলোকজনৰ পেটৰ ভিতৰতো জানো দুৰ্গন্ধময় বস্তু জমা হৈ নেথাকে?

বাবৰ থকা সমাজখনতে কামৰাণো থকাৰ বাবে যেন লিখকৰ অপৰাধ নহয়।

মৈমনচিঙীয়া মিয়াৰ (অসমৰ) সমাজখনৰো ক্ষিপ্ৰ ৰূপান্তৰ ঘটিছে। তেওঁলোকৰ মাজৰপৰা ওলোৱা শিক্ষিত যুৱক যুৱতী সকলে তেওঁলোকৰ সমাজখনৰ জীৱনৰ বিচিত্ৰ ছবি গল্প উপন্যাস কবিতাৰ মাজেদি সাহসেৰে দাঙি ধৰক— এই আশা কৰিলোঁ।

পাতনি পঢ়ি কোনেও উপন্যাস নপঢ়ে। উপন্যাস পঢ়ি উঠিও কোনোৱে লেখকৰ বক্তব্য শুনিবলৈ নিজক প্ৰস্তুত কৰি নেৰাখে। তথাপি এই কথাখিনি উল্লেখ কৰি থলোঁ যাতে অনধিকাৰ চৰ্চাৰ কাৰণে হ'ব পৰা ত্ৰুটিৰ কাৰণটো পাঠক সমাজে বুজিব পাৰে। মোক যদি মোৰ অনিচ্ছাকৃত ভুল, ত্ৰুটি, অপূৰ্ণতাৰ কাৰণে বাইজে ক্ষমা কৰিব নোৱাৰে, মই নিৰুপায়। কেৱল অনুৰোধ—

বাবৰ, বাগী, মৰীয়ম, মুছলিমা, মকবুল [illegible]হঁতৰ সমাজখনক যেন মৰমৰ চকুৰে চায়। কাৰণ, সিহঁত যেনেকুৱা হ'ব লাগিছিল তেনেকুৱা যদি নহ'ল তাৰ বাবে সিহঁত দায়ী নহয়, দায়ী এই কাহিনীকাৰ। ইতি—

—চৈয়দ আব্দুল মালিক